উপন্যাসৰ ৰূপত মহাপুৰুষ মাধৱদেৱৰ জীৱন সংহিতা

# ৰসিক সুজান

নিৰুপমা মহন্ত




বাণী মন্দিৰ

ডিব্ৰুগড় • গুৱাহাটী • তেজপুৰ • যোৰহাট




BMBN - RS-0035

প্ৰচ্ছদ ঃ প্ৰাঞ্জল

মুখ্য প্ৰকাশন উপদেষ্টা ঃ সূৰ্য্যকান্ত হাজৰিকা

প্ৰকাশক ঃ উৎপল হাজৰিকা, বাণী মন্দিৰ, মহেন্দ্ৰ মোহন চৌধুৰী ভৱন, হেদায়েৎপুৰ, গুৱাহাটী-৩ ● পৰিৱেশক ঃ উজ্জ্বল হাজৰিকা, বাণী মন্দিৰ, চন্দ্ৰকান্ত হাজৰিকা পথ, নতুন বজাৰ, ডিব্ৰুগড় -১ ● পৰিৱেশক ঃ মনাস্মৃতা হাজৰিকা, লাবণ্য প্ৰকাশ, বাণীবাৰী, পাণবজাৰ, গুৱাহাটী-১ ● মুদ্ৰণ ঃ লাবণ্য প্ৰকাশন, ডি-৫, উদ্যোগপাম, আমিনগাঁও, গুৱাহাটী।

প্ৰথম সংস্কৰণ ঃ ২০০৯। মূল্য ঃ ১৫০.০০ টকা

RASIK SUJAN : An autobiographical assamese novel on Mahapurush Sri Sri Madhavadeva written by Dr. Nirupama Mahanta and Published by Sri Utpal Hazarika on behalf of Bani Mandir. MMC Bhawan. Hedayetpur. Guwahati-781003 (Assam).

1st Edition: 29th June 2009 Rs.150.00 only

## প্ৰকাশকৰ একাষাৰ

জীৱনী সাহিত্য অথবা জীৱনভিত্তিক উপন্যাসে ব্যক্তিবিশেষৰ জীৱনৰ উদ্ভাসিত ৰূপ উপস্থাপন কৰাৰ উপৰিও সামগ্ৰিক জীৱন আৰু তৎকালীন সমাজ তথা পৰিস্থিতিকো সূক্ষ্ম দৃষ্টিকোণেৰে বিশ্লেষণ কৰে। জীৱনভিত্তিক উপন্যাসত বৰ্ণিত হোৱা লেখকৰ নিৰ্মোহ অথচ কাল্পনিক বিচৰণে সাহিত্যক সৰ্বজনগ্ৰাহ্য ৰূপ প্ৰদান কৰে।

অসমৰ নৱ-বৈষ্ণৱ আন্দোলনৰ অন্যতম যুগান্তকাৰী পুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ জীৱন আছিল অতি সংঘাতপূৰ্ণ আৰু আকৰ্ষণীয়। এনে জীৱনৰ প্ৰতি প্ৰতিজন লোকৰে আগ্ৰহ-ঔৎসুকতা থকাতো নিতান্তই স্বাভাৱিক। ইতিপূৰ্বে আমাৰ প্ৰকাশনৰ দ্বাৰা প্ৰকাশিত শ্ৰীমন্ত শংকৰদেৱৰ জীৱনভিত্তিক উপন্যাস সৰ্বগুণাকৰে পাঠক সমাজৰ বিপুল সমাদৰ লাভ কৰি আহিছে। উৎসাহিত হৈ আমিও সৰ্বগুণাকৰৰ ৰচয়িতা সু-লেখিকা আৰু শংকৰী কলা-কৃষ্টিৰ গৱেষিকা মণিৰাম দেৱান মহাবিদ্যালয়, চাৰিঙৰ অসমীয়া বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপিকা তথা সদ্যঘোষিত 'লাৱণ্য হাজৰিকা আদৰ্শ মাতৃ বঁটা' প্ৰাপক সু-মাতৃ শ্ৰীযুতা (ড°) নিৰুপমা মহন্তক আনজনা গুৰু বড়াৰ-পো শ্ৰীশ্ৰীমাধৱদেৱৰ জীৱনৰ আধাৰত এখনি উপন্যাস ৰচনা কৰিবলৈ অনুৰোধ কৰোঁ। গুৰুচৰিত সমূহৰ বিস্তৃত অধ্যয়ন, চৰ্চা আৰু গৱেষণালব্ধ জ্ঞানৰ আলমত শ্ৰীযুতা মহন্তই আমাৰ অনুৰোধ ৰক্ষা কৰি অতি কম দিনৰ ভিতৰতে আমাৰ হাতত ৰসিক সুজানৰ পাণ্ডুলিপি অৰ্পণ কৰে। তেখেতৰ কুশলী হাতৰ অনুভৱী কলমত মাধৱদেৱৰ জীৱন-চৰ্যা সুন্দৰ ৰূপত অংকিত হৈছে বুলি আমি অনুভৱ কৰিছোঁ। আশাকৰোঁ ৰসিক পাঠক সমাজো সেই একে অনুভৱত আহ্লাদিত হ'ব।

উৎপল হাজৰিকা

# অৱতৰণিকা

এজন ধৰ্মগুৰুৰ জীৱন-কৰ্মৰ ওপৰত ভিত্তি কৰি উপন্যাস ৰচনা কৰিবলৈ আগবঢ়া মোৰ দৰে নিঃস্বজনৰ কাৰণে নিতান্তই কঠিন কাম। অসমীয়া সমাজ-হৃদয়ত এক বিশেষ স্থান অধিকাৰ কৰি থকা মহাপুৰুষজনাৰ জীৱনৰ কথা উপন্যাসৰ দৃষ্টিৰে প্ৰকাশ কৰিবলৈ যাওঁতে কাৰোবাৰ অনুভূতিত আঘাত হানিব বুলি ভাবিও সঙ্কুচিত হ'ব লগা হয়। তথাপি মৰসাহ দি মাধৱদেৱৰ জীৱনৰ ভিত্তিত 'ৰসিক সুজান' উপন্যাসখনি ৰচনা কৰি পাঠক সমাজলৈ আগবঢ়োৱা হ'ল।

ইতিপূৰ্বে প্ৰকাশিত আমাৰ 'সৰ্বগুণাকৰ' নামৰ উপন্যাসখনি পাঠক সমাজে সহৃদয়তাৰে গ্ৰহণ কৰি আমালৈ প্ৰেৰণ কৰা চিঠি-পত্ৰ, দূৰভাষ যোগে পঠোৱা বাৰ্তা আৰু কাকতে-পত্ৰই কৰা গঠনমূলক আলোচনাই আমাক প্ৰেৰণা যোগালে। তদুপৰি কমদিনৰ ভিতৰতে দ্বিতীয় সংস্কৰণ প্ৰকাশ কৰিব লগা হোৱা কথায়ো উৎসাহিত কৰিলে। 'সৰ্বগুণাকৰ' ৰচনা কালত এনে ভাব হৈছিল যে মাধৱদেৱক বাদ দি শঙ্কৰদেৱ সম্পৰ্কে অধ্যয়ন সম্পূৰ্ণ হ'ব নোৱাৰে। গুৰুচৰিত আৰু শঙ্কৰদেৱ সম্পৰ্কীয় গ্ৰন্থ কেইখন অধ্যয়ন কৰোঁতে শঙ্কৰদেৱৰ জীৱন-দৰ্শন আৰু কৰ্মৰাজিৰ সমানে সমানে, কোনো ক্ষেত্ৰত ততোধিকভাৱে মাধৱদেৱৰ বৈচিত্ৰ্যময় সংঘাতপূৰ্ণ জীৱনে আকৰ্ষিত কৰিছিল আৰু মাধৱদেৱৰ জীৱনক লৈ এখন গ্ৰন্থ ৰচনা কৰাৰ ভাব হৃদয়ত প্ৰোথিত হৈছিল। ইতিপূৰ্বে মাধৱদেৱৰ ধৰ্মসংস্কৃতিৰ ওপৰত ভিত্তি কৰি ৰচনা কৰা আমাৰ 'বড়াৰ পো মাধৱদেৱ' নামৰ গীতি নৃত্যালেখ্যখনি বিভিন্ন মঞ্চত আৰু গুৱাহাটী দূৰদৰ্শনত প্ৰদৰ্শিত হৈছিল। বৰ্তমান কালত শঙ্কৰ-মাধৱৰ ধৰ্ম-সংস্কৃতিৰ দিশত অনেক গ্ৰন্থাদি ৰচিত হৈছে যদিও গুৰুকেইজনাৰ ধৰ্মীয় জীৱনৰ আঁৰত থকা মানুহৰ স্বৰূপ প্ৰকট কৰিব পৰা উপন্যাসৰ সংখ্যা তেনেই নগণ্য। এজন ধৰ্মপ্ৰচাৰকৰ জীৱনৰ ওপৰত উপন্যাস ৰচনা কৰিবলৈ যাওঁতে নিৰ্দিষ্ট পৰিধি এটাৰ মাজত আবদ্ধ থাকিব লগা হয়। কিন্তু উপন্যাস মানেই fiction. জীৱন সত্যৰ উপৰিও সমসাময়িক সমাজখন প্ৰতিফলন ঘটোৱাও ইয়াৰ অন্যতম দিশ। দৈত্যাৰি ঠাকুৰ, ৰামচৰণ ঠাকুৰ, ভূষণ

দ্বিজ আদি লেখকৰ চৰিত পুথি কেইখনত পৰ্যাপ্ত নহ'লেও কিছু সমল পোৱা হৈছে বিশেষকৈ 'কথাগুৰু চৰিত' ৰ সহজ সৰল বৰ্ণনাৰ মাজত প্ৰকাশ পোৱা সেইকালৰ প্ৰকৃতিৰ পৰিবৰ্তিত পৰিৱেশ, খেতি-বাতি, বেহা-বেপাৰ, সমাজ-সংস্কৃতি আৰু ৰাজনৈতিক জীৱন সম্পৰ্কীয় বৰ্ণনাৰ পৰা যথেষ্ট সমল পোৱাৰ উপৰিও তেনে বৰ্ণনাৰ সুৰভাইদি কল্পনাৰ আকাশত প্ৰতিভাত হোৱা কিছুকথা স্থান বিশেষে সংযোগ কৰা হৈছে। তদুপৰি লেখিকা নিজে সত্ৰীয়া পৰিৱেশত জন্ম আৰু শঙ্কৰ-মাধৱ দুজনা গুৰুৰ গীত-মাত, জীৱন আলোচনা আদি পৰিৱেশৰ লগত আজীৱন সম্পৰ্কিত হোৱাৰ বাবে পৰম্পৰাগতভাৱে আৰু জনশ্ৰুতিমূলক দুই এটি তথ্য লাভ কৰাৰ সৌভাগ্য ঘটিছিল।

মহাপুৰুষজনাৰ জীৱনৰ ওপৰত গ্ৰন্থখনি লিখাৰ কথা মনলৈ অহাৰে পৰা সমাপ্ত হোৱালৈকে সুদীৰ্ঘ দিনকেইটাত সময়ে সময়ে মাধৱদেৱৰ জন্মস্থান লক্ষ্মীমপুৰ জিলাৰ নাৰায়নপুৰৰ পৰা আৰম্ভ কৰি কোচবিহাৰ পৰ্যন্ত তাৰাৰ জন্ম-কৰ্ম আৰু বিচৰণ ভূমিৰ প্ৰায়বোৰ ঠাইতে চলোৱা ক্ষেত্ৰভিত্তিক অধ্যয়নো গ্ৰন্থখনি ৰচনাত সহায়ক হ'ল। এনেকৈ ক্ষণজন্মা মহাপুৰুষ জনাৰ জীৱনভিত্তিক উপন্যাসখনি ৰচনা কৰা হ'ল।

গুৱাহাটী বাণী মন্দিৰৰ স্বত্বাধিকাৰী, সাহিত্য-সংস্কৃতিৰ প্ৰতি অনুৰাগী উদ্যোগী ডেকা শ্ৰীমান উৎপল হাজৰিকাই মাধৱদেৱ বিষয়ক কেইবাখনো গ্ৰন্থ আগবঢ়াই প্ৰকাশৰ দায়িত্ব হাতপাতি লৈ সাহস নিদিয়া হ'লে গ্ৰন্থখন হয়তো ৰচনা কৰা নহ'লহেঁতেন। তেওঁলৈ হিয়াভৰা স্নেহাশীষ জনাই সম্ভাৱনাপূৰ্ণ উজ্জ্বল ভৱিষ্যত কামনা কৰিলোঁ।

শিৱসাগৰ 'অৰুণোদয়' প্ৰেছৰ গৰাকী শ্ৰীমান বুবুল মহন্তই নিষ্ঠা সহকাৰে মুদ্ৰণৰ কামখিনি কৰি দিয়াৰ বাবে তেওঁলৈও আন্তৰিক ধন্যবাদ যাচিলোঁ।

সাংসাৰিকতাতে সদা আবদ্ধ মোৰ দৰে গৃহিনীৰ বাবে এনে এখন গ্ৰন্থ ৰচনা কৰা কিমান জটিল সেইকথা উপলব্ধি কৰি ভ্ৰাতৃতোধিক ব্যক্তি, সাহিত্যিক শিক্ষাবিদ শ্ৰীনীলমণি মহন্তই স্বইচ্ছাৰে গ্ৰন্থখনিৰ আহিঁকাকত নিৰীক্ষণ কৰি দিয়াৰ দায়িত্ব লৈ উপকাৰ কৰিলে তাৰবাবে তেওঁলৈ হিয়াভৰা কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। বাণী মন্দিৰৰ কৰ্মকৰ্তা শ্ৰীযুত গজেন দত্তই আন্তৰিকতাৰে গ্ৰন্থখন সম্পন্ন কাৰ্যত সহায় কৰাৰ বাবে ধন্যবাদ জনালোঁ।

'ৰসিক সুজান' ক পাঠক সমাজে সহৃদয়তাৰে গ্ৰহণ কৰিলে আমাৰ শ্ৰম সাৰ্থক হ'ব। সেই আশাৰে —

নিৰুপমা মহন্ত

শান্ত চিদানন্দ শুদ্ধ অনন্ত মহিমান্বিত
নির্ম্মল তৰঙ্গচয় হীন।
হেনয় পৰমানন্দ অমৃত-সাগৰে মজি
আচান্ত নকৰে বুদ্ধিক্ষীণ।।

প্ৰথম খণ্ড

## এক

পুৰতি নিশা চৰাইজনীৰ কুলুলু কুলুলু কৈ গোৱা সঙ্গীতৰ সুৰে মনোৰমাৰ টোপনি ভাঙিলে। আলস্যই দেহাটো গধুৰ কৰি তুলিছে। মেলিব খুজিও চকুদুটা মেলিব পৰা নাই। ক'ত আছে তাই? তাইৰ নিভৃত শোৱনী কোঠাৰ শোৱা পাটীখন জানো এইখন? মনৰপৰা অলস ভাববোৰ আঁতৰাই চকু মেলি চাৰিওফালে চালে। তাই একোৱেই বুজি পোৱা নাই। লাহে লাহে তাই কথাবোৰ মনত পেলাবলৈ চেষ্টা কৰিলে।

হয়, হয়, তাইৰ মনত পৰিছে। কালি পুৱাৰ দুই প্ৰহৰ যোৱাই নাই তেতিয়া। বাহিৰত হুৱাদুৱা। 'ভোটে মানুহ মাৰিছে পলাইক, পলা।' সিহঁত দুয়ো কি কৰোঁ, ক'লৈ যাওঁ বুলি গুণা-গঁথা কৰি থাকোঁতেই দুলীয়া দুটাই দোলা এখন ভাৰ বৈ লৈ আহি সিহঁতৰ ওচৰ পালেহি। লগত আৰু দুটা মানুহ ওচৰলৈ আহি সিহঁতৰ মুখ্যটোৱে ক'লে, 'ডাঙৰীয়া, দেশৰ গতি বেয়া। ভোটৰ উপদ্ৰৱত প্ৰজাই থৰ-কাছুটি হেৰুৱাই যেনি-তেনি পলাইছে। আপোনালোক দুয়োজনক যিমান পাৰে সিমান সোনকালে উত্তৰ পাৰলৈ আঁতৰি যাবলৈ শিৰোমণি ভূঞাই আদেশ কৰিছে। আগবঢ়াই দিবলৈ ভাৰীসহ দোলাখনো পঠাই দিছে। ততাতৈয়াকৈ ওলাব লাগে। নহ'লে বিপদ হ'ব।'

সেইখন দোলাতে উঠি ঘৰৰ লাম-লাকটু কেইটামান আৰু হাতত থকা টকা-কড়িকেইটা লৈ ঘৰ-দুৱাৰ এৰি গুচি আহিছিল। নৈৰ ঘাট নৌ-পাওঁতেই এই হাবিডৰাতে ৰাতি হ'ল। বাট-পথ চিন ধৰিব নোৱাৰি হাবিৰ মাজতে দোলা ভাৰীহ'ত বৈ গ'ল। তাইৰনো কেতিয়া টোপনি ধৰিলে গমেই নাপালে।

লাহেকৈ গাটো পোনাই দোলাতে বহি তাইৰ মানুহজনৰ ফালে চকু দিলে । দোলাখনৰ ইটো মূৰে গাৰুটোত মূৰ দি তেওঁ টোপনিত লালকাল দি আছে। লঘোণ, দুখ-ভাগৰ একোৱেই তেওঁৰ সুন্দৰ চেহেৰা ম্লান কৰিব পৰা নাই।

'তাইৰনো কম ভাগ্যনে? এনেহেন উত্তম কায়স্থ বংশোদ্ভৱ সুন্দৰ পুৰুষক তাই স্বামীৰূপে পাইছে। তায়ো হিয়া উবুৰিয়াই মৰম দি এই গজেন্দ্ৰ পুৰুষজনক চেনেহ জৰীৰে বান্ধি ৰাখিব পাৰিছে। সিহঁতৰ প্ৰেম আৰু ভালপোৱাই মূৰ্তৰূপ ধাৰণ কৰি তাইৰ গৰ্ভত থিত দিছেহি। এৰা, সকলো ঠিকেই চলি আছিল। কিন্তু ভোটৰ উপদ্ৰৱে সকলো ওলট-পালট কৰি দিলে। তিনিমহীয়া গা-ভাৰী গাৰেই বাঘে-ভালুকে, ফেঁচাই-হুদুৰে আগুৰা ঘোৰ অৰণ্যৰ মাজত নিশা খপিবলগীয়া হ'ল। তাই আলফুলকৈ পেটটো মোহাৰি ঈশ্বৰক খাটিলে, 'হে প্ৰভু, এই বিপদত মোৰ গৰ্ভস্থ সন্তানক তোমাক গটালোঁ। ৰক্ষা কৰি ৰাখিবা প্ৰভু।' বুলি হাতযোৰকৈ প্ৰণাম জনালে। পুবৰ কাহিলি কাহিলি পোহৰৰ ৰেখাবোৰ গছ-পাত সৰকি আহি দোলাখনত পৰিল। এছাটি শীতল বতাহে মনোৰমাৰ সৰ্বশৰীৰ কঁপাই তুলিলে। খনীয়াখন গাত তুলি লওঁ বুলি ইফালে সিফালে চাই দেখা নাপালে। 'কলৈ গ'ল কাপোৰখন? দোলাত আহি থাকোঁতে অলক্ষিতে পৰি গ'ল নেকি? মুখখন মোহাৰোতে তাইৰ কাণলৈ হাত গ'ল। কাণৰ কেৰুযোৰ নাই দেখোন। উবা, তাই ডিঙিত হাত দি চালে, দুগদুগীডালো নাই। মই এতিয়া কি কৰোঁ?' তাইৰ বৰ ভয় লাগিল।

'হেৰি, উঠকচোন, উঠক। বৰ অমঙ্গলীয়া কথা এটা হ'ল।' এইবুলি গাত ধৰি গিৰিয়েকক জোকাৰি দিলে। সাৰ পাই উঠি গিৰিয়েকে বেতৰ জপা, পেটাৰি, কেইটা জাৰি জোকাৰি চালে। বুজিবলৈ বাকী নাথাকিল যে তেওঁলোকৰ বিধি-বিপৰ্যয় ঘটিল। তেওঁলোকৰ টোপনিৰ সুযোগ লৈ দোলাভাৰী কেইটাই জপাৰ কাপোৰ-কানি, ধনৰ টোপোলাৰ উপৰিও গাৰ-কাপোৰ পৰ্যন্ত লুটি পলাই গ'ল।

'আমাৰ এতিয়া কি হ'ব?' এইবুলি বেতেমূতা গৰু কঁপাদি মনোৰমা কঁপিবলৈ ধৰিলে। অনাহাৰ আৰু দুঃচিন্তাত মনোৰমাৰ প্ৰাণ যায় যেন হ'ল। চিন্তাত গোবিন্দগিৰীৰো বুকু কঁপিল। কিছুপৰ হতবাক হৈ থাকিল। মনৰ অস্থিৰতা প্ৰকাশ নকৰি পৰিবাৰৰ গাত ধৰি ক'লে, 'বিপদত ধৈৰ্য হেৰুওৱা উত্তম লোকৰ লক্ষণ নহয়। আমি কাৰো অপকাৰ কৰা নাই। গতিকে ভগৱানে নিশ্চয় আমাক ৰক্ষা কৰিব। তুমি অস্থিৰ হৈ গৰ্ভৰ সন্তানক কষ্ট নিদিবা।'

'পিয়াহত মোৰ প্ৰাণ যায় যেন লাগিছে। অলপ পানী আনি দিব পাৰিবনে?'

ৰাতিপুৱাল। বাট-পথ পোহৰ হ'ল। মনোৰমাৰ হাতৰ পৰা ডবুৱা কটাৰীখন লৈ নলৰ চুঙা এটা কাটি গোবিন্দগিৰী পানী বিচাৰি ওলাল। এনেতে মনোৰমাই তেওঁৰ হাতখনত খাপ মাৰি ধৰি ক'লে, 'নাযাব, নাখাওঁ মই পানী।'

'কিয় তেনেখন কৰিছা? চাওঁ এৰি দিয়া।' ভয়াৰ্ত দৃষ্টিৰে মনোৰমাই হাতখন এৰি দি ক'লে, 'কোনোবাই লগ পালে যদি বিপদ মিলে।'

'এই কাহিলি পুৰাতে ক'ৰ মানুহ আহিব ? ওচৰতে সৌখন বৰ লুইত। মই সাউতকৈ গাটো তিয়াই পানী চুঙা লৈ গুচি আহিম।' —এই বুলি নির্ভয় দি গোবিন্দগিৰীয়ে খোজ ল'লে।

ধীৰে ধীৰে আহি আছে এখন বৰ নাও। নাৱৰ গিৰিহঁতজন এজন ৰাজবিষয়া। আসাম ৰজাৰ উজীৰ কার্যদক্ষ সুলোক হৰিশিঙা বৰা। ৰাজকার্য সমাপন কৰি নাৱেৰে উজাই আহিছে। শুধ বগা পাটভূনি আৰু চাপকণ যোৰে তেওঁক শুৱাই তুলিছে। বৰলুইতৰ পাৰৰ পুৱাৰ শোভাই তেওঁৰ দেহ-মন প্রফুল্লিত কৰি তুলিছে। নৈৰ মাজৰ বালিৰ চটটৌলৈ তেওঁৰ চকু গ'ল। এজাক চৰায়ে চটটোৰ পানী যুৱলিত পৰি নিজ নিজ মাতেৰে কোঢ়াল কৰিছে। নাওখন চটটোৰ কাষেদি পাৰ হৈ যাওঁতেই চৰাইবোৰ জাকি মাৰি উৰি গ'ল। ঠাইখন নিজম পৰিল। তেওঁৰ মনটো ৰিঙা ৰিঙা লাগিল। মনতে ভাবিলে, 'সমাৰোহ আৰু সমাগমেহে জীৱনলৈ মাদকতা আনে। জীৱনৰ কোলাহলবোৰ ধৰি ৰখাতে জীৱনৰ সার্থকতা নির্ভৰ কৰে। চকু ফুৰাই তেওঁ দূৰলৈ দৃষ্টি দিলে। এজন লোকে গা-ধুই থকা বিণিকি বিণিকি দেখা পালে। নাও আগবাঢ়ি গৈ থাকিল। গৌৰবর্ণৰ সুন্দৰ চেহেৰাৰ পুৰুষজন পানীৰ পৰা উঠি মন্ত্র জঁপি পুনৰ জললৈ নামি আঁজলি পাতি পানী পি হাতত থকা চুঙাটোত পানী ভৰাবলৈ লওঁতেই স্থিৰ দৃষ্টিৰে তেওঁৰ ফালে চাই থকা উজীৰৰ চকুৰে চকুৰে পৰিল। মানুহজন বিতত হৈ খপজপকৈ পানীৰ পৰা উঠি যাব খোজোতেই নাও গৈ ওচৰ পালেগৈ।

উজীৰৰ কৌতূহল হ'ল। হাবি-বন, চাপৰিৰে ভৰা এই দুর্গম অঞ্চলত কাহিলি পুৱাতে কোন এই সুদর্শন পুৰুষ ?

তেওঁ মাত লগালে 'হেৰি ডাঙৰীয়া, ৰ'বচোন, ৰ'ব।'

'কেনে উদীপ্ত কণ্ঠ। এয়াতো কোনো শত্ৰুৰ মাত হ'ব নোৱাৰে। কোন এওঁ ? কিংকর্তব্যবিমূঢ় হৈ গোবিন্দগিৰী শিলপৰা কপৌৰ দৰে থমকি ৰ'ল। নাও আহি কাষ পালেহি। সুসজ্জিত নাৱৰ টিঙৰ পৰা উজীৰে মাত লগালে—

'ভয় নকৰিব। আমি আপোনাৰ একো অপকাৰ নকৰোঁ। মোৰ অনুমান হৈছে আপুনি বিপদত পৰিছে। যি পাৰোঁ সহায় কৰাটো আমাৰ কর্তব্য।' এইবুলি তেওঁ মাঝিক নাওখন কাষলৈ চপাবলৈ ক'লে।

গম্ভীৰ কণ্ঠৰ গৰাকী দেখাত ৰাজবিষয়া যেন লগা পুৰুষজন পাৰলৈ নামি আহিল। গেৰোৱা লেটাই পিন্ধা পাটভূনিয়ে তেওঁৰ গাম্ভীর্য চৰাইছে। সহানুভূতিসিক্ত চকুহালেৰে তেওঁলৈ দৃষ্টি দি লাহে লাহে ক'লে, 'পৰিচয় নাপালেও মোৰ পৰা আপোনাৰ কোনো ভয় নাই। প্রথমে নাৱলৈ গৈ তিতা কাপোৰখন সলাই লওক।' এইবুলি এসাজ কাপোৰ দিবলৈ লগুৱাইতক আদেশ দিলে। কাপোৰ সাজ সলোৱাৰ পিছত উজীৰে ক'লে 'মই আহোম ৰজাৰ উজীৰ হৰশিঙা বৰা। ঘৰ নাৰায়ণপুৰ অঞ্চলত। আপোনাক দেখিয়েই ধৰিব পাৰিছোঁ উচ্চ বংশজাত কোনো পুৰুষ। তথাপি পৰিচয় দিয়কচোন।'

মোৰ নাম গোবিন্দগিৰী ভূঞা। মানুহে বৰকণাগিৰী বুলিও কয়। ভোটৰ ভয়ত পতি-পত্নী দুয়ো বৰদোৱাৰ পৰা উত্তৰ পাৰলৈ বুলি যাবলৈ দোলাত উঠি আহি থাকোঁতে বাটতে ৰাতি হ'ল। দুয়োৰে টোপনিৰ ছেগ বুজি দোলাভাৰীহঁত কানি-কম্থা সৰ্বস্ব লুটি হাবিৰ মাজতে দোলা এৰি পলাই গ'ল। ক্ষুধা-তৃষ্ণাত আতুৰ হৈ মোৰ পত্নী হাবিৰ মাজৰ সৌ গছজোপাৰ তলতে আছে।' এইবুলি কৈ গোবিন্দগিৰীয়ে হাবিৰ ফালে আঙুলিয়াই দেখুৱালে।

'হ'ব, বাকী পৰিচয় পিছত হ'ব। আপোনাৰ পত্নীয়ে ছাগে আতুৰ হৈ আপোনালৈ বাট চাই আছে। সদ্যে আপুনি তেওঁৰ ওচৰলৈ যাওক আৰু এই লগুৱাটোৰ হাতত দিয়া কাপোৰ পিন্ধিবলৈ দি তেওঁক নাৱলৈ লৈ আহক। দুয়ো আমাৰ লগতে উত্তৰ পাৰলৈ যাব পাৰিব।'

ৰাজবিষয়া হৰিশিঙা বৰাৰ কণ্ঠত কৰ্তৃত্বৰ সুৰ। সেই মুহূৰ্তত তাম বৰণীয়া দীঘল চুলিৰে এই থুলন্তৰ পুৰুষজনক গোবিন্দগিৰীৰ স্বৰ্গৰ দেৱতা যেন লাগিছিল।

সকলো নাৱত উঠিল। লগুৱাহঁতে যতনাই দিয়া চিৰা-জলপান আৰু লুইতৰ পানী খাই পৰিশ্ৰান্ত পতি-পত্নীহালে যেন পুনৰ জীৱন পালে। উজীৰে তেওঁলোকক পিতৃ-মাতৃৰ দৰে সন্মান কৰা দেখি লগুৱাহঁতেও সমীহ কৰি মাৰ নাৱৰ ভিতৰত দুয়োকে বহিব-শুব পৰাকৈ যোগাৰ কৰি দিলে। মনোৰমা বহা ঠাইত এখন কাপোৰেৰে আঁৰ কৰিও দিলে।

মাৰ নাও চলিল। খাদ্যসম্ভাৰ আৰু লগুৱা-লিকচৌ থকা সৰু নাও কেইখন আগে-পিছে গৈ থাকিল। বৰ গাৰুটো পিঠিত দি উজীৰ বৰাই বৰকণাগিৰীৰ ফালে চাই ক'লে, 'আপোনাৰ সবিশেষ জানিবলৈ মন গৈছে। বেয়া নাপায় যদি এতিয়া কওক।' তেওঁৰ বিনয়ী বচনত মুগ্ধ হ'ল বৰকণাগিৰী। জীৱনৰ চৰম বিপদত বন্ধুৰ হাত আগবঢ়োৱা মহান পুৰুষজনৰ মৰম মিহলি চকু হালিলৈ চাই তেওঁ কৃতজ্ঞতাত মূৰ দোঁৱালে আৰু লাহে লাহে তেওঁৰ অতীত জীৱনৰ কথা ক'বলৈ আৰম্ভ কৰিলে।

লক্ষীমপুৰ পৰগণাৰ ধৰলা নৈৰ তীৰৰ বাগুকা নামে ঠাইত গোবিন্দগিৰীৰ জন্ম হৈছিল। পিতৃৰ নাম মুকুন্দ ভূঞা। তেওঁৰ আন এটা নাম মহোদৰ কায়স্থ। তেওঁৰ পূৰ্বপুৰুষ সকলৰ এজন চণ্ডীবৰ ভূঞাৰ লগত কামৰূপলৈ আহি বাগুকাত থিতাপি লৈছিল। সেই বংশৰে শ্ৰীৰামৰ পুত্ৰ মুকুন্দ ভূঞাই গোবিন্দগিৰীৰ পিতৃ আছিল। তেওঁ বগুকাত ৰজাৰ মজিন্দাৰ কাম কৰিছিল। কাণ দুখন বৰ ডাঙৰ কাৰণে আসামহঁতে তেওঁক বৰকণাগিৰী বুলি মাতিবলৈ ল'লে।

বৰনৈৰ নীলা পানীলৈ চাই চাই হেৰোৱা অতীতৰ মাজত সোমাই গোবিন্দগিৰী আত্মবিভোৰ হ'ল। তেনেতে উজীৰ বৰাই মাত দিলে, 'এৰা, মোৰ পৰম ভাগ্য। সৎ পুৰুষৰ সঙ্গ লাভ হ'ল। পিছে বগুকাত মজিন্দাৰগিৰী কৰি থকাজন বৰদোৱালৈ বা কিয় আহিল?'

উজীৰৰ মাতত সম্বিত ঘূৰাই পাই গোবিন্দগিৰীয়ে তেওঁৰ ফালে চালে। ৰাজবিষয়াজনৰ বিনম্ৰ ভাব দেখি তেওঁ তবধ মানিলে।

'ভাগ্য মোৰহে। এনেহেন বহল হৃদয়ৰ ৰাজবিষয়াৰ লগত নৌকা ভ্ৰমণৰ সৌভাগ্য মিলিল। এতিয়া কিদৰে বৰদোৱা পালোঁহি তাকেকওঁ।' এইবুলি গোবিন্দগিৰীয়ে সকলো বৰ্ণনা কৰিলে।

'বাণ্ডুকাত সুখেৰেই দিনবোৰ পাৰ হৈছিল। পুত্ৰ এটিও হ'ল। নাম থ'লোঁ দামোদৰ। পিছে সামান্য ৰোগতে পত্নী অনুচিতাৰ মৃত্যু হ'ল। সংসাৰলৈ কিবা বিৰাগ আহিল। দামোদৰ চেমনীয়া হওঁতেই ৰজাঘৰীয়া বিষয়বাব সমৰ্পি গাঁৱে-ভূঞে অনাই-বনাই ফুৰিলোঁ। এনেকৈয়ে আহি আসাম দেশ পাই জ্ঞাতি ভূঞাসকল বৰদোৱাতে আছে বুলি জানি তালৈকে আহিলোঁ। বৰদোৱাত দ্বিতীয় পত্নী মনোৰমাৰ লগত কিছু দিন সুখে-সন্তোষে কাল কটোৱাৰ পিছত পুনৰ জীৱনলৈ সংঘাট আহিল।' এইবুলি কিদৰে আজিৰ এই অৱস্থাপ্ৰাপ্ত হ'ল সকলো বিবৰি কৈ তেওঁ কিছুপৰ ৰ'ল।

'তাৰ পিছত?' উজীৰে সুধিলে।

'তাৰ পিছত আমি দুয়োটা প্ৰাণীয়ে ৰচা সোণৰ সংসাৰখনত আউল লাগি নাজল-নাথল অৱস্থা হ'ল। কি কৰিব! এয়াই বিধিৰ বিধান। এতিয়া আমি অজান পথৰ ক্লান্ত পথিক।' এইবুলি গোবিন্দগিৰীয়ে দীঘলকৈ হুমুনিয়াহ কাঢ়িলে।

'হতাশ নহ'ব। আপুনি যদি বেয়া নাপায় আমাকে পথৰ সঙ্গীৰূপে গ্ৰহণ কৰক। এয়া নেদেখাজনৰ ইচ্ছা। অন্তৰালত সিজনাৰ কিবা মহৎ উদ্দেশ্যও থাকিব পাৰে।'

উজীৰৰ আশ্বাস পাই বৰকণাগিৰীৰ মনলৈ সাহস আহিল। তেওঁৰ মনত খুন্দা মাৰি ধৰি থকা বলে নোৱাৰা শিল এটা যেন কোনোবাই আঁতৰাই দিলে। তেওঁৰ মনটো মুকলি লাগিল। মনোৰমাৰ ফালে দৃষ্টি দিলে। প্ৰবল ধুমুহা-বতাহৰ অন্তত শান্ত হৈ পৰা পৃথিৱীখনৰ দৰে শান্তভাৱে নৈৰ নীলা পানীলৈ তাই চাই আছে।

খন্তেক সকলো নীৰব হ'ল। কিবা আমেজত হৰশিঙা উজীৰবো চকু মুদ খাই আহিল। বৰনৈৰ বুকুলৈ গোবিন্দগিৰীয়ে চকু দিলে। বালি আৰু বিৰিণা-খাগৰিৰে ভৰা চাপৰিবোৰৰ লগত তেওঁ জীৱনৰ সাদৃশ্য দেখা পালে। চাপৰিৰ শুকান ৰংহীন বগা বালিবোৰৰ দৰে তেওঁৰ জীৱনটোও শুষ্ক, উদাস হৈ পৰে। কালৰ গতিত কঁহুৱা-বিৰিণাৰে ভৰা চাপৰিৰ সেউজীয়াবোৰৰ দৰে জীৱনলৈ সেউজ আহে। ভাব সাগৰত উটি-ভাহি গৈ থাকোঁতেই একান্ত মনে বঠা চলাই থকা মাঝিলৈ গোবিন্দগিৰীৰ চকু গ'ল। মাৰনাওখনত উঠিয়েই চুটি-চাপৰ, মিঠা বৰণীয়া মানুহজনলৈ তেওঁ মন কৰিছিল। নীৰৱতা ভঙ্গ কৰি গোবিন্দগিৰীয়ে মাত লগালে, 'মাঝি ডাঙৰীয়াৰ চিনাকীটো পাবলৈ মন গ'ল। ঘৰ বা কোন ঠাইত?'

'মোকে সুধিছে? মোৰ নাম গোবিন্দ মাঝি। ঘৰ ঘাঘৰ অঞ্চলত হোৱাৰ বাবে মানুহে আমাক ঘাঘৰী মাঝি বুলি কয়। কথোপকথনবোৰ শুনি গম পালোঁ আপুনিও

গোবিন্দ, ময়ো গোবিন্দ। কামত মই হ'লে মাঝি, বৰনৈৰ প্ৰেমিক, নৈখন পালে মোক আৰু একো নালাগে।' এইবুলি নিজৰ কথাতে ৰসিকতা কৰি গোবিন্দ মাঝিয়ে ঢেকঢেকাই হাঁহি পুনৰ ক'লে, 'আপোনাক দেখি, কথা-বতৰাবোৰ শুনি শুনি আমাৰো মনে মিলা মানুহ হ'ব যেন পাইছোঁ। কথা পাতিবলৈহে সময়-সুবিধা মিলা নাই।'

আপোনভোলা মানুহজনৰ কথা শুনি গোবিন্দগিৰীয়ে সন্তোষ পাই ক'লে, 'বৰ সন্তোষ পালোঁ আপোনাক লগ পাই। বৰনৈৰ বুকুত ধ্বংস আৰু সৃষ্টিৰ উৎস বিচাৰিবলৈ, দুইপাৰৰ ৰেহ-ৰূপ চাবলৈ ময়ো ভাল পাওঁ। অৱশ্যে আপোনাৰ দৰে মোৰ সুবিধা নাই।'

'এয়াই দেখোন সুবিধা মিলিল। আশাকৰোঁ আজিৰ নৌকা যাত্ৰাৰ দুই গোবিন্দৰ এই মিলন মহামিলন হওঁক।' কিছু গহীনভাৱে মাঝিয়ে ক'লে। গোবিন্দগিৰীয়েও আন্তৰিকতাৰে ক'লে, 'সংসাৰ বৰনৈত উটি-ভাঁহি ফুৰোঁতে আমাৰ এই সম্পৰ্ক যেন ছিন্ন-ভিন্ন হৈ নাযায়, তাকে কামনা কৰিলোঁ।

এনেকৈয়ে দুজন সহজ সন্তলোকৰ মিলন ঘটিল। আগবাঢ়ি গ'ল হৰশিঙা বৰাৰ মাৰ নাও। নাৱৰ ভিতৰতে চাউল কঠাৰ পৰা হৰিকথালৈকে নানাবিধ কথাই দুই গোবিন্দৰ আলোচনাত ঠাই পালে। হৰশিঙা উজীৰেও মাজে মাজে কথাত অংশ লৈ আলোচনা ৰসাল কৰি তুলিলে।

গোবিন্দগিৰীয়ে শঙ্কৰদেৱ প্ৰচাৰিত নামধৰ্মৰ কথা উলিয়ালে। প্ৰচাৰক শঙ্কৰদেৱৰ কথা শুনি মাঝিৰ চকুহাল উজ্জ্বল হৈ পৰিল। একেজন মানুহেই শিৰোমণি ভূঞা হৈ ৰাজ্য শাসন কৰে। গীত-পদ শিকায়, গায়— ইমানবোৰ গুণৰ অধিকাৰী পুৰুষজনৰ কথা শুনি উজীৰো অভিভূত হ'ল। তেওঁৰ মনত পৰিল সোণাৰাম বুঢ়াভকত নামৰ মানুহজনৰ কথা। শঙ্কৰদেৱৰ শৰণ লৈ ভকত হোৱা লোকজনে সুৰ ধৰি গীত-পদ গায়। তেওঁ জাইগীৰি সাধিবলৈ যাওঁতে লগ পাইছিল। ৰৰাই গোবিন্দগিৰীৰ আগত দেশৰ ৰাজনৈতিক অস্থিৰতাৰ কথাও উলিয়ায়। কথাতে উজীৰে ৰবকণাগিৰীৰ মনৰ গভীৰতাৰ উমান পায়। সোঁতৰ গতিৰ লগত চেও মিলাই নাওবোৰ আগবাঢ়ে। দুপৰৰ আহাৰ ল'বলৈ সুবিধাজনক ঠাইত নাওবোৰ ৰখায়; ভাগে ভাগে চৌকা পাতি ৰন্ধা-বঢ়া কৰে। আথে-বেথে ঘাঘৰী মাঝিয়ে গোবিন্দগিৰীৰ কাৰণে খোলা চুৰুকি চৌকা কৰি দি চাউল-পাত, শাক-পাচলি, টৌ-হেতাৰ যোগান ধৰে। উজীৰৰ নাৱত বস্তুৰে উভেনদী। একোৰেই চিন্তা কৰিবলগীয়া নাই। ঘাটত মাছুৱৈয়ে জাল-জুলুকি পাতি মাছ ধৰিয়েই থাকে। ৰাজবিষয়াৰ নাও বুলি গম পালে বৌটো, বাহটো এনেয়ে দি থৈ যায়। লগুৱা-লিকচৌইঁতে পিয়াপি দি ওচৰৰ গাঁৱৰ পৰা লাওটো, কোমোৰাটো, এঠা দৈ একণ উজীৰলৈ বুলি তুলি আনে। দিয়েও তেনেকৈ। মানুহৰ ঘৰে ঘৰে শাক-পাচলি, মাহ-সৰিয়হ, গাখীৰ-গুড়ৰ অভাৱ নাই। গাঁৱৰ মানুহবোৰ সহজ-সৰল, মৰমিয়াল। বিচাৰিলে কিবা এটা দিবলৈ নেপালেহে বেয়া পায়।

বনভোজ খোৱাদি লগে-ভাগে একো সাজ তৃপ্তিৰে খাই পুনৰ নাৱত উঠে। ৰাতিৰ সাজ ভাতহে খোৱা নহয়। কোমল চাউল, চিৰা, এঠাঁদিৰে উদৰ পূৰায়। এনেকৈয়ে গৈ গৈ নাওবোৰ লুইতৰ মুখ পালেগৈ। হৰশিঙা বৰাই গোবিন্দগিৰীলৈ চাই ক'লে, 'আমাৰ নৌকা বিহাৰৰ অন্ত পৰিল। আগৰ সৌ শিলিখাগুৰি ঘাটতে আমি নামিব লাগিব।' এইবুলি ঘাটলৈ আঙুলিয়াই দেখুৱালে। ঘাট পাই নাওবোৰ ৰ'ল। সৰু নাওবোৰ পাৰলৈ চপাই দিলে। নাৱৰপৰা কৰ্মচাৰীবোৰ নামি ব্যস্ত হৈ পৰিল। দুটামান ওচৰৰ গাঁৱত কিবা খবৰ দিবলৈ খৰখেদাকৈ গ'ল, বাকীবোৰে বয়-বস্তুবোৰ নমোৱাত লাগিল। উজীৰৰ মাৰনাও পাৰৰ পৰা ১০।২০ হাত দূৰতে ৰ'ল। অনেক নাও আহি শিলিখাগুৰি ঘাটত বৈছেহি। উঠা-নমা, বেহা-বেপাৰৰ অন্ত নাইকিয়া ব্যস্ত ঘাট। লগুৱাইঁতে হৰশিঙা বৰাৰ নাওখনৰ পৰা ঘাটলৈ তক্তা পাৰি দিলে। সেই তক্তাৰে উজীৰ, গোবিন্দ মাঝি, গোবিন্দগিৰী আৰু মনোৰমা নামি আহিল।

গোবিন্দ মাঝিয়ে লগুৱাইঁতক দিহা-পৰামৰ্শ দি গোবিন্দগিৰীৰ ওচৰলৈ আহি তেওঁৰ মুখলৈ চাই কিছুপৰ তভক মাৰি বৈ তেওঁক দুই হাতে সাবটি ধৰিলে। কিছুপৰ বৈ হাত এৰুৱাই ক'লে, 'ভাইগৰ বলতহে আপোনাৰ দৰে জ্ঞানীজনক বান্ধৱ পালোঁ। এয়া মোৰ কোনোবা জনমৰ সাধনা। আকৌ কেতিয়া লগ হৈ সৎ আলাপ কৰিবলৈ পাম নেদেখাজনেহে জানে। আমাক নাপাহৰিব।' বুলি চকু মোহাৰিলে।

গোবিন্দগিৰীৰো মনটো সেমেকিল। এনেজন খোলা মনৰ মানুহক সখিৰূপে পোৱা কম ভাগ্যৰ কথা নহয়। মুখ ফুটাই তেওঁ ক'লে, 'আপোনাৰ সঙ্গসুখৰ কথা কশ্মিন কালেও নাপাহৰোঁ। আগলৈও সুখে-দুখে আমি সখি হৈয়েই থাকিম।'

তেনেতে দুখন ছৈ দিয়া ম'হৰ গাড়ী লৈ কেইজনমান লোক আহি বৰনৈৰ পাৰ পালেহি। হৰশিঙা বৰাই গোবিন্দগিৰীলৈ চাই ক'লে, 'আহক। এই শিলিখাগুৰি ঘাটৰপৰা আমাৰ থকা ঠাই নাৰায়ণপুৰলৈ তামোল এখনৰ বাট। সেইয়ে ম'হৰ গাড়ীকেইখন আহিছে। তাতে উঠি আমি যাব লাগিব।' মানুহকেইজন আহি তেওঁলোকক গাড়ীলৈ আগবঢ়াই নিলে।

গাড়ীকেইখন আঁৰ-বেৰ দি সাজু কৰিয়েই আনিছিল। নাৱৰ পৰা নমোৱা গদলা কেইখন তাত পাৰি দিলে। প্ৰথমখন গাড়ীত হৰশিঙা বৰা আৰু গোবিন্দগিৰী উঠাৰ পিছত ওৰণিৰে মুখ ঢাকি মনোৰমা গাড়ীত উঠি বহিল। ঘাই কৰ্মচাৰী দুটাৰ লগত গোবিন্দ মাঝি মূল্যবান বয়-বস্তুবোৰ লৈ আনখন গাড়ীত উঠিল। গাৰোৱানে ইঙ্গিত দিয়াৰ লগে লগে গলধন ধৰা ম'হকেইটাই গাড়ী টানিবলৈ ধৰিলে।

লক্ষীমপুৰ অঞ্চলৰ এখন প্ৰধান ঠাই নাৰায়ণপুৰ। ঠাইখনৰ মাজেদি কাচিকটা আৰু বগাজান নামেৰে দুখন নৈ বৈ গৈছে। দুয়োখন নৈৰ মধ্যস্থল এক বৃহৎ অঞ্চল। ইয়াতে সৰু-বৰ কেইবাখনো গাঁৱৰ অৱস্থান। তাৰে এখন সৰু গাঁও লেটেকুপুখুৰী। এইখন ঠাইতে গোবিন্দগিৰীয়ে পৰিবাৰসহ নতুন জীৱন আৰম্ভ কৰিলে।

পিছলা নদীৰ পাৰৰ প্ৰকৃতিৰ শ্যামলিমাৰে আবৃত সৰু গাঁওখন ঘূৰি-ফুৰি চাই গোবিন্দগিৰীৰ বৰদোবাৰে মনত পৰিল। গাঁওখনৰ সোঁমাজতে বৰ বৰ খুঁটা, চটি, মাৰলি দি সজা হৰশিঙা বৰাৰ ৰাজটোল যেন আহল-বহল ঘৰ। দুফালে দুখন ফল-ফুলৰ বাৰীৰে দীঘল পদূলিটো। ফুলনিখনত ফুলি থকা খৰিকাজাঁই, মাধৈমালতী, ফুলৰ সুবাস আহি তেওঁৰ নাকত লাগিছেহি। তেওঁৰ মনত পৰিল দুমাহৰ আগৰ সেই দিনটোলৈ। কানি-কম্বা সকলো হেৰুৱাই সৰ্বস্বান্ত হোৱা এহাল পতি-পত্নীক বিশাল হৃদয়ৰ পুৰুষজনে এই টোললৈ আগবঢ়াই লৈ আহিছিল। বিশ্বাস-অবিশ্বাসত ইতঃস্তত তেওঁলোকৰ মন। ৰাজবিষয়াৰ ঘৰ পৰিয়ালবৰ্গই বা কেনেদৰে লয়। অনাহূত অতিথিক তেওঁলোকে পাৰিবনে গ্ৰহণ কৰিব?

কিন্তু হৰশিঙা বৰাৰ দুয়োগৰাকী পত্নীৰ আদৰ-আপ্যায়ন দেখি মনোৰমা আৰু গোবিন্দই তবধ মানিলে। কেইবামাহো পাৰ হৈ গ'ল। একেই মৰম-সাদৰ দেখি মনোৰমাৰ বুজিবলৈ বাকী নাথাকিল যে, এয়া তেওঁলোকৰ খন্তেকীয়া উচ্ছ্বাস নহয়। সেইদিনা অন্তঃসত্বা মনোৰমাৰ পথশ্ৰান্ত মুখ দেখি তেওঁলোকৰ মাতৃ হৃদয় উথলি উঠিছিল। হাঁহি-ধেমালিৰ মাজেৰে দিনবোৰ পাৰ হৈ গৈছিল। উজীৰৰ পত্নী হীৰামতি আৰু কনকাই ওচৰৰ জয়মতী বুঢ়ীক মাতি আনি সুধি-পুচি গৰ্ভৱতী মনোৰমাক পাঁচ মাহত দধি, দুগ্ধ, ঘৃত, মধু আৰু চেনীৰে পঞ্চামৃত দিলে। সাত মাহ পূৰ হোৱাৰ দিনা চুবুৰীৰ সাত গৰাকী আয়তীক মাতি আনি ভাতপিঠা খুওৱাৰ যোগাৰ কৰিলে। উজীৰে ৰঙাজানৰ খুটিৰপৰা দহসেৰীয়া দুটা থমাদৈৰ কলহ অনালে। সূতিকাৰ লগতে ঘৰৰ আটায়ে ভাতপিঠা খালে।

হৰশিঙা বৰাৰ বাৰীখনত ফল-মূলৰ অভাৱ নাই। থোকা-থোকে সোন্দা, মালভোগ, বৰতমণি, চেনী কল, ৰবাব, কৰ্দৈ, সুমথিৰা আদি বিধে বিধে টেঙা উপচি আছে। মনোৰমাই ভাত খাবলৈ বৰকৈ মন নকৰে, আজা-পাচলিবোৰ দেখিয়েই ওকালি আহে। টেঙা দেখিলেহে লোভৰ পানী ওলায়। গা-ভাৰী মানুহৰ বোলে হয়েই এনেকুৱা। বনকৰা মহিলা ৰহিমলাই আৰু গোটাচেৰেক ৰবাবটেঙা কাটি নিমখ-জলকীয়া সানি আগলি কলপাত এখনত আনি মনোৰমাক দিয়েহি, খাই তৃপ্তি পায়।

দিন যোৱাৰ লগে লগে গিৰিহঁতৰ উপৰিও বনকৰা মানুহবোৰেও মনোৰমাক লৈ ব্যস্ত হৈ পৰিল। নহ'বনো কিয়? ধনে-ধানে ৰাজপদবীৰে নদন-বদন ঘৰখনলৈ এটি দেৱশিশু আহিব। হৰশিঙা উজীৰৰ ভাৰ্যা হীৰামতি আৰু কনকা দুয়ো গৰাকীয়েই চকুত লগা বিধৰ। কামে-কাজে, মাতে-কথাই সাক্ষাৎ লখিমী। পিছে পুত্ৰ এটিৰহে এতিয়ালৈকে মুখ দেখা নাই।

মনোৰমাৰ গৰ্ভ নমাহ পূৰ হ'ল। তাই নাজানে গৰ্ভত থিত লোৱা সন্তানটি পুত্ৰই নে কন্যা। আঠমাহ পাৰ হোৱাৰে পৰা সন্তানে বৰকৈ হাত-ভৰি লৰচৰ কৰিবলৈ ধৰিছে। কেতিয়াবা তাই উচপ খাই উঠে। জয়মতী বুঢ়ীয়ে এদিন কৈছিল, 'আইজনী, তোৰ চেহেৰাৰ পৰা পুত্ৰ সন্তান হ'ব যেন লাগে। পিছে কেইটামান কথা কওঁ, বেয়া নুপুনিবি। এই সময়ত

মনলৈ দুখ ভাব বা বেয়া ভাববোৰ আনিব নালাগে। ভাল চিন্তা, ভাল কথা আলাপ কৰিলেহে তাৰ ভাগ পেটৰ পোৱালিয়ে পায়।' সেইদিন ধৰি তাই সন্তানটিৰ হকে সদায় ভগবানক খাটে। বৰদোৱাত থকা দিনবোৰলৈ মনত পৰে। তাত থকা হ'লে হৰিনাম-কীৰ্ত্তনৰ পৰিৱেশ এটা পালেহেঁতেন। লেটেকুপুখুৰীৰ প্ৰায়বোৰ মানুহেই শাক্ত। দেৱ-দেৱীৰ পূজা-পাতল, তন্ত্ৰ-মন্ত্ৰত বিশ্বাসী। বংশৰ দদাক শঙ্কৰদেৱলৈও মনত পৰিল। তেৱেঁই আগপাছকৈ তাইৰ বিয়াখন পাতি দিছিল। তাই উত্তৰ পাৰলৈ গুচি অহাৰ দুই কি এমাহৰ আগতে তেওঁ কেইবাজনো ভকত লগত লৈ তীৰ্থ কৰিবলৈ ওলাই গ'ল। দেহি, কমটো বেজাৰত তেওঁ দেশ এৰি বিদেশলৈ যোৱাগৈ নাই। বিয়াৰ চাৰি বছৰমান হৈছিলহে, মনু নামৰ কন্যাটি জন্ম হোৱাৰ পিছতে তেওঁৰ পত্নী সূৰ্যৱতী মৰি থাকিল। দাদাক শঙ্কৰৰ মন তেনেই উদাস হৈ পৰিল। তথাপি শিৰোমণি ভূঞা হৈ ৰাজ্য চলোৱাৰ উপৰিও শাস্ত্ৰ চৰ্চা কৰি কিছুদিন পাৰ কৰিলে। মনুৰ যেতিয়া ন বছৰ হ'ল ৰামচন্দ্ৰ কায়স্থৰ পুতেক হৰি ভূঞালৈ আগবিয়া দি তীৰ্থলৈ বুলি ওলাই গুচি গ'ল।

বৰদোৱাৰ স্মৃতিবোৰে ঘনে ঘনে তাইৰ মানসপটত ধৰা দিয়েহি। তাইৰ মনত পৰে শঙ্কৰৰ পিতাক কুসুম্বৰ বৰদেউতাকৰ কথা। সেই সময়ৰ কুসুম্বৰ ভূঞা শিৰোমণি বৰদেউতাকেই তাইৰ স্বামীক থানথিত লগাই বৌতা টৈমনিত বৰা পাতি বহুৱালে।

নানা বেমেজালি ভাবে মনোৰমাৰ চকুৰ টোপনি কাঢ়ি নিলে। গাটোও ভাল লগা নাই। বিছনাত বাগৰ সলাই তাই কাষতে শুই থকা স্বামীৰ ফালে চকু দিলে। ভাগৰত লালকাল দি শুই পৰিছে। এৰা, উজীৰ দেউতাই সিহঁতক কেৱল আশ্ৰয়েই দিয়া নাই, এই অঞ্চলৰ কৰ-কাটল তোলাৰ বাবে তাইৰ স্বামীক দিলে। কেতিয়াবা গাঁৱে গাঁৱে ঘূৰি সৰু-সুৰা বিচাৰ দুই এটাও সোধ-পোছ কৰিব লাগে। আজি পুৱাতে কাচিকটা নৈয়েদি উজাই গৈ কেবাখনো গাঁও ফুৰি কৰ সোধাবলৈ গএাক সকিয়াই দি গধূলি পৰতহে ঘৰ সোমাইছেহি। ভাত মুঠি খাই খাটত পৰাৰ লগে লগে টোপনিয়ে তেওঁক হেঁচি ধৰিলে। তাইৰহে টোপনি অহা নাই। কঁকালটো ঠনঠনাই ভৰি দুটাও টানি ধৰিছে। বিষটো দেখোন কঁকালৰ পৰা পেটৰ ফালে নামি গৈছে।

এৰা, তাইৰ গৰ্ভৰ নমাহ পাৰ হ'ল। ৰাতি-বিয়লি অসুবিধা নহ'লেই ৰক্ষা। জয়মতী বুঢ়ীয়ে কৈছিল বোলে শেহৰ ফালে দুই-এটা ভুৱা বিষ কেতিয়াবা এৰি এৰি আহে, তাৰ বাবে ভয় খাব নালাগে। কঁকালটো হেঁচি ধৰি পেটটো মোহাৰিলে। বিছনাৰ পৰা নামি দুখোজ কাঢ়োঁতেই আকৌ বিষ আহিল। তাইৰ বৰ ভয় লাগিল।

'হেৰি উঠকচোন, বোলো শুনিছেনে?' —গোবিন্দগিৰীয়ে সাৰ পাই খকামকাকৈ উঠি বিছনাত বহি সুধিলে—

'কি হ'ল? কিবা অসুবিধা পাইছা নেকি? বৰানীহঁতক মাতিবলৈ কম নেকি?'

'জগাই দিয়াহে ভাল হ'ব যেন পাওঁ।'

ঘৰখন উখল-মাখল লাগিল। সৰুকণ আৰু বগাধৰক উজীৰে সুমতী ধাইক মাতি আনিবলৈ পঠাই দিলে। এনেয়ে কৃষ্ণপক্ষৰ আন্ধাৰ, তাতে ৰাতি এপৰ গ'ল। ডাঙৰকৈ জোৰড়াল জ্বলাই লৈ সিহঁত দুটা লৰ ধৰিলে।

ৰাতি দুই প্ৰহৰ হ'ল। মনোৰমাৰ বিষটো ঘন হ'বলৈ ধৰিলে। জয়মতী বুঢ়ীয়ে সুমতীক সাজু হ'বলৈ ইঙ্গিত দিলে।

নাতিদূৰতে থকা শিমলুজোপাত ফেঁচাজনীয়ে দীঘল সুৰত উ-লু-লু-উ-লু-লু কৈ কিৰিলিয়াই গ'ল।

তীব্ৰ যন্ত্ৰণাত আৰ্তনাদ কৰি মনোৰমা নিজম পৰিল। প্ৰসূতি গৃহৰ বাহিৰত উদ্বিগ্ন হৈ বৈ থকা বৰকণাগিৰী আৰু উজীৰ বৰা উচপ খাই উঠিল। এনেতে শুনিবলৈ পালে কেবাজনী আয়তীয়ে একে সুৰতে তোলা উৰুলিৰ জোকাৰ।

'আইজনী, তোৰ এটি ল'ৰা জন্ম হৈছে। বঢ়িয়া ল'ৰা, মালভোগ কল হেন।' জয়মতী আইতাৰ মৰমসনা কথাই তাইৰ হিয়া পৰশি গ'ল।

'সেয়া সদ্যজাত শিশুৰ কান্দোন। কি মিঠা! কি মধুৰ!' আমেজত মনোৰমাৰ চকু দুটা জাপ খাই গ'ল। নাভিছেদন, স্নানাদিৰ অন্তত সন্তান মাকৰ কোলাত দিলে। ভৰিৰ পৰা মূৰলৈ চকু ফুৰাই অপত্য স্নেহত মনোৰমাৰ গা-মন শিৰশিৰাই গ'ল।

'ইমান সুন্দৰ! বৰণটো কেঁচা হালধিৰ দৰে। চকু দুটা বহল, হেলনীয়া, হাত-ভৰিকেইটা কেনে কোমল; লবণুৰ দৰে। জাংপাং বাপেকৰ দৰে দীঘল হ'ব যেন পাওঁ।' হাত-ভৰিকেইটাত আঙুলি ফুৰাই তাই ভাবিলে। তাইৰ সমস্ত প্ৰসৱ বেদনা দূৰ হৈ গ'ল।

জয়মতী বুঢ়ীয়ে প্ৰসূতি গৃহৰ দুৱাৰমুখত বগৰীৰ জেং আঁৰি দিলে। বিছনাৰ কাষত পকা অঙঠাৰ একুৰা জুই, কাষতে নাৰিকলৰ কোৰোকা এটাত এমুঠি সৰিয়হ। পুৱা-গধূলি মন্ত্ৰ এফাঁকি গাই তাৰে এমুঠি জুইলৈ মাৰিব লাগে। জয়মতীয়ে শিকাই দিছে। গাখীৰত সেন্দুৰ মিহলোৱাৰ দৰে গাৰ বৰণ, জোঙা নাকেৰে লোদোৰ-পোদোৰ ল'ৰাকণ, ক'ৰবাত মুখ-চুখ লাগিব পাৰে, ডাইনী-যখিনীৰো চকুত পৰিব পাৰে। সেয়ে জেঠমহীয়া গৰম হ'লেও জুইকুৰা, কটাৰীখন, সৰিয়হমুঠি চেৰাশলীয়া পোৱাতীৰ কাষত থাকিব লাগে। জয়মতীৰ দিহামতে লাচনি-পাচনি কৰি থকা কাণকটাৰ মাকে সকলো কৰি গৈছে।

সন্তান জন্মৰ দ্বিতীয় দিনা বটা জালুক পাতত দি ভাত এমুঠি দিলে। তেনেকৈ খালে বিষ-কোপবোৰ কমে।

তিনি দিনৰ দিনা বৰকণাগিৰীয়ে পোৱতীক জাল দিয়াৰ কথা হীৰামতিৰ আগত উলিওৱা শুনি হৰশিঙা বৰাই গহীনভাৱে ক'লে, 'সেই অনা মোলৈ এৰক। আমাৰ গৃহতে এনেহেন দেব শিশুৰ আৱিৰ্ভাৱ ঘটিছে, সেয়ে আমাৰো দায়িত্ব আছে।'

উজীৰৰ পৰিবাৰহঁতে জাল খুউৱা উৎসৱটো গহীনকৈয়ে পাতিলে। ৰঙাজান বিলৰ মাছ বিষয়াই পঠোৱা বৰ বৰ বৌ, বৰালি, চিতল মাছৰ বৰ বৰ চকলেৰে কচু-

শাকৰ থপথপীয়াকৈ ৰন্ধা জালুকীয়া আঞ্জা, কলডিলৰ ভজা, পূৰাকলৰ তৰকাৰী, মানিমুনি, মাটিকাদুৰী, বনজালুকেৰে ৰন্ধা অশৌচীয়া আঞ্জা, মধুসোলেং শাকেৰে চিতল মাছৰ জোল ৰান্ধিলে। গোটেই গাঁওখনকে মাতি খুৱালে। অশৌচীয়াক জালুক-পিপলি দি কলডিল, পূৰাকল খুৱালে গাৰ শক্তি বাঢ়ে, বিষ-কোপো নাইকিয়া হয়। কথাষাৰ গম পাই বৰকণাগিৰীয়ে বাৰীৰ পূৰাকল এথোকা আৰু পিছলাপাৰৰ বাৰীখনৰ পৰা গোটাচেৰেক কলডিল অনালে। উজীৰৰ দিহা মতেই কেইদিনমানৰ পিছতে সৰুকণ আৰু বগাধৰে টে-কণকো লগত লৈ ভাৰপাচিত লৈ যোৱা মাছৰ টোপোলাবোৰ গাঁৱত বিলাই দিলে।

সন্তান জন্মৰ পঞ্চম দিনা গাঁৱৰ বুঢ়া-মেঠা, জীয়ৰী-বোৱাৰী সোপাই 'নন্দৰ ঘৰত মাধৱ জন্মিল' বুলি ল'ৰা চাবলৈ আহি সৰগৰ দেৱতা যেন লোদোৰ-পোদোৰ ল'ৰা দেখি তিৰোতা মানুহবোৰে আনন্দতে তেলপানীৰ লগত হালধি মিহলাই ইজনীয়ে সিজনীৰ গালৈ ছটিয়াই নাচি-বাগি গাবলৈ ধৰিলে—

'হেকুটকুট, হেকুটকুট, হেকুটকু হাই।

কাঠ বাজি যশোদাই দিলে ল'ৰা পাই।।'

বৰমানুহৰ ঘৰত ল'ৰা জন্মিলে এনেকৈ পাচতি পতাৰ নিয়ম এটা আছেই। ষষ্ঠ দিনত গৰলা বাপুক মতাই আনি সদ্যজাত শিশুৰ জাতকৰ্মৰ আয়োজন কৰিলে।

* * *

## দুই

সেইদিনা আছিল ১৪১১শকৰ জেঠমাহৰ কৃষ্ণপক্ষৰ নিশা। মাজনিশা শঙ্কৰদেৱে সাৰ পাই কাটি হওঁতেই তেওঁৰ সোঁ বাহু, সোঁ চকু ফন্দি উঠিল। গাটো যেন কিবা ৰোমাঞ্চিত হ'ল। খাটিয়াখনত বহি ডাঙৰকৈ নাম-উচ্চাৰণ কৰিলে— 'পৰমানন্দ, কৰা কৃষ্ণ কৃপা ভৃত্যক সম্প্ৰতি'।

কাষতে মাটিত বিছনা কৰি শুই থকা পৰমানন্দই গুৰুৰ মাত শুনি জাপ মাৰি উঠি চকু মোহাৰি 'বাপে আমাকে কিবা বুলিছেনেকি' বুলি সুধিলে।

'মই নামহে লৈছোঁ, তোমাক মতা নাই। এতিয়া মানে ৰাতি ডেৰ প্ৰহৰ হ'ল যেন পাওঁ।' শঙ্কৰদেৱৰ কথাত পৰমানন্দ উঠি আহি ইফালে সিফালে চাই ক'লে, 'এৰা, চৰাইজনীৰ চি-চিয়নিয়ে তেনেকৈয়ে কয়। পিছে বাপৰ টোপনি ধৰা নাই যেন পাওঁ।'

'পাণ্ডাসকলৰ লগত মন্দিৰত হৰিকথা আলাপন কৰি কুটীৰলৈ আহি বিছনাত বাগৰ মৰাৰ লগে লগে টোপনি আহিল। হঠাতে সাৰ পালোঁ। অনুভৱ হ'ল সোঁবাহু, সোঁচকু ফন্দি উঠিছে। কিবা আনন্দত মনটোও পুলকিত হৈ পৰিল।' শঙ্কৰদেৱে ক'লে।

কথোপকথন শুনি বলৰাম আৰু সৰ্বজয় আঁতেও উঠি আহি গুৰুৰ ওচৰ পালেহি।

'বাপৰ গা-মূৰ বেয়া কৰিছে নেকি? মাজৰাতি বিছনাত বহি আছে দেখোন।' সৰ্বজয়ে সুধিলে।

'মোৰ দেহ-মনত আনন্দহে প্ৰৱাহিত হৈছে। কৃষ্ণপক্ষত দক্ষিণ অঙ্গ কম্পন শুভ লক্ষণ। কৃষ্ণ পক্ষৰ এই মাজৰাতি মোৰ সোঁবাহু, সোঁচকু কঁপি উঠিছে।'

গুৰুৰ কথা শুনি বলৰামে ৰসিকতা কৰি ক'লে, 'বাপ, শুক্ল পক্ষে লৰে বাম, লঙ্কা জিনি আহে ৰাম।' কিবা শুভ সংবাদ পাব যেন পাওঁ।'

'এৰা, আজি বাৰু কি মাহৰ কি তিথি?' শঙ্কৰে সুধিলে।

'আজি ৰবিবাৰ, জেঠ মাহৰ কৃষ্ণা প্ৰতিপদ তিথি' এই বুলি কৈ বলৰামে এড়ি তেলৰ বন্তিগছি জ্বলাই দিলে। বন্তিৰ পোহৰ শঙ্কৰদেৱৰ মুখত পৰিল। হঠাৎ তেওঁৰ মুখমণ্ডল নকৈ ফুলা পদুম পাহত সূৰুযৰ ৰশ্মি পৰাৰ দৰে উজ্জ্বল হৈ পৰিল। গভীৰ প্ৰশান্তিৰে তন্ময়ভাৱে তেওঁ ক'লে, 'বুজিছা ভকতসকল, আজিৰ এই মুহূৰ্তটো আমাৰ দেশৰ, আমাৰ জাতিৰ কাৰণে অমৃত ফল। মোৰ অন্তৰ্দৃষ্টিয়ে কৈছে আজি ১৪১১ শকৰ জেঠ মাহৰ কৃষ্ণ পক্ষৰ এই মধ্যৰাতিতে আমাৰ দেশৰ আকাশত এটি নৱ চন্দ্ৰৰ উদয় হৈছে — যাৰ জ্যোতিয়ে আমাৰ ধৰ্ম-সংস্কৃতি জ্যোতিষ্মান কৰি তুলিব।'

এইবুলি কৃষ্ণনাম স্মৰণ কৰি তেওঁ কিছুপৰ আত্মস্থ হৈ ৰ'ল। হাঁহি মাৰি বলৰামলৈ চাই ক'লে, 'বুজিছা বলৰাম, দক্ষিণৰ ফালে প্ৰচণ্ডভাৱে বৈ থকা ভক্তিধৰ্মৰ প্ৰৱাহ পূব দিশলৈও ধীৰে ধীৰে সঞ্চাৰিত হৈছে। সেই প্ৰৱাহে আমাৰো হিয়া ভেদিছে। সেই জ্যোতিকণাৰে মোৰ দেশৰ সাধাৰণ মানুহবোৰৰ মনত কিছু পোহৰ বিলাব পাৰি নেকি তাৰেই সন্ধান বিচাৰি যাত্ৰা কৰি আহি আহি এই বৃন্দাবনত এয়া আমাৰ মধুৰ ৰজনী। ভক্তিধৰ্মৰ প্ৰৱাহ মোৰ দেশৰ সহজ-সৰল খাটিখোৱা মানুহবোৰলৈ, জটিলতাৰ বুজ ল'ব নোখোজা, আচাৰ-ৰীতি লোকাচাৰকে বুকুত বান্ধি সন্তুষ্ট হৈ থকা মানুহৰ সমাজখনলৈ বোৱাই দিয়াৰ মানস কৰিছোঁ। তাৰ বাবে দুখন বলিষ্ঠ হাতৰ সহায় নিতান্তই প্ৰয়োজন হৈছে। ভকতসকল, মোৰ মনৰ আশাপূৰ্ণ হ'বলৈ ভগৱন্তৰ কৃপা মিলিবনে?' কৈ কৈ তেওঁ কিছুপৰ নীৰৱ হ'ল। চৰাইবোৰৰ কোঢ়ালত শঙ্কৰদেৱৰ তন্ময়তা ভাগিল।

'দুৱাৰখন খুলি দিয়া।'

সৰ্বজয়ে বাঁহৰ দুৱাৰখন হেঁচুকি খুলি দিয়াৰ লগে লগে কুটীৰৰ ভিতৰলৈ পুৱাৰ এজাক মিঠা পোহৰ সোমাই আহিল।

* * *

'দেউ, পালেহি?' এইবুলি প্ৰণাম জনাই হৰশিঙা বৰাই কঠ এখন পাৰি ওচৰতে বহিল।

'উজীৰ ডাঙৰীয়াই মতালে নাহি পাৰোনে ? সৰুকণে গৈ মাতোতে মনতে ভয়েই খাইছিলোঁ, জাইগীৰি সোধোৱাত কিবা খেলি-মেলি হ'ল বুলি : পিছে বোলে জ্যোতিষ মেলিবলৈহে মতা হৈছে। কওকচোন কথানো কি ?'

দেউ অহা শুনি বৰকণাগিৰীও আহি বহিলহি।

উজীৰে গোবিন্দগিৰীলৈ দেখুৱাই ক'লে, 'এইজনা আমাৰ মহামিত্ৰ। গোবিন্দগিৰী ভূঞা। কামৰূপ ৰাজ্যৰ বগুকাৰ মজিন্দাৰ আছিল। দৈৱ দুৰ্বিপাকত আৰু আমাৰ ভাগ্যৰ বলত এওঁ আহি নাৰায়ণপুৰ পালেহি। তেওঁৰ পত্নীৰ পুত্ৰ এটি জন্ম হৈছে। জাতকৰ্ম ফেৰি কৰি দিবলৈকে বাপু দেউক মতালোঁ।'

'বৰ ভাল কথা, পিছে ক্ষণ দেখো চৰিয়েই যায়। এইবুলি বাপুৱে বাহিৰত ৰৈ থকা লিটিকাইক মাতিলে, 'ঐ শম্ভু, পুথি-পাঁজি থকা মোনাখন বেগেতে লৈ আহ।'

শম্ভুৱে ৰঙা কাপোৰেৰে মেৰিওৱা পুথিখন শৰাইখনতে থ'লে। গোবিন্দগিৰীয়ে তামোল-পাণসহ অৰিহণা আগবঢ়াই দিলে। হৰশিঙা বৰা আৰু গোবিন্দগিৰীয়ে উৎকণ্ঠিত মনে চাই আছে। বৰাৰ দুয়ো গৰাকী পত্নীয়ে 'কি-বা ওলায় গণনাত' বুলি ভিতৰফালে দুৱাৰমুখতে বহি বাট চাই ৰৈছে।

জোলোঙাৰ পৰা কাঠৰ ফলি আৰু খৰিমাটি উলিয়াই বাপুৱে লিখিলে ১৪১১ শক, জেঠ মাহৰ কৃষ্ণা প্ৰতিপদ তিথি, ৰবি বাৰে মধ্য ৰাত্ৰিত জন্ম।

পিতা — গোবিন্দগিৰী ভূঞা।

মাতা — মনোৰমা, জ্যোতিষৰ পাত লুটিয়াই, চকু মুদি আঙুলি মূৰত গণনা কৰি খৰিমাটিৰে ফলিত লিখিলে। এইবাৰ গণনা কৰি চকু মেলি তেওঁ ডাঙৰকৈ উচ্চাৰণ কৰি ক'লে, 'ভৰিণী নক্ষত্ৰ, সিংহ ৰাশি। হয়, হয় সিংহ ৰাশি পৰিব। গৰলা দলৈৰ মুখমণ্ডল পোহৰ হ'ল। এনে সুলক্ষণীয়া পুত্ৰ জন্ম দিয়া মাতৃও ধন্য' বুলি উচ্চাৰণ কৰি উজীৰলৈ চাই ক'লে—

'উজীৰ ডাঙৰীয়া, আপোনাৰ সুহৃদৰ পুত্ৰৰ জন্মগণনা কৰা হ'ল। এই সন্তান ঈশ্বৰ অংশ সম্ভুত, পৰম সৌভাগ্যবান। সিংহ ৰাশি, নাম হ'ব মাধৱ। অপৰ নাম ৰত্নাকৰ। মহা ধীৰ, বুদ্ধিমন্ত, ক্ষমাশীল হ'ব আৰু এওঁৰ পৰা লোক নিস্তাৰিব। মুঠৰ ওপৰত নন্দৰ ঘৰলৈ ৰোহিণী পুত্ৰ মাধৱহে যেন আহিল।' বুলি দলৈয়ে ঢেকঢেকাই হাঁহিলে।

উজীৰৰ ডাঙৰ গৰাকী পত্নী হীৰামতি উঠি গৈ আনন্দতে উত্ৰাৱল হৈ মনোৰমাৰ শোৱা কোঠা পালেগৈ। 'আই, জ্যোতিষী দলৈয়ে কৈছে বোলে আমাৰ ঘৰত ৰোহিণী পুত্ৰ মাধৱ জন্মিল। এনে সন্তান জন্ম দিয়া তোমাৰ পৰম ভাগ্য, আমাৰো। ল'ৰাৰ নাম মাধৱ, সিংহ ৰাশি হ'ব বুলি বাপুদেৱে কৈছে' —এইবুলি কেঁচুৱাটোলৈ মৰমেৰে চাই নাললগা চুমা এটা দি খৰধৰকৈ কোঠাৰ পৰা ওলাই আহিল।

আনন্দত হৰশিঙা বৰাৰো বুকু উপচিল। এৰা, ধন-যশ সকলো থাকিলেও তেওঁৰ ভৱিষ্যৎ অন্ধকাৰ। বংশ ৰক্ষা কৰিবলৈ, অগাধ সম্পত্তিৰ উত্তৰাধিকাৰী হ'বলৈ তেওঁ পুত্ৰ

সন্তান এটিৰ মুখ দেখা নাপালে। দুজনীকৈ ঘৈণীও আনিলে, সকলো বৃথা হ'ল। তেওঁৰ গৃহতে জন্ম হোৱা শিশুটিয়ে কিছু হ'লেও মনৰ দুখ পাতলাব বুলি তেওঁৰ মনত আশাৰ সঞ্চাৰ হ'ল।

তেনেতে সৰুকণে বৰপাছি এটাত অনেক দ্ৰব্য সম্ভাৰ আনি দেউৰ আগত থ'লেহি। পত্নীসহ বৰা আৰু গোবিন্দগিৰীয়ে এতোলা সোণ আগবঢ়াই সেৱা জনালে। পুথি-পাঁজি সামৰি থিয় হৈ শম্ভুক ইঙ্গিত দিয়াৰ লগে লগে সি পাচিটোৰ পৰা চাউল, মাটিমাহ, মগুমাহ আৰু কলামাহৰ টোপোলাবোৰ, ভাগে ভাগে পাচলিবোৰ সামৰি-সুতৰি ভৰাই ল'লে।

'এতিয়া বিদায়হে মাগো। মাস শুদ্ধিৰ অন্তত খবৰ পঠাব। কোষ্ঠীখন কৰি ময়েই আহি দি যামহি; শিশুটিকো চাই আশীৰ্বাদ এষাৰ দিম।' গৰলা দলে আগবাঢ়িল। দুয়ো পদুলিমুখলৈকে আগবঢ়াই দিলে।

* * *

দিনবোৰ মাহলৈ, মাহবোৰ বছৰৰ বুকুলৈ আগবাঢ়িল। শীতক গছকি ফলে-ফুলে ৰমক-জমক সাজ পিন্ধি বসন্ত আহে, বসন্ত জহি যায় বাৰিষাৰ মেঘৰ কোলাত। পিছলাপাৰৰ শিশুবোৰ যুৱা হয়, যুৱকবোৰো সময়ৰ পাখিলগা কাঁড়ৰ গতিত প্ৰৌঢ়তালৈ আগবাঢ়ে।

পানীকেঁচুৱা মাধৱ লাহে লাহে থিয় হ'ল। ঘৰখনৰ আটাইৰে আলাসৰ লাডু শিশুটিৰ আমনিবোৰো আনন্দৰ কাৰণহে হৈ পৰিল। পিয়াহ খুউৱা সময়ৰ বাহিৰে মাধৱ মাকৰ লগত থাকিবলৈ নাপায়। উজীৰৰ দুই পত্নীয়ে ধুওৱা, খুউৱা সকলো কৰে। মাধৱ সিহঁতৰ বুকুৰ ধন। মাধৱে হাঁহিলে হাঁহে, কান্দিলে কান্দে। কেতিয়াবা এখোজ দুখোজ চলাওঁতে থিৰেৰে থাকিব নোৱাৰি ধুপুচকৈ পৰি কান্দি ঠেৰেঙ্গা লাগে। ঘৰখনত হুৱা-দুৱা লাগে। য'তে থাকে ত'ৰে পৰা হৰশিঙা বৰাও আহি ওচৰ পায়হি। কোলাত দাঙি লৈ মোহাৰি সামৰি দি চুমা খায়।

ভালকৈ খোজ কাঢ়িবৰে পৰা মাধৱে আগফাল-পিছফাল পিতপিতাই ফুৰিবলৈ ধৰিলে। চৰাই দেখিলে হাত-ভৰি জোকাৰি কিৰিলিয়াই উঠে। মাত ফুটাৰে পৰা অবুজ ভাষাৰে সুৰ টানে। এদিন মাকে মাধৱক খুৱাই-বুৱাই ৰান্ধনি ঘৰৰ কামত লাগিল। কিছু সময়ৰ পিছত ওলাই আহি মাধৱক নেদেখি আগফাল-পিছফাল কেউফালে চাই ক'তো নাপালে। তেনেতে আগফালৰ বাৰীখনৰ পৰা বগাধৰে 'আই বেগতে আহক। মাধৱে ইয়াত কি কৰি আছে চাওকহি' বুলি চিঞৰ ধৰিলে। মনোৰমা আৰু হীৰামতি ঢপলিয়াই গৈ দেখিলে মাধৱে হাত মেলি কিবা গাই আছে। লাহে লাহে ওচৰলৈ গৈ তেওঁলোকে দেখিলে মাধৱে গান গাইছে—

'আহ পখিলা আহ
ৰঙা নীলা পাখি মেলি

উৰি উৰি আহ।' —তেওঁলোকে তবধ মানিলে। মাত ফুটাৰনো হৈছে কেইদিন, নিজে ৰচি গান গাব পৰা হ'ল। গোবিন্দগিৰী আহি মাধৱক কোলাত লৈ দাঙি আনি সুধিলে, 'বাপু অকলে হাবিলৈ কিয় আহিলা?'

'পখিলা ধৰিবলৈ, চৰাইৰ লগত খেলা খেলিবলৈ । মই সিহঁতক বৰ ভাল পাওঁ। সেইকাৰণেহে আহিলোঁ।' মাধৱৰ কথা শুনি দেউতাকে মৰমতে মূৰটো মোহাৰি দি 'অকলে আহিব নাপায় সোণ, ইয়াত সাপ ওলাব নহয়।' বুলি ঘৰলৈ লৈ আহিল।

এনেকৈয়ে মৰম-চেনেহ, আবদাৰত আগবাঢ়িল মাধৱৰ সোণালী শৈশৱ পিছলা নদীৰ নীলা পানীবোৰ পিছলি যোৱাৰ দৰে।

* * *

বেলি লহিয়াবৰ হ'ল। গোবিন্দগিৰী উজাই আহি ঘাঘৰঘাট পাই নামি ইফালে-সিফালে চাবলৈ ধৰিলে। ইখনৰ পিছত সিখন নাও আহি ঘাটত ৰৈছেহি। মানুহৰ উঠা-নমা, বয়-বস্তু তোলা মেলা, মাত-কথা, চিঞৰ-বাখৰে ভৰা এটা ব্যস্ত ঘাট। এনেতে এখন নাও আহি ঘাটত ৰ'লহি। ওখ-পাখ দেখনিয়াৰ ডেকা এটা নাৱৰ পৰা নামি পাৰলৈ উঠি আহিল।

বৰকণাগিৰীৰ ডেকাটোলৈ চকু গ'ল। চিনাকী চিনাকী যেন লাগিছে দেখোন। 'বাৰু, মাত দিওঁচোন' বুলি তেওঁলৈ চাই ক'লে, 'হেৰা ডেকা ল'ৰা, এইফালে চোৱাচোন।'

নৈত মাছ মাৰি থকা মাছমৰীয়াহঁতে জাল-জাকৈ সামৰি যাবলৈ ওলাই মেল মাৰি আছিল। সিহঁতৰে কোনোবাই মাতিছে বুলি ঘূৰি চাই ডেকাই সুধিলে, 'কোনে মাতিছে?'

'ময়েই মাতিছোঁ বোপা, অচিনাকী লোক, কথা এটা সোধো বুলি।' এইবুলি আগবাঢ়ি তেওঁৰ ওচৰ পাই সুধিলে, 'গোবিন্দ মাঝি নামৰ লোক এজনক চিনি পোৱা নেকি?'

ল'ৰাটোৱে তেওঁক ভৰিৰ পৰা মূৰলৈ নিৰীক্ষণ কৰি সুধিলে, 'আপুনিনো কোন? ক'ৰপৰা আহিছে?'

'মোৰ নাম গোবিন্দগিৰী ভূঞা। নাৰায়ণপুৰত ঘৰ। মাঝিক লগ পোৱাৰ মনকৰি ইয়াতে নাও ৰখালোঁ। পিছে......'

'আপুনিয়েই গোবিন্দগিৰী? আমাৰ পিতাৰো এই নামেৰে এজন সখি আছিল। মাঝিৰ কাম কৰি থাকোঁতে নাৱত বন্ধুত্ব হৈছিল। পিতাই তেওঁৰ কথা সদায় কৈ থাকে।'

'তোমাৰ পিতৃ এতিয়া বাৰু ক'ত আছে?'

'বৰ্তমান ঘৰতে আছে। আজিকালি পিতাই মাঝিৰ কাম এৰি ঘৰখনহে চম্ভালিবলৈ লৈছে।' গোবিন্দগিৰীৰ মুখ উজ্বলিল, 'বোপা, তোমাৰ চেহেৰাতে মই ধৰিছোঁ, নিশ্চয় তুমি মোৰ প্ৰিয় সখি গোবিন্দ মাঝিৰে সন্তান। বৰ ভাল পালোঁ তোমাক পাই। এতিয়া মোক সখিৰ ওচৰলৈ লৈ ব'লা।'

মুনিচুনি বেলিকা দুজন লোক পদূলিয়েদি সোমাই অহা দেখি ঘাঘৰী মাঝিয়ে কোননো আহিছে চাই থাকোঁতে তেওঁলোক আহি ওচৰ পালেহি।

'মই কি দেখিলোঁ? এয়া দেখোন মোৰ পৰম মিত্ৰ' বুলি আনন্দতে বৰকণাগিৰীক সাৱটি ধৰি দুয়ো আগবাঢ়ি আহিল।

'হেৰা মদনৰ মাক, আমাৰ পঁজালৈ কোন আহিছে চোৱাহিচোন।'

মদনৰ মাক ওলাই আহি অচিনাকী লোকজন দেখি ওৰণিখন টানি লৈ একাষৰীয়া হৈ ৰ'ল। মাঝিয়ে পৰিবাৰক ক'লে, 'মই যে কৈ থাকোঁ মোৰ পৰম মিত্ৰ গোবিন্দগিৰী, এইজনেই। গৃহতে সাক্ষাৎ দামোদৰক পাইছোঁ। সোধ-পোছ কৰাৰ দিহা কৰা।'

আলৌ-আথৌকৈ আলহীক শুশ্ৰূষা কৰাত ঘৰখন ব্যস্ত হৈ পৰিল। মাঝিৰ পৰিবাৰে দিয়া এঠা দৈৰে চিৰা-জলপানটো তেওঁ হেঁপাহ পলুৱাই খালে। ভোকো লাগিছিল। পুৱাতে পিছলা নৈয়েদি উজাই আহি গাঁৱে গাঁৱে বাটকুৰি বাই ৰাইজক ৰাজহ দিয়াৰ কথা সঁকিয়াই দি আকৌ ঘাঘৰ নদীয়েদি উজাই আহি এইখিনি পাইছেহি।

মুখহদি কৰি দুয়ো গৈ চ'ৰাঘৰত বহিল। মাঝিয়ে সুধিলে, 'সখি, এতিয়া খবৰ-বাতৰিবোৰ শুনো। হৰশিঙা উজীৰ ডাঙৰীয়া ভালে আছেনে? কাম-কাজবোৰ কেনে চলিছে? মাঝিৰ কাম এৰাৰে পৰা বৰকৈ লগেই নোপোৱা হ'লোঁ।'

বৰকণাগিৰীয়ে উজীৰৰ পৰিয়ালৰ সবিশেষ বতৰা আৰু ৰাজকাৰ্যৰ কথা বৰ্ণনা কৰি আপোন মনে ক'লে—

'সখি, তেওঁৰ মহত্বৰ কথানো কি ক'ম? তুমিতো জানাই। নাজল-নাথল অৱস্থাৰ পৰা আমাক বুটলি আনি কেৱল থকা-খোৱাৰ সুৰ্বিধা দিয়াই নহয়, ৰাজবাব দি সেই অঞ্চলৰ হাকিম পাতিলে। ধূলিৰ মাজত হেৰাই যাব খোজা অস্তিত্বক প্ৰতিষ্ঠা কৰাৰ সুবিধা দিলে। মনোৰমাৰ পুত্ৰ জন্ম হোৱাৰ আগে-পাছে উজীৰ আৰু তেওঁৰ দুয়োগৰাকী পত্নীয়ে যিখিনি কৰিলে কৈ অন্ত কৰিব নোৱাৰোঁ। নামকৰণৰ পৰা আখৰ শিকোৱালৈকে সকলো কাৰ্যতে মই নিমিত্ত মাত্ৰ। সকলো তেৱেঁই কৰিলে। বৰ্তমান লেটেকুপুখুৰীৰ আমি থকা ঘৰটো তেৱেঁই সজাই দিয়ালে। মুঠতে সখি আমাৰ ল'ৰাই যদি ভৱিষ্যতে কিবা কৰিব পাৰে সেয়া হৰশিঙা বৰাৰ মহত্ব আৰু বদান্যতাৰ ফলতহে হ'ব, জানি থ'বা।'

'হয়, হয়, মোক আৰু তেওঁৰ কথা ক'ব লাগিছেনে। এনেজন পৰক আপোন কৰিব পৰা মানুহ ভূ-ভাৰতত নোলাব। পিছে এতিয়া সখিৰ পৰিয়ালৰ বাৰ্তা শুনো। পুত্ৰ মাধৱ কুশলে আছেনে? তাৰ কৰ্ণ বিন্ধনৰ সময়তে যোৱা। এতিয়া ৬ বছৰ মান হ'লেই যেন পাওঁ। বৰটো হ'ল চাগৈ।'

'বৰ্তমান ভালেই সকলোৰে। ল'ৰা ডাঙৰ হোৱাৰ পৰা মাকৰ অৱণি নাই। হাবিয়ে-বননিয়ে পিতপিতাই ফুৰে। কোন মুহূৰ্তত নৈৰ পাৰ পায়গৈ কোনেও গমকে নাপায়।

নৈত গা-পা ধুবলৈ, কাপোৰ ধুবলৈ যোৱা জীয়ৰী-বোৱাৰীহঁতক টনাটনি কৰি সুখ নিদিয়ে। নাৱৰীয়াহঁতক চিঞৰে, 'নাৱৰীয়া কাই, মোক নাৱত উঠিবলৈ দিবানে? তাৰ লোদোৰ-পোদোৰ চেহেৰা আৰু মিঠা মাত শুনি মৰম লাগে হবলা। টুলুঙা নাৱেৰে খেৱালি জাল মাৰি মাছ ধৰি ফুৰা মধুৰাম, গগনাহঁতে মাধৱক নাৱত তুলি এপাক ঘূৰাই আকৌ থৈ যায়হি। সেই আশাতে সি চল পালেই নৈলৈ ঢাপলি মেলে।

মাক-খুৰীয়েকে সুধিলে দুষ্টালিৰ হাঁহি মাৰি কথা পাহৰায়। কথাবোৰ কৈ পুত্ৰস্নেহত বৰকণাগিৰী বিগলিত হৈ পৰে।

'আই ঐ দেহি। মাধৱৰ তালুকি-ভালুকিবোৰৰ কথা শুনি তাক চাবলৈ মোৰ বৰ মন গৈছে। কোৱাচোন কোৱা, আৰু তাৰ কথা কোৱা।' আগ্ৰহেৰে গোবিন্দ মাঝিয়ে সখিয়েকক ক'লে।

হৰশিঙা বৰা ঘৰত থকা সময়ছোৱাত মাধৱ ছাঁটোৰ দৰে তেওঁৰ কাষে কাষে ঘূৰি ফুৰে। বৰাই কাঠৰ পাত এছটা কৰি তাতেই তাক বৰ্ণকেইটা শিকাইছে। এবাৰ শিকালেই অকণো খোকোজা নলগাকৈ সি লিখিব-পঢ়িব পাৰে। গছ-লতা, নৈৰ ছবি আঁকি সি বৰ ভাল পায়। নৈৰ পাৰত পৰি থকা ডাঙৰ শিলছটাত এঙাৰ এটুকুৰা লৈ সি ছবি আঁকে। খুৰাকক সেইবোৰ দেখুৱাই সি বৰ চখ পায়। এদিন বৰাৰ লগত নৈত গা-ধুবলৈ গৈ পানীত বুৰ মাৰি সি নোলোৱা হ'ল। উজীৰৰ চুলিৰ আগে জীৱ গ'ল। বুৰ মাৰি বিচাৰি পাই ধৰিব খোজোতেই সি আঁতৰি গ'ল । কিছুপৰ বিচাৰি কি কৰোঁ কি নকৰোঁকৈ ওপৰলৈ উঠি দেখে মাধৱে হাঁহি হাঁহি পাৰত বহি আছে।

কেতিয়াবা নৈৰ পাৰৰ হাবিখনলৈ গৈ গছত উঠি নকৈ জগা চৰাই পোৱালি একোটা ধৰি আনি চাই থাকে, মৰম কৰি আকৌ বাঁহত থৈ আহেগৈ। মুঠতে সখি, কি কম আৰু? আঠবছৰীয়া কালিৰ ছৱালটোৱে পৰশুইৰ কথা ক'ব খোজে। তাৰ কথা-বাৰ্তাবোৰ দেখি আমি চিন্তাত বিভোৰ হওঁ।

ক'লে কথা ওলাই যায়। এদিন সি সুধিলে 'পিতা, এই নৈখন, গছবোৰ আৰু পানীৰ মাছবোৰ ক'ৰ পৰা হ'ল?' মই এইবোৰ ঈশ্বৰে স্ৰজিলে বুলি কোৱাত সি ঈশ্বৰ কোন, তেওঁ মতা নে মাইকী, ঈশ্বৰক নো কোনে স্ৰজিলে আদি বাৰকুৰি প্ৰশ্ন সুধি হায়ৰাণ কৰিলে। আঠবছৰীয়া ল'ৰাটো দেখাই-শুনাই, কথাই-বতৰাই বাৰ বছৰীয়া যেন লগা হ'ল। মোৰ কেতিয়াবা বৰ ভয় লাগে ইনো কি হ'বগৈ বুলি ভাবি।'

'তোমাৰ জীৱন ধন্য সখি। সাক্ষাৎ ৰোহিণী পুত্ৰ মাধৱহে তোমাৰ গৃহলৈ অহা যেন পাওঁ। তাৰ কাম-কাজৰ কথা শুনি বহুত দিন নেদেখাকৈ গম পাইছোঁ। তোমাৰ গৃহত এটি অসাধাৰণ প্ৰতিভাৰ জন্ম হ'ল। তাৰ মন মানসত সৃষ্টিৰ বীজ অঙ্কুৰিত হৈছে। প্ৰকৃতিৰ বুকুত, পানীৰ মাজত সি কিহবাৰ সন্ধান বিচাৰিছে। তাক সোনকালে পঢ়াশালিলৈ পঠোৱাৰ ব্যৱস্থা কৰা।' পৰম আস্থাৰে গোবিন্দ মাঝিয়ে সখিয়েকলৈ চাই ক'লে।

'লেঠা এতিয়া সেইখিনিতে । নাৰায়ণপুৰত এখনো ভাল ছাত্ৰশাল নাই। বৰদোৱাত থকা হ'লে মহেন্দ্ৰ কন্দলিৰ পঢ়াশালিতে নাম লগাব পৰা হ'লহেঁতেন। শঙ্কৰদেৱেও সেইজনৰ পৰাই শিক্ষা লৈ সৰ্বশাস্ত্ৰ বিশাৰদ, পণ্ডিত হ'ল। কণমানি ল'ৰাটোক তালৈকে কেনেকৈ পঠাওঁ?'

'এৰা, সমস্যা গধুৰেই। নাৰায়ণপুৰত মই জনাত তেনে পঢ়াশালি নাই, প্ৰয়োজনো নাই। নাৰায়ণপুৰ, দিক্ৰং, আমাৰ এই ঘাঘৰ অঞ্চলৰ গাঁওবোৰৰ নদীয়াল, বণিয়া, সোণোৱাল কছাৰী, ভোট আদি জাতিৰ মানুহেই বেছি। সৰহ সংখ্যক লোকেই খেতিয়ক। বৃত্তিয়াল সম্প্ৰদায়ৰ কোনোৱে টেকেলি-কলহ, মলা-চৰু গঢ়ে। কোনোৱে দা-কটাৰী গঢ়ে, মাছ মাৰে, তাঁতীৰ কাম কৰি পেট প্ৰবৰ্তায়। এইবোৰ মানুহৰ কাৰণে সংস্কৃত শিক্ষা দৰকাৰী বস্তু নহয়, নিজ নিজ বৃত্তিৰ শিক্ষাহে দৰকাৰী। সৰহ সংখ্যক মানুহে টোললৈ গৈ পঢ়া-শুনা কৰাৰ কথা নাভাবেই। যি দুই একে ভাৱে তেওঁলোকৰ বাবেও সুবিধা নাই। আৰু সেয়ে বিদ্বান মানুহো নাই।'

'তুমি ঠিকেই কৈছা সখি, উজীৰ বৰাৰ মুখে শুনিছিলোঁ যে ৰঙাজান নদীৰ পাৰত পূৰ্বতে মাধৱানন্দ বিদ্যাবিনোদৰ এখন সংস্কৃত টোল আছিল। পুৰাণ, ভাৰত, বেদ, ৰামায়ণৰ শিক্ষাৰ উপৰিও দৰ্শন, অলঙ্কাৰ, ব্যাকৰণ আদিৰো শিক্ষা দিছিল। মানুহৰ মনৰ নাটনি, ছাত্ৰৰ অভাৱৰ বাবে জহি-পমি নাইকিয়া হৈ গ'ল। এই ঘাঘৰতে পূবফালে থকা বুঢ়া-বুঢ়ী থানৰ পূজাৰীজনৰ ওচৰত দুই চাৰিটা বামুণ ল'ৰাই আখৰ শিকি পুৰোহিতালি বিদ্যা আয়ত্ত কৰি আছে বোলে। তাতো আমাৰ ল'ৰাক দিয়া নাযায়। গতিকে বিমোৰত পৰিছোঁ।'

দুয়োজন চিন্তিত হ'ল। অলপ পৰ ভাবি গোবিন্দ মাঝিয়ে ক'লে, 'সখি, তুমি বৰা ডাঙৰীয়াৰ লগত আলোচনা কৰি গৰলা দলৈকে মাধৱৰ শিক্ষাদানৰ দায়িত্ব অৰ্পণ কৰা। তেওঁ এজন পণ্ডিত লোক। তেওঁৰ পিতৃও সংস্কৃত শাস্ত্ৰত পাৰ্গত বিদ্বান লোক আছিল। নবদ্বীপত শিক্ষা লৈ জ্যোতিষ আৰু অৰ্থশাস্ত্ৰত পাৰ্গত হৈ আহিছিল। পিতৃপুৰুষৰ পৰা পোৱা শিক্ষা গৰলা দলৈ, অৰ্থাৎ গৌৰীচৰণ দলৈৰো নোহোৱা নহয়। উজীৰে ক'লে তেওঁ না নুবুলিব।'

'ভাতমুঠি ল'ব লাগে নহয়। কথা পাতি থাকিলে আলহীৰ জানো পেট ভৰিব?'

পৰিবাৰৰ মাত শুনি তেওঁলোক বহাৰ পৰা উঠিল। বদনে তাঁৰৈয়েকক বাট দেখুৱাই লৈ গ'ল। তৃপ্তিৰে আহাৰ গ্ৰহণ কৰি গোবিন্দগিৰী বিছনাত পৰিল।

অনেক যত্ন কৰিও গোবিন্দগিৰীৰ চকুলৈ টোপনি নাহিল। কিবা এক অপৰাধবোধে তেওঁৰ মনটো ভাৰাক্ৰান্ত কৰি তুলিলে। মনত পৰিল বগুকাৰ ধৱলা নদীৰ পাৰৰ ঘৰখনলৈ। বৰপুত্ৰ দামোদৰলৈ। মাতৃহীনা দামোদৰক অকলশৰীয়াকৈ এৰি জীৱনৰ পৰা পলাবলৈ বিচৰা স্বামীক দামোদৰৰ মাতৃ অনুচিতাই ক্ষমা কৰিবনে? প্ৰাণাধিকা যিগৰাকী নাৰীৰ সান্নিধ্যই তেওঁৰ জীৱনলৈ সুখৰ জোৱাৰ আনিছিল, যাৰ প্ৰেম নিজৰাত উটি-ভাহি তেওঁ

আপোন পাহৰা হৈছিল, নিয়তিয়ে তেওঁক কাঢ়ি লৈ গ'ল। সংসাৰৰ ক'তোৱেই তেওঁ সাৰ বিচাৰি নোপোৱা হ'ল। সংসাৰৰ পৰা পলাবলৈকে তেওঁ আৰম্ভ কৰিছিল লক্ষ্যহীন যাত্ৰা। কিন্তু তেওঁৰে ঔৰসজাত অনুচিতাৰ পুত্ৰ দামোদৰৰ কথা কিয় এবাৰো নাভাবিলে। গোবিন্দগিৰী অগ্নিদগ্ধ হ'ল।

'নাই, নাই, মই তোমাক পাহৰি যোৱা নাই। তোমাৰ পুত্ৰক খুটি খাব পৰাকৈ মজিন্দাৰী পদৰ দায়িত্ব দি মই ওলাই আহিছিলোঁ আকাশে বতাহে তোমাৰ স্মৃতিৰ তাৎপৰ্য বিচাৰি। মই তোমাক পালোঁ। মনোৰমাৰ মাজতে মই তোমাক বিচাৰি পালোঁ। আমাৰ মাজলৈ মাধৱ আহিল। কিন্তু বৰপুত্ৰ দামোদৰৰ অবিহনে তোমাৰ স্বামী, ধৰলাপৰীয়া গোবিন্দৰ জীৱন সম্পূৰ্ণ হ'ব নোৱাৰে। মই যাম, অতি সোনকালে তোমাৰ স্মৃতি বিজৰিত বগুকাৰ ঘৰখনলৈ যাম।' কথাবোৰ ভাবি ভাবি শেষ ৰাতি তেওঁ টোপনি গ'ল।

পিছদিনা ঘূৰি আহোঁতে গোবিন্দগিৰীয়ে ঘাঘৰৰ পৰা লেটেকুপুখুৰীলৈকে এই বাটছোৱা সখিয়েক গোবিন্দ মাঝিৰ আনন্দময় সংসাৰখনৰ কথাকে ভাবি আহিল।

* * *

অৱশেষত গৰলাদলৈ নামেৰে খ্যাত গৌৰীচৰণ শৰ্মা দলৈৰ ওচৰতে মাধৱে শিক্ষা গ্ৰহণ কৰা কথাটো সিদ্ধান্ত হ'ল। প্ৰথমে দলৈয়ে থেৰোগেৰো কৰি নোৱাৰোঁ বুলিয়েই কৈছিল। দলৈৰ পিতৃদেৱতাৰ পৰলোক হোৱাৰে পৰা তেওঁৰ ঘৰখনত বিদ্যা চৰ্চাৰ পৰিৱেশ নোহোৱাই হ'ল। বৃদ্ধা মাতৃ আৰু ভায়েক-ভনীয়েকৰে সংসাৰৰ দায়িত্ব তেওঁৰ মূৰত পৰিল।

নাঙলৰ মুঠিত ধৰিব নোৱাৰিলেও আৰ তাৰ হতুৱাই মাটি কেইডৰা চহাই গোজ মাৰিবলৈ ল'লে। অকল চাউল মুঠি হ'লেই হ'বনে? ইটো-সিটো কিনিবলৈ ধন নহ'লে হ্বনে? সেয়ে গৰলা বাপুৱে কোষ্ঠী গণনা কৰিবলৈ আৰু মাজে-সময়ে কাজ-কৰম কৰিবলৈও ল'লে। ধনাগম আৰু ৰাইজৰ প্ৰয়োজন দুয়োটাই পূৰ্ণ হ'ল। কিন্তু পিতৃ পুৰুষৰ পৰা পোৱা শাস্ত্ৰ জ্ঞানতহে মামৰে ধৰিলে। নৱদ্বীপত শিক্ষালৈ তেওঁৰ পিতাক আগম নিগম দুয়োবিধ শাস্ত্ৰতে পণ্ডিত হৈ আহিছিল। কালিকাপুৰাণ, শতপথ ব্ৰাহ্মণ, যোগিনীতন্ত্ৰৰ শ্লোক সৰসৰকৈ গাব পাৰিছিল। ভাগৱত-গীতাৰো ব্যাখ্যা কৰিছিল। ৰঙাজান নৈৰ পাৰৰ সংস্কৃত টোলত তেওঁৰ পিতাকে অধ্যয়ন কৰিছিল। টোলখন ভাগি গ'লত আচাৰ্য বিদ্যাবিনোদৰ লগতে তেওঁৰ পিতাকো নৱদ্বীপলৈ গুচি গ'ল। তাত দুই বছৰ শিক্ষা লৈ ঘূৰি আহি বিয়া-বাৰু কৰি সংসাৰী হ'লহি।

পিতৃ-পিতামহৰ দিনৰে পৰা হৰশিঙা বৰাৰ পৰিয়ালটোৰ বিদ্যাশিক্ষালৈ ৰাপ আছিল। ৰঙাজানৰ পাৰৰ টোল উচ্ছন হোৱাত হৰশিঙাৰো শিক্ষা আধৰুৱা হ'ল। দুই চাৰিজন মুখিয়াল

লোকে কথা পাতি বৰাৰ ঘৰৰ মাটি-ভেটি দিয়েই নকৈ পঢ়াশালি এখন পাতিলে। গৰলা দলৈৰ পিতৃ নৱদ্বীপৰ পৰা ঘূৰি আহি সংসাৰ চলাই এনেয়ে আছিল। তেওঁক তাৰেই আচাৰ্য নিযুক্ত কৰিলে। কিছুদিন ভালেৰেই চলিল। ছাত্ৰহঁতৰ মঙ্গলাচৰণ শ্লোকৰ সুৰত ঠাইখন মুখৰিত হ'ল। বৰ্ণ-পৰিচয়, যুক্তাক্ষৰ জ্ঞান, বাক্য গঠন, ভাব প্ৰকাশৰ শিক্ষা দিয়াৰ পিছৰে পৰা বছা বছা শ্লোক কিছুমান ছাত্ৰসকলক মুখস্থ কৰোৱা হয়। যোগিনীতন্ত্ৰ, শতপথ ব্ৰাহ্মণ, কালিকা পুৰাণৰ শিক্ষা আৰম্ভ হয়। পূৰ্ণ উদ্যমেৰে পাঠদান কাৰ্য চলি থাকিল। তেনেতে কিবা দৈৱ-দুৰ্বিপাক মিলিল। তিনিটাকৈ কণ কণ ল-ছালি এৰি তেওঁৰ পিতৃ শিৱচৰণ শৰ্মা দলৈয়ে দুদিনৰ জ্বৰতে মৃত্যু বৰণ কৰিলে। পৰিয়ালটো নিঠৰুৱা হ'ল। ছাত্ৰহঁতে উচুপি উচুপি কান্দিলে। গৰলা দলৈৰো শিক্ষা সিমানতে সাং হ'ল।

হৰশিঙা বৰা আৰু বৰকণাগিৰীৰ অনুৰোধ এৰাব নোৱাৰি তেওঁৰ ঘৰতে মাধৱৰ লগতে হৰি, হৰিবৰ, নিৰঞ্জন, হৰাই আদি কেইজনমান ছাত্ৰক শিক্ষা দিবলৈ সিদ্ধান্ত হ'ল। উজীৰে সৰু কোঠা এটাও সজাই দি তেওঁৰ ঘৰত থকা পিতাকৰ দিনৰ শাস্ত্ৰ কেইখনমানো আনি দিলে। হলিৰামৰ হতুৱাই শাস্ত্ৰ থ'বলৈ বাঁহৰ থাক এটাও সজাই দিয়ালে।

আৰম্ভ হ'ল আচাৰ্য গৌৰীচৰণ দলৈৰ ছজনীয়া ছাত্ৰক সৰু পঢ়াশালিৰ পাঠদান। এনেকৈয়ে আৰম্ভ হ'ল মাধৱৰ আনুষ্ঠানিক শিক্ষা জীৱন। মুক্ত বিহঙ্গৰ দৰে পিছলাৰ পাৰে পাৰে অনাই-বনাই গছৰ ফেৰেঙণিত চৰাইৰ পোৱালি বিচাৰি ফুৰা মাধৱ বন্দী হ'ল বিদ্যালয়ৰ কঠিন বুজিব নোৱৰা দেৱভাষাৰ মাজত। খুৰাক আৰু পিতাকৰ তত্বাৱধানত মাধৱে ইতিমধ্যে বৰ্ণমালা, সংযুক্ত বৰ্ণ, আখৰ জোঁটনি আদি শিকিছিল। হৰশিঙা বৰাই পুৰা-গধূলি ঘৰত গাব পৰাকৈ দেৱীশ্লোক, কৃষ্ণৰ ৰূপ বৰ্ণনা কৰা গীতাৰ শ্লোকো মুখস্থ কৰাইছিল। গৌৰীচৰণ দলৈক গুৰু মানি আনুষ্ঠানিক শিক্ষা আৰম্ভ কৰাৰে পৰা মাধৱ গহীন হৈ পৰিল। তেওঁৰ ধী শক্তি দেখি আচাৰ্য দলৈয়ে বিস্ময় মানিলে।

সেইদিনা দলৈয়ে কালিকাপুৰাণ শাস্ত্ৰ মেলি গহীন কণ্ঠে শ্লোক মাতিলে—

নাৰায়ণং নমস্কৃত্য নৰঞ্চৈব নৰোত্তমম।
দেৱীং সৰস্বতীঞ্চৈৱ ততো জয়মুদীৰয়েৎ।।

হে ছাত্ৰসকল, নিত্যজ্ঞান সম্পন্ন, জগতৰ আদি, সেই পুৰুষোত্তম ঈশ্বৰক প্ৰণাম কৰি কালিকাপুৰাণৰ কথা কওঁ শুনা— এইবুলি সতীৰ আত্মত্যাগৰ কাহিনী, মহাদেৱৰ কোপানলত কামদেৱৰ ভস্ম, ৰতি দেৱীৰ প্ৰাৰ্থনাত পুনৰ জন্ম পোৱা এই ঠাইখন কিদৰে কামৰূপ হ'ল আদি কথাৰ বৰ্ণনা কৰিলে।

'ছাত্ৰহঁত, তোমালোকে বুজিবলৈ যত্ন কৰা যে সতীৰ বিয়োগত দগ্ধ হৈ স্বকৰ্মলৈ পিঠি দি অনাই-বনাই ঘূৰি ফুৰা মহাদেৱ শিৱক ব্ৰহ্মা প্ৰমুখো দেৱ-দেৱীসকলে কৰা প্ৰাৰ্থনাৰ মাজতে কালিকাপুৰাণ গ্ৰন্থৰ প্ৰতিপাদ্য নিৰ্বাপিত হৈছে।'

'সৃষ্টি স্থিত্যন্তকর্মাণি ন কার্য্যানি যদা হৰ।
শৰীৰভেদমস্মাকং মায়য়শ্চি ন যুজ্যতে।।
এক স্বৰূপাহি বয়ং ভিন্নাঃ কার্য্যস্য ভেদতঃ।
কার্যভেদো ন সিদ্ধশ্চেদ্রূপভেদোঽপ্রয়োজনঃ।।
এক এব ত্ৰিধাভূত্বা বয়ং ভিন্নস্বৰূপিনঃ।
ভূতা মহেশ্বৰ ইতি তত্ত্বং বিদ্ধি সনাতনম।।' এইবুলি কিদৰে ত্ৰিবিধ হৈ
বিভিন্ন স্বৰূপ লৈছে তাৰ ব্যাখ্যা কৰিলে।

মাধৱে বাৰে বাৰে প্ৰশ্ন কৰে। বাৰে বাৰে সংশয় জাগে। আচাৰ্যই বুজাবলৈ যত্ন কৰে। মাধৱৰ মনৰ খুঁত নমৰে। আচাৰ্য দলৈ অতিষ্ঠ হয়। 'নাই, নাই, এনে তীক্ষ্ণধী ছাত্ৰক বুজাব নোৱাৰি' বুলি মৰমেৰে বুজাবলৈ যত্ন কৰে।

দলৈয়ে জন্মপত্ৰিকা কৰোঁতেই মাধৱ যে তীক্ষ্ণ প্ৰতিভাসম্পন্ন পুৰুষ হ'ব তাৰ উমান পাইছিল। লাহে লাহে তাৰ প্ৰমাণো পাইছে। দেখাই-শুনাই ধীৰমতি, সুশোভন, জ্ঞানপিপাসু মাধৱৰ বাৰ বছৰ বয়সতে ওঠৰ বছৰ যেন লগা হ'ল। তেনে এটি শিষ্যৰ মনৰ খুদুৱনি মাৰি পৰিষ্কাৰ কৰিবলৈ নিজেও অধিক শাস্ত্ৰ অধ্যয়ন কৰিব লাগিব বুলি তেওঁ অনুভৱ কৰিলে।

'এৰা, কি কৰা যায়? বৰকণাগিৰীক মাতি আনি কৈ দিয়া হওক নেকি যে তোমাৰ ল'ৰাক মোৰ দ্বাৰা শিক্ষা দিয়া নহ'ব বুলি। কিন্তু কথাটো ভাল হ'ব জানো? উজীৰ ডাঙৰীয়াই বা কি ভাবিব।'

দলৈয়ে ঘৰৰ সমুখৰ যুৰীয়া বকুল জোপাৰ তলতে থিয় হৈ কথাবোৰ ভাবি আছিল। তেনেতে গেৰুৱা বস্ত্ৰ পৰিহিত, ডিঙিত ৰুদ্ৰাক্ষৰ মালা পিন্ধা দীৰ্ঘদেহী সন্ন্যাসী এজন পদূলিটোৰেদি সোমাই আহিল। দলৈয়ে অচিনাকী লোক দেখি থতমত খাই প্ৰণাম জনালে।

'সাধু ভৱ, বৎস, এইটো শিৱচৰণ শৰ্মাদলৈৰ বাসগৃহ হয়নে?' গলগলীয়া মাতেৰে সন্ন্যাসীয়ে সুধিলে।

'হয় বাবা, তেওঁ আমাৰে স্বৰ্গগত পিতৃদেৱতা।' এইবুলি আস্তবেস্তকৈ আগবঢ়াই নি ঘৰৰ সমুখৰ চালিত বহুৱালে।

'পিছে ক'ৰপৰা, কি মনকৈ আহিল?' সন্ন্যাসীজনৰ বুদ্ধিদীপ্ত চকু আৰু সুন্দৰ চেহেৰা দেখি শ্ৰদ্ধাত গদগদহৈ দলৈয়ে সুধিলে।

'ক'ম, সকলো ক'ম। তুমি মোৰ প্ৰিয় শিৱচৰণৰ পুত্ৰ। তোমাৰ পিতৃক মই ভালদৰে জানো। তেওঁৰ লগত নবদ্বীপত একেলগে অধ্যয়ন কৰিছিলোঁ। নাম মোৰ জয়ানন্দ সৰস্বতী। তীৰ্থ দৰ্শন কৰি নীলাচলত কিছুদিন কটালোঁ। শিৱচৰণৰ লগত শাস্ত্ৰালাপ কৰি কথা সুখত কিছুদিন কটাবৰ মানস কৰিছিলোঁ। পিছে সেই আশা পূৰ্ণ নহ'ল। তেওঁ চলিল। এৰা, ভগৱন্তৰ ইচ্ছা, কোনে খণ্ডাব? তেনেহ'লে মই বিদায়হে মাগো।'

'তেনেকৈ নক'ব বাবা, আপুনি মোৰ পিতৃ তুল্য। নিজগুণে আমাৰ গৃহত দেখা দিলেহি। কৃপা কৰি আমাৰ ইয়াত অলপ দিন থাকিব লাগিব।'

এনেতে মনোহৰ, গোপালহঁতৰ লগত মাধৱ আহি সেই ঠাই পালেহি। গেৰুৱা বসন পৰিধান কৰা পুৰুষজনক দেখি মাধৱৰ হৃদয়ত যেন হঠাৎ বিদ্যুৎ সঞ্চাৰ হ'ল। থৰ লাগি চাই থাকোঁতে সন্ন্যাসীৰ চকুৱে চকুৱে পৰিল।

'উজ্বল তাৰকা যেন এই কিশোৰটি কোন? কোন বা সৌভাগ্যবান পিতৃ-মাতৃৰ সন্তান?' মাধৱলৈ চাই প্ৰসন্ন বদনে সন্ন্যাসীজনে সুধিলে।

'এওঁৰ পিতৃৰ নাম গোবিন্দগিৰী ভূঞা। লক্ষীমপুৰ পৰগণাৰ বাগুকা নামে ঠাইত ৰজাৰ মজিন্দাৰ আছিল। বৰ্তমান এই অঞ্চলৰে বাসিন্দা। আমাৰ ওচৰতে শাস্ত্ৰ অধ্যয়ন কৰি আছে। ল'ৰাটিৰ বুদ্ধি-বৃত্তি অতি প্ৰখৰ। পিছে আমিহে মনৰ জোখাৰে খোৰাক যোগাব পৰা নাই।' দলৈয়ে ক'লে।

'চকু দেখিয়েই মই গৰ্ভ বুজিব পাৰিছোঁ। অলপ দিনৰ কাৰণে মই এই অঞ্চলতে অস্থায়ী আশ্ৰম পাতি থকাৰ মানস কৰিছোঁ। তোমালোকে ইচ্ছা কৰিলে এই ল'ৰাটিৰ শাস্ত্ৰশিক্ষা দিয়াৰ দায়িত্ব ল'ব পাৰোঁ।'

দলৈয়ে যেন সৰগখন হাততে পালে। সাক্ষাৎ ঈশ্বৰেহে এনে হেন পণ্ডিত সন্ন্যাসীজনক মাধৱৰ গুৰুৰূপে প্ৰেৰণ কৰিলে বুলি ভাবি গৌৰীচৰণ দলৈৰ আনন্দত পাৰ নাইকিয়া হ'ল। সেৱা-শুশ্ৰূষা কৰি সেইদিনা সন্ন্যাসীক ৰাখিলে। পিছদিনা প্ৰাতসতে শম্ভুক পঠাই বৰকণাগিৰী আৰু উজীৰক মতাই আনিলে।

পিছদিনা দুয়োজন আহি সন্ন্যাসীক দৰ্শন কৰি প্ৰণাম জনালে। আগৰে পৰা উজীৰৰ ফকিৰ, সন্ন্যাসীৰ প্ৰতি দুৰ্বলতা আছিল। তেওঁ জীৱন কালত অনেক বামাচাৰী সাধক, জঁটাধাৰী বৈৰাগী, পূজাৰী কাপালিক আদি লোক জাইগীৰ তুলিবলৈ যাওঁতে অনেক ঠাইত অনেকজন দেখা পাইছে। আজিৰ চকুৰ আগত দেখা দিয়া জয়ানন্দ সৰস্বতী নামৰ বিশাল ব্যক্তিত্বৰ পুৰুষজন দেখি শ্ৰদ্ধাত মূৰ দোঁ খালে। উজীৰৰ তেওঁক ঈশ্বৰ প্ৰেৰিত দূত যেন লাগিল।

সন্ন্যাসী বাবাৰ সমস্ত দায়িত্ব হৰশিঙা উজীৰে স্ব-ইচ্ছাৰে মূৰ পাতি ল'লে। কম দিনৰ ভিতৰতে গৰলা দলৈৰ আগফালৰ কঠিয়াতলিতে ঘৰ এটা সজাই, গছ-লতা ৰোৱাই পৰিপাটিকৈ আশ্ৰম যেন কৰিলে। তাতেই সন্ন্যাসী বাবাই মাধৱ আৰু লগৰ চাৰি-পাঁচজন ছাত্ৰক সংস্কৃত শিক্ষা প্ৰদান কৰিবলৈ ল'লে।

এইবাৰ মাধৱৰ জ্ঞানলিপ্সা পূৰ্ণ হ'ব বুলি খুৰাক আৰু পিতাকে পৰম আশা কৰিলে।

'শুনা বৎস। এইখন ভাৰত শক্তিপ্ৰধান শাক্ত দেশ। সতীদেহ সম্ভূত একপঞ্চাশত মহাশক্তি পীঠৰ দ্বাৰা এই দেশ পৰিবেষ্টিত। এই দেশত পূৰ্ব দিশে চট্টল পৰ্বতত চন্দ্ৰনাথ, দক্ষিণে স্বৰ্ণলঙ্কা, পশ্চিমে সমুদ্ৰৰ তীৰত হিঙ্গলাজ পৰ্বত, উত্তৰে কাঞ্চনজঙ্ঘা— এই

চতুঃ সীমাৰ মধ্যৱৰ্তী পৰম পবিত্ৰ ত্ৰিগুণাত্মিকা, মহালক্ষ্মীৰ বিলাসক্ষেত্ৰ পুণ্যময় ভাৰতভূমি। অশ্বক্ৰান্তা, বিষ্ণুক্ৰান্তা, ৰথক্ৰান্তা নামে ত্ৰিৰেখা বিশিষ্ট এইখন ভাৰতভূমিত পুৰ্বে পাণ্ডৱসকলে শাসন কৰিছিল।'

গম্ভীৰ কণ্ঠেৰে মঙ্গলাচৰণৰ শ্লোক আৰম্ভ কৰাৰ পিছত সন্ন্যাসী বাবাই যোগিনীতন্ত্ৰৰ পাঠ আৰম্ভ কৰিলে। একাগ্ৰচিত্ত মাধৱৰ চকু সন্ন্যাসীৰ মুখমণ্ডলত। প্ৰতিটো শব্দৰ বিস্ফোৰণে তেওঁৰ হৃদয়ত ভাবৰ উদ্‌গীৰণ ঘটাইছে।

গ্ৰন্থসমূহৰ ভিতৰত যোগিনীতন্ত্ৰ অন্য এক শ্ৰেষ্ঠ তন্ত্ৰ। মহাকালীৰ আদেশত শিৱৰ মুখেদি ইয়াৰ প্ৰকাশ ঘটিছিল। যোগিনী গণৰ সাধন প্ৰণালী, মন্ত্ৰোদ্ধাৰ, জাৰণ, মাৰণ, উচ্চাতন, স্তম্ভন, বিদ্বেষণ, বশীকৰণ প্ৰভৃতি অনেক বিষয় ইয়াত সন্নিবিষ্ট হৈ আছে।

প্ৰাঞ্জল ভাষাৰে বাবাই দিয়া ব্যাখ্যা ল'ৰাইঁতে একান্তমনে শুনিছে। বিশাল ভাৰতভূমিৰ বাখৰুৱা ৰূপে মাধৱৰ অন্তৰ জিনিছে। মনতে ভাবিছে 'মহাগ্ৰন্থ যোগিনীতন্ত্ৰখন এবাৰ নিজে অধ্যয়ন কৰিব পাৰিলেহে কথাবোৰ হৃদয়ঙ্গম কৰা যাব। কেৱল বাবাৰ ব্যাখ্যাই যথেষ্ট নহ'ব।' তন্ত্ৰশাস্ত্ৰখন হাতত পাবলৈ মাধৱৰ বৰ মন গ'ল। এইবাৰ আৰম্ভ হ'ল দশযজ্ঞৰ কাহিনী। আচাৰ্যই কৈ গ'ল—

'সেই যজ্ঞলৈ শিৱ-সতী ভিন্ন ত্ৰিভুবনৰ দেৱ-ঋষি, যক্ষ-ৰক্ষ, গন্ধৰ্ব-কিন্নৰ সকলো নিমন্ত্ৰিত হ'ল। নাৰদৰ মুখে পিতৃ-গৃহত যজ্ঞ আয়োজন হোৱা শুনি দক্ষ দুহিতা মহাসতী যজ্ঞ চাবলৈ আৰু আপোনজনক লগ পাবলৈ মহা কৌতূহলা হৈ শিৱক দক্ষালয়লৈ যাবলৈ প্ৰাৰ্থনা জনালে। উত্তৰত শিৱই সতীক ক'লে, 'প্ৰিয়ে বিনা নিমন্ত্ৰণে কোনো কাৰ্য উপলক্ষে আনকি পিতৃ গৃহলৈও যোৱা অনুচিত। তেনে কৰিলে অপমান পোৱাৰ সম্ভাৱনা থাকে বুলি বুজাই যাবলৈ ধৰিলে। শঙ্কৰে তেওঁক অৱজ্ঞা কৰিছে বুলি ভাবি সতীয়ে খণ্ডত প্ৰকম্পিত কলেৱৰা হৈ দৰ্পিষ্টি শঙ্কৰক আৰু পিতৃ দক্ষক ত্যাগ কৰি কিছু কাল নিজ ধামত থকাৰ মানস কৰিলে। দাক্ষায়নী সতীয়ে যোগবলে মহা মহাযোগিনী কালী ৰূপ ধাৰণ কৰিলে। আগৰ স্বৰ্ণকান্তি পৰিত্যাগ কৰি দিগম্বৰা, কৰাল বদনা, ৰক্তাক্ত লোল জিহ্বা, আলুলায়িত কেশ, মুণ্ডমালা পৰিহিতা কৃষ্ণবৰ্ণ ৰূপ ধাৰণ কৰিলে। শিৱই সেই অতি ভীষণা ৰূপ দেখি যেনি তেনি পলাবলৈ ধৰিলে।

এনেদৰে মহাকালীৰ উৎপত্তি, মহত্ব আৰু কালীপূজাৰ বিধি-বিধান, কালীৰ শৰীৰৰ পৰা উৎপত্তি হোৱা দশ মহাবিদ্যা দেবীসকলক কিদৰে পূজা কৰিব আৰু তাৰ পৰা কিদৰে চতুৰ্বগ ফল লাভ কৰিব পাৰিব সকলো বিবৰি কৈ সেইদিনালৈ পাঠ সামৰিলে।

পিতাকৰ কোলাত মূৰ থৈ মাধৱ পাটীত দীঘল দি আছে। ওচৰতে বহি মাক মনোৰমাই মৰমতে তাৰ চুলিত আঙুলি বুলাইছে। বহল বুকু, সুগঠিত বাহু দুটাৰে মাধৱৰ চেহেৰাটো বৰ চকুতলগা হৈ পৰিছে। গৌৰবৰ্ণৰ কলডিলীয়া ধুনীয়া মুখখন চালে চাই

থাকিবৰ মন যায়। তাৰ নকৈ থুতিওবা দাড়িয়ে কৈশোৰৰ পৰা যৌৱনলৈ গতি কৰাৰ পৰিচয় দিয়ে। এৰা চাই থাকোঁতে মাধৱ ডেকা হ'ল।

কিছুপৰ সকলো নীৰৱ হ'ল। কিন্তু মৌনতাৰো ভাষা আছে। সেই ভাষাৰে পিতৃ-মাতৃয়ে তাক লৈ ৰচনা কৰিছে হাজাৰ সপোন।

'বাছা, আজি আচাৰ্যই কি পাঠ দিলে?' মৌনতা ভঙ্গ কৰি মাকে সুধিলে।

'আজি যোগিনীতন্ত্ৰৰ পাঠ দিলে। দক্ষ যজ্ঞ, মা-কালীৰ উৎপত্তি, পূজা-পদ্ধতি আদিৰ বিষয়ে। কিন্তু মই কি ভাবিছিলোঁ জানানে?'

'গুৰুৱে পাঠ দিলে, শিকিলি, বুজিলি। তই আকৌ কি বেলেগ ভাবিবৰ হ'ল?' পিতাকে মাধৱলৈ চাই সুধিলে।

মাধৱ বহিল। অলপ পৰ মাকৰ ফালে চাই ক'লে, 'মই ভাবিছিলোঁ কালীমা মোৰ আইৰ দৰে শান্ত-শিষ্ট, সুন্দৰ আৰু মৰমিয়াল মাতৃ বুলি। কিন্তু গুৰুৱে কালীৰ মহাভয়ঙ্কৰী, ঘোৰ অট্টহাস্য, কৰালবদনা যি ৰূপৰ বৰ্ণনা দিলে শুনিয়ে গা শিয়ঁৰি গ'ল। সেই মহাভীষণা ৰূপ দেখি স্বয়ং শিৱও পলাই ফাট মাৰিলে। তেনে গৰাকী গোসাঁনীকনো কিদৰে পূজা কৰা যায় পিতা? তেওঁ জানো ভক্তক মৰমৰ দৃষ্টিৰে চাব?'

মাধৱৰ কথাত বৰকণাগিৰীয়ে থতমত খালে। সেই কথাৰ উত্তৰ তেওঁৰ হাতত নাই। কি বুলি কোৱা যায় ল'ৰাটোক?

'তেনেকৈ ক'ব নাপায়। বুজি নোপোৱা কথা আচাৰ্যক সুধিবি, তেওঁ বুজাই দিব।'

মাকৰো ভয় লাগিল। কি কয় ল'ৰাটোৱে? মৰমৰ দৃষ্টিৰে ল'ৰাটোলৈ চাই মনোৰমাই ক'লে, 'বাছা, তই কালীমাৰ লগত মাৰৰ তুলনা কিয় আনিছ? মহামায়া কালী জগতৰ ঈশ্বৰী। তেওঁক ভজনা কৰি লোকে সৰ্বফল পায়। তই তেনেকৈ ক'ব নাপায়, গোসাঁনীৰ দোষ লাগিব।'

মনোৰমাই পুতেকৰ দায়-দোষ ক্ষমা কৰিবলৈ মালিনী থানলৈ মনতে বন্তি এগছ আগবঢ়ালে।

'নহয় আই, তুমিয়ে মোৰ পৰম করুণাময়ী ঈশ্বৰী। তোমাৰ মাজতে কালীমাক বিচাৰি চাম। বেয়া পাবানেকি?' এইবুলি দুই হাতে মাকক সাৱটি ধৰিলে। মাকে 'গুচ এইটো'বুলি হাতখন এৰুৱাই চুমা খালে। অপত্য স্নেহত মাতৃহৃদয় উপচি পৰিল।

পিছদিনা পুনৰ গুৰুৱে পাঠ আৰম্ভ কৰিলে। জগৎ উদ্ধাৰকাৰিণী ব্ৰহ্ম বিদ্যাই হ'ল কালিকা বিদ্যা। এই বিদ্যা লাভ কৰি নৰাধম পামৰেও নিৰ্বাণ মুক্তি লাভ কৰিব পাৰে। জগৎ মাতৃ কালিকাৰ এই মন্ত্ৰ যি জপ কৰে তেওঁ কালীৰ পুত্ৰ স্বৰূপ হয়। ইয়াৰ পিছত স্নান, তৰ্পণ, হোম, বলিবিধান, মালাজপ সম্পৰ্কে বিবৰি ক'লে। ইয়াৰ পিছত গুৰুৱে কোন মন্ত্ৰত কি মালা ব্যৱহাৰ কৰিব, কোন মন্ত্ৰ কিদৰে জপিব আদি কালিকাপুৰাণে দিয়া বিধানসমূহ মনোময় ভাষাৰে বুজালে।

এইবাৰ আহিল কামাখ্যাৰ কথা। পৰম ব্ৰহ্মৰূপা কালী কিদৰে কামাখ্যা হ'ল, কামাখ্যাৰ যোনিমণ্ডলত কেনেকৈ পূজা দিয়া হয় আৰু সেই পূজাৰ মহাফলৰ বিষয়ে বিবৰি ক'লে—

'বাছাহঁত, তোমালোকে কথাবোৰ হৃদয়ঙ্গম কৰিব পাৰিছানে? সেই আদ্যাশক্তি কালীৰ আদেশত শিৱই জীৱৰ মঙ্গল চিন্তা কৰি ত্ৰিকোণ ভাৰতবৰ্ষক অশ্বক্ৰান্তা, বিষ্ণুক্ৰান্তা আৰু ৰথক্ৰান্তা নামেৰে তিনিভাগ কৰি প্ৰত্যেক ক্ৰান্তাৰ দেশবোৰৰ কাৰণে চৌষষ্ঠিখনকৈ তন্ত্ৰশাস্ত্ৰ হ্ৰীং, ক্লীং, ক্ৰীং প্ৰভৃতি ৰচনা কৰি তৎকালীন সিদ্ধমুনি সকলক শিক্ষা দিলে। স্বয়ং মহেশ্বৰে মহেশ্বৰ ব্যাকৰণ ৰচনা কৰি পাণিনি মুনিক দিয়ে। পিছত পাণিনিয়ে ব্যাকৰণ শাস্ত্ৰ প্ৰণয়ন কৰিলে।

কালিকাপুৰাণ, যোগিনীতন্ত্ৰ, বামণ সংহিতাৰ শিক্ষা দিয়াৰ অন্তত ব্যাকৰণ শিক্ষা প্ৰদান কৰে। ছাত্ৰহঁতে কিছু বুজিলে, কিছু অন্ধকাৰৰ মাজতে ৰ'ল। মাধৱেও অনুভৱ কৰিলে যে এইজন গুৰুৱে কেবাখনো আগম শাস্ত্ৰৰ জ্ঞান তাক দিলে। আয়ত্তও অলপ কৰিলে। কিন্তু নিগম শাস্ত্ৰৰ বিষয়েও কিছু জানিবলৈ মাধৱৰ মন যায়। ভাগৱত শাস্ত্ৰৰ বিষয়ে কিছু অধ্যয়নৰ প্ৰয়োজন। এই কথা মাধৱে গুৰুৰ আগত বিনম্ৰভাৱে ব্যক্ত কৰাত গুৰুৱে 'সময় হ'লে আলোচনা কৰা হ'ব' বুলি আশ্বাস দিলে।

ব্যস্ততাৰ মাজেদি দিনবোৰ আগবাঢ়ে। মাধৱ এতিয়া ওখই-পাখই পিতাক বৰকণাগিৰীৰ সমান হ'ল। তাৰ সুগঠিত শৰীৰত যৌৱনৰ উন্মেষ। দেহ আৰু মনত প্ৰচুৰ শক্তি আৰু সম্ভাৱনা। তাৰ মনে পৃথিৱীখন জানিবলৈ, বুজিবলৈ বিচাৰে। গুৰুৱে কোৱা ত্ৰিকোণ ভাৰতবৰ্ষখন মনঘোঁৰা চুটাই সি এপাক মাৰে। গুৰুক নানা প্ৰশ্ন সোধে। তন্ত্ৰ-মন্ত্ৰৰে বলিদান কিয় কৰিব লাগে? দেৱীমা যদি জগতৰ মাতৃ হয় পুত্ৰৰ তেজ কিয় বিচাৰে? সন্ন্যাসী গুৰুৱে বিস্ময় মানে। সকলো সময়তে সদুত্তৰ নাপাই মাধৱ হতাশ হয়। তথাপি দেৱী মাৰ প্ৰতি তাৰ গভীৰ আস্থা আৰু ভক্তি হেৰুওৱা নাই।

কেতিয়াবা সংস্কৃত শাস্ত্ৰৰ দুৰ্বোধ্য জগতখনৰ পৰা তাৰ মন উৰা মাৰে ল'ৰালিৰ দিনবোৰলৈ। পিছলা নৈৰ পাৰত হাবিখনত উৰা মাৰি পৰিবলৈ তাৰ মন যায়। খুৰাক হৰশিঙা বৰাৰ লগত ঘূৰি ফুৰোঁতে তেওঁ মাধৱৰ আগত এই অঞ্চলটোৰ অনেক কাহিনী কৈছিল। সেইবোৰ শুনি সি বৰ আমোদ পাইছিল। আজিকালি খুৰাকে তাক বন্ধুৰ দৰে ব্যৱহাৰ কৰে, জীৱন সম্পৰ্কে কয়ো অনেক কথা। তেওঁৰ পৰাই শুনিবলৈ পাইছে উত্তৰ পূবৰ এই ভূ-খণ্ডৰ প্ৰচলিত ধৰ্মৰ নানা কথা। দেৱ-দেৱীৰ পূজাৰ উপৰিও গছপূজা, সাপ, শিল, ভূত-প্ৰেত আদিৰ পূজা-পাতলো ইয়াত চলে। কামাখ্যাৰ যোনিপূজা, কুমাৰী পূজা আদিৰ কথাও শুনিছে। পূজাত জীৱ-জন্তু বলি দিয়াৰ উপৰিও মানুহ পৰ্যন্ত বলি দিয়া হয়। তদুপৰি বলি দিবৰ কাৰণে সাজু কৰি ৰখা ভোগী নামৰ শ্ৰেণীটোৰ কথা শুনি সি বিভ্ৰান্ত হৈ পৰে। সমাজত সকলো ধৰণৰ ব্যভিচাৰ আচৰণ কৰাৰ স্বাধীনতা ভোগীজনে পায়। সি

বুজি নাপায় ধৰ্মৰ মাজত এইবোৰৰ সম্পৰ্ক কি? সন্ন্যাসী বাবাৰ অনেক কথাই তাৰ মনত সাঁচ বহুৱাব পাৰিছে, কিন্তু কিছুমান কথাত সমাধান বাবায়ো নিদিয়ে। খুৰাকৰ মুখে মালিনী থানত তাম্ৰেশ্বৰী মন্দিৰত মানুহ বলি দিয়াৰ কথা শুনি এদিন সি গুৰুক সুধিলে, 'গুৰুদেৱ, গোসাঁনীৰ আগত বলিদান কিয় কৰা হয়?'

'দেৱীমাক সন্তুষ্ট কৰিবলৈ, নিজৰ কামনা বাসনা সিদ্ধ হ'বলৈ।'

গুৰুৱে উত্তৰ দিলে। মাধৱে বিনম্ৰভাৱে আকৌ সুধিলে, 'ভক্তিভাৱেৰে প্ৰাৰ্থনা কৰিলে মা সন্তুষ্ট নহয় নেকি?'

'হ'ব পাৰে কিন্তু দেৱ-দেৱীক বলিদান কৰি পূজা দিলে সেই ফল সহজলভ্য হয়। সেয়া শাস্ত্ৰৰ বিধান। আগম শাস্ত্ৰসমূহ গভীৰভাৱে অধ্যয়ন কৰিলে সেই কথা হৃদয়ঙ্গম হ'ব।'

মাধৱে আগম শাস্ত্ৰ অধ্যয়ন কৰিবলৈ সংকল্প ল'লে। তেনেতে সন্ন্যাসীয়ে পুনৰ মাত লগালে— 'মাধৱ শুনা, তোমাৰ অনুসন্ধিৎসু মন দেখি ভাল পাইছোঁ। কিন্তু তোমাৰ এয়া অধ্যয়নৰ সময়। ধৰ্মৰ কথাত লাগি তৰ্ক কৰাৰ সময় নহয়। আগমেই হওক বা নিগমেই হওক ছাত্ৰ অৱস্থাতে শাস্ত্ৰ অধ্যয়ন কৰি জ্ঞান অৰ্জন কৰিলে সময়ত নিজ উপলব্ধিৰে সকলো বুজিব পাৰিবা।' মাধৱে প্ৰণাম জনাই মুকলিকৈ ক'লে, 'গুৰুদেৱ, শাস্ত্ৰৰ কিছুমান কথাই মোৰ মনত বিভ্ৰান্তিৰ সৃষ্টি কৰিছে। মনলৈ অশান্তি আহিছে। মোক উপায় দিয়ক।'

হাঁহি মাৰি মাধৱলৈ চাই সন্ন্যাসীযে ক'লে, 'বৎস, একো অসম্ভৱ কথা হোৱা নাই। বুধিয়ক ছাত্ৰৰ এনে হয়েই। আমাৰ দেশত বেদ-ৰামায়ণৰ পৰা পুৰাণ উপপুৰাণলৈকে শাস্ত্ৰৰ সীমা সংখ্যা নাই। সকলো শাস্ত্ৰই ঋষি-মুনিসকলৰ চিন্তা-চৰ্চাৰ ফলশ্ৰুতি। সময়ৰ লগে লগে ন ন তথ্য, ন ন সত্যৰ সংযোজন ঘটাৰ বাবেই এখন শাস্ত্ৰৰ লগত আনখনৰ উপৰুৱা পাৰ্থক্য দেখি তোমাৰ মন বিভ্ৰান্ত হৈছে। ছাত্ৰ অৱস্থাতে যিমান পাৰা অধ্যয়ন কৰা। ছাত্ৰাণাং অধ্যয়নং তপঃ। জ্ঞানে যেতিয়া পৰিপক্কতা লাভ কৰিব, চালি-জাৰি চাই প্ৰকৃত সত্য নিজ উপলব্ধিৰে আহৰণ কৰিব পাৰিবা।'

ভাবৰ লগত শব্দটোৰ মিলাই কোৱা কথাই মাধৱৰ হৃদয় স্পৰ্শ কৰিলে। মনতে প্ৰাৰ্থনা কৰিলে, 'হে দেৱী মা, মোক শক্তি দিয়া।'

কথাটো শুনি বৰকণাগিৰীৰ কি কৰোঁ কি নকৰোঁ অৱস্থা হ'ল। এৰা মানুহে পাগুে, ঈশ্বৰে ভাঙে। হৰশিঙা বৰাও বিবুধিত পৰিল। মাধৱক শিক্ষা দিবলৈ এনেহেন পণ্ডিত ব্ৰাহ্মণজন পাই তেওঁলোকে হাততে সৰগ ঢুকি পাইছিল। কিন্তু সন্ন্যাসী বাবাই এই ঠাই এৰি যাবলৈ ওলোৱা শুনি তেওঁলোক বিপাঙত পৰিল।

সেইদিনা পাঠদানৰ অন্তত সন্ন্যাসী জয়ানন্দ সৰস্বতীয়ে গৰলা দলৈক তেওঁৰ সিদ্ধান্তৰ কথা ব্যক্ত কৰিলে। ভাৰতবৰ্ষৰ ভিন ভিন তীৰ্থসমূহ দৰ্শন কৰি সন্ন্যাসীজন আহি কামৰূপৰ নীলাচল পৰ্বত পাইছিলহি। নীলাচল পাহাৰৰ প্ৰাকৃতিক শোভা, সতীৰ যৌনাঙ্গ

পৰি সৃষ্টি হোৱা বননিৰ নীলাভ সৌন্দৰ্য দেখি তেওঁ অভিভূত হৈ পৰিছিল। ইয়াতে স্থাপিত হোৱা পুণ্যতীৰ্থ কামাখ্যাৰ যৌনপীঠ দৰ্শন কৰি তাত কিছুদিন কটাই, পৰ্বতে-কন্দৰে থকা তীৰ্থভূমিবোৰ দৰ্শন কৰি আহি আহি বন্ধু দৰ্শনৰ উদ্দেশ্যে তেওঁ নাৰায়ণপুৰ পাইছিলহি। হৰশিঙা উজীৰ বৰাৰ অনুৰোধত প্ৰায় সাতমাহমান থাকি মাধৱহঁতক শিক্ষা দান কৰিলে। এতিয়া তেওঁৰ ঘূৰি যোৱাৰ সময় আহি পালেহি। ইয়াৰ পৰা তেওঁ দিক্কৰ বাসিনী তাম্ৰেশ্বৰী মন্দিৰ দৰ্শনৰ বাবে যাব।

কথাটো গম পাই মাধৱে অন্তৰত বৰ দুখ পালে। এদিন খুৰাকক সুধিলে, 'খুৰা, এই তাম্ৰেশ্বৰী মন্দিৰটোনো ক'ত আছে? এই মন্দিৰৰ গুৰুত্ব ইমান বেছি নে যে গুৰুৱে আধাতে আমাৰ পঢ়া এৰি গুচি যাবলৈ ওলাইছে?'

মাধৱৰ মনৰ কথা বুজি উজীৰে দুখ পালে। তথাপি ক'লে, 'বাপু মাধৱ, জয়ানন্দ সৰস্বতী ডাঙৰীয়া নিৰ্দিষ্ট দিনৰ কাৰণেহে কামৰূপলৈ আহিছিল। তোমাৰ মৰমত আৰু আমাৰ ভাগ্যৰ বলতহে তেওঁ ইমানদিন আচাৰ্যৰূপে শিক্ষা দিলে। তেওঁ ঘূৰি যোৱাৰ সময় পাৰেই হ'ল বোলে। গতিকে উপায় নাই। বাৰু, এতিয়া তাম্ৰেশ্বৰী মন্দিৰৰ কথা কওঁ শুনা। কামৰূপৰ বিখ্যাত পীঠসমূহৰ ভিতৰত আটাইতকৈ পূবৰ পীঠখনেই হ'ল দিক্কৰ বাসিনী পীঠ। শদিয়াৰ উত্তৰ-পূবত দিক্ৰং বা দেওপানী নৈৰ পাৰত এই মন্দিৰ অৱস্থিত। এই দিক্ৰং নদীকে কালিকাপুৰাণত 'দিক্কৰ নদী' বুলিছে। এই নদীয়েই প্ৰাচীন কামৰূপ ৰাজ্যৰ পূব সীমা আছিল। দেৱী দিক্কৰ বাসিনীৰ দুটা ৰূপৰ এটি হৈছে উগ্ৰতাৰা বা তীক্ষ্ণকান্তা আৰু আনটো হৈছে মঙ্গলচণ্ডিকা বা ললিতকান্তা। ইয়াত তেওঁ উগ্ৰতাৰা তীক্ষ্ণকান্তা ৰূপত হে পূজ্য। এই ৰূপত তেওঁ কৃষ্ণবৰ্ণা, লম্বোদৰী একজটাযুক্ত আৰু এওঁৰ পূজাত মণ্ডল ত্ৰিকোণাকাৰ লিঙ্গযুক্ত যোনীমণ্ডল। এইগৰাকী দেৱী মদ্যপায়িনী, নৰমাংস ভক্ষিনী অতিভীষণা। বহুকালৰে পৰা চুটীয়া সম্প্ৰদায়ৰ লোকে ইয়াত পূজা-অৰ্চনা কৰি আছে। এইগৰাকী দেৱী তাম্ৰেশ্বৰী নামেৰেও খ্যাত।

মাধৱৰ দেওপানী নৈৰ পাৰৰ উগ্ৰতাৰা দেৱীৰ মন্দিৰলৈ উৰা মাৰি যাবলৈ মন গ'ল। মাধৱে ভাবিলে যে এই মন্দিৰত নিশ্চয় কিবা গূঢ় তথ্য লুকাই আছে যি কাৰণে সন্ন্যাসী গুৰুৱে পাঠদান আধৰুৱা কৰি গুচি যাবলৈ সাজু হৈছে।

জয়ানন্দ সৰস্বতী যাবলৈ সাজু হ'ল। কিন্তু উগ্ৰতাৰা মন্দিৰ দৰ্শন নকৰাকৈ তেওঁ নৱদ্বীপলৈ ঘূৰি যাব নোৱাৰে। ছাত্ৰহঁতক, বিশেষকৈ মাধৱৰ দৰে তীক্ষ্ণ বুদ্ধিৰ ছাত্ৰক শাস্ত্ৰ শিক্ষা দিবলৈ পাই তেওঁ আনন্দ পাইছিল। তথাপি তেওঁ যাবই লাগিব। এতিয়াও কিছু পলমহে হৈছে।

গুৰুৰ চৰণ স্পৰ্শ কৰি মাধৱৰ চকু বাষ্পাকুল হ'ল। বাবাই মাধৱৰ মূৰত হাত দি কমণ্ডলুৰ পানী এছাটি গাত ছটিয়াই আশীৰ্বাদ কৰিলে। তেওঁক আগবঢ়াই দিবলৈ যোৱা বৰকণাগিৰী, হৰশিঙা বৰা আদি সকলোৱে চাই ক'লে, 'চিন্তাৰ কাৰণ নাই। এক বিৰাট

সম্ভাৱনা লৈ মাধৱ তোমালোকৰ মাজলৈ আহিছে। গুৰুৰপৰা পোৱা সাধাৰণ জ্ঞান তাৰ হৃদয় ক্ষেত্ৰত অঙ্কুৰিত হ'ল। সময়ৰ লগে লগে জ্ঞানবুদ্ধিৰে বিকশিত বটবৃক্ষত পৰিণত হ'ব। আশা কৰিছোঁ মাধৱে এই মুলুক পোহৰাই তুলিব।'

জয়ানন্দ সন্ন্যাসীক বুকুত লৈ নাওখন ধীৰে ধীৰে আগুৱাই গ'ল। কিবা দুখ আৰু বেদনাই মাধৱৰ বুকুখন হেঁচি ধৰিলে। দুদিনমান সি কাৰো লগত কথা-বতৰা নাপাতিলে। দিন যোৱাৰ লগে লগে নিসঙ্গতাই তাক বেঢ়ি ধৰিলে। তাৰ লগত মনোহৰ, গোপালহঁতে খেতিত ধৰিলে। দুৰ্গাধৰ, মধু মিশ্ৰই সাধ-কৰম কৰি দুপইচা আৰ্জি পৰিয়ালক সহায় কৰাত লাগিল। সি এতিয়া কি কৰিব?

মাধৱে মন মাৰি থকা দেখি বৰকণাগিৰীৰ মনত চিন্তা হ'ল। কেতিয়াবা মাধৱে আগত শাস্ত্ৰ এখন লৈ উদাস দৃষ্টিৰে দূৰলৈ চাই থাকে। আকৌ কেতিয়াবা ৰাতি বিছনাৰ পৰা উঠি এড়ি তেলৰ চাকিটো জ্বলাই লৈ পুৱতি নিশালৈকে শাস্ত্ৰ পঢ়ে। খোৱা-বোৱাতো তাৰ ৰুচি নাইকিয়া হোৱা দেখি মনোৰমাৰো চিন্তা হ'ল। এদিন তেওঁ গিৰিয়েকক ক'লে, 'হেৰি, মাধৱলৈ মন কৰিছেনে? সন্ন্যাসী যোৱাৰ পৰা কেনেকৈ মন মাৰি থকা হ'ল। তাৰ বৰণটোও শেঁতা পৰিছে। এনেকৈ মন মাৰি বহি থাকিলে কিবাহে হ'ব সি। উজীৰৰ লগত কথা পাতকচোন।'

মাধৱ লেটেকুপুখুৰীৰ নকৈ সজা ঘৰৰ আগচালিত বহি আছে। আগফালৰ তৰুৱা কদমজোপাৰ সৰু সৰু হালধীয়া ফুলবোৰত তাৰ চকু নিবদ্ধ। কিছুদিনৰ আগতে সিয়েই ফুলজোপা ৰুইছিল। অযত্নত ফুলজোপা মুজুৰা পৰি গৈছিল। গুৰিটো পৰিষ্কাৰ কৰি গাত খান্দি চাৰিওফালে সাৰ-জাবৰ দিয়াত ফুলজোপা ঠন ধৰি আহিল। এৰা, সাৰহীন হৈ তাৰ জ্ঞান-বুদ্ধিবোৰো মুজুৰা পৰিবলৈ আৰম্ভ কৰিছে। তাৰ পৰা ক'ৰ ফুল ফুলিব।

হঠাৎ পাখি কোবাই গছজোপাৰ পৰা চৰাই এজনী উৰি গ'ল। মাধৱৰ ধ্যান ভাগিল। কান্ধত এখন হাতৰ পৰশ অনুভৱ কৰি মাধৱে ঘূৰি চালে। 'এনেকৈ মন মাৰি বহি আছা কিয়? জীৱনৰ এইছোৱা সময় অতি মূল্যবান। ভৱিষ্যতৰ ভেটি নিৰ্মাণৰ সময়। অপচয় কৰিব নাপায়। কিবা এটা কামত ধৰা।' হৰশিঙা বৰাই মাধৱৰ কান্ধত হাত থৈ মৰমেৰে ক'লে।

'খুৰা, কিনো কৰোঁ মই উৱাদিহ পোৱা নাই। অধ্যয়ন পূৰ্ণ কৰিব নোৱৰা কথায়ো মনত দুখ দিছে। কি কৰোঁ, ক'লৈ যাওঁ। মই অন্ধকাৰ দেখিছো।'

ফুকলীয়া ল'ৰাটোৰ কথা শুনি উজীৰ অবাক হ'ল। হওঁতে সি তেওঁৰ সমানে ওখ হ'ল। দেখাই-শুনাই সুঠাম ডেকাটো হৈ পৰিল। তথাপি ইমান হতাশ হোৱাৰ কাৰণ কি? এৰা বাহুত তাৰ অপাৰ বল আৰু মনত শক্তি আছে। তাৰ ভাব-চিন্তা সাধাৰণ যেই কোনো ল'ৰা এটাৰ দৰে নহয়। নৱ উন্মেষিত যৌৱনৰ শক্তি প্ৰয়োগৰ ক্ষেত্ৰ বিচাৰি তাৰ মনে হাঁহাকাৰ কৰিছে। ভাবি-গুণি উজীৰে ক'লে, 'বোপা, এই বিশ্বখন এখন বৃহৎ গ্ৰন্থ আৰু এই

গ্ৰন্থখনৰ পৰা অধ্যয়ন কৰিবলগীয়া অনেক পাঠ আছে। অধ্যাপকে শিক্ষা নিদিলেও কৰ্মৰ মাজেৰে জীৱনৰ অভিজ্ঞতাৰে এই পাঠ অধ্যয়ন কৰিব পাৰি। সেয়ে শুই-বহি শক্তিৰ অপচয় নকৰি কৰ্মত ধৰা।'

'কামেই দেখা নাই দেখোন, কিনো কৰিম।' তলমূৰকৈ মাধৱে ক'লে।

'মই দিম কাম কৰিবানে?' বহলকৈ চকু মেলি মাধৱে চালে ।

'মোৰ খেতিৰ লগতে তোমালোকৰ কাৰণেও স্বতন্ত্ৰভাৱে কেইডৰামান মাটিত খেতি কৰা। খেতিত শ্ৰম কৰি তোমাৰ শক্তিৰ সুব্যৱহাৰ কৰা। ধান-মান সকলো আহিব, সময়ৰো সদ্‌ব্যৱহাৰ হ'ব। বুজিছা বোপা, ধানেৰে উপচি থকা মোৰ কেইবাটাও ভঁৰাল আছে। তোমালোক তিনিটা প্ৰাণীয়ে খোৱাৰ বাবে মুঠেই চিন্তা কৰিব নালাগে। নিজৰ ভৰিৰ ওপৰত থিয় দিবলৈ শিকিবলৈহে তোমাক খেতি কৰিবলৈ কৈছো।'

উজীৰৰ কথা মাধৱৰ মনঃপূত হ'ল। ধনে-ধানে এই অঞ্চলৰ প্ৰতাপী ৰাজবিষয়া হৈয়ো উজীৰ খুৰাই খেতিত হাতে-কামে লাগে। হয়, হয়, সি খেতি কৰিব।' মাধৱে খেতি কৰিবলৈ মন স্থিৰ কৰিলে।

'বৰকণাগিৰীয়েও মনে মনে কথাটো ভাবিছিল। বৰাই তাকে সহজ কৰি দিলে। মনোৰমাইহে কথাটো বৰ ভাল নাপালে। জালি কোমোৰা হেন থু-থুকৈ কোমল হাত-ভৰিৰে মৰমৰ তেওঁৰ পোনাটোৱে কিদৰে দ মাটিৰ বোকাত নামি খেতি কৰিব বুলি ভাবি। মুখেৰে ফুটাই একো নক'লে।

পিছদিনা উজীৰে বৰকণাগিৰীক লগত লৈ মাধৱক বৰচলা পথাৰৰ উত্তৰফালে থকা মাটি কেইডৰা চমজাই দিলে। তেওঁৰ কঠীয়াতলীত বিধে বিধে কঠীয়া পাৰি থোৱা আছে। সদ্যহতে তাকে লৈ খেতি আৰম্ভ কৰিবলৈ ক'লে।

মাধৱৰ নতুন জীৱন আৰম্ভ হ'ল। আত্মনিৰ্ভৰশীল খেতিয়কৰ জীৱন। হৰশিপ্ৰ উজীৰৰ কেবাহালো বলদ আৰু দুটা নোদোকা মতা ম'হ আছে। এহাল মাধৱক দিলে। পাছে পৰে নিজে এহাল কিনি ল'ব বুলি মাধৱে মনতে ভাবিলে। বৰতলৰ মাটি কেইডৰাত বৰা, জহা, মালভোগ, গমিৰি আদি বিধে বিধে লাহী ধান, সৰু জৰীগছ জোপাৰ ফালৰ কেইডৰাত শালি কঠীয়া কৰবলৈ দিহা কৰিলে। টেপৰ গাঁৱৰ সৰুকণ আৰু টেপুক লগত লৈ মাটি চহোৱা, আলি দিয়া, মৈ দিয়া কামত ধৰিলে। লুপথুপীয়া কৈ চহোৱা মটিত কুমলীয়া কঠীয়াবোৰ লহপহকৈ বাঢ়ি কেইদিনমানতে ডাঠ সেউজীয়া বৰণ ল'লে। বৰকণাগিৰীও মাজে মাজে পথাৰলৈ যায়। পুতেকৰ কৰ্মনিষ্ঠা আৰু একাগ্ৰতা দেখা গৰবত তেওঁৰ বুকু উপচি পৰে। জেঠ, আহাৰ মাহৰ বৰষুণে ধোৱা তাৰ দেহা তাম বৰণীয়া হৈ পৰিল। সুগঢ়িত বহল বুকু আৰু সুদৃঢ় পেশীবোৰে তাৰ খেতিয়কৰ চেহেৰাটো প্ৰকট কৰি তুলিলে।

'বৰতলৰ এই মাটি কেইডৰাত কি কঠীয়া ৰোৱা হ'ল?' পিতাকে আগ্ৰহেৰে মাধৱক সুধিলে।

'এই দুহালিছাত জহা আৰু মালভোগ। সৰু জৰীগছৰ তলৰ ফালে বৰতমণি, কাৰশালি, গমিৰি আদি কেইবিধমান লাহী ধানৰ কঠীয়া ৰোৱা হৈছে। পথাৰৰ মূৰৰ ফালে পিছলা নৈৰ বাঢ়নী পানী শুকাবলৈ ধৰিছে। পলসেৰে সাৰুৱা হোৱা সেই কেইডৰাত শালি ধানৰ কঠীয়া ৰোৱাৰ কথা ভাবিছোঁ পিতা!'

'বঢ়িয়া হ'ব। পানী শুকাবলৈ ধৰোঁতে মৰকীয়া হাল দুখনমান বোৱাই দিয়া। গাঁৱৰে জীয়ৰী-বোৱাৰীইঁতক মাতি সাৱৰীয়া মাতো। জোনাকী আৰু সৰুপাহীইঁতে মোক শুনাই আছে, সিইঁতক বোলে মাধৱৰ খেতিত সাৱৰীয়া খাবলৈ নামাতিলে নেৰে।' মাধৱে সম্মতিসূচক দৃষ্টিৰে হাঁহি মাৰি পিতাকৈ চাই কোৰখনেৰে বকিয়াটো পোন কৰাত লাগিল।

বৰকণাগিৰীৰ নিমন্ত্ৰণ পাই জোনাকী, সৰুপাহী, পমিলী, টেপুৰামৰ ঘৈণীয়েক, সোণপাহী পেহীইঁত আহি এজাক চৰাই আহি জাকি মাৰি পৰাদি পৰিল। জাক গাভৰুৰ খোচামৰা কথাৰ টুকুৰা আৰু হাঁহিৰ খিল্‌খিলনিত সূৰ্যস্নাত ক্লেদময় পথাৰৰ গৰ্ভ প্ৰাণময় কৰি তুলিলে। নাঙলৰ সীৰলুত ধৰি ঘৰ্মাক্ত দেহেৰে মাটি ফালি সৃষ্টিৰ চেতনাত নিমগ্ন হ'ল মাধৱ। এনেকৈয়ে শত কৃষকৰ কপালৰ ঘাম লাগি পৃথিৱী সেউজীয়া হয়। আশাৰ কঠীয়াবোৰ সোণ হৈ উপচি পৰে। কৰ্ষিত পথাৰে মাধৱৰ অন্তৰাত্মাত আনি দিয়ে সৃষ্টিৰ উন্মেষ।

সোণপাহী, পমিলীইঁতে পলকতে ইডৰাৰ পিছত সিডৰাকৈ মাটি ৰুই যায়। মুকলি আকাশৰ তলত বকিয়াত শাৰী পাতি বহি সিইঁতে বৰা ভাত খায়। মৈ দি থকা ভৰত আৰু ভোগমনৰ লগত ৰঙিলী আৰু সেউতীক জোৰা দি জোকায়। অলপ পিছতে মাধৱৰ লগত সিইঁত কেইটাও আহি খাবলৈ বহে। সোণপাহী পেহীয়ে তামোল এমোকোৰা মুখত ভৰাই লৈ মাধৱলৈ চাই কয়, 'মাধৱ বোপা, এই কেইজনীৰ ভিতৰত তোমাৰ কোনজনী পচন্দ হৈছে মনে মনে মোক ক'বা। মই ঠিক কৰি দিম।'

গোটেই জাকে গিৰ্জনী মাৰি হাঁহে। মাধৱে লাজকুৰীয়া হাঁহিটো মাৰি উঠি যায়। মাধৱৰ সুন্দৰ সুঠাম চেহেৰা আৰু পদুমফুলীয়া হাঁহিটোৱে গাভৰুইঁতৰ মনত উখল-মাখল লগায়। তাৰ সমগ্ৰ শৰীৰত এতিয়া যৌৱনৰ উন্মেষ। গাভৰুৰ সুগোল বাহু আৰু বোকালগা পূৰঠ কলাফুল দেখি মন ৰাই-জাই কৰাৰ বয়স। তথাপি সকলো সময়তে সি স্বাভাৱিক গাম্ভীৰ্য বজাই ৰাখে।

এনেকৈ দেহৰ খাটনি আৰু হাঁহি-ধেমালিৰ মাজেদি মাধৱৰ খেতিৰ অন্ত পৰিল। মাধৱৰ শ্ৰম কৰাৰ শক্তি দেখি হৰশিঙা বৰা আৰু পিতাক আচৰিত হ'ল। মাধৱৰ শ্ৰম সাৰ্থক হ'ল। আঘোণৰ সোণবৰণীয়া ধানেৰে উপচি পৰিল মাধৱৰ পথাৰ। তাকে দেখি পিতাক আৰু খুৰাকে বৰ আনন্দ পালে। ধানেৰে ভঁৰাল ভৰি পৰিল। মাধৱে পিছে ধানখিনি ৰাখি থ'বলৈ মন নকৰি খুৰাক আৰু পিতাকৰ লগত আলোচনা কৰি বছৰটো ওৱাদানিকৈ খাবৰ জোখাৰে ৰাখি বাকী ধানবোৰ বেচি দিলে।

মাধৱৰ খেতিয়ক মন জাগ্রত হ'ল। এইবাৰ বাম খেতিত মন দিলে। ঘৰৰ ওচৰৰ আঁহতৰ গুৰিৰ কঠীয়াতলীত মাটিমাহ, কলামাহ, সৰিয়হৰ খেতি কৰিলে। সেইবোৰো বেচি বহুত ধন পালে।

খৰালি বতৰ। খেতি সামৰি হৰশিঙা উজীৰ বৰাই ৰাজকাৰ্য সমাধান কৰিবৰ বাবে দীঘলীয়াকৈ ওলাই যায়। এইবাৰো লগুৱা-লিকচৌসহ কেইবাখনো নাও লৈ নামনিৰ ফালে জাইগীৰি তুলিবলৈ যাবলৈ সাজু হ'ল। এইফালৰ কাৰ্যখিনি চম্ভালিবলৈ বৰকণাগিৰীক দায়িত্ব দিছে। কাচিকটা নৈৰ উত্তৰ পাৰে থকা ধলপুৰ গাঁৱৰ ৰাইজখনে ৰাজ ধন আদায় কৰি দিয়াত বৰ হেমাহি কৰে। উজীৰে দুবাৰমান ৰজাঘৰত কৈফিয়ৎ দিবলগাও হৈছে। কিন্তু, ৰাইজখনকনো কি দোষ দিবা? যোৱা বাৰ ৰঙাজানৰ বাঢ়নি পানী ঘৰে-বাৰীয়ে সোমাই খেতি-বাতি সোপাকে উটুৱাই নিলে। ন বুলিও এমুঠি খাবলৈ নাপালে। মানুহৰ পানীত হাঁহ নচৰা অৱস্থা হ'ল। ৰাইজৰ দুখ দেখি উজীৰ বৰাৰ অন্তৰ গলিল। বৰফুকনক খাতিৰ-খোচামতি কৰি সেইবাৰলৈ খাজনা মাফ দিয়ালে। এইবাৰ যেনিবা আই গোসাঁনী ৰাইজৰ প্ৰতি প্ৰসন্ন। পানীয়ে ৰাইজক বৰকৈ আমনি নিদিলে। ৰাইজখনে ধান-মাহ, সৰিয়হ যি পাৰে গোটাই চপাই আজৰি হৈছে। সেয়েহে এই সময়েই কৰ-কাটল তোলাৰ উপযুক্ত সময় বুলি উজীৰ যাবলৈ ওলাইছে। ইতিমধ্যে ৰাইজক খবৰ দিবলৈ দূত গৈ ধলপুৰ পালেগৈ।

সমুখত তামোলৰ বঁটাটো লৈ কথাবোৰ আলোচনা কৰি উজীৰৰ চ'ৰাঘৰত বৰকণাগিৰী আৰু বৰা বহি আছে। এনেতে মাধৱ আহি 'খুৰা, কিবা গধুৰ কথা আলোচনা চলি আছে নেকি? মোৰ কথা এটা আছিল।'

'আহাঁ, সেই ঢৰাখন লৈ মোৰ ওচৰতে বহা।' ঢৰাখনত বহি মাধৱে লাহে লাহে ক'লে, 'খুৰা মই আপোনালোক দুয়োৰে আগত কথা এটা ক'ম বুলি ভাবিছোঁ।'

'পাতনি মেলিব লাগে কিয়? কোৱা আকৌ কি কথা আছে?' উজীৰে ক'লে।

'খুৰাদেউ, আপোনাৰ সহায় আৰু উদগণি পাই অনেক কষ্ট কৰি খেতি কৰিলোঁ। ফলো পালোঁ ভাল। ধান-মাহবোৰ সদাগৰক বেচি পোৱা ধনখিনি এতিয়া আপোনালোক দুয়োকে চমজাই দিবলৈ বিচাৰিছোঁ'— এইবুলি সৰু চোঁচনি দিয়া কলা বকুণ্ডি এটা সন্মুখৰ বঁটাটোতে থ'লে। হৰশিঙা বৰা আৰু বৰকণাগিৰীয়ে কথাটো টলকিব নোৱাৰি ইজনে সিজনৰ মুখলৈ চালে।

'ইয়াত কি থৈছা? বুজাই কোৱাচোন।' উজীৰে সুধিলে। 'ধান-মাহ বেচি পোৱা চাৰিকুৰিতকৈয়ো অধিক ধন ইয়াত আছে। তাকে আপোনালোকে দুয়োকে চমজালোঁ।'

'মাধৱ!' বুলি উজীৰে মাধৱক সাৱটি ধৰি মূৰত চুমা খালে। 'এই ধনৰ গৰাকী তুমি আৰু তোমাৰ সৌভাগ্যবান পিতৃ। তোমাৰ চিন্তাৰ মহত্ব আৰু কৰ্তব্যনিষ্ঠাই মোক অভিভূত কৰিছে। ইয়াতকৈ আৰু মোক একো নালাগে।' এইবুলি বঁটাটোৰ পৰা ধনৰ

টোপোলাটো তুলি লৈ মাধৱৰ হাতত দি ক'লে, 'তুমি নিজ হাতে ধনখিনি পিতৃৰ হাতত দিয়া।'

ধনৰ মোনাটো সি পিতাকৰ হাতত দিয়াত 'তাৰে কিছু ধন তোৰ হাতত ৰাখ বাছা' বুলি চকুৰ কোণত বিৰিঙি উঠা চকুলোৰ টোপাল মোহাৰিলে।

'মোৰ ধনৰ প্ৰয়োজন নাই পিতা। প্ৰয়োজন হ'লে আপোনাৰ পৰা খুজি ল'ম।'

কিবা অবুজ সুখত বৰকণাগিৰীৰ দেহ-মন পুলকিত হ'ল তেওঁৰ ফুকলীয়া ল'ৰাটোৰ দায়িত্বজ্ঞান আৰু শ্ৰদ্ধা দেখি। পৰিৱেশটো ভাবগধুৰ আৰু নিস্তব্ধ হৈ পৰিল। তেনেতে উজীৰে মাত লগালে—

'এতিয়া পাছে কি কৰোঁ বুলি ভাবিছা?'

'আপুনি এদিন কৈছিল নহয়, এই প্ৰকৃতিখনেই এখন বৃহৎ গ্ৰন্থ বুলি। আৰু পৰ্বত-পাহাৰ, নদ-নদী, গছ-গছনি আৰু প্ৰাণী জগতখন; বিশেষকৈ মানুহেই ইয়াৰ প্ৰধান পাঠ বুলি। এই গ্ৰন্থখন অধ্যয়ন কৰিবলৈ, ইয়াৰ পাঠবোৰ লুটিয়াই চাবলৈ মোৰ বৰ মন যায় খুৰা।'

'তইনো এইবোৰ কি কথা ক'ৱ বাছা?' বিস্ময়ৰ ভাৱেৰে পিতাকে সুধিলে।

মাধৱ তলমূৰকৈ ৰৈ থকা দেখি উজীৰে ক'লে, 'বৰ ভাল কথা। বাৰু কোৱাচোন সেই শাস্ত্ৰখনৰ অধ্যয়ন পদ্ধতিটো কোন ধৰণৰ হ'ব?'

'মোৰ মন যায় মই যেন কাচিকটাৰ পৰা ৰঙাজানেদি নাৱেৰে গৈ বৰলুইত পাম। নদী-উপনদীৰে গৈ গৈ প্ৰকৃতিৰ বুকুত অসম কামৰূপৰ মানুহৰ মাজত থকা ৰহস্যবোৰৰ সন্ধান বিচাৰিম। বুজিছে খুৰা, গাঁৱে-ভূঞে থকা মানুহবোৰৰ লগত একাকাৰ হৈ যাবলৈ, সিহঁতৰ জীৱনৰ গতি-পদ্ধতি, মানসিক ৰাজ্যৰ বুজ ল'বলৈ, অনুভৱ কৰিবলৈ মোৰ বৰ মন যায়। মই বুজি পাইছোঁ এইয়া মোৰ অলীক কল্পনা। এটা ভেকুলীয়ে সাগৰৰ গভীৰতা আৰু বিশালতাৰ বুজ ল'বলৈ বিচৰাৰ দৰে। কিন্তু কিয় এনে হয় মই নিজেই বুজা নাই।

কম কথা কোৱা গহীন-গম্ভীৰ ল'ৰাটোৰ এনে বাক প্ৰগলভতা দেখি দুয়োজন আচৰিত হ'ল। মাধৱৰ আগত সেই ভাব প্ৰকাশ নকৰি উজীৰে ক'লে, 'তোমাৰ এনে এটা সুবাসনা জাগ্ৰত হৈছে যেতিয়া ভগৱানে কৰিলে কেৱল অসম কামৰূপৰ নহয়, সমগ্ৰ ভাৰতবৰ্ষতে ভ্ৰমণ কৰাৰ সুবিধা মিলিব পাৰে। সদ্যে এটা কাম কৰিলে কেনে হয়? জাইগীৰি তুলিবলৈ দক্ষিণ দিশলৈ যাবলৈ মই সকলো যা-যোগাৰ কৰিলোঁৱেই। এইবাৰ মাধৱো ওলাওক মোৰ লগত। ভূঞাদেৱ, আপুনি কেনে দেখে?'

'মাধৱ সন্মত হ'লে মই ভালেই পাম।' গোবিন্দগিৰী ভূঞাই উত্তৰ দিলে।

'মোৰ লগত ৰাজহ তুলিবলৈ গ'লে গাঁৱে-ভূঞে ধনী-দুখী, জাতি-অজাতি অনেক মানুহৰ সংস্পৰ্শলৈ আহিব। নানা ঠাই, অনেক জীৱ-জন্তু দেখা পাব, নদীৰ পাৰৰ প্ৰকৃতিৰ মোহনীয়া ৰূপত মন-প্ৰাণ উপচি পৰিব। এয়া মোৰ ব্যক্তিগত অভিজ্ঞতা। তাৰ ভাগ মাধৱকো দিবলৈ বিচাৰিছোঁ।'

মাধৱৰ সন্মতিসূচক মিঠা হাঁহিটো দেখি দুয়ো আনন্দ পালে। এনেতে উজীৰৰ ডাঙৰ গৰাকী পত্নী ওলাই আহি কৃত্রিম খং দেখুৱাই ক'লে, 'মাধৱ, আলহীৰ দৰে চ'ৰাতে বহিয়েই থাকিবা নেকি? আহাঁ, জলপান খাবলৈ। আপোনালোক দুজনো আহক।' বুলি মাধৱৰ হাতত ধৰি ভিতৰলৈ লৈ গ'ল।

কথাটো কাণত পৰাৰে পৰা মাধৱৰ মন উৎকণ্ঠাৰে ভৰি পৰিল। কেতিয়া যাত্রাৰ দিনটো আহে তাৰ অপেক্ষাত মাধৱৰ মন ব্যগ্র হ'ল। সেইদিনা ৰাতি এঘুমটি শুই সাৰ পোৱাৰ পিছত তাৰ চকুলৈ টোপনি নাহিল। তাৰ মনৰ অটল গৰ্ভত সোমাই থকা কথাটোৰ ভু লোৱা বিশাল ব্যক্তিত্বৰ পুৰুষজনৰ প্রতি শ্রদ্ধাত মাধৱৰ মূৰ দোঁ খালে। তেজৰ সম্পৰ্কৰ পিতৃতকৈ প্রাণৰ সম্পৰ্কেৰে সম্পৰ্কিত মহান পুৰুষ হৰশিঙা বৰাই তাৰ জীৱনাদৰ্শত পেলোৱা প্রভাৱৰ কথা সি কোনো দিনে পাহৰিব নোৱাৰে।

মনত পৰিল সৰু কালৰ কথা। তেতিয়া মাধৱৰ ন বছৰ হৈছিল। এদিন উজীৰৰ সম্পৰ্কীয় ভয়েক শাওণা হালগিৰীয়ে মাধৱক পথাৰত ধান নিৰাবলৈ ক'লে। মাধৱে 'নাজানো' বুলি কোৱাতো পুতেক দুটাই টানি-আঁজুৰি তাক পথাৰলৈ লৈ গ'ল। 'বৰপিতাৰ ভঁৰালৰ ভাত খাই গেৰেলা হ'ব পাৰ, কাম কৰিব নোৱাৰ' বুলি পথাৰলৈ গতিয়াই দিলে। খঙত একো নাই হৈ মাধৱে কান্দি কান্দি ৰোৱাবোৰকে কোচাকোচে উভালিবলৈ ধৰিলে। তেনেতে উজীৰ পথাৰলৈ আহি মাধৱক কান্দি থকা দেখি 'কি হ'ল মাধৱ' বুলি ওচৰ চাপি আহিল।

'সিহঁতে মোক ধান নিৰাবলৈ বুলি গতিয়াই দিছে, মই নাজানো।' বুলি মাধৱে ফেকুৰিবলৈ ধৰিলে। উজীৰে 'তহঁতৰ ইমান সাহ, মোৰ এই ফুকলীয়া ল'ৰাক কামত লগাব' বুলি ডবা খেদা দিলে। ভয়তে সিহঁতে পলায়ুৰ্দ্ধং কৰিলে। সেই দৃশ্যটোলৈ মনত পৰি মাধৱৰ বিছনাতে হাঁহি উঠিল।

তাৰ মানসিক স্থবিৰতা দূৰ কৰাৰ আশাতে সেইজন খুৰাকৰ লগতে সি নৌকা ভ্রমণ কৰিবলৈ ওলাইছে। নহ'লেনো কি কৰি সি কাল কটাব? সদায় কৃষি কাৰ্যত লাগি থকাৰ মানসিক প্রস্তুতি তাৰ নাই। শাস্ত্র অধ্যয়ন কৰিবলৈও ইয়াত তেনে পৰিৱেশ নাই। নুবুজা কথা সুধিবলৈ সন্ন্যাসী বাবাও গ'লগৈ। ইতিমধ্যে খুৰাকৰ ঘৰত আৰু তাৰ নিজৰ ঘৰত থকা শাস্ত্ৰকেইখন অধ্যয়ন কৰা হ'লেই। আৰুনো একে কেইখনকে কিমান পঢ়িব?

সৰু কালছোৱাই বৰ ভাল সময় আছিল। তাৰ মনত পৰিল সৰু কালৰ খেলাৰ লগৰী হৰি, হৰিবৰ, হৰাই, নিবাই, নিৰঞ্জনহঁতলৈ। এদিন ডুগডুগনি খেলোঁতে নৰহৰিৰ হাতত দুখ পাই উখহিল। বাপেক খাণ্ড্র হালগিৰীয়ে মাধৱৰ পিতাকৰ আগত 'মাধৱে মোৰ ল'ৰাৰ হাত ভাঙিলে' বুলি গোচৰ দিলেগৈ। পিতাকে সেইদিনা তাক বৰ খং কৰিলে। সি পিছ দুৱাৰেদি নৰহৰিৰ ওচৰলৈ গৈ বিহলঙনিৰ কুমলীয়া পাত দুটামান নি তাৰ উখহা ঠাইত মোহাৰি দিলে। মাধৱৰ স্পৰ্শ পাই তাৰ হাতৰ বিষ হাততে নাইকিয়া হ'ল। হৰাই,

নিৰাই আছিল পখি খেলত পাকৈত। চোইৰ বাঘ, ঘিলা খেল আৰু সোৰগঙ্গ খেলাত মাধৱক কোনেও হৰুৱাব নোৱাৰিছিল। লগৰীয়াহঁতৰ লগত হৰিণৰ পিছে পিছে দৌৰা, গছৰ ফেৰেঙণিত উঠি উমনি দিয়া চৰইৰ ৰেহ-ৰূপ চোৱা, কুলি-কেতেকীৰ সুমধুৰ সুৰ, ফেঁচাৰ কুৰুলিৰে চঞ্চল শৈশৱৰ সেই দিনবোৰলৈ মাধৱৰ মন উৰা মাৰে।

হয়, হয়। খুৰাদেৱেকে কোৱা জগত গ্ৰন্থখনৰ আখৰ চিনাকি পৰ্ব আচলতে তাৰ শৈশৱতে আৰম্ভ হৈছিল। কাচিকটা নৈৰ পাৰৰ ডাঠ হাবিখনৰ চিনাকি-অচিনাকি জীৱ-জন্তুবোৰে, বিবিধ চৰাইৰ সানমিহলি মাতে তাৰ মনটো ৰহস্যৰ জগতখনলৈ লৈ গৈছিল। খুৰাক বা দেউতাকক এইবোৰ কোনে সৃষ্টি কৰিলে বুলি সুধিলে এটা কথাই কয়, 'এইবোৰৰে সৈতে গোটেই জগতখনকে ঈশ্বৰে সৃষ্টি কৰিলে।'

ঈশ্বৰ কোন? শিৱ নে দুৰ্গা নে কালী? কৃষ্ণ নে গণেশ? ৰাম নে হনুমান। 'জগত সৃষ্টিত কোনজনৰ গুৰুত্ব অধিক?' বুলি সুধিলে তেওঁলোকে কয়, 'এইবোৰ শাস্ত্ৰৰ কথা। ডাঙৰ হ'লে শাস্ত্ৰ পঢ়ি এইবোৰৰ ভেদ ভাঙিব পাৰিবা'বুলি বিষয়ৰ পৰা আঁতৰি যায়। শ্ৰদ্ধাৰ গুৰু গৰলা দলৈ নাইবা সংস্কৃত পণ্ডিত সন্ন্যাসী বাবায়ো তাৰ মনৰ সংশয় দূৰ কৰিব নোৱাৰিলে। বৰঞ্চ ভিন ভিন শাস্ত্ৰই দিয়া ঈশ্বৰ সম্পৰ্কীয় ধাৰণা, পূজা-পদ্ধতিয়ে মনত খেলি-মেলিৰহে সৃষ্টি কৰিলে। পাৰিলে সি কোনো সিদ্ধ সন্ন্যাসীৰ শিষ্য হৈ শাস্ত্ৰৰ গুপুত ৰহস্যৰ সন্ধান বিচাৰিব।

সদ্যে সি হৰশিঙা বৰাৰ লগত নৌকা বিহাৰ কৰিব। নদীৰ পাৰে পাৰে, মানুহৰ মাজে মাজে, ঘোঁৰাৰে, নাৱেৰে ঘূৰি ফুৰি পৃথিৱীখনৰ ৰহস্যৰ সন্ধান বিচাৰিব।

মাধৱৰ চকুৰ পতা জাপ খাই আহিল।

* * *

নৈপৰীয়া কোমল বতাহজাক ধীৰে ধীৰে বলি আছে। শেষ ফাগুনৰ পছোৱা বতাহ জাকে টানকৈ ওলাই অহা ৰ'দজাক কোমলাইছে। শান্ত-শীতল পৰিৱেশটো বঠাৰ চপ চপ শব্দই গহীন কৰি তুলিছে। উজীৰৰ মাৰ নাও লেটেকুপুখুৰীৰ পৰা নাৰায়ণপুৰ হৈ আগবাঢ়িছে।

ৰঙাজান নৈৰ পানী শুকাইছে। দুয়োপাৰে গৰাত আৰু বালিৰ চটবোৰত বনৰীয়া গছ আৰু ঝাওবনবোৰ গজিছে। শান্ত গতিৰে বৈ থকা নিৰ্মল পানীৰ সোঁতলৈ চাই চাই মাধৱ তন্দ্ৰামগ্ন হৈ পৰিল। হঠাৎ কেইটামান বনৰীয়া চৰাইৰ চিঞৰ-বাখৰ শুনি তাৰ তন্দ্ৰা ভাগিল। দূৰৰ চোমনিখনলৈ চকু গ'ল। কোনোবা ম'হ গুৱালে উকিয়াই গোৱা এফাঁকি বনগীত মাধৱৰ কাণত পৰিলহি

'কৈলৈ ফুলিলি ৰূপহী মদাৰ ঐ
কৈলৈ পেলালি কলি।

গুৰুতো নালাগে ভকততো নালাগে
থাকে তলে ভৰি সৰি।।'

বতাহত ভাহি অহা সুৰটোৱে মাধৱৰ মন টানি নিলে। তেওঁৰ কোনোবা সপোন ৰাজ্যত থকা যেন লাগিল। সুৰটোলৈ লক্ষ্য কৰি দূৰলৈ চাই পঠিয়াওতে ৰমকজমককৈ ফুলি থকা প্ৰকাণ্ড ওখ গছ্ এজোপালৈ মাধৱৰ চকু গ'ল। উনৈশ বছৰীয়া জীৱন কালত তাৰ ইমান ধুনীয়া ফুল দেখাৰ কথা মনত নপৰে। সৰুৰে পৰাই মাধৱে ফুল ভাল পায়। ঘৰৰ সন্মুখৰ ফুলবাৰীখনত সি নানা ৰঙৰ ফুল ৰুইছে। কিন্তু সেইবোৰ ফুল ইমান ধুনীয়া নহয়। 'আঃ ইমান ধুনীয়া।' অজানিতে মাধৱৰ মুখৰ পৰা ডাঙৰকৈ ওলোৱা শব্দকেইটা শুনি উজীৰে 'কি ধুনীয়া বস্তুৱে তোমাৰ ধ্যান ভাঙিলে বোপা?' বুলি হাঁহি মাৰি সুধিলে। বৰাই কিছু সময়ৰ আগৰে পৰা আত্মস্থ মাধৱলৈ লক্ষ্য কৰি আছিল।

তন্দ্ৰাবিষ্ট নয়নেৰে তেওঁলৈ চাই আকাশলঙ্ঘী গছজোপাত ফুলি থকা ফুলবোৰলৈ আঙুলিয়াই 'সেইজোপা কি ফুল খুৰাদেউ?' বুলি সুধিলে।

'সেইজোপা চম্পা ফুল। বৰ মিঠা গোন্ধ। নৈৰ এই কেঁকুৰিটো পাৰ হৈ আগৰ ঘাটটোতে আমি নাও বান্ধিম। ঘাটৰ পোনে পোনে সেইখন হৰিপুখুৰী গাঁৱতে আমি দুই-চাৰি দিন থাকি ঘোঁৰাৰে ঘূৰি ফুৰি ৰাজহ তুলিম। আমি য'ত থাকিম তাৰ পৰা কেইনলমান দূৰত থকা সাওকুছি গাঁৱৰ এঘৰ মানুহৰ বাৰীতে ফুলজোপা আছে। কালিলৈ ৰাজহ তুলিবলৈ যাওঁতে ওচৰৰ পৰা চাব পাৰিবা।' উজীৰে ক'লে।

'সেই ফুলৰ সৌন্দৰ্য নিচেই কাষৰ পৰা উপভোগ কৰিবলৈ, গোন্ধ ল'বলৈ আৰু ফুলপাহৰ কোমলতাবোৰ হাতেৰে চুই চাবলৈ মোৰ মনটো ব্যাকুল হৈছে। আজিয়েই চম্পাফুলজোপাৰ ওচৰলৈ গ'লে কেনে হয় খুৰা?' মাধৱে ব্যগ্ৰভাৱে সুধিলে।

'দূৰৰ পৰ্বত যিমান নিমজ আৰু সেউজীয়া দেখি ওচৰৰ পৰা তেনে নহয় মাধৱ। পৰ্বতত বহুত খলা-বমা থাকে। অৱশ্যে চম্পাফুলৰ ৰং আৰু গোন্ধৰ বেলিকা দূৰ, ওচৰ সকলোতে একেই। কিন্তু সেই বিয়াগোম ফুলজোপাৰ পৰা ফুল পৰাটোহে পৰ্বত বগোৱাতকৈও কঠিন কাম বোপা। তোমাৰ বৰকৈ মন গৈছে যেতিয়া আজিয়েই তালৈ যাম।

নৈৰ কেঁকুৰিটো পাৰ হৈ নাও ঘাটত ৰ'লহি। প্ৰতাপী ৰাজবিষয়া হৰশিঙা উজীৰ আহিব বুলি গম পাই মানুহবোৰ সাজু হৈ আছিল। এটা শকত-আৱত ঘোঁৰাসহ আঠজন মানুহ নাওখন ৰখোৱাৰ লগে লগে আগবাঢ়ি আহিল। মাঝিজনে এডাল শকত ৰছী পাৰলৈ দলিয়াই দিলে। পাৰত বৈ থকা মানুহজনে ধৰি দীঘল ৰছীডাল এটা খুঁটিত টানকৈ বান্ধি দিলে। নাৱৰ পৰা মাটিলৈ পাৰি দিয়া তক্তাইদি মাধৱ আৰু উজীৰ নামি আহিল। উজীৰৰ লগত মাধৱ ঘোঁৰাত উঠিল, বাকী মানুহে ভাৰবান্ধি বয়-বস্তুবোৰ কঢ়িয়াই ি লৈ।

ঘোঁৰাত উঠি গৈ থাকোঁতে মাধৱৰ তাহানি মাকে কোৱা ফুলকোঁৱৰৰ সাধুটোলৈ মনত পৰিল। মাধৱে মনতে আওৰালে—

'কাঠৰ পখী ঘোঁৰাত উঠে ফুলকোঁৱৰে
চাবুকৰ মাৰি যাই চাট।
আকাশে পাতালে উড়াৱত কৰিলে
আলাসত কৰিলে বাট। .....' সিও যেন নিমিষতে উৰি গৈ ফুলজোপাৰ কাষ পাবগৈ। গৈ গৈ এখন বাৰীৰ কাষত ঘোঁৰা ৰখাই দুয়ো নামিল। কাৰোবাৰ নিপুণ হাতৰ পৰশত বাৰীখন ফলে-ফুলে জাতিষ্কাৰ হৈ আছে। চুকৰ ফালে বিয়াগোম গছজোপাত চম্পা ফুলবোৰ ফুলি ৰমক-জমক হৈ আছে। ফুলৰ মিঠা গোন্ধত ঠাইখন আমোলমোলাইছে।

ৰাজকীয় ধৰণেৰে দুজন সুপুৰুষ ঘোঁৰাৰ পৰা নামি চম্পা ফুলৰ গছজোপালৈ চাই থকা দেখি ওচৰৰ নাঙঠ-পিঙঠ ল'ৰা-ছোৱালী এজাক আহি গোট খালেহি। বৰাই চেঙেলীয়া ল'ৰা এটাক 'বাপু, এই বাৰীৰ গিৰিহঁতজনক মাতিছে বুলি কগৈ যা' বুলি কোৱাৰ লগে লগে সি ঢপলিয়াই গৈ খবৰ দিলেগৈ।

গিৰিহঁতজন ওলাই আহিল। তেওঁ দূৰৰ পৰাই উজীৰক চিনি পালে। খপজপকৈ গামোচাখন কান্ধত লৈ আহি সবিনয়ে প্ৰণাম জনাই ক'লে, কি ভাগ্যৰ বলত এনেহেন মহান ৰাজবিষয়া আহি আমাৰ পদুলিত থিয় দিলেহি। আহক, আহক। আপোনাৰ পদধূলাৰে আমাৰ পঁজাঘৰ পবিত্ৰ কৰক' বুলি মাতি নি দুয়োকে আস্তবেস্তকৈ বহুৱালে।

'আমাক চিনি পাইছেনে?' উজীৰে তেওঁক সুধিলে।

আপোনাৰ দৰে সৎ ৰাজবিষয়াক এই ভাৰন্তৰ কোনে চিনি নাপায় উজীৰ ডাঙৰীয়া? পিছে এই গন্ধৰ্বকুমাৰ হেন ল'ৰাটি আপোনাৰে সন্তান যেন পাইছোঁ।

এওঁ একালৰ বাগুকাৰ মজিন্দাৰ গোবিন্দগিৰী ভূএগৰ সন্তান। বৰ্তমান লেটেকুপুখুৰীৰ বাসিন্দা। নিজ ঔৰসজাত সন্তান নহ'লেও এওঁ মোৰ পুত্ৰতোধিক, নাম মাধৱ। মোৰ লগতে ঠাই ফুৰিবলৈ আহিছে। চম্পাফুলৰ গোন্ধ আৰু সৌন্দৰ্যই তেওঁক এই ঠাইলৈ টানি আনিছে। পিছে, আপোনাৰ বিষয়েও জানিবলৈ মন গৈছে।

'তিতা চোমদাৰ বুলি আমাক সকলোৱে কয়। পিছফালে থকা চোমনিবাৰীখনতে পাটপলু পুহি জীৱিকা আৰ্জো।'

এনেতে চোমদাৰৰ ছোৱালীজনীয়ে দুইলোটা পানী আৰু গামোচা দুখন আনি ওচৰত থৈ 'মুখ-হাত তিয়াব লাগিছিল' বুলি কোৱাত চোমদাৰে 'উঠক উঠক ডাঙৰীয়া, দৰিদ্ৰৰ ঘৰখনতো পদধূলা পেলাওঁক' বুলি মুখ-হাত ধুবলৈ দেখুৱালে।

জলপান খোৱাত মাধৱৰ মন নাই। চম্পাফুলৰ চিন্তাত তাৰ মন উচ-পিচ লাগিছে। খাই থাকোঁতে চোমদাৰলৈ চাই সুধিলে, 'গছজোপাৰ পৰা ফুলবোৰ কেনেকৈ ছিঙে?'

'ফুল ছিঙাৰ প্ৰয়োজন নহয়েই। ইমান ওখ গছ, ছিঙিবও নোৱাৰি। কাৰোবাৰ প্ৰয়োজন হ'ল তলসৰা ফুলকে তুলি নিয়ে।'

চোমদাৰৰ কথাত মাধৱৰ মন হতাশাত ভাগি পৰিল। আশাৰে চোমদাৰলৈ চাই সৰু সৰুকৈ ক'লে, 'চম্পাফুল কেইপাহমান পাৰি ল'বলৈ মোৰ বৰ মন গৈছে। কেনেকৈ পাম?'

দেৱতাৰ দৰে মোহ লগা ল'ৰাটোৰ মৌ-বৰষা কথাই চোমদাৰৰ মনটো গলাই পেলালে। কিন্তু ফুল পাৰিবলৈ এতিয়া তেওঁৰ কোনো উপায় নাই। সেয়ে মাধৱলৈ চাই মৰমেৰে ক'ল, বোপা, এতিয়া বেলি বহিবৰ হ'ল। মই বুঢ়া মানুহ, গছত উঠিব নোৱাৰোঁ। সিপাৰৰ তিতাৰাম গাছুৱৈলৈ খবৰ পঠিয়াওঁ, কালিলৈ পুৱাতে ফুল কেইপাহমান পাৰি দিবলৈ।'

'নহ'ব চোমদাৰ। ৰাতি নৌহওঁতেই আমি গৈ কলনপুৰৰ সতাই নেওগৰ ঘৰ পাবগৈ লাগিব। তাত কালিলৈ ৰায়ত মেল বহিব। সময়মতে কৰ সংগ্ৰহ কৰিব নোৱাৰিলে ৰজাৰ দায়ত পৰিব লাগিব।' উজীৰে দৃঢ়ভাৱে ক'লে।

'ডাঙৰীয়া, সন্ধিয়াৰ অতিথি সাক্ষাৎ দামোদৰ আমাৰ ভগা পঁজাত থিত দিছেহি যেতিয়া আমিও এৰি পঠিয়াব নোৱাৰোঁ। ধলপুৱাতে তিতাৰাম গাছুৱৈ আহি ফুল পাৰি দিবহি। মাধৱ বোপাক দেখি মোৰ এনেহে লাগিছে যেন কোনোবা ঋষিকুমাৰ আহিহে মোৰ গৃহত ফুল বিচাৰিছে। তাকে নিদিয়াকৈ মই কেনেকৈ পঠাওঁ উজীৰ ডাঙৰীয়া?'

চম্পাফুল লাভ কৰাৰ বাসনা সিদ্ধি হ'ব বুলি ভাবি মাধৱৰ মুখত হাঁহি বিৰিঙিল। তাকে দেখি উজীৰে সুখ পালে। নিচেই পুৱাতে ওলাই যোৱাটোকে সিদ্ধান্ত কৰিলে। তিতা চোমদাৰৰ পৰিবাৰে আস্তবেস্তকৈ যতনাই দিয়া শাকে-মাছে ৰান্ধি এসাজ তৃপ্তিৰে খাই দুয়ো বিছনাত পৰিল। শেহ ৰাতি সো-সোৱনি শব্দ শুনি হৰশিঙা বৰাই সাৰ পালে। বিজুলী-ঢেৰেকণীত কাণ তাল মাৰিছে। প্ৰচণ্ড বতাহত কেওফালে মেৰমেৰনি উঠিছে। গছ ভঙাৰ শব্দ আহি কাণত পৰিছেহি। টোপনিত লালকাল দি থকা মাধৱৰ ফালে তেওঁৰ চকু গ'ল। মৰমতে তাৰ গালে-মুখে হাত ফুৰালে। কিছু পৰ তাণ্ডৱ লীলা চলাই প্ৰকৃতি শান্ত হ'ল। ৰাতিপুৱাল। কিছু পৰৰ পিছতে মাধৱে সাৰ পালে। চকু মোহাৰি বিছনাত বহি মাত লগালে — 'খুৰাদেউ পোহৰ হ'ল। উঠক। চম্পাফুল পাৰিব লাগে।' মাধৱৰ ব্যস্ততা দেখি উজীৰে একো নকৈ হাঁহিলে মাত্ৰ।

তিতা চোমদাৰ আৰু পুতেকহঁত উঠি আহি ধুমুহাই ক'ৰবাত ক্ষতি কৰিছে নেকি ইফালে-সিফালে চাবলৈ ধৰিলে। বৰা আৰু চোমদাৰ আগফালে গৈ দেখে চম্পাফুলজোপাৰ শকত ডাল এটা ধুমুহাত ভাগি তলতৰ ফেৰেঙণি এটাত লাগি ৰৈছেহি। ইতিমধ্যে মাধৱ গৈ গছৰ তল পাইছিলগৈ।

'মাধৱ বোপা, বায়ুদেৱতা তোমাৰ প্ৰতি প্ৰসন্ন হৈ ফুলবোৰ সৰাই দিলে। এতিয়া হেঁপাহ পলুৱাই ফুল ল'ব পাৰিবা। তিতাৰাম আহি ডালটো নমাই দিবহি।' চোমদাৰে হাঁহি মাৰি ক'লে।

মাধৱে সৰি পৰা ফুলবোৰ একেথৰে চাই আছিল। চোমদাৰৰ কথা শুনি সি দুখ মনেৰে ক'লে, 'বতাহজাক নহা হ'লে ফুলবোৰ আৰু বহুতদিনলৈ ফুলি থাকিলহেঁতেন।'

'এয়া প্ৰকৃতিৰ লীলা। মানুহৰ তাত হাত নাই। তুমি এতিয়া যিমান মন যায় সিমান ফুল ল'ব পাৰিবা।'

'মোক সৰা ফুল নালাগে। হাকুটি এডাল যোগাৰ কৰি দিয়ক, মই নিজেই ডালটো হাকুটিয়াই নমাব পাৰিম। তাতে বহু ফুল লাগি আছে।'

মাধৱৰ আত্মবিশ্বাস দেখি উজীৰে বাধা নিদিলে। চোমদাৰৰ ল'ৰা দুটাই দীঘল পোন বাঁহ এডাল আনি মৰাপাটৰ ৰছীৰে হাকুটি এডাল বান্ধি লৈ ভঙা ডালটোত লগাই টানিবলৈ ধৰোঁতে মাধৱে 'ফুল মই পাৰিম, তোমালোক আঁতৰি দিয়া' বুলি গাৰ জোৰেৰে বাঁহডাল টান মাৰি দিয়াত ফেৰেঙণি ভাগি ফুলগছৰ ডালটো আহি মাটিত পৰিলহি। ফুলকোমল ল'ৰাটোৰ বৰ্ল দেখি আটায়ে বিস্ময় মানিলে। মাধৱে পিন্ধা কাপোৰখনতে এপাহ দুপাহকৈ ফুলবোৰ ছিঙি লোৱা দেখি চোমদাৰৰ পৰিবাৰে সৰু বাঁহৰ খৰাহি এটা আনি দিলে। সৰু ল'ৰা এটাৰ দৰে আনন্দত জঁপিয়াই মাধৱে ফুলখিনি তুলি আলফুলকৈ হাত ফুৰাই আত্মসন্তুষ্টিৰ হাঁহি এটা মাৰি উজীৰৰ ফালে চালে। ইপ্সিত বস্তু পোৱাৰ আনন্দত উজ্বলি উঠা মাধৱৰ মুখখন দেখি হৰশিঙা বৰাই তৃপ্তি পালে।

পিছদিনা উজীৰ গৈ কলনপুৰ পোৱাৰ লগে লগে তাত গোট খাই থকা ৰাইজে আগবঢ়াই নিলেহি। তাত ৰাইজ মেল বহিল। বৰাই ৰাইজৰ কিবা ওজৰ-আপত্তি আছে নেকি মুকলিকৈ প্ৰকাশ কৰিবলৈ ক'লে আৰু লগতে দেশৰ অৱস্থাৰ কথা দাঙি ধৰি ৰাইজক সহযোগিতা আগবঢ়াবলৈ জনালে। এইবাৰ কতৰে আমনি নিদিয়াৰ বাবে ৰাইজে ধান-মাহ এমুঠি গোটাব পাৰিলে। তাকে বেচি-কিনি খাই কৰ শোধাবলৈও দুই চাৰি পইচা গোটাই ৰাখিছিল। ফটা কঁথা তিতে মানে গালৈহে গধুৰ। সেয়ে সৰহখিনি মানুহেই কৰ শোধালে। তেনেতে নপমুৱাৰ টেপুৰাম আৰু কোৰোকানি চুকৰ টঙ্কেশ্বৰ আহি কাওবাওকৈ ক'লেহি—

'উজীৰ ডাঙৰীয়াই কাটকেই বা মাৰক। এইবাৰ কৰ শোধাব নোৱাৰিম। খেতিৰ বতৰতে কিবা নেৰানেপেৰা জ্বৰে ঘৰে ঘৰোৱালকে চেপি পেলালে। তাৰ মাটি তাতে ছন পৰি ৰ'ল। পেটে-ভাতে খাই জীয়াই থকাৰে উপায় নোহোৱা হ'ল, ক'ৰ পৰা কৰ শোধাও? সেয়েহে খাটনি ধৰিছোঁ। এইবাৰলৈ এৰক।'

ওচৰতে বহি থকা মাধৱে উজীৰৰ মুখলৈ চালে। উজীৰে কিবা এটা ভাবি থাকোঁতেই টঙ্কেশ্বৰ আগবাঢ়ি আহি প্ৰণাম জনাই ক'লে, 'উজীৰ দেউতা, আমাৰো দুৰ্ভাগ্যৰ কথা কি ক'ম? এমাহৰ অগাপিছাকৈ আই-বোপাই দুয়ো সিপুৰীলৈ গ'ল। আই-বোপাইৰ মুখৰ ছাই নুগুচালে নহয়, মাটি কেইডৰাকে বন্ধকত থ'লোঁ। কাজ-কৰম কৰিবলৈ জানো কমবোৰ বস্তু লাগে? বস্ত্ৰ, ভূমি, আসন, শয্যা, ধন-সোণকে ধৰি যোল্ল বিধ বস্তু গোটাওঁতেই মোৰ

গাৰ ছাল ছিগিল। গৰু ঘৰৰটোকে পুৰোহিতক দিলোঁ। বোপাইৰ আতমাটোক খালত পেলাই থ'ব পাৰি জানো? আপুনি আমাৰ মা-বাপ। ক্ষেমক এইবাৰলৈ।

অলপ পৰ মনে মনে চিন্তা কৰি উজীৰে মাত লগালে— 'ৰাইজখনৰ দুখ-দুৰ্গতি দেখিলে আমাৰো বেয়া লাগে। সুবিধা-অসুবিধা সকলোৰে আছে। সেইবুলি ৰায়তে ৰাজধন নোশোধালে ৰাজ্যখন চলিব কেনেকৈ? বৰফুকন ডাঙৰীয়াক প্ৰাৰ্থনা জনোৱাত যোৱাবাৰ ৰেহাই দিলে, আকৌ দিবনে? সেয়ে সকলোৱে নিজ নিজ কৰ-ভাৰ শোধাব লাগিব?' এইবুলি দৃঢ়ভাৱে কৈ সিহঁত দুটাৰ মুখলৈ চালে।

সিহঁত দুটাৰ দুখ-বেদনাৰ কথা শুনি মাধৱৰ অন্তৰখন ক'ৰবাত মোচৰ খাই গৈছিল। উজীৰৰ ৰাজটোল হেন ঘৰ আৰু লেটেকুপুখুৰীৰ পিতৃ-মাতৃৰ মৰম-চেনেহৰ পৰিৱেশত ডাঙৰ হোৱা মাধৱে দুখ কি বস্তু অনুভৱেই কৰা নাছিল। টেপুৰামৰ সাংসাৰিক দুৰৱস্থা, বিশেষকৈ টঙ্কেশ্বৰৰ পিতৃ-মাতৃ হানি হোৱাৰ পিছতো আত্মাৰ উদ্ধাৰৰ বাবে পুৰোহিতক দিবলগা বস্তুৰ তালিকাখন শুনি মাধৱ আচৰিত হ'ল। শাস্ত্ৰই কৈছে, আত্মা অমৰ, চিৰন্তন, নিৰাকাৰ, নিৰ্বিকাৰ। সেই আত্মানো কেনেকৈ খালত পৰি থাকে যে ধন-সোণ, মাটি-বাৰী নিদিলে মুক্তি নাপায়? ভাবি ভাবি মাধৱৰ মূৰটো আচন্দ্ৰাই কৰা যেন লাগিল। সেয়ে উজীৰে কি সিদ্ধান্ত দিয়ে তাকে শুনিবলৈ মাধৱ বাট চাই আছিল। কিন্তু তেওঁৰ মুখৰ কথাই মাধৱক হতাশ কৰিলে। টেপুৰাম আৰু টঙ্কেশ্বৰৰ দুখ-দুৰ্গতিৰ কথা শুনিও দয়া নকৰা দেখি মাধৱে দুখ পালে। 'খুৰাদেউ ইমান নিষ্ঠুৰ কেনেকৈ হ'ল?' বুলি ভাবোঁতেই গলগলীয়া মাতেৰে হৰশিঙা উজীৰে ক'লে —

'তহঁত দুটাৰ কথা মই ভাবিছোঁ। কিন্তু কৰোঁ কি? এইবাৰলৈ মইয়ে তহঁতৰ খাজনাৰ ধনখিনি দিম। অহাবাৰলৈ পিছে ইবোৰ-সিবোৰ গালে নহ'ব। এতিয়াৰে পৰা গোটাবি ধন।'

মাধৱে স্বস্তিৰ নিশ্বাস পেলালে। খুৰাকৰ উদাৰতা দেখি সি বৰ আনন্দ পালে। সেইদিনা কলনপুৰৰ সভাই নেওগৰ ঘৰত ৰাতিটো কটাই পিছদিনা নাৱেৰে ওভতনি যাত্ৰা আৰম্ভ কৰিলে।

নাৱত গৈ থাকোঁতে মাধৱে গামোচাখনত আলফুলকৈ বান্ধি অনা চম্পাফুলৰ টোপোলাটো মেলি কিছুপৰ থৰ লাগি ফুলবোৰলৈ চাই ৰ'ল। দুখে তাৰ বুকুখন হেঁচি ধৰিলে। আজলি পাতি লেৰেলি যোৱা ফুলবোৰ নৈৰ পানীলৈ পেলাই সি ভাবিলে— 'মানুহৰ জীৱনবোৰো চাগৈ এই ফুলবোৰৰ দৰেই। মন হৰি নিয়া সুবাস বিলাই দুদিনতে মৰহি যোৰ দৰে তাৰ স্নেহময়ী মাতৃ, আলফুল হাতৰ পৰশেৰে ওপচাই ৰখা তাৰ মৰম আইজনীও কালৰ কোলাত মৰহি যাব নেকি? তাৰ দেউতাক আৰু বয়সে আঁচোৰ পেলাব নোৱাৰা খুৰাক হৰশিঙা বৰা, তাৰ প্ৰেৰণাদায়ক শক্তিস্বৰূপ এই প্ৰাণোচ্ছল পুৰুষজনকে কালে মৰহাই পেলাব।'

ফুলবোৰ পানীলৈ দলিয়াই দুৰলৈ চাই কিবা ভাবি থকা দেখি হৰশিঙা বৰাই মাধৱক সুধিলে, 'কি হ'ল বোপা ? ফুলবোৰ তেনেই শুকাই গ'লনেকি ?'

'হয়, তেনেই মৰহিল। খুৰা, মানুহৰ জীৱনবোৰো এই ফুলবোৰৰ দৰে ক্ষণস্থায়ী নহয়নে ?' পানীৰ ফালে চাই চায়েই মাধৱে সুধিলে।

'কেৱল মানুহৰেনে ? জীৱ-জন্তু, উদ্ভিদ আদি সকলোৰে জীৱন অস্থায়ী। ফুল ফুলিলে মৰহি যাবই। প্ৰাণীসমূহ জন্ম হয়, কিছুদিন ভোগৰ অন্তত পুনৰ মৃত্যু হয়। এয়াই প্ৰকৃতিৰ নিয়ম।'

'কিন্তু খুৰা, জীৱশ্ৰেষ্ঠ মানুহে অস্থায়ী জীৱনক স্থায়িত্ব দিবলৈ একো কৰিব নোৱাৰেনে ?'

মাধৱৰ কথা শুনি বৰাই তাৰ মুখলৈ চাই অলপ পৰ নীৰৱে থাকি ক'লে, 'কিয় নোৱাৰে ? পাৰে। জীৱনৰ সাৰৱত্তা আনিবলৈ অতীতৰ ঋষি-মুনিসকলে যুগ যুগ সাধনা কৰি তাৰ উপায় উদ্ভাৱন কৰি গৈছে। বাৰু বোপা কোৱাচোন, তুমি চম্পাফুলবোৰ পাবলৈ ইমান উত্ৰাৱল হৈ পৰিছিলা কিয় ?'

'খুৰাদেউ, মই সোধা প্ৰশ্নৰ এইটো উত্তৰ নহয়। চম্পা ফুলৰ সুবাস আৰু সৌন্দৰ্যত মই সৃষ্টিৰ সন্ধান পাইছিলোঁ, সেই কাৰণে' অসন্তুষ্ট মনেৰে মাধৱে ক'লে।

'তাৰমানে চম্পা ফুলৰ সুঘ্ৰাণ আৰু সৌন্দৰ্যই তাৰ সাৰৱতা যি তোমাক এই গভীৰ তত্ত্বৰ সন্ধান দিছিল, নহয়নে ?'

'আপুনি ঠিকেই ধৰিছে খুৰা, পাছে ....... ।'

'পাছে জীৱশ্ৰেষ্ঠ মানুহৰ সাৰৱতা নিৰ্ভৰ কৰে তেওঁৰ কৰ্মই আৰু সমাজলৈ দি যোৱা অৱদানৰ ওপৰত। কায়িকভাৱে মৃত্যু হ'লেও তেনে লোক মানুহৰ মনোজগতখনত চিৰকাল জীয়াই থাকে। পৃথিৱী থকালৈকে মহৰ্ষি বেদব্যাস, দাশৰথি ৰাম অমৰ হৈয়ে ৰ'ব।'

'তাৰ মানে, তাৰ মানে খুৰা আপুনি ক'বলৈ বিচাৰিছে যে মানুহৰ মঙ্গলৰ কাৰণে কৰা কৰ্মই জীৱনৰ সাফল্য আনে। হয়, হয় মোৰ মনত পৰিছে। সন্ন্যাসী বাবাই কৈছিল, সৰ্বজনৰ হিতাৰ্থে, মানুহৰ উত্তৰণৰ কাৰণে কৰা বিহিত কৰ্ম যজ্ঞসদৃশ বুলি। কিন্তু এনে কাৰ্যৰ বাবে পৰিৱেশৰ প্ৰয়োজন, নহয়নে খুৰা ?'

'মাধৱ, ইচ্ছা দৃঢ় হ'লে উপায় আপোনা আপুনি উদ্ভৱ হয়। এই বয়সতে তুমি অনেক শাস্ত্ৰ অধ্যয়ন কৰিছা। মোতকৈ তোমাৰ শাস্ত্ৰজ্ঞান অধিক। মোৰ অভিজ্ঞতাৰে মই উপলব্ধি কৰিছোঁ যে, এই বিশ্ব জগতখনৰ পৰাই শাস্ত্ৰকাৰসকলে সমল আহৰণ কৰে আৰু মানুহ হ'ল ইয়াৰ উপলক্ষ্য।'

মাধৱ, তুমি লাহে লাহে ডেকা হৈ আহিছা। জীৱনৰ প্ৰতি নিৰাশাৰ ভাৱ পোষণ কৰাটোৱে তোমাক শোভা নাপায়। জীৱনৰ পথত সাহসেৰে আৰু সৎ কৰ্মেৰে আগবাঢ়িবলৈ যত্ন কৰা। জীৱনৰ সফলতা তাতেই।'

বৰাৰ কথা শেষ হোৱাৰ লগে লগে মাধৱ উঠি গৈ তেওঁৰ চৰণ চুই প্ৰণাম জনাই ক'লে, 'খুৰা, আজি আপুনি মোৰ দিক্ দৰ্শন কৰালে। জীৱনৰ প্ৰকৃত অৰ্থ মই বিচাৰি পাইছো। এই মহান অৰ্থ সংগ্ৰহ কৰিবলৈ আপোনাৰ আশীৰ্বাদ বিচাৰিছোঁ।'

হৰশিঙা বৰাই দুই হাতেৰে মাধৱক আঁকোৱালি ধৰিলে।

লাহে লাহে ৰাজবিষয়া হৰশিঙা উজীৰৰ ৰাজনৈতিক জীৱনৰ গতি পৰিক্ৰমাত মাধৱ অপৰিহাৰ্য হৈ পৰিল। জ্ঞানী-গুণী যুৱক মাধৱে সঙ্গ দিয়াৰ বাবে আজিকালি উজীৰে জাইগীৰি তুলিবলৈ যাওঁতে নিসঙ্গতা অনুভৱ নকৰে। নানা আলাপ-আলোচনা, কথা-বাৰ্তাৰে সময়খিনি কেতিয়া পাৰ হৈ যায় গমকে নাপায়। এনেকৈ দিনবোৰ আগবাঢ়ি গৈ আছিল। ফেনে-ফোটোকাৰে প্ৰচণ্ড গতিৰে বৈ আছিল ব্ৰহ্মপুত্ৰ নদ। বিৰামহীনভাৱে গতি কৰিছিল ৰঙাজান, চাৰিকড়ীয়া, সোৱণশিৰি আৰু চামধৰাৰ জলধাৰা। নিৰবধি কালৰ গতিত পাৰ হৈ গৈছিল গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্তৰ পয়োভৰ। ৰ'দ-বৰষুণ, জোনাক-আন্ধাৰ, খৰালি-বাৰিষাৰে প্লাৱিত হৈছিল ধৰণীৰ বক্ষ।

অনেক অভিজ্ঞতা, অনেক উপলব্ধি। এফালে সহজ-সৰল শ্ৰমজীৱী মানুহৰ জীয়াই থকাৰ দুৰ্বাৰ বাসনা, আনফালে আৰ্তজনৰ কৰুণ আৰ্তনাদ। ঘোৰ বাৰিষাৰ প্লাৱনে উটুৱাই নিয়া নাওবৈছা, টিকিৰাই, কদম অঞ্চলৰ গৰু-ম'হ, মানুহৰ বিলাই-বিপত্তি আনফালে বিহুনাম, ঐ-নিতমৰ দীঘলীয়া সুৰ, গছৰ তলত ৰূপহী গাভৰুৰ নাচোন। হাঁহি-কান্দোন, আনন্দ-বেদনাবোৰ সামৰি লৈ পাৰ হৈছে নাৰায়ণপুৰৰ মানুহৰ জীৱন। উৎসৱ-পাৰ্বণ, ৰীতি-নীতিৰে গোসাঁনীৰ চৰণত মানুহে প্ৰাৰ্থনা জনায় মানুহৰ মঙ্গলৰ বাবে।

এয়া নৈপৰীয়া কৃষিজীৱী মানুহৰ জীৱন। নাওবৈচা, কদম, টিকিৰাই অঞ্চলৰ আহোম, কোচ, কলিতা, বামুণ, মাছমৰীয়া, কাঠকটিয়া আদি খাটিখোৱা মানুহবোৰ, ঘাঘৰ আৰু সোৱণশিৰিৰ শীতল পৰশেৰে জীপাল হৈ পৰা ঘূণাসুঁতি অঞ্চলৰ মিৰি জনজাতিৰ জীৱন আৰু সংস্কৃতিবোৰৰ মাজত মাধৱে বিশ্ব গ্ৰন্থখনৰ এখিলা সোণালী পাঠ পঢ়িবলৈ পালে। প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল অসহায় কৃষিজীৱী মানুহৰ ছবিখনে মাধৱৰ অন্তৰত দুখ দিলে। এৰা, অতিবৃষ্টি, অনাবৃষ্টি, মাৰিমৰকৰ পৰা হাত সাৰিবলৈকে এই মানুহবোৰে দেৱ-দেৱী, ভূত-প্ৰেত আদিকো পূজা কৰে। কিন্তু দেৱ-দেৱীয়ে ইহঁতক কিয় অনুগ্ৰহ নকৰে? ইহঁত কিয় ৰূপ-যশ-ঐশ্বৰ্যৰ গৰাকী হ'ব নোৱাৰে? তেন্তে এইবোৰ ভ্ৰান্ত ধাৰণা মাত্ৰ।

মাধৱৰ কিবা খেলি-মেলি লাগে। নাই, নাই, সি এইবোৰ নাভাবে। প্ৰবৃত্তি মাৰ্গেৰে জীৱন সমৃদ্ধ কৰাৰ শিক্ষা সি লাভ কৰিলে। দেৱী গোসাঁনীয়েই তাৰ ত্ৰাণকৰ্তা, ৰূপ-যশ, প্ৰদান কৰোঁতা।

যা দেৱী সৰ্বভূতেষু ............. ৰূপং দেহি, যশং দেহি। মাধৱে বাৰে বাৰে চকু মুদি দেৱী স্তোত্ৰ আওৰায়।

কৰ্মব্যস্ত মাধৱৰ সোণোৱালী বৰ্ষবোৰ পাৰ হৈ যায়।

হৰশিঙা বৰাৰ জীৱনলৈ ধন আৰু যশ দুয়োটাই আহিছিল যদিও ঐশ্বৰ্যৰ মদগৰ্বত গৰ্বিত হৈ তেওঁ মানুহৰ প্ৰতি কৰ্তব্য পাহৰি যোৱা নাছিল। সময়ে সময়ে যাক যেনেকৈ পাৰে সহায়ৰ হাত আগবঢ়াইছিল। কিন্তু কৰ্মনিষ্ঠ, মানৱ দৰদী এই লোকজনো মানুহৰ হিংসাৰ বলি হ'বলগা হ'ল। পৰদেশৰ লোক গোবিন্দগিৰীক বুকুৰ কুটুম পাতি ৰাজকাৰ্যৰ দায়িত্ব দিয়াতো চকুচৰহা এচামে সহিব নোৱাৰা হ'ল। উজীৰে জাইগীৰি তুলিবলৈ যাওঁতে মাধৱক লৈ ফুৰা কথাটোৱেও বংশৰ দুজনমানৰ বুকুত শেল মাৰিলে। যেয়ে যেনেকৈ পাৰে হিংসা কৰিবলৈ পাং পাতিলে।

গোবিন্দগিৰীয়ে সেই সময়ত মুগা, কপাহ আৰু জালুকৰ বেহা কৰি ধন আৰ্জন কৰিছিল। এদিন নাৱত কেইজনমান লোক আহি বেহাৰ ধন তিনিকুৰি টকা গোবিন্দগিৰীক দিয়া দেখি গাৰ নোম্নেই শত্ৰু হ'ল। বংশৰ লোক কেইজনমান গৈ বৰবৰুৱাক গোচৰ দিলেগৈ বোলে উজীৰে ভাটী ফালৰ কাকতি এটাক লগত লৈ ৰাজধন তুলি সোপাকে আত্মসাৎ কৰিলে। বৰবৰুৱাই তেওঁলোকক ধৰিবলৈ দূত পঠালে। দূত আহি পোৱাৰ আগতে ঘুনুক-ঘানাককৈ খবৰ পাই উজীৰ আৰু গোবিন্দগিৰী পলাই গৈ অ'ত-ত'ত কটাই অৱশেষত ৰজাৰ ওচৰলৈ গৈ নিজৰ নিৰ্দোষিতা প্ৰমাণ কৰিলে। ইয়াকে কৰিবলৈ যাওঁতে তেওঁলোকৰ দেহৰ অনেক কষ্ট হোৱাৰ উপৰিও অবাবত অপমানিত হোৱাৰ বাবে উজীৰ আত্মদগ্ধ হ'ল। তেওঁৰ কাৰণেই এনেজন সৎ লোকে মিছা অপবাদ পাবলগা হ'ল বুলি বৰকণাগিৰীও হতাশ হ'ল।

মানসিক যন্ত্ৰণাই উজীৰৰ শৰীৰতো আঘাত হানিলে। কাহ-পানীলগা এটাও নোহোৱা লোকজনৰ গাত ইটোৰ পিছত সিটোকৈ উপসৰ্গই দেখা দিলে। মূৰঘূৰণি, দিনে-ৰাতি জ্বৰ, উশাহ-নিশাহত কষ্টই তেওঁক জ্বলাকলা কৰিলে। বৰকণাগিৰীয়ে চাৰিকড়ীয়াৰ পাৰৰ জোকতলি গাঁৱৰ গোবৰ্দ্ধন বৈদ্যকে মতাই আনি ঘৰতে ৰাখি চিকিৎসা কৰালে। বৈদ্যই মানকচুৰ ওপৰৰ মঙহাল অংশ আনি জহা চাউলৰ সৈতে সিজাই পায়স কৰি খুৱালে। এনেকৈ খালে জ্বৰো কমে, ৰোগীৰ ভোক লাগে। সুমথিৰা টেঙাৰ ৰস গৰুৰ গাখীৰৰ লগত মিলাই সময়ে সময়ে খুৱাই থাকিল। মূৰত ছালকুঁৱৰীৰ তিনি-চাৰিখন পাত খুন্দি প্ৰলেপ দিলে জ্বৰৰ উত্তাপ কমে। কেতিয়াবা পুৱাকল বা মালভোগ কলৰ আলু খুন্দি মূৰত প্ৰলেপ দিয়ে।

ৰোগৰ লক্ষণ দেখি বৈদ্যই তেওঁৰ সন্নিপাত জ্বৰ হৈছে বুলি নিৰ্ণয় কৰিলে। উজীৰৰ দুয়োগৰাকী পত্নীয়ে ডাৱৰ পিছত ডাৱে অকণো হীনদেঢ়ি নোহোৱাকৈ ঔষধ খুৱালে। মাধৱে ঔষধ-পাতিবোৰ গোটাই আনি দিলেহি। কাষতে বহি ভৰি-হাত পিটিকি দিয়া, মূৰত তেল-পানী দি বিচি দিয়া কামবোৰ মাধৱে আনক কৰিবলৈ নিদিয়ে, নিজেই কৰে। অনেকে অনেক দিহা দিলেহি। জ্যোতিষীয়ে শনিৰ দশা পৰিছে বুলি কোৱাত ৰঙা বস্ত্ৰ দান দি শনিপূজা এভাগো কৰালে। তেওঁৰ মঙ্গলৰ হকে ফুলনি থানত বলি দিবলৈ পঠা এটাও আগবঢ়ালে।

ভগৱন্তৰ কৃপাত উজীৰ কিছু ভাললৈ আহিল। বিছনাখনত নিজে বহিব পৰা হ'ল। মাধৱৰ গাত ধৰি দুখোজ কাঢ়িব পৰাও হ'ল। মনত বিশ্বাস জন্মিল 'হওক তেওঁ আই মাতৃয়ে সিহঁতৰ প্ৰাৰ্থনা শুনিলে বুলি অদৃশ্য জনলৈ প্ৰণাম জনালে। পূজা-পাতল আদি ধৰ্মীয় কৰ্মবোৰৰ ওপৰত মাধৱৰ বিশ্বাস জন্মিছে, মাধৱে ভাবিলে যে হাজাৰ বছৰ চলি অহা এই কাৰ্যবোৰৰ নিশ্চয় গভীৰ অৰ্থ আছে। সন্ন্যাসী বাবাই কোৱা শদিয়াৰ দিক্কৰ বাসিনী তাম্ৰেশ্বৰী মন্দিৰলৈ তাৰ মনত পৰিল। উগ্ৰতাৰা দেৱী তামেশ্বৰীক পূজা দিলে বোলে মনৰ সকলো কামনা-বাসনা সিদ্ধি হয়, মাৰিমৰক দূৰ হয়। মাধৱে পিতৃতোধিক এই পুৰুষজনৰ আৰোগ্য কামনা কৰি দিক্কৰবাসিনী দেৱীলৈ পূজা এভাগো আগ কৰিলে।

'কিন্তু, কিন্তু এয়া কি হ'ল?' মাধৱ অস্থিৰ হৈ পৰিল। নুমাই যোৱা চিতাৰ জুইকুৰা লেলিহান শিখাৰে মাধৱৰ বুকুৰ মাজত জ্বলি উঠিল। উত্তপ্ত বেদনাত দেহ-মন ছটফটাবলৈ ধৰিলে।

'ক্ৰমান্বয়ে আৰোগ্যৰ ফাললৈ আহি হাঁহি-মাতি কথা ক'ব পৰা হোৱা মানুহজনে হঠাৎ কিয় মৃত্যুক সাৱটি ল'লে? চাৰিওফালৰ সমাজখনৰ বিলাই-বিপত্তি দেখি, হিংসুক টুটকীয়াহঁতৰ অবাঞ্ছিত কাৰ্য দেখি বিদ্ৰোহ ঘোষণা কৰিয়েই তেওঁ মৃত্যুক সাৱটি ল'লে নেকি? নানা খেলি-মেলি ভাৱে মাধৱৰ মন তোলপাৰ লগালে।

আগদিনা চ'ৰাঘৰত পাৰি দিয়া বিছনাখনতে বহি খুৰাকে পিতাক বৰকণাগিৰীৰ লগত দুৰ্বলভাৱে দুই এটা কথা পাতি আছিল। আগদিনাৰে পৰা অসুস্থ হৈ খাব-বব নোৱাৰা হৈ পৰিছিল। উশাহ-নিশাহতো কষ্ট অনুভৱ কৰিছিল। কোনেও ভাবিব পৰা নাছিল যে সেয়া তেওঁৰ কালৰ আহ্বানহে। উশাহ লোৱাত কষ্ট পাই তেওঁ ছটফটাই কষ্টেৰে ক'লে, 'মাধৱক মাতা, মোৰ সময় আহিল' বুলি কোৱাত মাধৱ আহি ওচৰতে বহি পিঠিখন আলফুলকৈ মোহাৰি দিলে। 'মোৰ মুখত পানী একণ দিয়া।'

বৰাৰ পৰিবাৰে গাখীৰৰ বাতিটো ওচৰ চপাই ধৰাত মাধৱে অলপ গাখীৰ মুখত দিলে। প্ৰশান্তিত তেওঁৰ মুখ উজ্জ্বল হৈ পৰিল। ওচৰত বহি থকা মানুহবোৰলৈ এবাৰ চকু ফুৰাই চালে।

'মাধৱ, এতিয়া মোক শুৱাই দিয়া।' মাধৱে দুই হাতে সাৱটি ধৰি তেওঁক বিছনাত শুৱালে।

'বোপা মাধৱ, শেষ পৰত তোমাক এটা কথা কওঁ। ইহ সংসাৰৰ অসহায় মানুহবোৰৰ যন্ত্ৰণাৰ উপশম কৰিব পৰা কাম কৰিবা। তুমি পাৰিবা। ভগৱান তোমাৰ সহায় হ'ব। ভগৱান... ' বুলি কথা কৈ থাকোঁতেই তেওঁৰ চকু থৰ হ'ল।

পত্নী-পৰিজন, আত্মীয়-স্বজনৰ হিয়াভগা বিননি উঠিল। কিন্তু সহস্ৰজনৰ শুভ কামনায়ো ৰখাব নোৱাৰিলে। মাধৱৰ দিক্ দৰ্শন কৰোৱা জোৰ-বাতিগছ নুমাই গ'ল।

সন্মুখত অন্ধকাৰাচ্ছন্ন দীঘল পথ। দিশহাৰা পথিক সি। শোকদগ্ধ মাধৱৰ হৃদয় ভেদি ধাৰাসাৰে চকুলো বৈ আহিল।

দুদিনমান মাধৱে কাকো মাত-বোল নকৰাকৈ জুপুকা লাগি থকা দেখি বৰকণাগিৰীয়ে ক'লে, 'মাধৱ, এতিয়া এনেদৰে বহি থাকিলে হ'বনে? খুৰাৰৰ কাজ-কৰম সম্পূৰ্ণ কৰিব নালাগে জানো?'

মাধৱে সম্বিত ঘূৰাই পালে। এৰা সি ভুল কৰিছে। এতিয়া সি বহি থাকিলে নহ'ব। তাৰ আদৰ্শ পুৰুষ কৰ্মযোগী স্বৰ্গগত খুৰাকে তাক সেই শিক্ষা দি যোৱা নাই। পিতৃতো অধিক পুৰুষজনৰ কাজ-কৰম সি কৰিব, ভালকৈ কৰিব। মাধৱে ৰাতিক দিন কৰি কামত ধৰিলে। বংশ-পৰিয়ালৰ সহযোগত জয়জয়-ময়ময়কৈ শ্ৰাদ্ধ কাৰ্য সম্পন্ন কৰিলে। দূৰ-দূৰণিৰ পৰাও দলে-বলে শুভাকাঙ্ক্ষী ৰাইজ আহি বয়-বস্তু দি হৰশিঙা উজীৰৰ প্ৰতি শ্ৰদ্ধা জনালেহি।

কিছুদিন পাৰ হৈ গ'ল। লাহে লাহে উজীৰৰ পৰিয়াললৈ দুৰ্যোগ নামি আহিল। পুত্ৰহীন উজীৰৰ সা-সম্পত্তিক লৈ ভাই-ককাইৰ মাজত খোৱা-কামোৰা লাগিল। উজীৰে পুত্ৰবোধে লোৱা মাধৱে সকলো সম্পত্তি গ্ৰাস কৰিব বুলি ভাবি সিহঁতে সোঁৱে-বাওঁৱে মাধৱক হিংসা কৰিবলৈ ধৰিলে। বিপদৰ পৰম বন্ধু উজীৰক হেৰুৱাই গোবিন্দগিৰীও শাৰীৰিক আৰু মানসিকভাৱে ভাগি পৰিল। খোৱা-বোৱাত মন নাইকিয়া হৈ ভিতৰি ভিতৰি তেওঁৰ গাত জিকৰি ৰোগে বাহ ল'লে। সৰ্বশৰীৰ তীব্ৰ বিষত জৰ্জৰিত হ'ল। যেয়ে যেনেকৈ বিধান দিলে মাধৱে তেনেদৰে চিকিৎসা কৰালে। বেজৰ বিধান মতে শিহুৰ তেলেৰে মালিচ কৰোৱা বিহলঙণিৰে জুৰোৱা, বিধে বিধে বন-দৰৱ খুওৱা আদি ক্ষতি-খুন নোহোৱাকৈ কৰিলে। বিধে বিধে পূজা-পাতলো কৰিলে। মাক-পুতেকৰ আপ্ৰাণ চেষ্টাৰ অন্তত ভগৱন্তই চকু মেলি চালে।

গোবিন্দগিৰী লাহে লাহে আৰোগ্যৰ পথলৈ আহিল। কিন্তু মাধৱৰ গাঁঠিৰ ধন সোপাকে অন্ত পৰিল। তেনে সময়তে দেশত নানা বিভ্ৰান্তি ঘটিল। দুৰ্ভিক্ষ আৰু মহামাৰীয়ে একোখন গাঁও উচ্ছন্ন কৰিলে। কেউফালে অসহায় মানুহৰ কৰুণ বিননি উঠিল। মাধৱৰ ক'লৈ যাওঁ, কি কৰোঁ অৱস্থাৰ সৃষ্টি হ'ল। হাতত ধন নাই, খাবলৈও ভাত নাই। বেহা-বেপাৰো কৰিব নোৱাৰি মাধৱে কেউফালে অন্ধকাৰ দেখিলে। উপায়হীন মাধৱে পিতাকৰ নিৰ্দেশত মহেন্দ্ৰ মহাজনৰ ঘৰলৈ গৈ কিছু ধন বিচাৰিলে। পিছলা পাৰত এই লোকজনৰ ঘৰলৈ মাধৱ উজীৰৰ লগত আগতে কেবাবাৰো গৈছে। পিতাক গোবিন্দগিৰীৰ লগতো এওঁৰ ভাল। মাধৱ গ'লে তেওঁ আতৌ-পিতৌকৈ খোৱা-বোৱাৰ যোগাৰ কৰে, মৰমতে পমি যায়। এতিয়া মাধৱৰ দুৰাৱস্থাৰ কথা গম পাই ভালদৰে কথা পাতিবলৈকে মন নকৰিলে। 'অ' তোমাৰ এয়েহে অৱস্থা? হেৰৌ গোবেলা, এওঁক ধান দুপুৰা দি বেগতে পঠাই দে' বুলি লণ্ডৱাটোক কৈ মহাজন ভিতৰলৈ সোমাই গ'ল।

মহাজনৰ নিষ্ঠুৰ ব্যৱহাৰে মাধৱৰ আত্মসন্মানত তীব্ৰ আঘাত হানিলে। উপায়হীন হৈ ধানখিনি আনি মাকক দিলেহি যদিও অন্তৰ্দ্বন্দ্বত তেওঁৰ মন থকা-সৰকা হ'ল।

'নাই, নাই, এনে হ'বলৈ দিব নোৱাৰি। এজন যুৱক হৈ ভিক্ষা বৃত্তিৰে মই মোৰ পুৰুষত্বক অপমান কৰিছোঁ; আনৰ পুতৌৰ পাত্ৰ হৈছোঁ। ধন-বিত নহ'লেও মোৰ এটা সুস্থ দেহ আৰু দুখন সবল হাত আছে। মোৰ দৰে কৰ্মঠ ডেকা এটাই নিজ পিতৃ-মাতৃক পোহপাল দিব নোৱাৰি ভিক্ষা বৃত্তি অৱলম্বন কৰাটো অপৰাধ। মোৰ শিক্ষা-দীক্ষা আৰু পুৰুষত্বৰ অপৰাধ। কিবা এটা কৰিব লাগিব। কিবা এটাৰ সময় আহিল।

কিন্তু কি কৰা যায়? উজীৰ বিহীন লেটেকুপুখুৰীত মাধৱৰ জানো কিবা কৰাৰ থল আছে? নাই, ইয়াৰ পৰা যাব লাগিব। লেটেকুপুখুৰীত আৰু থাকিব নোৱাৰি। মাধৱে মনে মনে এই ঠাই এৰি যোৱাকে সিদ্ধান্ত কৰিলে। মনৰ ভিতৰত চলি থকা দ্বন্দ্বৰ কথা প্ৰকাশ নকৰি মাধৱ ৰং মনেৰেই থাকিল। গধূলি খোৱাৰ পৰত পিতাক আৰু মাকৰ আগত কথাটো উলিয়ালে। মাধৱৰ কথা শুনি দুয়ো চিন্তিত হ'ল। তেওঁলোকৰ বয়স হৈ আহিছে, ক'লৈ যাব, ক'ত থাকিব? বাটে-পথে মাধৱৰ হাৰমাল হ'ব বুলি ভাবি তেওঁলোকে যাবলৈ থেৰোগেৰো কৰিলে। কিন্তু মাধৱৰ মনৰ দৃঢ়তা আৰু ইচ্ছা দেখি তেওঁলোকৰ বিশ্বাস জন্মিল। এনেকৈ থকাতকৈ যোৱাই ভাল বুলি মাধৱৰ মতত সন্মতি জনাই যা-যোগৰ কৰিবলৈ ক'লে।

যাবলৈ হাতত টকা-কড়িৰ প্ৰয়োজন হ'ব। টকা ক'ৰ পৰা পাব? মাধৱৰ খেতিৰ সমস্ত ধন পিতাকৰ হাততে দিছিল। গোবিন্দগিৰীয়েও ইটো-সিটো কৰি ধন ঘটিছিল। কিন্তু সংসাৰ চলাওঁতে আৰু বেমাৰ বাটোতে সকলো খৰছ হ'ল। এতিয়া তেওঁলোকৰ ভকৰি উদি। তেন্তে কি কৰা যায়? ভাবি ভাবি বাপেক-পুতেক চিন্তিত হ'ল। তেনেতে মনোৰমাই বেতৰ পেটাৰিটো খুলি ফটাকানিৰ টোপোলা এটা উলিয়াই আনি মাধৱৰ হাতত দি ক'লে, 'বোপা, ইয়াতে সাঁচতীয়া ধন কেইটামান আছে, ধান-মাহ বেচা ধনৰে ফালৰি কাটি থোৱা। চাচোন, কিমান হয়, কামত আহেই বা।'

মাধৱে টোপোলাটো খুলি ধনখিনি হিচাপ কৰিলে। একুৰি টকা ওলাল। মাধৱে 'মোৰ আইগোসাঁনীনে কোন?' বুলি মাকক সাৱটি ধৰিলে। মাকে 'গুচ এইটো' বুলি মৰমতে ঠেলা মাৰিলে। বিপদৰ সময়ত টকা কেইটাৰে কামত আহিব বুলি ভাবি মনতে সুখ পালে। মাধৱে আনন্দ মনে ক'লে, 'পিতা, আয়ে আমাক ৰখালে। দুই চাৰিদিনৰ ভিতৰত আমি লেটেকুপুখুৰীৰ পৰা প্ৰস্থান কৰিম। পিছে আমি গৈ প্ৰথমে ক'ত থাকিমগৈ? উজনিৰ ফালে আমাৰ কোনো ইষ্ট-কুটুম্ব আছে নেকি য'ত আমি সদ্যহতে গৈ থাকিব পাৰিম?'

মাধৱৰ কথা শুনি গোবিন্দগিৰীয়ে অলপ ভাবি ক'লে, 'এৰা, একালত বন্ধু-বান্ধৱ অনেক আছিল। এতিয়াহে 'ৰণত পৰি কলীয়া, তেল নাইকিয়া ফপৰীয়া হ'লোঁ'। দক্ষিণ

পাৰে আমাৰ আত্মীয় এজন আছে। একালত মজিন্দাৰ হৈ থাকোঁতে মই তেওঁক সহায় কৰি থৈছিলোঁ। সদ্যে তালৈকে যোৱা হওক, নিশ্চয় তেওঁ আমাক দেখিলে আগ্ৰহ দেখুৱাব।'

পিতাকৰ কথাৰ মাধৱৰ মনত আশাৰ সঞ্চাৰ কৰিলে। দুৰ্ভিক্ষ আৰু মহামাৰীত আক্ৰান্ত এই ঠাইখনৰ পৰা ওলাই গৈ ক'ৰবাত থিত ল'ব পাৰিলে উপায় ওলাব বুলি ভাবি। হাততে নিব পৰা লাম-লাকটু কেইটা টোপোলা বান্ধি নিৰ্দিষ্ট দিনত বৰকণাগিৰীৰ পৰিয়াল নাৱত উঠিল। কিন্তু কেইবাদিনো নাও বাই বাই গৈ দুদিন আশ্ৰয় ল'বলৈ বুলি আগ্ৰহেৰে আত্মীয়ৰ ঘৰলৈ যাওঁতে মাধৱৰ পৰিয়ালে যি ব্যৱহাৰ পালে, সেইকথাই মাধৱক দগ্ধ কৰিলে। তথাপি হতাশ নহৈ পুনৰ নাৱত উঠি গৈ গৈ ৰাতিটো কটাবৰ বাবে এঠাইত নাও ৰখালে। নাৱৰীয়াৰ মুখে সেই ঠাইতে বৰকণাগিৰীৰ পুৰণা সুহৃদ চিৰকালীৰ ঘৰ বুলি জানিব পাৰি বৰ আশাৰে তালৈ গ'ল। কিন্তু পূৰ্বৰ পৰম উপকাৰী বৰকণাগিৰীৰ প্ৰতি অকৃতজ্ঞ চিৰকালীৰ ব্যৱহাৰ দেখি মাধৱৰ মনত বিৰক্তি জন্মিল। তাৰ গোটেই পৃথিৱীখনকে নিষ্ঠুৰ আৰু স্বাৰ্থপৰ যেন লাগিল। খং আৰু ক্ষোভত চকু ৰঙা পৰিল। কিন্তু কি কৰিব সি। পিতৃ-মাতৃক অথাই সাগৰত পেলাই সি ক'লৈ যাব? ভাগ্যক ধিয়াই পুনৰ নাৱত উঠি যাত্ৰা আৰম্ভ কৰিলে।

অনাকাঙ্ক্ষিত ঘটনাবোৰে বৰকণাগিৰীৰ মন ভাঙিলে। জীয়াই থকাৰ বাসনা তেওঁৰ নাইকিয়া হ'ল। মনত পৰি দেৱতাসদৃশ মহানুভৱ পুৰুষ হৰশিঙা উজীৰৰ বদান্যতাৰ কথা। সেইদিনা গা-ধুই থাকোঁতে উজীৰক লগ নোপোৱা হ'লে কোনো বনৰীয়া জন্তুৰ আক্ৰমণত নাইবা নাখাই-নবৈ দুদৰ্শাগ্ৰস্ত পতি-পত্নীহালে মৃত্যুক সাৱটি ল'বলগা হ'লহেঁতেন। পথৰ পৰা বুটলি আনি উজীৰে তেওঁলোকক আশ্ৰয় দিয়াই নহয়, বিষয়-বাব দি সামাজিক প্ৰতিপত্তিৰে সম্মানীয় জীৱন-যাপনৰ পথ দেখুৱালে। কিন্তু আজি উজীৰ বিহীন সংসাৰ পথৰ সৰ্বহাৰা পথিক তেওঁলোক। যাত্ৰাপথত লগ পোৱা পূৰ্বৰ সুহৃদ, বন্ধুজনেও তেওঁক দেখি নিঃসম্বল দুখীয়া বুলি, অসহায় বুলি ঘৃণা কৰিছে, নাক কোঁচাইছে। তেওঁ বুজি পায় যে সকলো উজীৰৰ দৰে মহান হ'ব, উদাৰ হ'ব নোৱাৰে। তথাপি মানুহ ইমান স্বাৰ্থপৰ আৰু অকৃতজ্ঞ হ'ব নালাগে। তেওঁলোকৰ একমাত্ৰ সম্বল পুত্ৰ মাধৱ। এই ফুকলীয়া ল'ৰাটোৱে কৰিব কি? ভাবি ভাবি বৰকণাগিৰীৰ মূৰ আচন্দ্ৰাই কৰিলে।

পিতাকৰ শেঁতা পৰা মুখখন দেখি মাধৱৰ শোক উথলিল। টান নৰীয়াৰ পৰা কোনোমতে গা টঙাইছিলহে মাথোন, আকৌ এইখন লটিঘটি হ'ব লগা হ'ল। এই দেহাৰে পেটত খুদকণ এটা নপৰাকৈ নাৱত ভাহি ফুৰিবলৈ তেওঁ ক'ৰ পৰা শক্তি পাব? মাকৰ ফালে মাধৱৰ চকু গ'ল। দুৰ্গা গোসাঁনী হেন সুন্দৰ চেহেৰাৰ মাতৃ মনোৰমাৰ চকু কোটৰত সোমাল, গালৰ হনু ওলাই পৰিল। দেখি মাধৱ বিহ্বল হৈ পৰিল। পুত্ৰ হৈ পিতৃ-মাতৃৰ ঋণ পৰিশোধ কৰিবৰ বাবে সি কি কৰিছে? ধিক্ তাৰ জীৱন, ধিক্ তাৰ পুৰুষত্ব। মাধৱৰ হাত-ভৰিবোৰ অৱশ হৈ পৰা যেন লাগিল। কিছুপৰ তভক মাৰি বৈ থাকোঁতে তাৰ চকুৰ

আগত ভাহি উঠিল খুৰাক হৰশিঙা বৰাৰ মুখমণ্ডল আৰু কাণত বাজি উঠিল তেওঁৰ বাণী, 'বোপা মাধৱ, কৰ্মৰ দ্বাৰাইহে জীৱনত মহত্বৰ বোল লগাব পাৰিবা, দুৰ্ভাৱনাৰে নহয়। আশা আৰু ইচ্ছা দৃঢ় কৰা পথ সুগম হ'ব।' কথাষাৰ মনলৈ অহাৰ লগে লগে তাৰ অন্তৰাত্মা জাগ্রত হ'ল।

'নাই, নাই। মোৰ পুৰুষত্বক ধিক্কাৰ দিয়া উচিত হোৱা নাই। তেওঁলোকৰ প্ৰতি মোৰ গভীৰ শ্রদ্ধা আছে। তেওঁলোকক সুখেৰে ৰখাৰ মোৰ ইচ্ছা আছে। 'আশা' আৰু 'ইচ্ছা' মাত্র দুটা আখৰৰ দুটা শব্দ যদিও এই দুটা শব্দৰ অন্তহীন শক্তি আছে, ই বিফলতাক সাফল্যলৈ ৰূপান্তৰিত কৰিব পাৰে। ভাৰতবৰ্ষৰ শ্রেষ্ঠ মহাকাব্য ৰামায়ণ, মহাভাৰতৰ কাহিনীয়ে আমাক শিক্ষা দিছে। কিবা এটা কৰিব লাগিব; তাৰ বাবেই মোৰ এই সন্ধানী যাত্ৰা। মাধৱে দুখ-বেদনাবোৰ জোকাৰি পেলালে। হঠাতে তাৰ মনটো উথলি উঠিল। পিতাকলৈ চাই মাত লগালে, 'পিতা, দুয়ো মন মাৰি বহি আছে কিয়? নৈৰ পাৰৰ প্ৰকৃতিথনলৈ চকু দিয়কচোন, মনটো ভাল লাগিব।' তেওঁলোকক ভাল লগাবলৈকে মাধৱে ক'লে।

'দেহৰ অৱস্থা আৰু আসন্ন ভৱিষ্যতৰ চিন্তাই মোক তেনেই কাবু কৰিছে বোপাই। মনলৈ ক'ৰপৰা আনন্দ আহিব?' পানীলৈ চকু দি পিতাকে ক'লে।

'তেনেকৈ নিৰাশ হৈ দেখুৱালে মই বেয়া পাওঁ। সুখে-দুখেহে মানুহৰ জীৱন। আপোনাৰ এৰি অহা জীৱনৰ কথাকে ভাবক। সম্প্রতি দুৰ্যোগ আহিছে, তাৰ বাবে দুখ কৰা উচিত নহয়। আপোনাৰ পুত্ৰৰ দুখন কৰ্মঠ হাত আৰু এটা সুস্থ মন আছে। নিশ্চয় সুদিন আহিব। নহয়নে আই?'

'সেইবোৰ বাদ। পিতাৰক সোধচোন তেওঁৰ মিত্ৰৰ ঘৰলৈ আৰু কিমান বাট?' মনোৰমাই অন্যমনস্ক ভাৱে ক'লে।

'আমি এতিয়া ৰঙা নদীয়েদি আহি বুঢ়ী নদীত সোমাইছোঁ। অলপ দূৰ গৈয়ে পামগৈ। বুঢ়ীনদীৰ ঘাটত নামিম। তাৰ পৰা কিছুদূৰ খোজকাঢ়ি গৈ ঘাঘৰ নদীৰ উত্তৰ পাৰ পামগৈ। নৈখনৰ সিটো পাৰতে মোৰ বন্ধুজনৰ ঘৰ। মোৰ বিশ্বাস আমি গ'লে তেওঁ বেয়া নাপায়।'

জিৰণিৰ ঠাই এখন পাম বুলি ভাবি ভোকে-পিয়াহে জৰ্জৰিত মনোৰমাৰ মনটো ভাল লাগিল। বুঢ়ী নদীৰ ঘাটত নামি খোজকাঢ়ি গৈ তেওঁলোকে এখন গাঁও পালেগৈ। ভাগৰ লগাত বৰকণাগিৰী আৰু মনোৰমা এজোপা আঁহত গছৰ তলত বহিল। এজন আদহীয়া মানুহে তেওঁলোকক দেখি আগবাঢ়ি আহি ক'ৰপৰা আহিছে সুধিলে। মাধৱে তেওঁলোকৰ সকলো কথা লোকজনৰ আগত ব্যক্ত কৰিলে। ভলভলীয়া লোকজনৰ তেওঁলোকক দেখি, বিশেষকৈ মাধৱৰ মোহনীয় ব্যক্তিত্ব দেখি তেওঁৰ দয়া উপজি ক'লে, 'বোপা তোমাৰ পিতৃ-মাতৃক দেখিয়েই বুজিব পাৰিছোঁ অনাহাৰ-অনিদ্ৰাই নৌকাযাত্ৰা কৰি আহি তেওঁলোকে বৰ কষ্ট পাইছে। এনে হেন সুপুৰুষ আহি আমাৰ গাঁৱত পদাৰ্পণ কৰিছেহি, এসাঁজ খাই যাব লাগিব।'

বাটৰ অভিজ্ঞতাই ৰবকণাগিৰী আৰু মনোৰমাক যি তিতা-কেঁহা দিলে, পুনৰ কাৰো ঘৰলৈ যাবলৈ মন নকৰিলে। তাকে দেখি লোকজনে ক'লে, 'ঘৰলৈ নাযায়, নালাগে যাব। আমি সকলো দ্ৰব্যবস্তু গোটাই দিওঁ, বটবৃক্ষৰ তলতে এসাঁজ ৰান্ধি খাওক। কাললৈও কথাটো থাকক।'

লোকজনৰ আগ্ৰহ দেখি তেওঁলোকে সন্মতি জনালে। অলপ পিছতে চাউল, মাহ, বজাৰ সঁজুলি আৰু অনেক শাক-পাচলি, গাখীৰ-গুড় লৈ কেবাজনো মতা-মাইকী আহি সেই ঠাই পালেহি। ঠাই চুৰুকি, শাক-পাচলি কুটি-বাচি চৌকা পাতি যোগাৰ কৰি দিলে। মনোৰমাই চাউল ৰান্ধিলে। তেওঁলোকৰ কথা পেলাব নোৱাৰি পায়সো অকণমান ৰান্ধি লৈ পৰম তৃপ্তিৰে তেওঁলোকে উদৰ পূৰাই ভাতসাঁজ খালে। মৰম-চেনেহৰ কথাৰ আদান-প্ৰদানে তেওঁলোকৰ দুখ-ভাগৰ পাহৰাই পেলালে।

ঢেকঢেকৈকে হাঁহি লোকজনে ক'লে, 'ভুএগ্ৰা ডাঙৰীয়া, আমাৰ গাঁওখনক ৰাজখোৱা গাঁও বুলি কয়। আমাৰ পিতৃ-পুৰুষ আহোম ৰজাৰ বিষয়া আছিল বাবেই গাঁওখনৰ নাম ৰাজখোৱা গাঁও হ'ল। আপোনাৰ পুত্ৰ মাধৱৰ চকু দেখি মই গৰ্ভ বুজিছোঁ। ৰাজপাট নাখালেও একালত তেওঁ এসাঁজ খাব। তেওঁৰ গুণে জগত জিনিব। ইয়াকেহে ক'লোঁ। এতিয়া বিদায়।'

তেওঁলোকৰ পৰা বিদায় লৈ পিতৃ-মাতৃসহ মাধৱে যাত্ৰা আৰম্ভ কৰিলে। কেইবা শতাব্দীও পাৰ হৈ গ'ল কিন্তু ৰাজখোৱা গাঁৱত মাধৱে আহাৰ গ্ৰহণ কৰা স্মৃতি ৰাজখোৱা গাঁৱত আজিকোপতি পালন কৰিছে। তেওঁলোকে আহাৰ খোৱা ঠাইতে গাঁৱৰ প্ৰত্যেক ঘৰ মানুহে দিয়া গাখীৰৰ ভোগ সিজাই প্ৰতি বহাগ মাহৰ পূৰ্ণিমা তিথিত নাম-কীৰ্ত্তন কৰি সেই দিনটো পালন কৰে।

## তিনি

তেওঁলোক আহি ঘাঘৰ নদীৰ এটা সৰু পাৰঘাটত ৰ'লহি। তেতিয়া বেলি লহিয়াইছিল। ক'ৰবাৰ পৰা আহি আকাশত কপাহৰ দোলা যেন চপৰা-চপৰে বগা মেঘবোৰ গোট খাইছিলহি। নৈৰ পাৰৰ শিমলু গছজোপাত পৰি অচিনাকি চৰাই এটাই 'কিলিলি কিলিলি' কৈ গান জুৰিছে। চৰাইৰ মাতটো শুনি মাধৱে গছজোপালৈ চালে। মাধৱৰ এনেহেন লাগিল যেন অজান পখীটিয়ে মঙ্গল ধ্বনিৰে অসহায় পৰিয়ালটোক ঘাঘৰ পাৰলৈ স্বাগতম জনাইছে।

ৰবকণাগিৰীয়ে ইফালে-সিফালে চাই এখনো নাও দেখা নাপালে। বেছি বহল নহ'লেও ঘাঘৰখন খৰস্ৰোতা আৰু দ' নৈ। নাও এখন নহ'লে কোনোমতে পাৰ হ'ব নোৱাৰি। হৰশিশু উজীৱৰ লগত আৰু ঘাঘৰলৈ আহোঁতে তেওঁ চাৰিসুঁতিমুখ হৈহে আহিছিল। মাধৱ সৰু হৈ থাকোঁতে অকলে আহি এৰাতি থাকি গৈছিল। সেয়া প্ৰায় কুৰি বছৰৰ আগৰ কথা। এতিয়া ঠাইখন কিবা অচিনাকি যেন লাগিছে। ৰবকণাগিৰীৰ চিন্তা হ'ল, এইটো ঘাট

হয়নে নহয়? সাজেই লাগিবৰ হ'ল। তেওঁ দূৰলৈ চকু দি তমাল, গন্ধসৈৰে, শাল গছেৰে ভৰা মাঝিৰ কাঠনি বাৰীখন দেখি চিনি পালে। 'হয়, হয়, সেইটোৱেই মাঝিৰ পানী খোৱা ঘাট। এৰা ডাঙৰকৈ ৰিঙিয়াই চোৱা যাওক।' মুখত হাত দি তেওঁ ৰিঙিয়ালে— 'মিতা, মই গোবিন্দগিৰী আহিছোঁ, মিতা গোবিন্দ মাঝি শুনিছেনে? মই....'

মাঝিৰ ভাইবোৱাৰী হীৰামতিয়ে গধূলি সাঁজৰ বাবে চাউলকেইটা, শাক-পাত কেইডাল নৈতে ধুই-পখালি লগতে পানী একলহ লৈ যাবলৈ নৈলৈ আহিছিল। বাঁহৰ খৰাহিটোতে চাউলকেইটা আওদালি থাকোঁতে সিপাৰৰ পৰা ৰৰজনাকৰ নাম ধৰি কোনোবাই ৰৰকৈ ৰিঙিওৱা শুনিবলৈ পালে। ৰৰজনাকে সেই তাহানিতে নাও বোৱা কাম এৰিলে যদিও তেওঁক সকলোৱে 'মাঝি' বুলিয়েই মাতে। তেওঁকে মাতিছে বুলি ভাবি ডিঙি মেলি চাই সিপাৰে তিনিজন লোক দেখা পাই হীৰামতিয়ে চিঞৰি সুধিলে, 'তোমালোক কোন? কাক বিচাৰিছা?'

এইবাৰ মাধৱে ডাঙৰকৈ মাত লগালে। 'আমি নাৰায়ণপুৰৰ পৰা আহিছোঁ। ৰৰকণাগিৰী সপৰিয়ালে আহি ঘাটত ৰৈ আছে বুলি মাঝিক খবৰ দিয়ক।' মহিলাগৰাকীয়ে লৰালৰিকৈ চাউল-পাত সামৰি গৈ গোবিন্দ মাঝিক জনালেগৈ। প্ৰথমে মাঝিৰ বিশ্বাস হোৱা নাছিল যদিও খৰখেদাকৈ ওলাই আহি সিপাৰে পৰম মিত্ৰ গোবিন্দগিৰী ৰৈ থকা দেখি তেওঁ আশ্চৰ্যত অভিভূত হ'ল। খপ্‌জপ্‌কৈ ওচৰতে পোৱা নাওখনকে লৈ সিপাৰ পালেগৈ। নাৱৰ পৰা নামি পানী যুৰলিত ৰৈ থকা গোবিন্দগিৰীক আলিঙ্গন কৰি ভৰিৰ ধূলা শিৰত ল'লে। তিনিওৰে শুকান উৱান মুখ দেখি তেওঁৰ বুজিবলৈ বাকী নাথাকিল যে তেওঁলোকে বাটে-পথে অনেক দুখ-কষ্ট পাই আহিছে। সলোতক নয়নে মনোৰমাৰ ফালে চাই মাধৱক সাবটি ধৰি ক'লে, 'সখি কত দিন নেদেখাকৈয়ে তোমাৰ দেৱকুমাৰ হেন পুত্ৰ ডেকাই হ'ল। সম্প্ৰতি আমাৰ প্ৰতি বিধি সুপ্ৰসন্ন হোৱাৰ বাবেই পুনৰ মিত্ৰ দৰ্শনৰ সৌভাগ্য ঘটিল। পিছে এতিয়া সাজ লাগো লাগো হ'ল। তিনিও নাৱত উঠা, ঘৰত গৈ সকলো কথা পাতিম।'

ঘৰ পাই মাঝিয়ে আথে-বেথে সখিয়েকৰ ভৰি-হাত ধুৱাই বহিবলৈ পীৰা দিলে। মনোৰমা আৰু মাধৱকো ভৰি-হাত ধুবলৈ সুবিধা কৰি দি তিনিওকে দৈ, চিৰা আৰু দুটাকৈ মালভোগ কলেৰে উদৰ পূৰাই ভোজন কৰালে। বহুদিনৰ মূৰত অকৃত্ৰিম মৰম-চেনেহৰ আবেষ্টনীত সোমাই তেওঁলোকে যেন হেৰোৱা জীৱন ঘূৰাই পালে।

এই দীঘলীয়া নৌকাযাত্ৰাত মাধৱে বিচিত্ৰ অভিজ্ঞতা লাভ কৰিলে। এফালে মানুহৰ স্বাৰ্থপৰতা, হৃদয়হীনতা আৰু কৃতঘ্নতাই আনি দিয়া জীৱনৰ প্ৰতি অহ্য বিতৃষ্ণা, তাৰ বিপৰীতে মানুহৰ মানৱীয়তা, দয়া আৰু হৃদয়বোধে সৃষ্টি কৰা আশাৰ বতৰা। মাঝিৰ ঘৰখনৰ আদৰ-আপ্যায়ন দেখি মাধৱ অভিভূত হ'ল। মনোৰমাৰো মনত পৰিল সেই দিনটো, যিটো দিনত তেওঁলোক পতি-পত্নী দুয়ো আহি হৰশিঙা বৰাৰ ঘৰত উপস্থিত হওঁতে এনে আদৰ আপ্যায়নকে পাইছিল।

'বাৰু, সখি এতিয়া তোমাৰ সবিশেষ কোৱা। মই জনাত নাৰায়ণপুৰৰ লেটেকুপুখুৰীত তুমি পৰিয়ালসহ সুখেৰে বাস কৰি আছিলা। বৰ্তমান তোমাৰ চকু-মুখ দেখি বুজিব পাৰিছোঁ তুমি ক'ৰবাত কিবা দুখ পাই আহিছা? মোক আপোনজন বুলি সকলো কথা মুকলিকৈ কোৱা।' গোবিন্দ মাঝিয়ে ওচৰতে বহি ক'লে।

'সেইবোৰ বহুত কথা, কৈনো কি লাভ হ'ব ? তথাপি ইচ্ছা কৰিছা যেতিয়া শুনা।' এইবুলি বৰকণাগিৰীয়ে ক'বলৈ ধৰিলে—

সাধুপুৰুষ হৰশিঙা উজীৰ সিফলীয়া হোৱাৰ পিছৰ পৰাই নাৰায়ণপুৰ অঞ্চলৰ প্ৰকৃতি সলনি হ'বলৈ ধৰিলে। ব্ৰহ্মপুত্ৰ আৰু তাৰ উপনৈবোৰে ৰুদ্ৰ ৰূপ ধাৰণ কৰিলে। তাৰ বলি হ'ল খাটি-খোৱা মানুহবোৰ। পানী শুকাবলৈ ধৰাৰ লগে লগে মাৰি-মৰক, অনাবৃষ্টিত ৰাইজ জুৰুলা হ'ল। মানুহৰ মাজত চুৰি-ডকাইতি, হিংসা খিয়াল বৃদ্ধি পালে। তেওঁলোকৰ পৰিয়ালো সাঁৰি নগ'ল। ভালৰ দিনত স্বাৰ্থৰ খাটিৰক উজীৰক আপোন বোলাই থকা মানুহজনেও ডকা-হকা দি তেওঁৰ পৰিয়ালৰ অৱস্থা কাহিল কৰিলে। হৰশিঙা বৰাৰ বিশ্বাসৰ মানুহ হোৱা বাবেই বৰকণাগিৰী আৰু মাধৱো সিহঁতৰ ৰোষৰ বলি হ'ল। তেনে সময়তে জিকৰি ৰোগে পাই বৰকণাগিৰীক জুৰুলা কৰিলে। ধন-বিত যি আছিল চিকিৎসা কৰোঁতে মুদা মৰিল। ভিক্ষা কৰিও এমুঠি পাবলৈ নাইকিয়া হ'ল। কেউফালে মানুহ মৰি উছন হ'ল।

দক্ষিণ পাৰে পানীৰ উপদ্ৰৱ কম বুলি মাধৱে শিলিখাগুৰিত নাও বন্ধা নাৱৰীয়াহঁতৰ মুখত শুনিবলৈ পালে। তাতে থিতাপি লোৱাৰ আশাৰে মাক-বাপেক দুয়োকে লৈ আহি এই ঠাই পোৱাইছেহি।'

বৰকণাগিৰীয়ে থমকি ৰৈ দীঘলকৈ হুমুনিয়াহ কাঢ়িলে। গোবিন্দ মাঝিয়ে সখিয়েকৰ দুখে গৰকা হৃদয়খন যেন চকুৰ আগত দেখা পালে। উদগ্ৰীৱ হৈ সুধিলে, 'তাৰ পাছত?'

'তাৰে, পিতা বৰ ভাগৰুৱা হৈ পৰিছে। বাকীখিনি কথা ময়ে কওঁ শুনক।' কথাবোৰ উজাৰি কৈ দিলেই অন্তৰখন শাঁত পৰিব বুলি ভাবি মাধৱে সকলো বৃত্তান্ত বৰ্ণনা কৰিলে।

'দুদিন একেৰাহে নাৱত আহি আহি পিতাদেউ আৰু আই ভোক-পিয়াহত জৰ্জৰিত হৈ পৰিল। ওচৰে-পাঁজৰে কোনো মিতিৰ আছে নেকি বুলি পিতাকক সোধাত গোবিন্দগিৰীয়ে পুৰণা মিত্ৰ এজনৰ কথা কৈ তালৈকে তেওঁলোকক লৈ গ'ল। গধূলি বেলিকা মিত্ৰৰ ঘৰৰ চোতাল পাই তাতে বৈ থকা লোকজনক পিতাকে আশাৰে মাত লগালে, 'মিতা, চোৱাচোন, এয়া তোমাৰ বান্ধৱ গোবিন্দগিৰী আহিছে।'

লোকজনে আনন্দ প্ৰকাশ কৰক চাৰি অসন্তুষ্ট মনেৰে ক'লে, 'ক'ৰ লোক, ক'ৰপৰা আহিছা, আমি হ'লে চিনি পোৱা নাই' বুলি ঢেঁকীশালত বহিবলৈ কৈ ভিতৰ সোমাল। সুখ-দুখৰ বাতৰি সোধক চাৰি মাত এষাৰকে নামাতিলে। ৰাতি হ'ল, গুচি আহিবলৈও উপায়

নাই। পেটৰ ভোকত থাকিব নোৱাৰি লাজ-অপমান কাটি কৰি গৃহস্থই উলিয়াই দিয়া তাকৰীয়া চাউল কেইটাকে ৰান্ধি এমুঠি খাই ৰাতিটো কোনোমতে কটাই। কাউৰীয়ে কা নৌ-কৰোঁতেই উঠি গৃহস্থক মাত নিদিয়াকৈ তেওঁলোক গুচি আহি পুনৰ নাৱত উঠিলহি।

পিতাৰ কথা মতে দুদিন গৈ সাজলগা পৰত তেওঁৰ সম্বন্ধীয় ভাই চিৰকালীৰ ঘৰ ওলালেগৈ। বাণ্ডুকাত মজিন্দাৰ হৈ থাকোঁতে বৰকগাগিৰীয়ে চিৰকালীক বৰ ডাঙৰ বিপদৰ পৰা তৰাই থৈছিল। সি বৰ অসৎ প্ৰকৃতিৰ লোক আছিল। এবাৰ ৰজা প্ৰতাপ নাৰায়ণৰ বিৰুদ্ধ আচৰণ কৰাত ৰজাই তাক ধৰাই নি কাটিবলৈ হুকুম দিছিল। গোবিন্দগিৰীয়ে কাওবাও কৰি অনেক ধন ভৰি তাক মুকলি কৰি আনিছিল। সেই ঘটনাটোৰ পিছতে সি উজনিলৈ গুচি আহিছিল আৰু কূটবুদ্ধিৰ বলতে বৰলোক হৈ বহিছিল।

দুদিনৰ মূৰত মাধৱ আৰু মাক-পিতাক গৈ চিৰকালীৰ ঘৰ পালেগৈ। এপৰ বেলা চোতালতে বহি থকাৰ পিছত চিৰকালীৰ মাকে এখন কুঠাৰ আনি চোতালৰ মূৰত পৰি থকা কাঠৰ টুকুৰাটো দেখুৱাই ক'লে, 'ঘৰত এচলাও খৰি নাই, তোমালোককো ভাত খাবলৈ খৰি লাগিব। দুচলামান ফালা।' এইবুলি মাধৱলৈ কুঠাৰখন আগবঢ়াই দিলে। উপায়ন্তৰ হৈ মাধৱ খৰি ফলাত লাগিল। বুঢ়ীয়ে এচলা-দুচলাকৈ খৰিবোৰ ভিতৰ সুমাই নিবলৈ ধৰিলে। এবোজামান থাকোঁতে মাধৱে খৰিবোৰৰ ওপৰত বহি ভাগৰ পলুৱালে। এনেতে চিৰকালী আহি ওলালহি। তেওঁলোকক দেখি আহ্লাদ বা আপ্যায়ন কৰাৰ বিপৰীতে ভালদৰে সোধ-পোচেই নকৰিলে। বিপদগ্ৰস্ত পৰিয়ালটো টেঁটুত লাগে বুলি ভাবি অকৃতজ্ঞ চিৰকালীয়ে তেওঁলোকক ক'ৰবাৰ কোনোবা যেন কৈ খেদিবলৈহে চালে।

দুখ-অপমানত মাধৱৰ হৃদয় ফাটি যেন চিৰাচিৰ হ'ল। পিতৃ-মাতৃয়ে দুখ পাব বুলি একো নামাতিলে। অনাদৰ-অৱহেলাৰে আগবঢ়াই দিয়া চাউল মুঠিকে ৰান্ধি খাই ধলপুৱাতে তাৰ পৰা ওলাই আহিল। দিনৰ দিনটো বাটকুৰি বাই লাজ-অপমান, ভোক-পিয়াহত দগ্ধ গোবিন্দগিৰী শ্ৰান্ত-ক্লান্ত হৈ এজোপা গছৰ তলতে অৱশ হৈ শুই পৰিল। মাধৱে মাকক কাষতে বহুৱাই থৈ পিতাকৰ মুখত দিবলৈ কিবা এটা বিচাৰি গৈ এখন এৰাবাৰীত এটা কুমলীয়া লাও লাগি থকা দেখি ছিণ্ডি আনি মাকৰ হাতত থকা ডাব কটাৰিখনেৰে বাঁহৰ চোঁচ এডাল কাটি লাওটো চুঁচি পিতাক আৰু মাকক খাবলৈ দি অৱশেষখিনি নিজে খালে। ৰসাল লাও খাই পিতৃ-মাতৃৰ গালৈও ৰস আহিল। তেওঁলোকে আকৌ যাবলৈ ধৰিলে।

ঘাঘৰী মাঝিয়ে তলমূৰকৈ কথাবোৰ শুনি আছিল। তেওঁলোকৰ দুখ-বেদনাই তেওঁৰ অন্তৰ চুলে। হাতেৰে বাধা দি ক'লে, 'ৰ'বা বোপা, ৰ'বা, আৰু নক'বা। এনেহেন মজিন্দাৰ গোবিন্দগিৰী ভূঞাৰ পৰিয়ালৰ বিলাই-বিপত্তি আৰু নুশুনো। এটা কথাৰ বাবে মই সখিকে দোষ দিওঁ। কিয় ইমান দিনে এই হতভগীয়া সখিলৈ মনত নপৰিল? ৰঙাজান নৈয়েদি আহি ঘাঘৰত নাও পেলাই পোনে পোনে ইয়ালৈ অহা হ'লে এনে লটিঘটি নহ'লহেঁতেন। তাকে নকৰি .......।'

'এয়া আমাৰ কর্মফল সখি। ইয়াৰ পৰা আমি ডাঙৰ শিক্ষা পাইছোঁ, সুখ আৰু দুখক সমান বুলি ভবাৰ শিক্ষা। গীতাত কৈছে, 'সুখে দুঃখে কৃত্বা লাভালাভৌ জয়জয়ৌ। ততো বুদ্ধয়ে যুজ্যস্ব নৈবং পাপমবাপ্সসি।' গতিকে ইয়াত চিন্তা কৰিবলগীয়া একো নাই। গোবিন্দগিৰীয়ে কথাষাৰ কৈ হাঁহিমুৱাকৈ সখিয়েকৰ মুখলৈ চালে।

হয় হয় তাৰৈ, এইখন পৃথিৱীত উজীৰ খুৱাৰ দৰে মহৎ পৰোপকাৰী লোক, আপোনাৰ দৰে বিনয়ী সহৃদয় পুৰুষ থকাৰ বিপৰীতে চিৰকালীৰ দৰে স্বার্থপৰ, অকৃতজ্ঞ লোকো আছে। আৰু এটা বতৰা কওঁ শুনক। 'এদিন বাটত আহি থাকোঁতে কাষতে মানুহ এঘৰত কোনোবাই ইনাই-বিনাই কান্দি থকা শুনি কিনো হৈছে চাওঁ বুলি সোমাই গৈ জানিলোঁ যে পাটপলু পুহি জীৱন নির্বাহ কৰা গৃহস্থ ঘৰৰ পাটপলুবোৰ সোপাকে মৰি গ'ল। সেই দুখতে তেওঁলোকে কান্দিছে। গৃহস্থক বুজাই-বঢ়াই পাটপলুবোৰৰ কি হৈছে চাওঁ বুলি বাহিৰলৈ উলিয়াই আনিবলৈ ক'লোঁ। জঠৰ হৈ থকা পলুবোৰ দেখি আন এখন ডলা অনাই ডাঙৰ আৰু সৰু পলুবোৰ বাচি দুভাগ কৰি সিহঁতক এটা-দুটাকৈ কোমল পাত খাবলৈ দিলোঁ। সিহঁতে পাত খাবলৈ ধৰিলে। মৃতপ্রায় পলুবোৰ সজীৱ হৈ অহাত গৃহস্থই হাততে সৰগ ঢুকি পালে। তেওঁলোকে মূৰতে থ'বনে নে মাটিতে থ'বকৈ আলৌ-আথৌ কৰি গোহালিৰ ওচৰতে থকা চালিখন পৰিষ্কাৰকৈ অতাই-পিতাই আঁৰবেৰ দি আমাক থাকিবলৈ দিলে। ৰাতিৰ সাজ মাছে-শাকে খাই আমি শান্তিৰে শুই পৰিলোঁ। পিছদিনা আহিবলৈ ওলোৱাত কাবৌ কৰি আৰু দুদিনমান ৰাখিলে।

বুজিছে তাৰৈ, পাটপলু পুহি পেট প্রবর্তোৱা লোকজনৰ প্রাত্যহিক জীৱনৰ তুচ্ছতাৰ মাজতো যি মহত্ব দেখুৱালে সেয়াই তেওঁলোকৰ জীৱনৰ প্রতি আশাৰ সঞ্চাৰ কৰিলে। এতিয়া তিনিটি সর্বহাৰা প্রাণী আহি আপোনাৰ গৃহত থিত ল'লোঁহি।'

বুজিলোঁ বোপা, বুজিলোঁ।

'ইমত বৰাৰ দেখো ইমত বিনাই।

এতেকে কালত পৰে বড়া আন নাই।।'

হোৱাবোৰ হৈ গ'ল। এতিয়া সেইবোৰ ধূলি জোকাৰাদি জোকাৰি দি আমাৰ পঁজাতে সুখে-সন্তোষে থাকিব লাগে। আপোন ঘৰ বুলি গোটেই জীৱন থাকিলে আমি পৰম সন্তোষ পাম।'

কেইদিনমানৰ ভিতৰতে মাখিয়ে তেওঁলোকক থাকিবলৈ ভাল ঘৰ এটা দিহা কৰি খোৱাৰ সকলো সা-সুবিধা কৰি দিলে। বৰকণাগিৰীৰ পৰিয়ালৰ নতুন জীৱন আৰম্ভ হ'ল। প্রথমতে সংশয় আৰু আশংকাত দোদুল্যমান মাধৱে আচহুৱা অনুভৱ কৰিছিল। জীৱনৰ পাৰ হৈ যোৱা কুৰিটা বছৰত পোৱা-নোপোৱা, আশা-নিৰাশাৰ অনেক অভিজ্ঞতা তেওঁ সঞ্চয় কৰিলে। কেতিয়াবা ক্ষোভৰ পৰা সৃষ্টি হোৱা বিদ্রোহে জীৱনক জটিল আৰু অসাৰ বুলি ভবাই তোলে। এই নতুন পৰিবেশে বা কি বতৰা আনে।

লাহে লাহে মাধৱৰ মনৰ পৰিৱৰ্তন হ'বলৈ ধৰিলে। ঘাঘৰী মাঝিৰ কৰ্তব্যনিষ্ঠা, উদাৰতা আৰু পৰোপকাৰী মনোভাব দেখি তেওঁৰ মূৰ দোঁ খালে। জীৱনৰ প্ৰতি, মানুহৰ প্ৰতি সৃষ্টি হোৱা আস্থাহীনতাৰ ভাব লাহে লাহে দূৰ হ'ল। জীৱনৰ আগ কালছোৱাত নৈৰ বুকুৰ অনেক জাঁজী অতিক্ৰম কৰি মানুহক নৈ পাৰ কৰোৱা ঘাঘৰী মাঝিয়ে জীৱন নৈৰ জাঁজীবোৰো অতিক্ৰম কৰাৰ কৌশল আয়ত্ত কৰিলে। হৰশিঙা বৰাৰ সান্নিধ্য আৰু ব্যক্তিত্বই তেওঁৰ ওপৰত প্ৰভাৱ পেলালে। ঘাঘৰী মাঝিৰ মাজত মাধৱে শ্ৰদ্ধাৰ উজীৰ খুৰাকক বিচাৰি পালে। এইবোৰৰ মাজত তেওঁ জীৱনৰ এক নতুন অৰ্থ আৱিষ্কাৰ কৰিলে।

মাঝি পত্নী আৰু পুতেক বোৱাৰীয়েকৰ আতিথ্য আৰু আদৰত বৰকণাগিৰীৰ ৰোগ-ব্যাধি দূৰ হৈ আগৰ চেহেৰা ঘূৰি আহিল। মাঝিৰ পত্নী পদ্মাৱতীৰ লগত মনোৰমাৰ অন্তৰঙ্গতা স্থাপন হ'ল। ডাৱৰৰ মাজৰ পৰা জোনটো ওলোৱাৰ দৰে তেওঁৰ হেৰোৱা সৌন্দৰ্য ঘূৰি আহিল।

শান্তিময় পৰিৱেশে মাধৱৰ ডেকা মন সজীৱ আৰু প্ৰাণৱন্ত কৰি তুলিলে। সময় কটাবলৈ মাধৱ ঘাঘৰ পাৰলৈ যায়। মাধৱৰ গন্ধৰ্ব যেন চেহেৰা দেখি বাটৰ মানুহে ৰ' লাগি চায়। কঁহুৱা-বিৰিণাৰে ভৰা নৈপৰীয়া প্ৰকৃতিয়ে তেওঁক হাত বাউল দি মাতে, বিবিধ পখীৰ গুঞ্জনে পুলক জগায়। লাহে লাহে ঘাঘৰ নৈখন মাধৱৰ আপোন হৈ পৰে ।

ঘাটত বৈ থকা, চলাচল কৰি থকা সৰু-বৰ নাওবোৰ, বিধে বিধে ধান-মাহ, মাটিৰ কলহ বেচা-কিনা কৰা নৈপৰীয়া বেপাৰীবোৰৰ ব্যস্ততা দেখি মাধৱৰ নিজকে বৰ অলস যেন লাগে । দিন যোৱাৰ লগে লগে এনে নিষ্কৰ্মা জীৱনে মাধৱক আমনি দিবলৈ ধৰিলে। মাঝিক কৈ খেতি কৰাৰ কথাকে মনতে ভাবিলে।

চকুৰ পচাৰতে যেন চাৰিটা বছৰ পাৰ হৈ গ'ল। সেই সময়তে বৰকণাগিৰীৰ পৰিয়াললৈ আৰু এটি নতুন প্ৰাণী আহিল। মনোৰমাই এটি কন্যা সন্তান জন্ম দিলে। সৰগৰ অপেস্বৰীৰ দৰে ধুনীয়া কন্যাটিৰ নাম দিলে উৰ্বশী। মাধৱৰ পচন্দ মতেই ভনীয়েকৰ নাম উৰ্বশী হ'ল। দৈবজ্ঞই পুথি-পাঁজি চাই কন্যাটি মহা সুলক্ষণীয়া আৰু লক্ষ্মী স্বৰূপিনী হ'ব, পিতৃ-মাতৃক সুখ দিব বুলি কোৱাত বৰকণাগিৰী আৰু মনোৰমাই বৰ আনন্দ পালে।

কলা কলাকৈ উৰ্বশী বাঢ়িবলৈ ধৰিলে। তাইৰ ৰূপ-সৌন্দৰ্যই, হাঁহিৰ খিলখিলনিয়ে ঘৰখন উজ্জ্বলাই তুলিলে। ভগ্নী উৰ্বশী মাধৱৰ আনন্দ প্ৰদায়িনী জীৱনী শক্তি স্বৰূপ হৈ পৰিল। কিন্তু কাম-বন নাইকিয়াকৈ শুই-বহি খাই থাকি বৰকণাগিৰীৰ আমনি লাগিল। মাধৱে দুই-চাৰিখন শাস্ত্ৰ বিচাৰি পঢ়িবলৈ ল'লে যদিও সকলো সময়তে জানো শাস্ত্ৰ অধ্যয়ন কৰি থাকিব পাৰি? চঞ্চল ডেকা এটা এনেদৰে বহি-শুই খাই থাকি দিনবোৰ নাযায়-নুপুৱায় যেন লাগিল। মাধৱৰ মনৰ অস্থিৰতাৰ কথা ঘাঘৰী মাঝিয়ে ধৰিব পাৰিয়ে নেকি এদিন মাধৱক ওচৰলৈ মাতি ক'লে—

'বোপা এনেয়ে বহি থকাতকৈ ধানৰ খেতিকে কৰা। আমাৰ মাটি বহুত। গোটেইখিনিতে খেতি কৰা নহয়গৈ, এনেয়ে ছন পৰি থকাতকৈ ভাল চাই মাটি দুপুৰামানত খেতি আৰম্ভ কৰা। সময়ৰ সদ্ব্যৱহাৰ হ'ব, দুপইচা হাতলৈ আহিব। মোৰ সাত হাল গৰু আৰু সেই মতে মানুহো আছে। বিধে বিধে কঠীয়াও পৰা আছে। মনৰ পচন্দ মতে লৈ মাটি কেইডৰামান ৰোৱা।' —এইবুলি মাঝিয়ে মাধৱৰ মনটো বুজিবলৈ তেওঁৰ ফালে চালে। তাঁৰৈয়েকে তাৰ মনৰ কথা বুজি পাইছে বুলি ভাবি মাধৱৰ চকু দুটা উজ্বলি উঠিল।

'আপোনাৰ ঘৰত আছোঁ যেতিয়া খেতি পথাৰত অলপ সহায় কৰি দিবলৈ পালে ভালেই পাওঁ। এনে বহি-শুই থাকি আমনিও লাগিছে তাঁৰৈ।'

'মোৰ সহায়ৰ বাবে নহয় বোপা। তোমালোক যিমান দিনলৈ মোৰ ঘৰত থাকা সিমান দিনলৈকে অন্ন-বস্ত্ৰৰে আপ্যায়ন কৰি থাকিবলৈ পালে মই ধন্য মানিম। মই আন এটা কাৰণেহে কৈছোঁ। বিপদে-আপদে মানুহক ধন লাগে। সৎ উপায়েৰে ঘটা ধন-সম্পদে মানুহক সুখ দিয়ে, প্ৰতিপত্তিও দিয়ে। হস্কিলে-মস্কিলে হাতত ধন নাথাকিলে সাহসো নাথাকে। সেয়েহে কৈছোঁ, ইয়াত থকা কালত ধান-মাহৰ খেতি কৰি সেইবোৰ বেচি ধন-টকা অলপ সংগ্ৰহ কৰা। বৰকণাগিৰী মোৰ প্ৰাণৰ বান্ধৱ। বন্ধুপুত্ৰ তুমিও মোৰ নিজৰ ল'ৰাৰ নিচিনা। তোমালোকৰ মঙ্গলৰ বাবেহে কৈছোঁ বোপা।'

ঘাঘৰী মাঝিৰ অকৃত্ৰিম মৰমৰ প্ৰকাশ দেখি মাধৱ স্তম্ভিত হ'ল। তেওঁৰ উদাৰতা আৰু দূৰদৰ্শিতাৰ প্ৰমাণ পাই কৃতজ্ঞতাত মাধৱৰ চকু চলচলীয়া হ'ল। নিজৰ অজ্ঞাতসাৰেই মাঝিৰ চৰণ চুই ক'লে, 'তাঁৰৈ দেউতা, মই প্ৰতিজ্ঞা কৰিছোঁ পুনৰবাৰ মই মোৰ আই-বোপাইৰ নাজল-নাথল অৱস্থা হ'বলৈ নিদিওঁ। আপোনাৰ আশীৰ্বাদ শিৰত লৈ মই খেতি কৰিম। ধান-মাহ সকলোৰে খেতি কৰি মই ধন আৰ্জিম।'

'তোমাৰ মনৰ আশা সিদ্ধ হওক।' বুলি মাঝিয়ে মাধৱক বুকুৰ কাষলৈ চপাই আনিলে।

মাধৱে হেৰোৱা জীৱনৰ অৰ্থ বিচাৰি পালে। মাঝিৰ পৰামৰ্শমতে তেওঁৰ চৌহদতে নকৈ ঘৰ এটা সাজিলে। ফুল-ফল ৰুই, জেওৰা-জপনা দি ঘৰটো আটোমটোকাৰি কৰি তুলিলে। নকৈ ৰোৱা ফুল কেইজোপাত কলি মেলিছে, দুজোপামান ফুলিছেও। তাৰ মাজে মাজে উৰ্বশীয়ে হাঁহি-মাতি জঁপিয়াই ফুৰা দেখি মাধৱৰ আনন্দৰ পাৰ নোহোৱা হয়। ভনীয়েকক সাৱটি লৈ চুমাৰে ওপচাই পেলায়। মৰতৰ মাজতে সৰগ বিচাৰি পায়, কাম কৰাৰ প্ৰেৰণা জাগে।

এতিয়া মাধৱৰ বহি থাকিবলৈ সময় নাই। উপজি পুৱাতে শোৱাপাটী এৰি পথাৰলৈ যায়। পথাৰৰ লপ্থপীয়া বোকা মাটিৰ পৰশৰ আমেজ আছে, মাদকতা আছে। পথাৰৰ সেউজবোৰ সোণালী দলিচাত পৰিণত হয়। আশাৰ পদুম ফুলে। সোণগুটিৰে উপচি পৰে পথাৰ।

এনেকৈয়ে ঋতু আহে, ঋতু যায়। ঘাঘৰৰ পাৰলৈ বসন্তৰ আগমন ঘটে। ঘাঘৰৰ প্ৰকৃতিয়ে যৌৱন-শোভা ধাৰণ কৰে। গছ-লতিকাৰে শ্যামল শোভা, মেঘৰ গুৰু-গম্ভীৰ ধ্বনিয়ে মাদকতাৰ সৃষ্টি কৰে। বসন্ত আহে বনলৈ, মানুহৰ মনলৈ। প্ৰকৃতিৰ উলহ-মালহৰ লগত সংগতি ৰাখি কৃষিজীৱী মানুহে উৎসৱ পাতে। আঁহতৰ তলত, উদং পথাৰত ডেকা-গাভৰুৰ যৌৱনৰ উদ্দাম নৃত্যই, গীতৰ সুৰে সৃষ্টিৰ অংকুৰ সিঁচে। চহা ডেকা-গাভৰুহঁত সাজু হয় জীৱন-সংগ্ৰামৰ যুঁজ দিবলৈ; নাঙলৰ সীৰলুৰে যৌৱনা পৃথিৱী কৰ্ষণ কৰি সৃষ্টি বীজ ৰোপণ কৰিবলৈ।

এনেকৈয়ে ৰঙে-ৰসে পাৰ হৈ কৃষক মাধৱৰ কেইবাটাও সফল বছৰ। ৰূপহী পথাৰত পখিলা পৰাদি পৰা জাক-জাক ৰোৱনী-দাৱনীৰ হাঁহিৰ খিল্‌খিলনিয়ে যৌৱনলৈ বাসনা আনে। পথাৰখন হৈ পৰে অতি আপোন, অতি মৰমৰ। খেতিৰ দিনত এদিনো পথাৰলৈ নোযোৱাকৈ মাধৱৰ ঘৰত থাকিবলৈ মন নাযায়।

কেইবছৰমানৰ ভিতৰতে মাধৱ হৈ পৰিল নামজ্বলা খেতিয়ক। বিধে বিধে ধানেৰে ঘাঘৰী মাঝিৰ ভঁৰাল ভৰিল। ঘাঘৰী মাঝিৰ আনন্দ চায় কোনে? জয়প্ৰসাদ নামৰ বেপাৰী সাউদক মতাই আনি মাধৱক লগলগাই দিলে। ধান-মাহ বেচি মাধৱে শকত পৰিমাণৰ ধন লাভ কৰিলে। তাৰে সামান্য পৰিমাণে নিজৰ হাতত ৰাখি বাকী ধন মাকৰ হাতত গতাই দিলে। মনোৰমাই লেটেকুপুখুৰীত হোৱা দুৰ্ভিক্ষৰ কথা মনত পেলাই কিছু ধন সাঁচি ৰাখিলে। পুত্ৰৰ কাৰ্যত পিতৃ গোবিন্দগিৰীও সন্তুষ্ট হ'ল।

চাওঁতে চাওঁতে বৰকণাগিৰীৰ পৰিয়াল ঘাঘৰলৈ অহা পোন্ধৰ বছৰ পাৰ হৈ গ'ল। দিনৰ পিছত মাহ আহিল, মাহবোৰ বছৰত লীন গ'ল। ক'ব নোৱাৰাকৈয়ে উৰ্বশীয়ে দহ বছৰত ভৰি দিলেহি। উচ্চ বংশজাত কায়স্থ কন্যা তাই। মনত নপৰা কালৰে পৰা ভূঞা বংশত আগবিয়া দিয়া নিয়ম চলি আহিছে। উত্তম কায়স্থ বৰকণাগিৰীয়েও তাৰ ব্যতিক্ৰম কৰিব নোৱাৰে। মনোৰমাৰ মনত ভয়। যিহে লহ্‌পহ্‌কৈ গা-গাৰি ধৰি আহিছে ছোৱালীজনীয়ে, কেনেবাকৈ কন্যাকাল হ'ব লাগিলে বৰ কথা হ'ব। সময় মতে, সজ পাত্ৰত কন্যাদান কৰিব নোৱাৰিলে পিতৃ-মাতৃৰ শান্তি নাথাকে। কি কৰা যায়? গধূলি জুইৰ কাষত বহি দুয়ো কথাটো আলোচনা কৰে।

খেতি শেষ হোৱাৰে পৰা মাধৱ ঘৰত নথকাই হ'ল। এৰা, ডেকা বয়সত ল'ৰাবোৰ কেতিয়াবা আনমনা হয়েই। মাধৱো ডেকা হ'ল, ছোৱালী আনিবৰ বয়স হ'ল। বৰকণাগিৰীয়ে ঘাঘৰৰ পৰা বৰপথাৰ, গেলাবিল আদি ঠাইলৈ গৈ কায়স্থ মানুহ ক'ৰবাত আছে নেকি তলে তলে খবৰ-খাতি কৰিছে, কিন্তু চকুত পৰা নাই। ঘাঘৰৰ পাৰত উত্তম কায়স্থ এঘৰো নাই। নাই, নাইকৈ থাকিলে নহ'ব। আজি মাধৱৰ লগত কথাটো আলোচনা কৰিব লাগিব। ভাৱি-চিন্তি সেইদিনা ভাত খাই থাকোঁতে মাধৱৰ আগত পিতাকে কথাটো উলিয়ালে।

'মাধব, এনেকৈ ঐদহে-বৈদহে ঘূৰি-পকি দিন কটালে হ'বনে? ঘৰখনৰ কথাও চিন্তা কৰিবৰ হ'ল নহয়?'

'কি চিন্তা কৰিব লগা হ'ল? ভঁৰালত ধান, মাহ, পুখুৰীত মাছ, বাৰীত শাক-পাচলিৰে ভৰি আছে। আপুনি আৰু আই থাকোঁতে মই ঘৰৰ কথা কি চিন্তা কৰিব লাগে।' এইবুলি কৈ মাধবে পালেং শাকৰ আঞ্জাখনৰ পৰা চিতল মাছৰ কলঠি চকল উলিয়াই পৰম তৃপ্তিৰে খোৱাত লাগিল।

'কেৱল খাই-বৈ জীয়াই থাকিলেই যথেষ্ট নহয় বোপা। সময়মতে তইও সংসাৰধৰ্ম পালন কৰিব লাগে। ছোৱালীজনীৰো দহ বছৰ পূৰ হ'ল। সময়মতে সৎ পাত্ৰত গটাব নোৱাৰিলে বিপদ হ'ব। কিবা এটা কৰিব লাগে।'

মাধবৰ বুকুখন চিৰিঙকৈ গ'ল। 'সংসাৰ ধৰ্ম চিনি নোপোৱা, ওঁঠ চেপিলে গাখীৰ ওলোৱা ছোৱালীজনী সৎ পাত্ৰত গতাব লাগে? আপুনি এইবোৰ কি কৈছে?'

'ঠিকেই কৈছোঁ, ব্ৰাহ্মণ-কায়স্থৰ ছোৱালী কন্যাকাল হোৱাৰ আগতে বিয়া দিয়াৰ নিয়ম কোনোবা কালৰে পৰা চলি আহিছে। নহ'লে কুলভ্ৰষ্ট হয়, ছোৱালীৰ অমঙ্গল হয়।' পিতাকে গহীন মাতেৰে ক'লে।

'নিয়ম-নীতিবোৰ মানুহেই সৃষ্টি কৰে আৰু মানুহেই তাক ভাঙিবও পাৰে। এই কণমানি ছোৱালীজনীক মই আগবিয়া দিবলৈ নিদিওঁ পিতাদেউ' মাধবৰ মাত থোকা-থুকি হ'ল। পিতাকৰ মনটো বেয়া লাগিল। ওচৰতে বহি থকা মাকৰো চকু চল্‌চলীয়া হ'ল।

'তোৰ কথামতে তাইৰ বিয়াৰ কথা নাভাবোঁ বাৰু। কিন্তু বিয়াৰ আগতে কন্যাকাল হ'লে কুলনষ্ট হ'ল বুলি মানুহে অপবাদ ৰটিব, তাইক বিয়া কৰিবলৈ কোনো লোক আগবাঢ়ি নাহিব। উৰ্বশীৰ ভৱিষ্যতলৈ অনিশ্চয়তা আহিব। তেতিয়া কি হ'ব?'

পিতাকৰ কথা শুনি মাধবে কৰুণ দৃষ্টিৰে তেওঁলৈ চালে। এনেতে মাকে মাত লগালে— 'সমাজত যুগ যুগ ধৰি চলি অহা নীতি-নিয়মবোৰ, পৰম্পৰাবোৰ সকলো সময়তে শুদ্ধ নহ'লেও আমি মানি চলিবলৈ বাধ্য বোপা। প্ৰতিবাদ কৰাৰ পৰিবৰ্তে তাইক সুপাত্ৰত গতোৱাৰ ব্যৱস্থা কৰ।'

পিতৃ-মাতৃৰ ইচ্ছা, বংশ-পৰম্পৰাৰ নীতি-নিৰ্দেশনাৰ আগত মাধবৰ যুক্তি দুৰ্বল হ'ল। দুখ মনেৰে মাকলৈ চাই ক'লে, 'তেন্তে তোমালোক যি ভাবা তাকেই কৰাহঁক।'

'লেঠা সেইখিনিতেই। ঘাঘৰ অঞ্চলত কায়স্থ কুলৰ এঘৰো মানুহ নাই। ভাল কায়স্থ ল'ৰা এটা পাবলৈ হ'লে আমি এই ঠাই এৰি ভটীয়াই যাব লাগিব।'

'এইখন ঠাই এৰিব লাগিব? যিখন ঠাইৰ প্ৰকৃতিয়ে তাক প্ৰাণোচ্ছল কৰি তুলিছিল, যিখন ঠাইৰ খাটি খোৱা মানুহবোৰে তাক কৰ্মৰ মূল্য শিকাইছিল, য'ৰ ডেকা-গাভৰুৰ সান্নিধ্যই জীৱনলৈ সজীৱতা আনিছিল, সেইখন ঘাঘৰ নৈৰ পাৰ এৰি থৈ সি গুচি যাব

লাগিব। পিতাকে এইবোৰ কি কয়?' ভাবি ভাবি মাধৱৰ মন বিষণ্ণ হৈ পৰিল। অলপ পৰ নীৰৱে থৈ 'পিতাদেউ, এই বিষয়ে আপুনি তাৰৈৰ লগত আলোচনা কৰি সিদ্ধান্ত লওক' বুলি কৈ মাধৱ মজিয়াৰ পৰা উঠি গ'ল।

বিছনাখনত বাগৰ দিয়াৰ লগে লগে নানা কথাই মাধৱৰ মনত তোলপাৰ লগালে। 'এৰা, এইখন ঘাঘৰৰ পাৰতে সি পোন্ধৰ বছৰ পাৰ কৰিলে। এয়াতো কম সময় নহয়। জীৱনৰ এই মূল্যবান সময়ছোৱা কি কৰি কটালে? বিধে বিধে ধান-মাহৰ খেতি কৰি, বেপাৰ কৰি ধন আৰ্জিলে। সুখ-স্বাচ্ছন্দৰে খাই শুই জীৱন কটালে। জীৱনৰ অৰ্থ এয়ে নেকি? সকলো জীৱ-জন্তুৱে আহাৰ, নিদ্ৰা, মৈথুন— এই তিনিটা কৰ্মৰ মাজেদি জীৱন অতিবাহিত কৰে। কিন্তু মানুহে ইয়াৰ বাহিৰে জ্ঞানৰ কৰ্ষণ আৰু বুদ্ধিৰ বিকাশ কৰিব পাৰে বাবে ই শ্ৰেষ্ঠ জীৱ। লেটেকুপুখুৰীত থাকোঁতে সি ইমানবোৰ শাস্ত্ৰ অধ্যয়ন কৰিলে, কিন্তু ক'লৈ গ'ল তাৰ শাস্ত্ৰ জ্ঞান? কিয় পশুৱৎ জীৱনকে মাধৱে শ্ৰেষ্ঠ বুলি ভাবিলে?

এৰা, তেনে এটা পৰিৱেশ মাধৱে হেৰুৱাই পেলালে। ইয়াত কোনেও শাস্ত্ৰ নপঢ়ে। লগত লৈ অহা শাস্ত্ৰ কেইখনো অনাদৰ-অৱহেলাত পৰি আছে।

ঘাঘৰ নৈৰ পাৰে পাৰে ঘূৰি ফুৰি ইয়াৰ মানুহৰ জীৱন-ধাৰণৰ গতি-পদ্ধতিবোৰ মাধৱে প্ৰত্যক্ষ কৰিলে। মাছমৰীয়া, শালৈ, যুগী, তাঁতী, কমাৰ, কুমাৰ আদি ভিন ভিন সম্প্ৰদায়ৰ বৃত্তিয়াল মানুহবোৰে নিজ নিজ বৃত্তিক লৈ ব্যস্ত থাকে। সিহঁতৰ বৈষয়িক জীৱনলৈ অহা সুখ-দুখ দুয়োটাকে লৈয়েই সিহঁত সন্তুষ্ট। এইবোৰৰ বাবে শাস্ত্ৰ অধ্যয়ন কৰাৰ প্ৰয়োজন নাই। য'ৰ পৰা ভয় পাই, যিয়ে সিহঁতক উপকাৰ কৰে বুলি ভাবে, তাকেই দেৱতা বুলি সিহঁতে পূজা কৰে। গছ-সাপৰ পৰা ভূত-প্ৰেত, দেৱ-দেৱীলৈকে সকলোকে সেৱা-পূজা কৰে। কিন্তু কিয় কৰে তাৰ মৰ্ম জানো সিহঁতে বুজে? আৰু সি? সিনো জীৱন-জগতৰ অৰ্থ কিমান বুজিছে? এই অজ্ঞান অন্ধকাৰৰ পৰা তাৰ দৰে মানুহবোৰক কোনে মুক্তি দিব? শাস্ত্ৰ অধ্যয়নে? তন্ত্ৰ-মন্ত্ৰ, পূজা-পাৰ্বনে? নে আন কিহবাই? মাধৱ চঞ্চল হৈ পৰিল।

বিছনাৰ পৰা উঠি আহি এড়ি তেলৰ বন্তিগছ জ্বলালে। কণমান কাঠৰ পেৰাটোত ৰঙা কাপোৰেৰে মেৰিয়াই থোৱা শাস্ত্ৰখন সযতনে উলিয়াই আনিলে। নিস্তব্ধ ৰাতি। মাজে মাজে দুই এটা অচিনাকি চৰাইৰ মাত। সকলো টোপনিত লালকাল। মাধৱে পুথিখনৰ বেটুপাতটো চকুৰ আগত দাঙি ধৰি ডাঙৰকৈ উচ্চাৰণ কৰিলে, 'যোগিনী তন্ত্ৰম'। এখিলা দুখিলাকৈ পাতবোৰ লুটিয়াই গৈ একাদশ পটলত মাধৱৰ চকু স্থিৰ হ'ল। তেওঁ পঢ়ি গ'ল—

'কুত্ৰ বা প্ৰাপ্যতে মোক্ষঃ কুত্ৰ বা সিদ্ধিৰুত্তমা।
ঝটিত্যেব্য মহাদেব কৃপয়া বদ শঙ্কৰ

যদাশ্ৰিতো দ্ৰুতং লোকঃ স্বকাৰ্যফলভাগ্ ভবেৎ।
প্ৰয়াসস্য চ বাহুল্যং হিত্বাহি পৰমেশ্বৰ।'

দেৱী পাৰ্বতীয়ে সুধিছে, 'হে মহেশ্বৰ, এতিয়া মই স্থান ভেদ শুনিবলৈ ইচ্ছা কৰিছোঁ। ক'ত মোক্ষ লাভ হয়, ক'ত উত্তম সিদ্ধি লাভ হয় আৰু মানুহে কি কৰ্ম কৰি কষ্ট নকৰাকৈ অতি সোনকালে ফল লাভ কৰিব পাৰে, কৃপা কৰি মোৰ আগত কওক।'

মহেশে কোৱা কথাখিনি পঢ়ি গৈ মাধৱ এঠাইত ৰ'ল। পুনৰ পাঠ কৰিলে— 'কামৰূপে মহাপূজা সৰ্বসিদ্ধি ফলপ্ৰদা...' কামৰূপত মহাপূজা কৰিলে সকলো কাৰ্য সিদ্ধি হয়। নেপালৰ কাঞ্চনগিৰিৰ পৰা ব্ৰহ্মপুত্ৰৰ সঙ্গম স্থানলৈকে আৰু কৰতোৱা নদীৰ পৰা দিক্কৰ বাসিনী নদীলৈকে বিস্তৃত বৃহৎ অঞ্চলেই কামৰূপ।

যি মানুহে পিতৃঋণ, দেৱঋণ আৰু ঋষিঋণ পৰিশোধ কৰিবলৈ বিচাৰে, তেওঁ পৰম ভক্তিপূৰ্ণ অন্তৰেৰে কামাখ্যাৰ যোনিমণ্ডলত পূজা কৰিলে অশ্বমেধ যজ্ঞৰ সমান ফল লাভ কৰিব।

মাধৱ কিছুপৰ মৌন হৈ ৰ'ল। বিশ্বাস-অবিশ্বাসেৰে কথাবোৰ মনৰ ভিতৰতে পাগুলিবলৈ ধৰিলে। সন্ন্যাসী বাবাৰ আশ্ৰমত পঢ়া কালিকা পুৰাণ'ৰ দেৱী মহাত্ম্যৰ কথা তাঁৰ মনত পৰিল। গুৰুৱে প্ৰসঙ্গ ক্ৰমে 'শিলৰত্নসাৰ' আৰু 'বিষ্ণু ধৰ্মোত্তৰ' আদি শাস্ত্ৰৰ পৰা প্ৰসঙ্গ টানি দেৱী মহাত্ম্যৰ কথা তাৰ মনত সুমুৱাই দিছিল। পৃথিৱী শস্য-শ্যামলা কৰি জীৱৰ ক্ষুধা নিবাৰণ কৰাৰ বাবে এই দেৱীৰ অন্য নাম শাকম্ভৰী। বিভিন্ন সময়ত, বিভিন্ন ৰূপত এই দেৱী আবিৰ্ভূতা হয়।

মাধৱৰ মনলৈ আহিল কালিকা পুৰাণৰ কথা। সকলো দেৱতাৰ সম্মিলিত তেজপুঞ্জৰ পৰা সৃষ্ট শান্তিদায়িনী মা দুৰ্গাই দুষ্কৃতিৰ প্ৰতীক, যাৰ অত্যাচাৰত তিনিও ভুবন ত্ৰ্যস্তমান হৈ পৰিছিল সেই মহিষাসুৰক বিনাশ কৰি জগতলৈ শান্তি আনিছিল। কথাটো ভাবি মাধৱৰ ভাল লাগিল। হওক তেওঁ, দুষ্টক দমন কৰি মানুহৰ শান্তি আনিবৰ কাৰণেই দেৱ-দেৱীসকলৰ সৃষ্টি। কিন্তু 'কালিকা পুৰাণ'ৰ জীৱ-জন্তু আৰু নৰবলিৰ বিস্তৃত বৰ্ণনাই মাধৱৰ মনলৈ অস্বস্তি আনে। স্বৰক্ত দানৰ বিৱৰণে তাৰ মনত অদ্ভুত শিহৰণ তোলে। কেতিয়াবা প্ৰতিবাদ কৰিবলৈ মন যায়। কিন্তু যুক্তি বিচাৰি নাপায়।

এৰা, এইবোৰ কথাৰ ভেদ ভাঙিবলৈ কামৰূপ নামৰ এই বৃহৎ ভূ-খণ্ডৰ মঠ-মন্দিৰবোৰ ভ্ৰমণ কৰিব লাগিব। শৈৱ-শাক্ত, বৈষ্ণৱ এই তিনিটা পন্থাৰ অন্তহীন বৈচিত্ৰ্য অনুধাৱন কৰিবলৈ হ'লে সি দেশ ভ্ৰমণ কৰিবই লাগিব। ঘাঘৰৰ পাৰ এৰিব লাগিব। ভনীয়েকক বিয়া দিলে সি মুক্ত হ'ব। তাৰ পাছত সি নগৰে-চহৰে, পৰ্বতে-কন্দৰে ভ্ৰমণ কৰি জীৱনৰ প্ৰকৃত অৰ্থ বিচাৰিব।

শাস্ত্ৰখন জপাই আলফুলকৈ কাপোৰেৰে মেৰিয়াই কাঠৰ বাকচটোত ভৰালে। তেতিয়া ৰাতি পুৱাল।

পিছদিনা বৰকণাগিৰীয়ে তেওঁলোকৰ সমস্যাৰ কথা মাঝিৰ লগত আলচ কৰি এই ঠাই এৰি যোৱাৰ ইচ্ছা ব্যক্ত কৰিলে। বন্ধু বিচ্ছেদৰ আগন্তুক সম্ভাৱনা দেখি মাঝিৰ বুকুত শোকে খুন্দিয়ালে।

'তেনেহ'লে সখি, আমাৰ বুকু উদং কৰি তুমি যোৱাৰ কথাকে ভাবিলা? কি দোষৰ বাবে মই এনেহেন প্ৰাণ বন্ধুৰ বিচ্ছেদ সহিব লগা হ'ল?' বুলি মাঝিয়ে চকুৰ পানী টুকিলে।

গোবিন্দগিৰীৰো চকু চলচলীয়া হ'ল। খোকা-থুকি মাতেৰে ক'লে, 'সখি তেনেকৈ নাভাবিবা। কত জনমৰ সাধনাৰ বলতহে তুমি হেন বান্ধৱ লাভ কৰিলোঁ। মায়াময় সংসাৰত হাবু-ডুবু খাই থকা মানুহ আমি। উৰ্বশীয়ে চাওঁতে চাওঁতে দহ বছৰত ভৰি দিলেহি। তাই ডাঙৰ হোৱাৰ আগতে ভাল কায়স্থ ল'ৰা এটি চাই বিয়া দিব লাগে। ঘাঘৰৰ পাৰত আমাৰ জ্ঞাতি-মিত্ৰ নাই তাইক গতাবলৈ। সেয়েহে যোৱাৰ কথা ভাবিব লগা হ'ল।

গোবিন্দগিৰীৰ কথা শুনি মাঝিয়ে অলপ পৰ ভাবি কথাৰ গুৰুত্ব উপলব্ধি কৰিব পাৰি ক'লে, 'এই ক্ষেত্ৰত মোৰ মাত মাতিবৰ উপায় নাই। কিন্তু সখি, কোন ঠাইলৈ যোৱাৰ কথা ভাবিছা?'

'এৰা, ক'লৈ যাওঁ, কি কৰোঁ স্থিৰ সিদ্ধান্ত কৰিবই পৰা নাই। অৱশ্যে কথা এটা মনলৈ আহিছে। শ্ৰীশঙ্কৰদেৱ বৌতাৰ পৰা বন্ধু-বান্ধৱসহ ধুৱাহাটলৈ আহিছে বুলি আৰ-তাৰ মুখত শুনিবলৈ পাইছোঁ। তাতেই আমাৰ জ্ঞাতি-মিত্ৰ, ভাইবন্ধু সকলো আছে। তালৈকে যোৱাৰ কথা ভাবিছো। সখি, কি বোলা?' গোবিন্দমাঝিয়ে ভাবি-চিন্তি সিদ্ধান্ত ল'বলৈ বৰকণাগিৰীক উপদেশ দিলে।

অৱশেষত বন্ধুক বিদায় দিবলৈ গোবিন্দ মাঝি মানসিকভাৱে সাজু হ'ল। লাহে লাহে বিদায়ৰ দিন আহি পালেহি। মাঝিয়ে এখন মজবুত বৰনাও যোগাৰ কৰিলে। ধান-মাহ, সৰিয়হ, লোণ-তেল, কচু-কোমোৰা, খাৰ আৰু পিন্ধা কাপোৰ-কানি বছেৰেক জোৰাকৈ নাৱত ভৰাই দি সখিয়েকক ক'লে, 'সখি, অলপ দিন ইয়াৰে নিচিন্ত মনে চলিব পাৰিবা। দেহত অবাবতে কষ্ট নিদিবা। আকৌ দেখা পাম নে নাপাম নাজানো, দোষ-দায় সকলো ক্ষমিবা' বুলি গোবিন্দগিৰীক সাৱটি ধৰি মাঝিয়ে হুকহুককৈ কান্দিবলৈ ধৰিলে। মাঝি পত্নী আৰু পুতেক-বোৱাৰীয়েকেও উচুপি কান্দিলে। তলমূৰ কৰি মাধৱেও চকুলো টুকিলে।

দগ্ধ হৃদয়েৰে বৰকণাগিৰী নাৱত উঠিল। নাও এৰিবলৈ নাৱৰীয়া সাজু হ'ল। এনেতে মাঝিয়ে হাঁচতিৰে বন্ধা ধনৰ টোপোলা এটা বৰকণাগিৰীৰ হাতত গুজি দিলে। বৰকণাগিৰীয়ে 'সখি এয়া কি? এইবোৰ নালাগে নালাগে।'

'ইয়াত অলপ ধন আছে। বিপদে-আপদে সহায় হ'ব। উৰ্বশীৰ বিয়াখনো আহি আছে। তাই জানো মোৰো ছোৱালী নহয়। গতিকে না নুবুলিবা।' মাঝিৰ কথাত বৰকণাগিৰীৰ মুখৰ মাত হৰিল। দুটোপাল চকুলো আহি সখিয়েকৰ হাতত পৰিল।

নাও আগবাঢ়িল। আঁৰ নোহোৱালৈকে গোবিন্দগিৰী আৰু মাধৱে মাঝিলৈ চাই থাকিল। নেদেখা হ'লত ঘাঘৰী মাঁঝিয়ে চলচলীয়া চকুৰে ঘৰলৈ উভতিল। নাও গৈ ঘাঘৰ এৰি বুঢ়ী লোহিত্য পালেগৈ। তাৰ পৰা ধুৱা ৰোল সুঁতিয়েদি কলাকটা নৈত নাও সোমাল। মাঝিয়ে দিয়া নাৱৰীয়াজন নাও বোৱাত অতি পাকৈত আৰু সেইবোৰ ঠাই তেওঁৰ আগৰেপৰা চিনাকি। লগত দিয়া মানুহ দুটাও অতি তৎপৰ। বেগৱতী কলাকটা নৈৰ নীলা পানী আৰু পাৰৰ শোভাই মাধৱৰ মন মুগ্ধ কৰিলে। অনেক দিনৰ মূৰত দীঘলীয়া নৌকাযাত্রা কৰিবলৈ পাই মাধৱৰ মন সপোন ৰাজ্যত উটি-ভাহি ফুৰিবলৈ ধৰিলে। তেনেতে নাওখন ৰখালে। হঠাৎ মানুহৰ চিএৰ-বাখৰ, হাই-উৰুমি শুনি মাধৱৰ ধ্যান ভাগিল।

'নাৱৰীয়া ককাই, আমি কোন ঠাই পালোঁহি।' মাধৱে সুধিলে।

'বোপাদেউ, এইটো ভাগুৰীডুবি ঘাট। এতিয়া মধ্যাহ্ন বেলা হ'ল। ভাতমুঠি খাবলৈ এই ঠাইতে সুবিধা হ'ব বুলিহে নাও চপোৱা হ'ল।' দিবাকৰ নাৱৰীয়াই ক'লে।

মাধৱে কেউফালে চকু ফুৰালে। পানী যুৱলিত মাছৰোকা চৰাই দুটামানে মাছ ধৰিবলৈ জোপ লৈ আছে। কাষৰ হাবিৰ পৰা উৰি অহা চৰাই কেইজনীয়ে শীতল পানীত জোবোৰা মাৰি পাখি কোবাই উৰি গৈছে। দুজনীমান গাভৰুৱে পানী নিবলৈ আহি কলহত পানী ভৰাই অলপ কথাতে খিল্‌খিলকৈ হাঁহিছে।

মাধৱে সপোন ৰাজ্যৰ পৰা মনৰ জখলাৰে দিঠকৰ বাস্তৱ জগতথনলৈ উভতিল। লাহে লাহে সি নাৱৰ পৰা নামি আহিল। লগত অহা মানুহ দুটাই খোলা অতাই মধ্যাহ্ন ভোজনৰ বাবে ঠৌ খুটি মাৰি সুবিধাকৈ দিলে। মনোৰমাই নৈত পাৰ পখালি ৰন্ধন কাৰ্য আৰম্ভ কৰিলে। দিবাকৰ নাৱৰীয়াই মাছুৱৈহঁতৰ পৰা দুটা ভকুৱা মাছ আনিলে। ভকুৱা মাছৰ জোলেৰে আটায়ে তৃপ্তিৰে খালে।

'এয়া ভাগুৰীডুবি ঘাট' মুখৰ ভিতৰতে মাধৱে আওৰালে। ৰন্ধা-খোৱাৰ বাচন-বৰ্তনবোৰ ধুই-পখালি সামৰে মানে মাধৱে নৈৰ পাৰে পাৰে এখোজ-দুখোজকৈ আগুৱাই গ'ল।

ঘাটটোৰ ব্যস্ততা দেখি মাধৱে ভাবিলে যে এনে একোটা ঘাটে নৈখনৰ মূল্য আৰু প্ৰয়োজনীয়তাৰ কথাকে সদৰি কৰে। ঠিক মানুহৰ জীৱনৰ একোটা মূল্যবান মুহূৰ্তই জীৱনৰ দিক্ নিৰ্ণয় কৰিব পাৰে। ভাবি ভাবি মাধৱ ঘূৰি আহি নাৱৰ ওচৰ পালেহি। বয়-বস্তু সামৰি সকলো যাবলৈ সাজু হ'ল। মাধৱে পিতাককে সুধিলে, 'পিতাদেউ এতিয়া কোনফালে যোৱাৰ কথা চিন্তা কৰিছে?'

'সদ্যহতে বৌতাৰ ফাললৈকে যোৱাৰ কথা ভাবিছোঁ। তাতে শঙ্কৰদেৱ আৰু ভূঞাসকলৰ বা-বাতৰিৰ উমান লৈ ধুৱাহাটলৈ যাব লাগিব। নে কি কোৱা দিবাকৰ?' নাৱৰীয়াজনলৈ চাই বৰকণাগিৰীয়ে ক'লে।

এনেতে এজন সুশ্ৰী যুৱক গৰাৰপৰা নৈৰ ফাললৈ নামি অহা সকলোৱে দেখা পালে। তেওঁলোকক দেখি সেইফাললৈকে যুৱকজন আগবাঢ়ি আহিল আৰু ওচৰ পাই বিনম্ৰভাৱে সুধিলে—

'আপোনালোক কোন? ক'ৰপৰা আহিছে?'

'আমি উত্তৰ পাৰৰ ঘাঘৰ অঞ্চলৰ পৰা আহিছোঁ। সেয়া মোৰ পিতৃ-মাতৃ আৰু এইজনী মোৰ ভনী উৰ্বশী।' মাধৱে তেওঁলোকক দেখুৱাই ক'লে।

'কি মনকৈনো ভাগুৱাৰীডুবি ঘাটত ৰ'লহি। কিবা অসুবিধাত পৰিল নেকি? নে ইয়ালৈকে বুলি আহিল?'

'সেইবোৰ বহুত কথা, বোপা। সুধিলা যেতিয়া কওঁ।' ডেকাজনলৈ চাই উত্তৰটো বৰকণাগিৰীয়েই দিলে— 'মোৰ নাম গোবিন্দগিৰী ভূঞা। আমি কায়স্থ মানুহ। ঘাঘৰ পাৰত আমি বৰ সুখে-সন্তোষে আছিলোঁ। কিন্তু কন্যাটিৰ বিয়া দিয়াৰ সময় হোৱা দেখি সদবংশজাত উত্তম কায়স্থ বৰ এজনৰ সন্ধানত ঘাঘৰ পাৰ এৰি কলাকটা নৈয়েদি আহি এইখিনি পালোঁহি। ইয়াতে দুপৰৰ আহাৰ খোৱা হ'ল। অলপ পিছতে আকৌ যাত্ৰা আৰম্ভ কৰিম।

ডেকাজনে সকলোলৈকে চকু ফুৰালে। উৰ্বশীলৈও তেওঁৰ চকু গ'ল। বৈ পৰা চকুযুৰিৰে মাগুৰ বৰণীয়া গঢ়িয়ত নাক-মুখৰ ধুনীয়া ছোৱালীজনীৰ চকুৱে চকুৱে পৰাত কিবা এক বিজুলী শিহৰণে ডেকাটিৰ সৰ্বশৰীৰ পৰশি গ'ল। উৰ্বশীয়ে লাজত তলমুৰ কৰিলে। দৃশ্যটো প্ৰত্যক্ষ কৰি মাধৱে আমোদ পাই মনে মনে হাঁহিলে। ডেকাক লক্ষ্য কৰি সুধিলে, 'আপোনাৰ পৰিচয়?'

'মোৰ নাম গয়পাণি ভূঞা। পিতৃ উত্তম কায়স্থ কুল সম্ভূত সৰস্বতী ভূঞা। ইয়াৰ পৰা এখনমান তামোল খোৱাৰ বাটতে আমাৰ বাসগৃহ। পৰিয়ালত মোৰ বিয়াৰ বিষয়ে আলচ-বিলচ কৰি থকা শুনি আমনি পাই নৈৰ পাৰলৈ ওলাই আহি আপোনালোকক লগ পালোঁ। কথা-বতৰাৰ পৰা গম পালোঁ আপোনালোক কন্যাদায়গ্ৰস্ত পিতৃ-মাতৃ আৰু জ্যেষ্ঠ ভ্ৰাতৃ। ডাঙৰ উদ্দেশ্য এটা লৈ যাবলৈ ওলাইছে। কিন্তু এতিয়া বেলি লহিয়াবৰে হ'ল। ৰাতিটো আগত লৈ নৌকাযাত্ৰা কৰাতকৈ আমাৰ গৃহতে নিশা কটাই পুৱা যাত্ৰা কৰিলে আমিও আনন্দ পাম আৰু আপোনালোকৰো সুবিধা হ'ব।'

গয়পাণিৰ বিনম্ৰ বচন আৰু স্পষ্টবাদিতাই মাধৱক মুগ্ধ হ'ল কৰিলে। তেওঁ পিতাকৰ ফালে চালে। ডেকাটিৰ আচৰণত পিতাকো মুগ্ধ হ'ল। এনে এটি সুশ্ৰী সদবংশজাত ল'ৰা জোঁৱাই ৰূপে পালে তেওঁৰ পৰম ভাগ্য মিলিব বুলি মনে মনে ভাবিলে। মুখ ফুটাই ক'লে — 'সেয়ে হওক তেন্তে। কিন্তু নাৱৰ বয়-বস্তুবোৰ .......।

'সেই চিন্তা নকৰিব। নাৱৰীয়াইঁতে আমাৰ ঘৰলৈ গৈ আহাৰ লৈ আহি নাৱতে শুই থাকিবহি। আহক'— এইবুলি মৰমৰ দৃষ্টিৰে উৰ্বশীলৈ চাই কেউজনকে বাট দেখুৱাই ঘৰলৈ লৈ গ'ল।

গয়পাণিৰ উলহ-মালহ দেখি পৰিয়ালৰ লোকে তেওঁৰ মনৰ কথা বুজিব পাৰিলে। ৰূপে-গুণে সুলক্ষণীয়া উৰ্বশীক দেখি আটায়ে উৰ্বশীক বোৱাৰী ৰূপে গ্ৰহণ কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে। মাধৱ আৰু বৰকণাগিৰীৰ লগত আলোচনা কৰি গয়পাণিৰ লগত উৰ্বশীৰ বিয়া পাতি দিয়াৰ সিদ্ধান্ত কৰিলে। মনোবাঞ্ছা সিদ্ধি হ'ব বুলি ভাবি মনোহাৰী আৰু বৰকণাগিৰীয়ে বৰ আনন্দ পালে।

নাৱৰ বয়-বস্তুবোৰ ঘৰলৈ অনাই নাৱৰীয়াহঁতক বিদায় দি মাধৱেও স্বস্তিৰ নিশ্বাস পেলালে। কেইদিন মানৰ ভিতৰত বৰকণাগিৰীৰ পৰিয়ালৰ নিমিত্তে ঘৰৰ সন্মুখৰ বাৰীখনতে গয়পাণিয়ে মানুহ লগাই ঘৰ এটা সজাই দিয়ালে। ধুম-ধামেৰে গয়পাণি আৰু উৰ্বশীৰ বিয়াখন হৈ গ'ল।

সময়ৰ সোঁতত খলকনি তুলি দিনৰ পিছত মাহবোৰ উটি যাবলৈ ধৰিলে। কল্পনাৰ বালিচৰত আশাৰ চিক্‌মিক্ পোহৰৰ লুকা-ভাকু। এই আহে, এই যায়। ভণ্ডাৰীডুবিত মাধৱে অতি ব্যস্ততাৰে অলপ দিন কটালে। নকৈ ঘৰ-বাৰী সজা, উৰ্বশীৰ বিয়াৰ যোগাৰ আদি কামত ব্যস্ত হৈ থাকোঁতে আন কথা ভাবিবৰ সময় নাছিল। এনেকৈ কিছুদিন পাৰ হৈ গ'ল। কন্যাকাল হোৱাত কিছুদিন পিছতেই উৰ্বশীকো উলিয়াই দিলে। চেনেহৰ ভনীয়েকক আনৰ ঘৰলৈ উলিয়াই দি মাধৱৰ মন উদাস হৈ পৰিল।

'কিয় এনে হয়, তাৰ মনে কি বিচাৰে? মাধৱে নিজেই নাজানে তেওঁৰ মনে কি বিচাৰে। কেতিয়াবা পোৱাৰ আনন্দ আৰু কেতিয়াবা নোপোৱাৰ বেদনা। ভাৱ সাগৰত উটি-ভাহি ফুৰে মাধৱৰ মন।

মনোৰমাই কথাটো লক্ষ্য কৰিলে। বিয়াখন পাতি দিলে পুতেকৰ মনৰ পৰিৱৰ্তন আহিব বুলি কথাটো জীয়েক-জোঁৱায়েকৰ লগত আলোচনা কৰিলে। এই ক্ষেত্ৰত উৰ্বশীয়ে আগভাগ ল'লে। এই বছৰতে ককায়েকৰ বিয়াখন পাতিবই লাগিব। কইনাৰ খা-খবৰ কৰিলে। অৱশেষত খবৰ আহিল নেঘেৰিটিং অঞ্চলৰ উত্তম কায়স্থ বংশৰ এটি কন্যা মাধৱলৈ বিয়া দিবলৈ কথা চলিল। উৰ্বশীয়ে ধেমালিৰ চলেৰে কথাটো ককায়েক কাণ চোৱালে। নিৰ্বিকাৰ মাধৱে হা-না একো নক'লে। এদিন সময় বুজি গয়পাণিয়ে মাধৱক ক'লে, 'জেঠৈৰীৰ সংসাৰ কৰাৰ সময় হ'ল নহয়। পিছে কি ভাবিছে? শহুৰ-শাহু লাহে লাহে বুঢ়া হৈ আহিছে। সেয়ে ঘৰখন সোনকালে পাতিব লাগে।'

এইবোৰ কথা মই ভবা নাই। মই বৈৰাগী নহয়, অথচ সংসাৰ পতাৰ বাসনা মোৰ মুঠেই নাই।' ওচৰতে তেওঁলোকৰ কথোপকথন শুনি থকা মাক মনোৰমা আগবাঢ়ি আহি মাত লগালে, 'উপযুক্ত বয়সত সন্তানৰ বিয়া পাতি দিয়াতো পিতৃ-মাতৃৰ কৰ্তব্য। একমাত্ৰ পুত্ৰ মাধৱৰ বিয়াখন চাই যাবলৈ আমাৰো জানো মন নাযায় জোঁৱাই? এৰা, আমাৰে দুৰ্কপাল। ল'ৰাই সেইবাৰ কথাও নুবুজে।'

মাকৰ কথা শুনি মাধৱ অলপপৰ টলকা মাৰি ৰৈ 'তোমালোকে যি ভাল দেখা, তাকে কৰা' বুলি কৈ এখোজ-দুখোজকৈ তাৰ পৰা আঁতৰি গ'ল। আওপকীয়া হ'লেও মাধৱৰ সম্মতি পাই আটায়ে সন্তুষ্টি লাভ কৰিলে।

বৈনায়েক গয়পাণি ভূঞাই কইনাঘৰৰ লগত কথা-বতৰা পাতি এভাৰ বয়বস্তুসহ কইনাক আঙঠি দিলেগৈ। খৰালি আহিলেই শুভ দিন-বাৰ চাই বিয়াখন পতাৰ বন্দোবস্ত হ'ল।

বৰকণাগিৰীয়ে বিয়াৰ দিনবাৰ লোৱাৰ আগতে মাধৱক লৈ বণ্ডুকাৰ পৰা অহাৰ মানস কৰিলে। বৰপুত্ৰ দামোদৰক আজি অনেক দিন দেখা পোৱা নাই। মাধৱৰ লগত দামোদৰৰ দেখা-দেখিয়েই হোৱা নাই। দামোদৰলৈ মনত পৰি বৰকণাগিৰীৰ শোক উথলিল। পত্নী অনুচিতাৰ মৃত্যুত মজিন্দাৰ গোবিন্দগিৰী শোকত বিভ্ৰান্ত হৈ পৰিল। সেই দুখতে ধৱলা নদীৰ পাৰৰ জন্মভূমি বণ্ডুকাৰ মোহ, জ্যেষ্ঠপুত্ৰ দামোদৰৰ সান্নিধ্য ত্যাগ কৰি অনেক দিন ঐদৈহে-বৈদহে ঘূৰি ফুৰাৰ পিছত তেওঁৰ জীৱন নাটৰ পট পৰিৱৰ্তন ঘটিল। পৰিৱৰ্তিত জীৱনৰ গতিয়ে মনত পেলালে জন্ম-কৰ্মৰ মূল ক্ষেত্ৰখনলৈ। পুত্ৰ-পত্নীসহ বণ্ডুকালৈ যোৱাৰ মানস কৰি গোবিন্দগিৰীয়ে কথাটো উলিয়ালে। মাধৱ উৎফুল্লিত হৈ পৰিল। তলে তলে তেওঁ পিতৃভূমি দৰ্শনৰ বাসনা এটা বুকুত বান্ধি লৈ আছিল। এতিয়া সেই সুযোগ মিলিল। মাধৱৰ মাতৃ মনোৰমায়েহে থেৰোগেৰো কৰিলে। দুদিনমানৰ পৰা তেওঁৰ গা-টোও বৰ ভাল নহয়। বয়স হৈ অহাৰ লগে লগে গাত আজিকালি ইটো-সিটো লাগি থকাই হ'ল। সেয়েহে স্বামী-পুত্ৰ ঘূৰি নহালৈকে জীয়েক-জোঁৱায়েকৰ লগত থকাতো সিদ্ধান্ত হ'ল। নিমাই মুদৈৰ নাৱত উঠি ধৱলা নৈয়েদি পিতা-পুত্ৰ বণ্ডুকালৈ গতি কৰিলে।

## চাৰি

আবেলি পৰত আগচোতালত বহি দামোদৰে কিবা হিচাপ-নিকাচ কৰি আছে। সমুখৰ তামুলী পীৰাখনত এজাপ তুলাপাত। চ'ত মাহ শেষ হওঁ হওঁ। বাৰিষা অহাৰ আগে আগে মজিন্দাৰী কামখিনি কৰি আজৰি হ'ব লাগে। এছাটি মৃদু বতাহে দামোদৰৰ গা শীতলালে। পদূলিৰ ফালে ঘটংকৈ নঙলা খোলাৰ শব্দ শুনি দামোদৰে সেই ফালে চালে। দুজন লোক পদূলিয়েদি আগবাঢ়ি আহিছে। আদহীয়া পুৰুষ এজনৰ লগত গঢ়িয়ল নাক-মুখেৰে এজন সুন্দৰ ডেকা। 'কোন এওঁলোক?' কিছুপৰ দামোদৰে থৰ লাগি চাই ৰ'ল। 'মই কি দেখিলোঁ? মোৰ ভুল হোৱা নাইতো? এয়া, এয়া দেখোন মোৰ পিতৃপুৰুষ।' দামোদৰ আগবাঢ়ি গৈ ভৰিত পৰি 'পিতাদেউ' বুলি হুকহুককৈ কান্দিবলৈ ধৰিলে। গোবিন্দগিৰীয়ে পুতেকক দাঙি ধৰি বুকুৰ কাষলৈ চপাই ল'লে। দামোদৰে চকু মোহাৰি মাধৱৰ ফালে চাই 'এওঁ কোন' বুলি সুধিলে। গোবিন্দগিৰীয়ে 'তোমাৰেই ভ্ৰাতৃ মাধৱ' বুলি কোৱাত দামোদৰে বিস্ময় দৃষ্টিৰে চাই ভায়েকক সাৱটি ধৰি দুয়োকে ভিতৰলৈ লৈ গ'ল।

ডেৰকুৰি বছৰতকৈও অধিক কালৰ আগতেই ঘৰৰ পৰা ওলাই যোৱা পিতাকৰ ইমান দিনে কোনো বা-বাতৰি নাপাই দামোদৰ হতাশ হৈ পৰিছিল। কেতিয়াবা পিতৃৰ বাবে তেওঁৰ অন্তৰ হাঁহাকাৰ কৰি উঠে। 'ক'লৈ গ'ল মানুহজন? নিশ্চয় ক'ৰবাত কাল হ'ল।' য'ত যেনেকৈ পাৰে খবৰ-খাতিও কৰিলে। কিন্তু সকলো নিষ্ফল হ'ল। অৱশেষত পিতৃয়ে দুঃচিন্তাৰ অন্ত পেলাই ঘৰতে আহি দেখা দিলেহি। দামোদৰৰ আনন্দৰ পাৰ নাইকিয়া হ'ল। চৰিয়াত পানী লৈ ভৰি ধুৱাই গামোচাৰে মচি দি সপৰিয়ালে আহি সেৱা জনালে। মাধৱকো মুখ-হাত ধুৱলৈ দি পীৰাত বহুৱাই সমস্ত বা-বাতৰি ল'লে। বৰদোৱাৰ টেম্বুৱানীত থাকোঁতেই তেওঁৰ পিতৃয়ে বৈমাতৃ মনোৰমাক বিয়া কৰোৱা, মাধৱ আৰু উৰ্বশীৰ জন্ম হোৱা, উৰ্বশীৰ বিবাহ কাৰ্য সম্পন্ন হোৱা আদি কথা পিতৃৰ মুখৰ পৰা গম পালে।

দামোদৰৰ পত্নী মধুমতীকো শহুৰ দেৱতাৰ আগমনে ধন্য কৰিলে। অতি হেঁপাহেৰে আদৰ-শুশ্ৰূষা কৰি শহুৰেকক ৰাখিলে। আৰু মাধৱ? দেৱতাৰ দৰে মোহ লগা মাধৱক পাই পুত্ৰহীনা মধুমতীয়ে পুত্ৰ লাভ কৰা যেন পালে। বৌৱেকৰ অকৃত্ৰিম মৰম-চেনেহে মাধৱৰো অন্তৰ জয় কৰিলে। গাঁৱৰ মানুহবোৰৰ লগতে মাধৱৰ পৰিচয় হ'ল। বগুকাৰ মানুহ আৰু প্ৰকৃতিয়ে মাধৱক মুগ্ধ কৰিলে। মাধৱৰ কথা-বাৰ্তা, আচৰণত সকলো লোক আকৃষ্ট হ'ল।

কিন্তু খাই-বৈ মৰম-প্ৰীতিৰে জীয়াই থকাই জীৱনৰ আচল অৰ্থ নহয়। অন্ততঃ মাধৱে তেনেকৈ নাভাবে। সাংসাৰিকতাৰ প্ৰতি মাধৱ আকৌ নিস্পৃহ হৈ পৰিল। তাক আৰু কিবা লাগে। মাধৱৰ মন পুনৰ অস্থিৰ হৈ পৰিল। মাধৱৰ স্নেহশীল পিতৃয়ে পুত্ৰৰ মনৰ কথা বুজি পলে। পিতৃয়ে মাধৱক দিক্দৰ্শন কৰালে। অনেকদিন বিৰতিৰ পিছত মাধৱে জ্ঞান-চৰ্চাৰ পথ বিচাৰি পালে। গৰলা দলৈ আৰু সন্ন্যাসী বাবাৰ ওচৰত লাভ কৰা শিক্ষাই জীৱন আৰু জগত সম্বন্ধে মাধৱৰ কৌতূহল নিবৃত্তিৰ বাবে যথেষ্ট নাছিল। তাতে পাৰ হৈ অহা দিনকেইটাৰ অভিজ্ঞতাই এই কৌতূহল দুগুণে বৃদ্ধি কৰিলে। এইবোৰ নিবৃত্তিৰ কাৰণে শাস্ত্ৰ-চৰ্চা কৰিব লাগিব। পিতাকৰ লগত শাস্ত্ৰ-চৰ্চাৰ কথা আলোচনা কৰোঁতে নিকিতা নদীৰ পাৰত থকা ৰাজেন্দ্ৰ অধ্যাপকৰ কথা ওলাল। মাধৱৰ মন প্ৰফুল্ল হ'ল। 'পিতা, টোলৰ অধ্যাপকজনৰ লগত চিনাকি হ'লে দুই এখন শাস্ত্ৰ অধ্যয়নৰ সুবিধা মিলেই বা। নহ'লে মোৰ জ্ঞান-বুদ্ধি কিবা আছিল যদিও তাত মামৰে ধৰিলে।'

এৰা, বগুকালৈ আহিয়েই ৰাজেন্দ্ৰ অধ্যাপকৰ লগত তোক চিনাকি কৰি দিয়াতো মোৰেই কৰ্তব্য আছিল। এতিয়াও সময় চৰি যোৱা নাই। তেওঁ এজন শাস্ত্ৰজ্ঞ লোক। বাৰাণসী আৰু নবদ্বীপত শিক্ষা লাভ কৰা ব্ৰাহ্মণজনে তেওঁৰ টোলত ব্ৰাহ্মণ ছাত্ৰৰ উপৰিও কায়স্থ ছাত্ৰকো শাস্ত্ৰ পঢ়ুৱায়। ৰাজেন্দ্ৰ অধ্যাপকৰ পিতৃ যোগেন্দ্ৰ অধ্যাপক গোবিন্দগিৰীৰো গুৰু আছিল। তেওঁ যি অলপ বিদ্যা শিক্ষা পাইছিল সেইজন গুৰুৰ প্ৰসাদতে।

মাধৱে পিছদিনা পুৱাতে নিকিতা নদীৰ পাৰত থকা ৰাজেন্দ্ৰ অধ্যাপকৰ টোল পালেগৈ। গছে-বনে এটা আশ্ৰমিক পৰিৱেশ। টোলৰ গা চুই আপোন মনেৰে নিজ গতিৰে বৈ গৈছে নিকিতা নদী, কাষৰ অৰণ্যৰ পৰা ভাহি আহিছে বনৰীয়া চৰাইৰ কল-কাকলি। গোবৰ মাটিৰে লিপি-পুচি থোৱা পৰিষ্কাৰ-পৰিচ্ছন্ন পাঠশালা গৃহৰ সমুখৰ চালিত শুভ্ৰকেশী থূলন্তৰ চেহেৰাৰ বৃদ্ধলোক এজনে শাস্ত্ৰ মেলি বহি আছে। পৌৰুষ আৰু ব্যক্তিত্বৰ সমন্বয়ৰে গভীৰ পুৰুষজন দেখি মাধৱৰ মন শ্ৰদ্ধাত দোঁ খালে।

'আচাৰ্যদেৱ, প্ৰণাম গ্ৰহণ কৰক।'

'তোমাক চিনি পোৱা নাই? ক'ৰপৰা আহিছা?' আচাৰ্যই মূৰ তুলি সুধিলে।

'মোৰ নাম মাধৱ। গোবিন্দগিৰীৰ পুত্ৰ।' মাধৱে শান্তভাৱে ক'লে।

'গোবিন্দগিৰীৰ পুত্ৰ মাধৱ? বগুকাৰ মজিন্দাৰ বৰকণাগিৰি পত্নী বিয়োগৰ কিছুদিনৰ পিছত পুতেকক বিষয়বাব চমজাই দি ঘৰৰপৰা গুচি যোৱাৰ কথা গম পাওঁ। কিন্তু তুমি? অলপ বিস্ময়ৰ ভাবেৰে আচাৰ্যই সুধিলে।

'হয় আচাৰ্যদেৱ, গৃহ-সংসাৰৰ প্ৰতি বিৰাগভাজন হৈ দিহিঙে-দিপাঙে ঘূৰি ফুৰি পিতা বৰদোৱাৰ টেম্বুৱানী অঞ্চল পালেগৈ। তাতে মোৰ মাতৃ মনোৰমা দেৱীক বিয়া কৰালে। সেই সময়ত কছাৰী, ভোটৰ, মাৰণ লাগি বৰদোৱাৰ ভূঞাসকল যেনি-তেনি পলাবলৈ ধৰিলে। আমাৰ পিতৃ-মাতৃও আহি লক্ষীমপুৰ পৰগণাৰ নাৰায়ণপুৰ অঞ্চলৰ উজীৰ হৰশিঙা বৰাৰ আশ্ৰয়ত থাকিবলৈ ল'লে। এই নাৰায়ণপুৰৰ লেটেকুপুখুৰীতে মোৰ জন্ম। যোল্ল বছৰ তাত অতিবাহিত কৰাৰ পিছত বানপানী আৰু দুৰ্ভিক্ষৰ তাড়নাত সেই ঠাই এৰি ঘাঘৰ অঞ্চল পালোঁহি।' এৰি অহা দিনৰ স্মৃতিয়ে খন্তেকৰ বাবে হ'লেও মাধৱৰ মন বেদনাসিক্ত কৰিলে। তেওঁ কিছুপৰ তলমূৰকৈ ৰ'ল।

'তাৰ পাছত? ঘাঘৰৰ পৰাই বগুকালৈ আহিলা নেকি?'

'নহয়, ঘাঘৰত থাকোঁতে মোৰ ভনী উৰ্বশীৰ জন্ম হ'ল। বাৰ বছৰ বয়সত ভাগুৱাৰীডুবিৰ কায়স্থ ডেকা এজনলৈ বিয়া দি মাতৃক জী-জোঁৱাইৰ লগত থৈ পিতৃভূমি দৰ্শনৰ বাবে আমি পিতা-পুত্ৰ দুয়ো আহিলোঁ। অহাৰ প্ৰায় ছমাহেই হ'ল। এই ছমাহৰ কৰ্মহীন জীৱনে মোক আমুৱাইছে। পৰম আশাৰে আচাৰ্যদেৱৰ ওচৰলৈ আহিলোঁ পথৰ সন্ধান বিচাৰি।' বিনম্ৰভাৱে মাধৱে ক'লে।

'কিন্তু বোপা, আমাৰ এইখন শিক্ষালয়। ইয়াত সংস্কৃত শিক্ষাৰ পাঠদান কৰা হয়। শিক্ষাগত জ্ঞান ছাত্ৰইতে আহৰণ কৰি জীৱনৰ পথ নিজে নিজেই বাছি লয়। তোমাক পোনে পোনে পথটো মই কেনেকৈ দেখুৱাম? তাতে তুমি এই বয়সলৈকে বিদ্যা শিক্ষা নকৰাকৈ আছানে যে মোৰ টোলত তোমাক নাম লগাবলৈ ক'ম?'

'সেই আশাৰেই আহিছোঁ আচাৰ্যদেৱ। শিক্ষালাভৰ বাবে বয়স বাধাস্বৰূপ নহয়, বৰঞ্চ সহায়কহে। অৱশ্যে নাৰায়ণপুৰত গুৰু গৌৰীশঙ্কৰ ভট্টাচাৰ্যৰ ওচৰত আৰু এজন

সন্ন্যাসী বাবাৰ তত্ত্বাৱধানত কিছু বিদ্যা শিক্ষা আহৰণ কৰা হ'ল। শাস্ত্ৰও কেইবাখনো অধ্যয়ন কৰিলোঁ। কিন্তু প্ৰকৃত পথৰ সন্ধান বিচাৰি নাপালোঁ। জীৱন আৰু জগত সম্পৰ্কে মোৰ জ্ঞান ধুঁৱলী-কুঁৱলী হৈয়ে ৰ'ল।'

মাধৱৰ কথা শুনি ৰাজেন্দ্ৰ ভট্টাচাৰ্যই প্ৰাণখোলা হাঁহি মাৰি ক'লে, 'বোপা, তোমাৰ সুন্দৰ চেহেৰা আৰু উদ্দীপ্ত চকুহাল দেখিয়েই মই গৰ্ভ বুজিব পাৰিছোঁ। কথা-বাৰ্তাৰ পৰা তোমাৰ শাস্ত্ৰজ্ঞান সম্পৰ্কেও মোৰ ধাৰণা হ'ল। টোলত নাম লগোৱাৰ তোমাৰ প্ৰয়োজন নাই। যেতিয়াই মন যায় আহিবা। আমাৰ পুথিঘৰত অনেক শাস্ত্ৰ আছে, অধ্যয়ন, আলোচনা কৰিব পাৰিবা। ব'লা, এপাক মাৰি চাই আহোঁ। অলপ পৰৰ পিছতে আমাৰ ছাত্ৰহঁতৰ পাঠ আৰম্ভ হ'ব।' দুয়ো উঠি পুথিঘৰলৈ আগবাঢ়িল।

শিক্ষালয়ৰ গাতে লাগি থকা কোঠালিটোৱেই পুথিভঁৰাল। তাত ভালেমান সাঁচিপতীয়া আৰু তুলাপাতৰ পুথি থাক্‌থাককৈ সজাই থোৱা আছে। তাৰে কিছুমানত কালৰ মামৰ লাগি ম্লান পৰিছে। কিছুমান পুথিৰ হালধীয়া পাতৰ ওপৰত ক'লা আখৰৰ শাৰীবোৰ মুকুতা জিলিকাদি জিলিকি আছে। পুথিঘৰটো দেখি মাধৱৰ মন উল্লাসিত হ'ল। পিতৃভূমি বগুৰকাত যেন তেওঁ এখন নতুন ৰাজ্যৰ সন্ধান পালে।

আৰম্ভ হ'ল মাধৱৰ কৰ্মব্যস্ত জীৱন পৰিক্ৰমা। নতুন নতুন শাস্ত্ৰ পঢ়িলে, অনেক শাস্ত্ৰৰ সোৱাদ ল'লে। বেদ, ব্যাকৰণ, পুৰাণ, তৰ্ক ন্যায় আদি শাস্ত্ৰৰ অধ্যয়ন আৰু আলোচনা হ'ল। বগুৰকাৰ ৰাজেন্দ্ৰ অধ্যাপকৰ টোলত ডেৰকুৰিৰ উৰ্দ্ধৰ যুৱক মাধৱৰ নতুন শিক্ষা-জীৱন আৰম্ভ হ'ল। তীক্ষ্ণবুদ্ধিসম্পন্ন মাধৱৰ এবাৰ পঢ়িলেই কথাবোৰ মনত ৰয়। খোকোজা লাগিলে গুৰুৰ লগত আলোচনা কৰে; এনে এজন ধীমান শিষ্যক পাই চাৰিকুৰি বছৰীয়া ৰাজেন্দ্ৰ অধ্যাপকে পৰম সন্তোষ পালে। ইমান দিনে তেওঁ গুৰুকুল পদ্ধতিৰে অনেক ছাত্ৰক শিক্ষা দান কৰিলে, কিন্তু মাধৱৰ দৰে প্ৰখৰ বুদ্ধিৰ আৰু মেধাসম্পন্ন তেওঁ জীৱনত পোৱা নাই বুলি অকপটে স্বীকাৰ কৰিলে।

ককায়েক দামোদৰে মাধৱক কায়থেলি বিদ্যা অৰ্জন কৰিবলৈ দিনে দিনে কৈ থাকিবলৈ ধৰিলে। কায়স্থ লোকসকলৰ অনেকেই এই বিদ্যা শিকি ৰজাৰ কাকতী বিষয়বাব লৈ পেট প্ৰৱৰ্তোৱাৰ উপৰি সমাজত স্থান এখনো লাভ কৰিব পাৰে। মাধৱৰ পিতাক গোবিন্দগিৰী আৰু ককায়েক দামোদৰে এই বিদ্যাৰ বলতে মজিন্দাৰ খিতাপ লাভ কৰিব পাৰিছে। দামোদৰৰ উপদেশ শুনি মাধৱে ভাবিলে, 'গুৰু ৰাজেন্দ্ৰ অধ্যাপকৰ কৃপাত তেওঁ কিছু শাস্ত্ৰজ্ঞান লাভ কৰিলে, কিন্তু ককায়েক-বৌৱেকৰ ঘৰখনৰ কাৰণে তেও কি কৰিব পাৰিছে? হয়, হয় ককায়েকে সচ্চ কথাই কৈছে। অলপ দিনৰ বাবে গুৰুৰ পৰা বিদায় লৈ কায়থেলি শিক্ষা আয়ত্ত কৰা হওক।' মাধৱে মনতে সিদ্ধান্ত ল'লে।

সেইদিনা ভাগৱত পুৰাণৰ আলোচনা হৈছে। বেদ-বেদান্তত প্ৰকাশ হোৱা সকলো কাৰণৰ মূল কাৰণ পৰম পুৰুষ ভগৱান কৃষ্ণ। এই মহাপুৰাণখনিৰ আদিৰ পৰা অন্তলৈকে

প্ৰতি অধ্যায়ত ভগৱন্তৰ মহিমা কীৰ্ত্তন কৰিছে আৰু মহামুনি ব্যাসদেৱে ইয়াক বুজাবলৈ ভগৱানৰ সৃষ্টিতত্ত্ব, অৱতাৰ আৰু ভক্তৰ চৰিত্ৰ বৰ্ণনা কৰিছে। দশম স্কন্ধ ভাগৱতত সূক্ষ্মৰূপী নিৰ্গুণ ভগৱানৰ গুণ প্ৰকাশ কৰিবলৈ পূৰ্ণাৱতাৰ কৃষ্ণৰ লীলাৰ বৰ্ণনা দিছে। সগুণ ভগৱানৰ গুণনাম শ্ৰৱণ-কীৰ্তনেই ভাগৱতৰ মূল প্ৰতিপাদ্য বিষয়।

মহাভাগৱত গ্ৰন্থত নিবৃত্তি পথৰ উপদেশ দিছে। কেৱল জ্ঞানেৰে এই পথত চলিব নোৱাৰি, ভক্তিহে নিবৃত্তিৰ মূল উপায়। ভাগৱত শাস্ত্ৰত সাধন ভক্তি আৰু সাধ্যভক্তিৰ কথা কোৱা হয়। ভক্তি সাধন কৰোঁতে কৰোঁতে যি ভক্তি হয়, সেয়াই সাধ্যভক্তি। ভাগৱতে ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ এই চাৰি পুৰুষাৰ্থ সাধনৰ উপৰিও পঞ্চম পুৰুষাৰ্থ ভক্তিযোগৰ সন্ধান দিছে। দৰ্শন শাস্ত্ৰই জীৱক জন্ম-মৃত্যুৰ হাত সাৰি মুক্তি লাভ কৰাৰ তত্ত্ব দেখুৱাইছে। কিন্তু ভাগৱতে সকলোৰে ওপৰত ভক্তিক স্থান দিছে। সালোক, সাযুজ্য, সামীপ্য আৰু সাৰূপ্য আদি মুক্তি লাভ কৰিলেও পৰম ভক্তৰ কাৰণে ভগৱন্তৰ গুণ-নাম শ্ৰৱণ-কীৰ্ত্তনহে অধিক কাম্য।

এনেদৰে ভাগৱত সম্পৰ্কে অনেক আলোচনাৰ অন্তত আচাৰ্যই মাধৱক সুধিলে, 'মাধৱ, ভাগৱত সম্পৰ্কে তোমাৰ জ্ঞান কিছু পৰিষ্কাৰ হৈছেনে?'

মাধৱ কিছুপৰ তলমূৰকৈ নীৰৱে ৰ'ল। প্ৰকৃততে ভাগৱতাদি পুৰাণসমূহৰ আলোচনাই মাধৱৰ মন পৰিষ্কাৰ কৰিব নোৱাৰিলে। কোনটো প্ৰকৃত পন্থা? প্ৰবৃত্তি নে নিবৃত্তি? মাধৱৰ মনত পৰিল সন্ন্যাসী বাবাৰ আশ্ৰমত পঢ়া কালিকা পুৰাণৰ যোগিনী তন্ত্ৰৰ পাঠ্যবস্তুলৈ। মা দুৰ্গাই মাধৱৰ মন-আকাশ আবিষ্ট কৰি ৰাখিছে। তেওঁৰ চকুৰ আগত ভাহি উঠিল সিংহবাহিনী দশভুজা দুৰ্গাৰ ৰূপ, যাৰ চৰণ তলত ঘনকৃষ্ণবৰ্ণ মহিষৰ স্কন্ধত স্থাপিত দেৱীৰ অপৰূপ সুষমাযুক্ত মহিমাময়ীৰূপ মাধৱৰ মনঃ চক্ষুত ভাহি উঠিল। মাধৱে নিঃশব্দে প্ৰণাম জনাই স্তোত্ৰ মাতিলে 'যা দেৱী সৰ্বভূতেষু মাতৃৰূপেন সংস্থিতা........'

'আচাৰ্যদেৱ, ধৰ্মৰ প্ৰকৃত পন্থা সম্পৰ্কে মই কোনো সিদ্ধান্তলৈ আহিব পৰা নাই। দেৱীভাগৱত, কালিকাপুৰাণ, ব্ৰহ্মবৈবৰ্ত্ত পুৰাণ আদি শাস্ত্ৰ অধ্যয়ন কৰি মোৰ উপলব্ধি হৈছিল যে দেৱীৰ বিভিন্ন ৰূপৰ পূজা-অৰ্চনাই আধ্যাত্মিক চেতনা, শক্তি, ক্ষমতা আৰু সমৃদ্ধি লাভৰ মূল চাবি-কাঠি। কিন্তু ভাগৱতাদি গ্ৰন্থৰ কথাই মোৰ মন বিভ্ৰান্ত কৰিছে। মোক ক্ষমা কৰক গুৰুদেৱ।'

'শুনা বৎস, ভাৰতবৰ্ষত বেদব্যাস, বাল্মীকি আদি মহান ঋষিসকলৰ বেদ-ৰামায়ণৰ উপৰিও অসংখ্য উপনিষদ, পুৰাণ আদি শাস্ত্ৰ আছে। এখন শাস্ত্ৰত সিবোৰ মত পোৱা যায়, আন কোনো খনত তাৰ বিপৰীতে মত থকা যেন বাহ্যিক দৃষ্টিত অনুভূত হয়। প্ৰাচীন শাস্ত্ৰসমূহত অনেক জ্ঞান স্তূপীকৃত হৈ আছে। শাস্ত্ৰসমূহ অধ্যয়ন কৰোঁতে কৰোঁতে জ্ঞান-বুদ্ধিৰ বিকাশ ঘটে। তুমি আমি প্ৰকৃত সত্য কোনটো একে আষাৰতে কৈ দিব নোৱাৰোঁ। সত্যৰ অনুসন্ধানহে কৰিব পাৰোঁ। শাস্ত্ৰ অধ্যয়নৰ দ্বাৰাহে সেই অনুসন্ধান সম্ভৱ হ'ব।

বোপা, তোমাৰ শাস্ত্ৰজ্ঞান আৰু বিচাৰ শক্তি দেখি মই অভিভূত হৈছোঁ। ঈশ্বৰৰ কৃপা হ'লে তুমি এদিন সত্য দৰ্শন কৰিব পাৰিবা। আশীৰ্বাদ কৰিছোঁ সৎগুৰু লাভ কৰি তোমাৰ মনোবাঞ্ছা সিদ্ধি হওক।'

সাগৰৰ দৰে গভীৰ জ্ঞানৰ অধিকাৰী অধ্যাপকজনৰ প্ৰজ্ঞাদীপ্ত উদাৰ মনৰ পৰিচয় পাই মাধৱ মুগ্ধ হৈ তেওঁৰ চৰণ চুই সেৱা জনালে। মাধৱে মনতে ভাবিলে যে এইজনেই জ্ঞানদাতা প্ৰকৃত গুৰু যিজনে ধৰ্মপন্থাৰে জ্ঞান দানত পক্ষপাতিত্ব নকৰে। জ্ঞান দানেই তেওঁৰ ধৰ্ম। সত্য বা পথ নিৰ্বাচন শিষ্যই বিবেক কৰ্ষণৰ দ্বাৰাহে কৰিব।

দুদিনৰ পিছৰ পৰাই মাধৱে কায়থেলি বিদ্যাত মনোনিৱেশ কৰিলে। কায়থেলিৰ গণনা আৰু হিচাপ ৰক্ষাৰ কৌশলবোৰে মাধৱক এক সুকীয়া আমেজ দিলে। কম দিনৰ ভিতৰতে মাধৱ কায়থেলি বিদ্যাত পাৰ্গত হৈ পৰিল আৰু ককায়েকৰ মজিন্দাৰী কামত সহায় কৰিবলৈ ধৰিলে। কিছুদিন অতি মনোযোগেৰে কামবোৰ কৰিলে। লাহে লাহে হিচাপ-নিকাচৰ কামে মাধৱক আমুৱালে। পুনৰ মাধৱ অন্যমনস্ক হৈ পৰিল। ঘনে ঘনে মনত পৰিল মাক মনোৰমা আৰু ভনীয়েক উৰ্বশীলৈ। মাধৱৰ মন হাঁহাকাৰ কৰি উঠিল। কেনে আছে মোৰ দৰদী আইজনী? মৰমৰ উৰ্বশী? তাই বাৰু ইতিমধ্যে মাতৃ হ'ল নেকি? আৰু বৈনায়েক গয়পাণি? নাই, নাই, ভাগুৰীডুবিত থকা মাক-ভনীয়েকৰ কাষলৈ সোনকালে যাবই লাগিব। হিচাপ-পত্ৰৰ কাগজ-পত্ৰবোৰ সহায়ক সোমেশ্বৰ কাইটিক সামৰিবলৈ কৈ মাধৱে পিতাকক যোৱাৰ কথা ক'বলৈ খৰধৰকৈ ঘৰলৈ আহিল। সোমায়েই পিতাকে বিছনাত পৰি কেঁকাই থকা শুনি ওচৰলৈ আহি 'পিতাদেউ, কি হ'ল আপোনাৰ' বুলি মূৰত হাত দি ভৰি দুখন চুই চালে। পিতাকৰ তীব্ৰ কপে জ্বৰ উঠিছে। দামোদৰে লৰা-লৰিকৈ বেজ-জ্ঞানী মাতি আনিলে। বৈদ্যই দিয়া ঔষধ-পাতি নিয়মিতভাৱে খুৱালে। দুই পুত্ৰ আৰু বোৱাৰীয়েকে যিমান পাৰে শুশ্ৰূষা কৰিলে। কিন্তু সকলো অথলে গ'ল। পত্নী আৰু কন্যাক লগ পোৱাৰ বাসনা মনত লৈয়ে বৰকণাগিৰীয়ে প্ৰাণ ত্যাগ কৰিলে। মাধৱ কান্দোনত ভাগি পৰিল। সেই মুহূৰ্তত মাকৰ অনুপস্থিতিয়ে তেওঁক অধিক ব্যাকুল কৰি তুলিলে। 'পিতাদেউ, আমাক ক'ত এৰি গ'ল' বুলি মৃতদেহটো জোৰেৰে সাৱটি ধৰিলে। দামোদৰে মাধৱক আঁতৰাই আনিলে। শোক বিহ্বল ককায়েকৰ নিৰুপায়, নিঃসহায় মুখখন দেখি মাধৱৰ দুগুণে শোক উথলি হুকহুক্কৈ কান্দিলে।

নিকিতা নদীৰ পাৰতে গোবিন্দগিৰীৰ কাঠসংস্কাৰ কৰা হ'ল। চিতাত শ তুলি সাতবাৰ প্ৰদক্ষিণ কৰি কনিষ্ঠ পুত্ৰ মাধৱে মুখাগ্নি কৰিলে। উদাত্ত সুৰেৰে ৰাজেন্দ্ৰ অধ্যাপকে শ্লোক মাতিলে—-

'জাতস্যহি ধ্ৰুবো মৃত্যুধ্ৰুবং জন্ম মৃতস্য চ।
তস্মাদ পৰিহাৰ্যেঽৰ্থে ম ত্বং শোচিতু মহৰ্ষি।।'

জীৱনৰ আটাইতকৈ প্ৰিয়জনক হেৰুওৱাৰ বেদনাই মাধৱক ব্যাকুল কৰিলে। বাকৰুদ্ধ হৈ চিতা জুইকুৰালৈ চাই চাই মাধৱে ফেকুৰিবলৈ ধৰিলে। ধাৰাসাৰে বৈ আহিল চকুলোৰ বন্যা। মাধৱৰ কাণত পৰিল অধ্যাপকে গোৱা শ্লোকৰ সুৰ—

'দেহিনোঽস্মিন যথা দেহে ...........

স্তত্ৰ ন মুহ্যতি।' দেহৰ যেনেকৈ ল'ৰাকাল, যৌৱন, জৰা একো একোটা অৱস্থা, দেহাত্মাৰো তেনে এটা অৱস্থা মাত্ৰ।

'নৈনং ছিদন্তি শস্ত্ৰাণি নৈনং দহতি পাৱকঃ।
নাচৈনং কেদয়ন্ত্যাপোন শোষয়তি মাৰতঃ।।'

মাধৱে মনে মনে ভাবিলে এৰা যাৰ হৈছে তাৰ মৃত্যু হ'বই। তাৰ কাৰণে শোক কৰা অনুচিত। কিন্তু......

তাত উপস্থিত থকা গুৰু ৰাজেন্দ্ৰ অধ্যাপকৰ মুখৰ পৰা নিসৃত হোৱা জগতৰ পৰম সত্য বাণীয়ে শোকৰ জ্বালাত দগ্ধ মাধৱৰ হৃদয়ত এছাটি মৃদু বৰষুণ ছটিয়াই দি শাঁত পেলালে।

পিতৃ বিয়োগৰ বেদনা বুকুত লৈয়ে দুয়ো পুত্ৰ শ্ৰাদ্ধাদি কৰ্মৰ বাবে সাজু হ'ল। শ্ৰাদ্ধৰ দিন ওচৰ চাপি অহাৰ লগে লগে দামোদৰ চিন্তাত ম্ৰিয়মান হৈ পৰা দেখি এদিন মাধৱে সুধিলে, 'দাদা, তোমাক বৰ চিন্তিত দেখিছোঁ, কি হৈছে মোক খুলি কোৱাচোন।'

'আমাৰ এটা ডাঙৰ বিপদ আহিছে-মাধৱ। এই ঠাইৰ মানুহে মোক ৰজাৰ দেৱান বুলি জানে। পদ অনুসৰি শ্ৰাদ্ধত ব্ৰাহ্মণক উচিত পৰিমাণৰ দক্ষিণা দিব নোৱাৰিলে তেওঁলোকে অভিশাপ দিব আৰু আমাৰ পিতৃকাৰ্যও নিষ্ফল হ'ব। মোৰ হাতত বৰ্তমান ডেৰকুৰি মানহে টকা আছে। এয়াই যথেষ্ট নহয়। এইবোৰ চিন্তাই মোক জুৰুলা কৰিছে।'

ককায়েকৰ কথা শুনি মাধৱ অলপপৰ চিন্তিত হৈ ৰ'ল। অলপ পিছতে হাঁহিমুখীয়াকৈ ককায়েকক সান্ত্বনা দি ক'লে, 'দাদা, তুমি খেদ নকৰিবা। মোক অলপ ধন দিয়া, মই ইয়াৰ ব্যৱস্থা কৰিম।'

অবুজ দৃষ্টিৰে মাধৱলৈ চাই দামোদৰ ভিতৰলৈ গৈ হাতনি পেৰাটোৰ পৰা কেইটামান টকা আনি মাধৱৰ হাতত দিলে। তাকে ভঙাই লৈ মাধৱ জয় সৰস্বতী, বৰ ভট্টাচাৰ্য, কবিৰত্ন, মিচিৰ আদি ব্ৰাহ্মণসকলৰ ঘৰে ঘৰে গৈ মধুৰ বচনেৰে পিতৃ বিয়োগৰ বাতৰি কৈ গাইপতি শিকা, মহা, আদমহা, একাঙ্খনকৈ যোগ্যানুসাৰে দি সন্তৰ্পণে সেৱা জনাই 'আমাৰ পিতৃ শ্ৰাদ্ধৰ দক্ষিণাভাগ বাপুসৱক আগবঢ়োৱা হ'ল। আমাক আশীৰ্বাদ কৰিব' বুলি গাইপতি বিনয় প্ৰাৰ্থনা জনালে। মাধৱৰ মধুৰ ব্যৱহাৰ আৰু ঘৰতে দক্ষিণা পাই শ্ৰাদ্ধলৈ কোনো নগ'ল। সেই চিন্তাৰ পৰা দামোদৰ সাৰিল।

পুৰোহিতৰ দ্বাৰা শাধ-কৰম শ্ৰাদ্ধাদি কাৰ্য সম্পন্ন কৰিলে। পিছে মৎস্য স্পৰ্শৰ দিনাহে লেঠা লাগিল। মাছভাৰীটোৱে দি থৈ যোৱা কাতল মাছ দুটা তেনেই পানীকুয়া। তাকে দেখি দামোদৰে মূৰে কপালে হাত দিলে। 'মাধৱ এইবোৰ কি মাছ আনিলি? জ্ঞাতালিৰ

মাছ বেয়া হ'লে ৰাইজ অসন্তুষ্ট হ'ব আৰু দুৰ্নাম ভোজ বিচাৰিব। মোৰ এতিয়া কি উপায় হ'ব?'

'ৰবাচোন দাদা, বৰকৈ ভাবি নাথাকিবা। মই তাৰ ব্যৱস্থা কৰিম।' এইবুলি মাধৱে নিজ হাতেৰে মাছ বাচি-কুটি লোণ-হালধি দি ভাজি জালুক, ধনীয়া, গন্ধ-গাথিয়ন দি সুন্দৰকৈ মাছৰ আঞ্জা ৰান্ধিলে। জ্ঞাতিসকলে শলাগি শলাগি খাই ভোজন কাৰ্য সমাপ্ত কৰিলে। মাধৱৰ বুদ্ধি আৰু কাৰ্যক্ষমতা দেখি ককায়েকে বিস্ময় মানিলে।

ব্যস্ততাই মাধৱক পিতৃ বিয়োগৰ বেদনা পাহৰাই ৰাখিছিল। শ্ৰাদ্ধাদি কাৰ্য সম্পন্ন হৈ যোৱাৰ অলপ দিনৰ পিছৰ পৰাই বিষন্নতাই মাধৱৰ দেহ-মন আগুৰি ধৰিলে। ভাগুৱাৰিডুবিত থকা মাক আৰু ভনীয়েকৰ ওচৰলৈ যাবলৈ মাধৱ ব্যাকুল হৈ পৰিল। পিতৃ বিয়োগৰ বতৰা স্বয়ং মাতৃ আৰু ভনীয়েকে ইমান দিনে নোপোৱা কথাটো বৰ বেয়া হৈছে বুলি ককায়েকৰ লগত আলোচনা কৰি মাধৱে বগুকাৰ পৰা ভাগুৱাৰীডুবিলৈ যাত্ৰা কৰিলে।

আগচোতালৰ বাঁওফালে থকা ভঁৰালঘৰৰ চালিতে উৰ্বশীৰ তাঁতশালখন। তাই পকোৱা সূতাৰ কাৰ্যৰি দি আশীসূতাৰ খনীয়া লগাইছে। গুণাফুল বাছি পিতাদেৰেকৰ বাবে এখন কাপোৰ বৈ কাটি সামৰি থ'লেই। গিৰিয়েক গয়পাণিৰখনত মুগা সূতাৰ বুটাসহ পাণকটা দি তিনিকুৰি কাঠিৰ ফুল এটাও বাছিছে। এই কেইদিন মাক মনোৰমাৰ মনটোহে ভাল নহয়। খাবলৈ-ববলৈ মন নকৰা হৈছে। টোপনি নধৰে, গাটো কিবা চাটি-ফুটি কৰি থকা হৈছে। নহ'বনো কিয়? ইমানদিনে স্বামী-পুত্ৰৰ খবৰ এটাও পোৱা নাই। দুদিনমানৰ পৰা মাকে উৰ্বশীক কৈয়ে আছে, 'আইজনী অ', মই নিজৰ গাতে কিবা অশুভ লক্ষণ দেখিছোঁ। সোঁহাত, সোঁচকু লৰিছে, ঘৰৰ মূধত কাউৰীয়ে ৰমলিয়াইছে। মেকুৰী-কুকুৰে পুৱা-গধূলি আৰ্তনাদ কৰি কান্দোন ধৰিছে। এইবোৰ ভাল লক্ষণ নহয়। পিতাৰৰ কি হৈছে নেদেখাজনেহে জানে। জোঁৱাইক বগুকালৈ যাবলৈ ক'। মোকো লগতে লৈ যাওক। স্বামী-পুত্ৰক ইমান দিন নেদেখাকৈ কেনেকৈ জীওঁ।'

মাকৰ শেঁতা পৰা মুখলৈ চাই উৰ্বশীৰ বুকু অজান আশঙ্কাত কঁপি উঠিল। বয়স আৰু দুঃচিন্তাই মাকৰ মনোৰমাৰ ৰূপটো তেনেই ম্লান কৰি পেলালে। মনটো পাতলাবলৈকে উৰ্বশীয়ে ক'লে, 'আই, তুমি এনেয়ে চিন্তা কৰি আছা। দুই এদিনতে দদাইঁত আহি ওলাবহি। শুই-বহি থাকি মন বেয়া কৰিব নালাগে। আহাঁ, মুগা সূতাৰ মহুৰা দুটামান ফুৰাই দিবা।' বুলি গাত ধৰি মাকক লৈ আহি তাঁতৰশালৰ ওচৰতে থকা যঁতৰটোৰ কাষত বহুৱাই দিলে। কিবা ভয় আৰু আশংকাত তাইৰ বুকুখন ঢপঢপাবলৈ ধৰিলে। গিৰিয়েক গয়পাণিয়ে পদূলি মূৰৰ পুখুৰীৰ পাৰত জেওৰা দি আছিল। যঁতৰ ঘূৰোৱা গুৰগুৰণি শব্দই পৰিৱেশটো গোমা কৰি তুলিছে। জেওৰাৰ খুঁটা পোতা শব্দটোৱে উৰ্বশীৰ বুকুত কোব মৰাৰ দৰে অনুভৱ হ'ল। তাঁতশালৰ পৰা উঠি গৈ তাই পদূলিৰ মূৰ পালেগৈ। পুনৰ ঘূৰি আহি তাঁতৰ পাতত

বহিল। মাকে যঁতৰত হাত দি দূৰলৈ চাই আছে। বৰষুণ দিওঁ দিওঁকৈ ওন্দলি থকা আকাশৰ দৰে মাকৰ মুখখন দেখিও তাই একো নামাতিলে। তলমূৰলৈ একণি-দুকণিকৈ পাণকটা বাছিবলৈ ধৰিলে।

গয়পাণিয়ে দা-কটাৰী সামৰি পুখুৰীত মুখ-হাত ধুই আহিবলৈ যো-জা কৰোঁতেই পদূলিমূৰত উৰ্বশীক দেখা পালে। তাইৰ মুখখন গোমা। শাহুৰেকৰ চিন্তাশীল মুখখন দেখি তেওঁৰো তলে তলে চিন্তা হৈছে। মাধৱ আৰু শহুৰেকৰ খবৰ পাবলৈ শাহুৰেক ব্যগ্র হৈ পৰিছে। কমখন দূৰ জানো বগুৰুকা চহৰলৈ? অহা-যোৱাৰো তেনেকৈ সুবিধা নাই। ধৱলা নৈয়েদি সেইমুৱা হৈ নাও কেতিয়াবা দুই এখনহে যায়। উৰ্বশীয়েও পিতাক আৰু ককায়েকৰ খবৰ এটা ল'বলৈ নিতৌ খাটনি ধৰি আছে। নাই, নাই, তেওঁ যাব। দুই এদিনতে বাগুৰুকালৈ গৈ শহুৰেক আৰু মাধৱক ভাগুৰীডুবিলৈ লৈ আহিবগৈ। এইবুলি ভাবি দা-কটাৰি আৰু মৰিওৱা মাৰি হাতত লৈ আহিবলৈ লওঁতেই এজন লোক গছ-লতাৰে আবৰা বাটটোৰেদি আহি থকা দেখা পালে।

কোন এওঁ? ওখ-পাখ ঠিক মাধৱৰ দৰে। কিন্তু মাধৱৰ কিচ্‌কিচকৈ ক'লা ডাঠ চুলি আৰু উজ্বল মুখৰ পৰিৱৰ্তে শেঁতাপৰা মুখ, মূৰত এখন পথালিকৈ বন্ধা গামোচাহে গয়পাণিয়ে দেখা পালে। গাঁৱলৈ কোনো লোক আহিছে বুলি ভাবি আহিবলৈ লওঁতেই লোকজন আহি ওচৰ পালেহি।

এয়া, এয়াচোন মাধৱ। শহুৰদেউতা ক'ত? মাধৱৰ মূৰত সেয়া পথালিকৈ বন্ধা গামোচা। নিশ্চয় কিবা অঘটন ঘটিল। গয়পাণিৰ বুকু কঁপি উঠিল। ঘনঘনকৈ উশাহ-নিশাহ ল'বলৈ ধৰিলে। মাধৱ আগবাঢ়ি আহি গয়পাণিক সাৱটি ধৰি 'পিতাদেৱে আমাক এৰি থৈ গ'লগৈ' বুলি হুকহুককৈ কান্দিবলৈ ধৰিলে। গয়পাণিয়ে কান্দোনত যোগ দিলে। শান্ত হৈ গয়পাণিয়ে কেনেকৈ কি হ'ল সুধিলে। মাধৱে চমুকৈ সকলো বৃত্তান্ত কৈ থাকোঁতেই উৰ্বশীয়ে কথোপকথন শুনি তাঁতৰ পাটৰ পৰা উঠি পদূলিলৈ লৰ মাৰিলে। কেশহীন মুণ্ডৰ ককায়েকক অকলশৰে দেখি উৰ্বশীৰ বুজিবলৈ বাকী নাথাকিল। 'পিতাদেউক ক'ত এৰি আহিলা' বুলি ককায়েকক আঁকোৱালি ধৰি তাই হাওহাওকৈ চিঞৰি কান্দিবলৈ ধৰিলে। উৰ্বশীক ধৰি লৈ মাধৱ আৰু গয়পাণি পদূলিয়েদি আহিল। মনোৰমাই এখোজ-দুখোজকৈ আগবাঢ়ি আহি শিলপৰা কপৌটোৰ দৰে অলপপৰ থৰ লাগি বৈ 'মাধৱ' বুলি চিঞৰ মাৰি মাটিত ঢলি পৰিল। মাধৱে ততাতৈয়াকৈ মূৰটো কোলাত দাঙি ধৰিলে। মূৰত তেল-পানী দি বিচি দি শুশ্রূষা কৰাৰ পিছত মনোৰমাৰ সম্বিত ঘূৰি আহিল। কান্দোন-কাটোন শুনি ওচৰ-চুবুৰীয়া মানুহ চাপি আহিল। কাৰো বুজিবলৈ বাকী নাথাকিল। এগৰাকী মহিলাই মনোৰমাৰ শিৰৰ সেন্দুৰ মচি হাতৰ আৰু কাণৰ কেৰুযোৰ সোলোকাই দিলে। মনোৰমাই 'মোক অনাথিনী কৰি ক'লৈ গুচি গ'ল ঔ, আজি অতদিনে দেখাদেখি নহ'ল' বুলি ইনাই-বিনাই কান্দিবলৈ ধৰিলে।

মাতৃৰ হৃদয় বিদাৰক বিননিয়ে মাধৱৰ বুকুখন যেন মুচৰি দিলে। নিজকে অপৰাধী যেন লাগিল। তথাপি ধৈৰ্যশীল মাধৱে নিজস্ব ব্যক্তিত্বৰে শোকাকুল পৰিস্থিতি চম্ভালি ল'লে। সবস্ত্ৰে স্নান কৰি মাক কিছু শান্ত হ'ল। কৰিবলগীয়া নিয়ম-কাৰণখিনি বিধিমতে পালন কৰিলে।

দিনবোৰ পিছলি গৈ মাহত সোমাল। মাহবোৰেও বছৰৰ বুকুলৈ গতি কৰিলে। কাৰো দুখ-বেদনা বা আনন্দ-উৎসৱৰ বাবে সময় থমকি নৰ'ল। মাধৱে মাকৰ লগত ছাঁটোৰ দৰে লাগি থাকিবলৈ ল'লে। এনে হেন গুণী-জ্ঞানী পুত্ৰৰ অমৃতময় কথা আৰু সান্নিধ্যই মাতৃৰ বৈধব্যৰ বেদনা অনেক গুণে পাতলালে।

কিছুদিন মাকৰ লগত লাগি থাকি মাধৱৰ ভালেই লাগিছিল। দিন যোৱাৰ লগে লগে বৈৰাগ্যৰ ভাৱে মাধৱৰ মন আছন্ন কৰিলে। খোৱা-বোৱা, কথা-বাৰ্তাত মাধৱ আওকণীয়া হৈ পৰিল। মাধৱৰ আচৰণে পৰিয়ালৰ সকলোকে ভাবিবলৈ বাধ্য কৰালে। এদিন উৰ্বশীয়ে ধেমালিৰ চলতে ককায়েকক ক'লে,

'দাদা, জোৰণ পিন্ধোৱা কইনাক বেছি দিন মাকৰ ঘৰত ৰাখি থ'ব নাপায়। কিবা এটা কৰা সোনকালে।'

'সেইবোৰ কথা মই ভবা নাই, নাভাবোঁ। মোৰ এই নিষ্কৰ্মা জীৱনটোৱে আমুৱাইছে ভনী। শাস্ত্ৰ-চৰ্চা কৰিবলৈও ইয়াত শাস্ত্ৰৰ অভাৱ। দিনবোৰ নাযায়-নুপুৱাই যেন লগা হৈছে।' মাধৱে ক'লে।

'মই সেইবোৰ নাজানো। তোমাৰ জোৰণ পিন্ধোৱা কইনাজনীক বিয়া কৰাই আনিবই লাগিব। মই এটা উপায় দিওঁ শুনা। তুমি বেহা-বেপাৰত ধৰা। বিয়াৰ বাবে ধনো আহিব, দিনবোৰো ব্যস্ততাৰে পাৰ কৰিব পাৰিবা।'

কথাৰ মাজতে গয়পাণি আহি সেই ঠাই পালেহি। গিৰিয়েকলৈ চাই উৰ্বশীয়ে ক'লে, 'হেৰি নহয়, আমাৰ দাদাই বেহা কৰাৰ কথা ভাবিছে। কিহৰ বেহা কৰিলে ভাল হ'ব বাৰু।'

'জেঠেৰীয়ে যদি মন কৰে তামোল-পাণৰ বেহা কৰিলেই ভাল হয়। নাও ঘৰতে আছেই। টেম্বুৱানীৰ ফালে ঘৰে ঘৰে তামোল-পাণৰ অনেক বাৰী আছে। অলপ ধন দিলেই গোটাব পৰা যাব। কিছু দূৰ ভটিয়াই গৈ গুৱা-পাণ বেচিব পাৰিলে লাভ কৰিব পৰা যায়।' গয়পাণিয়ে সকলো দিহা কৰি মাধৱক উদগণি দিলে।

তামোল-পাণৰ বেহাত মাধৱৰ মন বহিল। লাভো হ'ল, দিনবোৰ ব্যস্ততাৰে পাৰ হ'বলৈ ধৰিলে। ককায়েকে ধন আৰ্জন কৰা দেখি উৰ্বশীয়ে বিয়াখন পাতিবলৈ খৰখেদা লগালে। মাধৱো সন্মত হ'ল। কিন্তু তাৰ আগতে বণ্ডুকাত থকা ককায়েক-বৌয়েকৰ লগত আলোচনা কৰা আৰু বিয়াৰ খবৰ দিয়া উচিত বুলি ভাবি মাকৰ অনুমতি লৈ বণ্ডুকালৈ বুলি যাত্ৰা কৰিলে।

সেই সময়তে গয়পাণিয়েও কেইজনমান সঙ্গীৰ লগত ভাটীৰ ফালে তীৰ্থযাত্ৰা কৰিবলৈ ওলাল। সঙ্গীসহ গয়পাণি গৈ জগন্নাথ ক্ষেত্ৰ পাই তাত স্নান-দান কৰি তৰ্পণৰ অন্তত মহাপ্ৰভুক ভক্তিভাৱে প্ৰণাম জনাই সৎসঙ্গ প্ৰাৰ্থনা কৰিলে। বাহিৰলৈ ওলাই আহোঁতেই এজন ব্ৰাহ্মণ পণ্ডিতে লগ পাই ক'ৰ পৰা কিয় আহিছে সুধিলে। গয়পাণিয়ে পূবদেশৰ পৰা সৎসঙ্গৰ লগত আলাপৰ কামনাৰে শ্ৰীক্ষেত্ৰলৈ অহাৰ কথা জনোৱাত ব্ৰাহ্মণজনে গয়পাণিক ক'লে, 'বাপু, তুমি ভুল কৰিছা। তোমাৰ নিজ স্থানতে এনে মহান ঈশ্বৰ পুৰুষ আছে যাৰ সঙ্গত তোমাৰ ঐহিক, পাৰলৌকিক মঙ্গল সাধনা হ'ব। তেনেস্থলত মিছাতে সৎ সঙ্গ বিচাৰি দিহিঙে-দিপাঙে ঘূৰি ফুৰিছা কিয়? সেইজনেই হৈছে মহান পুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ' বুলি শঙ্কৰদেৱৰ পাণ্ডিত্যৰ বিষয়ে অনেক কথা ক'লে। বিশ্বাস-অবিশ্বাসৰ ভাৱে গয়পাণিৰ মনত দোলা দিলে। কি কৰোঁ, কি নকৰোঁকৈ ভাবি-গুণি থাকোঁতে লগৰ যাত্ৰীসকলে কোনোৱে বৃন্দাবনলৈ, কোনোৱে কুৰুক্ষেত্ৰ, বাৰাণসী, প্ৰয়াগ আদি তীৰ্থক্ষেত্ৰলৈ যোৱাৰ মত প্ৰকাশ কৰিলে। গয়পাণিয়ে ক'লে, 'যাত্ৰীসকল, আপোনালোকে ইচ্ছামতে তীৰ্থ ভ্ৰমণ কৰক। ঈশ্বৰৰ ইচ্ছাত মই নিজ দেশলৈহে প্ৰত্যাগমন কৰিব লাগে।' গয়পাণি ভাণ্ডাৰীডুবিলৈ ঘূৰি আহিল।

বৰলুইতৰ দুয়ো পাৰে সেই সময়ত শঙ্কৰদেৱৰ জ্ঞান-বুদ্ধি আৰু পাণ্ডিত্যৰ কথা মানুহৰ মুখে মুখে আলোচনাৰ বিষয় হৈ পৰিছিল। পূৰ্বতে নবদ্বীপত শাস্ত্ৰ অধ্যয়ন কৰা গয়পাণি স্বভাৱতে আত্মাভিমানী আছিল। শঙ্কৰদেৱৰ অগাধ পাণ্ডিত্যৰ কথা শুনি শঙ্কৰদেৱৰ লগত বাদ কৰিবলৈ মন কৰি তেওঁ গৈ ধুৱাহাট পালেগৈ। আবেলি পৰত কীৰ্ত্তন ঘৰৰ আগলি চ'ৰাত বহি শঙ্কৰদেৱে ভকতসকলৰ লগত আলাপ কৰি আছে। গয়পাণিয়ে পাটভূনি পৰিহিত হাঁহো হাঁহো মুখৰ সুন্দৰ পুৰুষজনৰ গৌৰবৰ্ণ উদ্দীপ্ত কান্তি দেখি ভোল গ'ল। আথে-বেথে দূৰৰ পৰা সেৱা জনালে। শঙ্কৰদেৱে তেওঁক বহিবলৈ আসন দিয়াই অহাৰ কাৰণ সুধিলে।

গয়পাণিয়ে তেওঁৰ উদ্দেশ্য ব্যক্ত কৰাত শঙ্কৰদেৱে আনন্দ প্ৰকাশ কৰি সম্মতি দি বিষয় উত্থাপন কৰিবলৈ তেওঁকে অগ্ৰাধিকাৰ দিলে। প্ৰথমে গয়পাণিয়ে শাস্ত্ৰৰ পৰা তিনিটা শ্লোক মাতি শঙ্কৰদেৱক তাৰ অৰ্থ কৰিবলৈ ক'লে। সাগৰ গম্ভীৰ কণ্ঠেৰে শঙ্কৰদেৱে ক'লে, 'বাপা, তুমি দেখোন শ্লোকৰ অশুদ্ধ উচ্চাৰণ কৰিলা। উচ্চাৰণ শুদ্ধ নহ'লে, আচল অৰ্থ প্ৰকাশ নাপায়। বাৰু, যি হ'ল, হ'ল। এতিয়া এবাৰ আকৌ শুদ্ধকৈ মাতাচোন, তেহে উত্তৰ কৰিবলৈ সুবিধা হ'ব।'

শঙ্কৰৰ কথা শুনি গয়পাণি হতবুদ্ধি হৈ শ্লোককেইটা তেনেই পাহৰি গ'ল। বাকৰুদ্ধ হৈ কাণ-মূৰ ৰঙা পৰিল। লোকজনৰ বিলৈ দেখি শঙ্কৰদেৱে নিজে শ্লোক এটি মাতি তাৰ অৰ্থ কৰিবলৈ ক'লে। শঙ্কৰদেৱৰ অমৃত বচনত ভোল গৈ সকলো পাহৰি গয়পাণিয়ে তেওঁৰ চৰণত দীঘল দি পৰিল। শঙ্কৰদেৱে সাদৰেৰে তেওঁক তুলি ধৰি শ্লোক মাতিলে।

তত্ৰৈৱ গঙ্গা, যমুনা তত্ৰ
গোদাবৰী, সিন্ধু সৰস্বতীঞ্চ
সৰ্বানি তীৰ্থানি বসন্তি তত্ৰ

যাত্ৰা চ্যুতোদাৰ কথা প্ৰসঙ্গ। বুজিছা বোপা, কৃষ্ণৰ উদাৰ কথাৰ প্ৰসঙ্গ যথাত হোৱে প্ৰকাশ। গঙ্গা, গোদাবৰী আদি তীৰ্থচয়, তথাত হোৱে প্ৰকাশ।'

এইবাৰ গয়পাণি পুনৰ বহাৰ পৰা উঠি গৈ দণ্ডৱতে গুৰুৰ চৰণত পৰি শৰণ ভিক্ষা কৰিলে। দুদিনৰ পিছত গুৰুৱে গয়পাণিক কৃষ্ণত শৰণ কৰাই ৰামদাস নাম দিলে। শঙ্কৰৰ ৰত্নভাণ্ডাৰৰ পৰা এক অমূল্য ৰতন লাভ কৰি গয়পাণি সেই দিনৰে পৰা ৰামদাস হ'ল আৰু ভক্তিধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰখনত এক অবিচ্ছেদ্য অঙ্গ হৈ পৰিল। সেইদিন ধৰি ভাণ্ডাৰিডুবিৰ নিজ গৃহৰ পৰা ৰামদাস নিতৌ গুৰুজনাৰ ঠাইলৈ আহি সৎসঙ্গৰ লগত কৃষ্ণ কথা শ্ৰৱণ-কীৰ্ত্তন কৰিবলৈ ল'লে।

* * *

'এইটো কাৰ দ'ল ?
ৰজাৰ দ'ল।
ৰজাৰ দ'ল ভাঙিমনে নাভাঙিম ?
নাভাঙিবা।
কলি কুকুৰক মাতিম নে নামাতিম ?
নামাতিবা।
কলি, ঔচ, বগী ঔচ
থেকেছ।'
হিঃ হিঃ হিঃ, হাঃ হাঃ হাঃ

ধৱলা নদীৰ পাৰৰ বালিত গৰখীয়া ল'ৰাইঁতে 'ৰজাৰ দ'ল' খেলিছে। দলনিপথাৰত মেলি দিয়া গৰুপালে আপোন মনে শিং জোকাৰি কোমল ঘাঁহ খাই চৰি আছে। দুটামানে বালিৰ ঘৰ সাজিছে আৰু কেইটামানে ৰজাৰ দ'ল ভাঙি হাঁহিৰ খলকনি তুলিছে। সিহঁতৰ নিষ্পাপ হাঁহিবোৰ সিপাৰত প্ৰতিধ্বনিত হৈছে। এনেতে মজলীয়া ধৰণৰ এখন হৈ দিয়া নাও আহি পানী যুৱলিত ৰ'ল। মানুহ এজনে কোনোবা মানুহ এটাক ধৰি নাৱৰ পৰা নমাই ওচৰতে থকা গছজোপালৈ আঙুলিয়াই কিবা এটা ক'লে। দুৰ্বল লোকজনে এখোজ দুখোজকৈ গছজোপাৰ ফালে যাবলৈ ধৰোঁতে নাওখন মেলি দিলে। লোকজনে 'নাযাবা, নাযাবা, মোকো লৈ যোৱা' বুলি গাৰ জোৰেৰে চিঞৰি বালিত ঢলি পৰিল। চকুৰ আগতে ঘটা দৃশ্যটো দেখি গৰখীয়া ল'ৰাকেইটা ঢপলিয়াই ওচৰ পালেহি। 'হেৰা, তোমাৰ কি হৈছে?' বুলি সিহঁতৰ এটাই সুধিলে কিন্তু মানুহটোৰ

মাত নাপালে। সিহঁতে ভয় খালে। দুটাই লৰা-লৰিকৈ ওচৰৰ হাবিডৰাত গছৰ ডাল কাটি থকা মানুহ কেইজনক খবৰ দিলেগৈ। মানুহকেইজনে 'ক'ৰ মানুহ, কি কথা চাওঁ' বুলি আহি মৃতপ্ৰায় মানুহজন দেখি তেওঁলোকৰ বেয়া লাগিল।

'এনেকৈ চাই থাকিলে হ'বনে? অই, ৰূপৰাম ধৰ। আমাৰ ঘৰলৈকে লৈ যাওঁ।' বুলি ঘাঁহ নিবলৈ অনা মৰাপাটৰ চটিখনতে দুয়ো মানুহজনক ভাৰ-সাঙীকৈ গুণাৰামে নিজৰ ঘৰলৈ লৈ গ'ল। গুণাৰামৰ ঘৈণীয়েকে মানুহজনৰ অৱস্থা দেখি কি কৰোঁ, কি নকৰোঁকৈ পেট চলিছে বুলি গম পাই টেকেলিত থকা দহ বছৰীয়া পুৰণি থেকেৰা অলপ উলিয়াই আনি পানীত গুলি নিমখ একণ দি এটোপা দুটোপাকৈ মুখত দি থাকিবলৈ ধৰিলে। ডিঙিলৈকে শুকাই থকা মানুহজনৰ জ্ঞান ঘূৰি আহিল। 'হে দুৰ্গা মাতা, হে ভগৱতী' বুলি ৰিব-ৰিবকৈ থাকি মানুহটোৱে চকু মেলিলে। গুণাৰামৰ ঘৈণীয়েকে সৰু চুঙা এটাত ভৰাই থেকেৰা পানীখিনি তেওঁৰ মুখত বাকি দিলে আৰু ওচৰতে যতনাই থোৱা মধুৰিৰ কোঁহৰ দৰৱটোও খুৱাই দিলে। মানুহজনে চেতন পাই ঠাইতে বহি ক'লে, 'মই ইয়ালৈ কেনেকৈ আহিলোঁ' বুলি কেউফালে চকু ঘূৰাই চালে।

ৰূপৰাম বোলাজনে তেওঁ কেনেকৈ সেইখিনি পালেহি বৰ্ণনা কৰিলে আৰু তেওঁকনো বালিত পেলাই থৈ নাওখন কিয় গুচি গ'ল তাকো সুধিলে।

'ক'ম, সকলো ক'ম। বৰ গ্ৰহণীয়ে পাই মোৰ দেহা কাহিল কৰিলে। কাপোৰে-কানিয়ে নষ্ট হ'ল। মোক গাটো তিয়াবৰ সুবিধা কৰি দিলে মই অলপ সকাহ পাম যেন লাগিছে।'

ঘৰৰ মানুহজনীয়ে যতনাই দিয়া কুহমীয়া গৰম পানীৰে গাটো ধুই আথে-বেথে আগবঢ়াই দিয়া সিজোৱা পিঠাকণ খাই মানুহজনৰ মুখলৈ মাত আহিল। অলপ সুস্থ হৈ তেওঁৰ কাহিনী বৰ্ণনা কৰিলে।

পূৰ্বৰ বণ্ডুকাৰ মজিন্দাৰ গোবিন্দগিৰীৰ পুত্ৰ তেওঁৰ নাম মাধৱ। বণ্ডুকাত পিতৃৰ বিয়োগ ঘটিল। ভাণ্ডাৰিডুবিৰ জী-জোঁৱায়েকৰ লগত থকা মাকক পিতৃ বিয়োগৰ খবৰ-খাতি দি তাতে থাকি তেওঁ পুনৰ বণ্ডুকালৈ ঘূৰি আহিল। পিতৃ ঢুকোৱাৰ পিছৰেপৰা ককায়েক দামোদৰৰ আৰ্থিক অৱস্থা অধিক শোচনীয় হৈ পৰিল। তাকে দেখি মাধৱে মনতে দুখ পাই ক'লে, 'দাদা, তোমাৰ খেতি কৰাৰ নিয়ম মই ভাল দেখা নাই। ৰাতিৰ ভিতৰতে হাল জুৰি ভৰ দুপৰলৈকে হাল বোৱা। অজান পশুক ইমান কষ্ট দি অন্যায় কৰা বাবেই ধানে-ধনে নাটে। বেলা ডেৰ পৰত গাই খীৰোৱা বাবে পোৱালিও তৃষ্ণাতে মৰে। সকলো জীৱৰ প্ৰতি দয়াশীল হ'লেহে ঈশ্বৰে কৃপা কৰে। এইবাৰ তুমি জিৰণি লোৱা, খেতি ময়েই কৰোঁ।

মাধৱৰ কথাবোৰ দামোদৰে নীৰৱে শুনি থাকি তেওঁৰ কথাৰ সত্যতা উপলব্ধি কৰিব পাৰি মনে মনে আছিল। নিজে খেতি কৰিম বুলি কোৱাত দামোদৰে আচৰিত হৈ সুধিলে, 'তই জানো খেতি কৰিব পাৰিবি?'

'পাৰোঁ নে নোৱাৰোঁ এইবাৰ প্ৰমাণকে চোৱাচোন।' হাঁহি মাৰি মাধৱে ক'লে। দামোদৰে ভালেই পালে। মাধৱক মাটিৰ সীমা দেখুৱাই দিলেগৈ। মাধৱে মনপুতি খেতিৰ কামত লাগিল। প্ৰকৃতিও মাধৱৰ প্ৰতি সদয় হ'ল। শালি, লাহী, বিধে বিধে কঠীয়াবোৰে সেউজীয়া সাজ পিন্ধি লহপহকৈ বাঢ়ি আহি দাবৰ দিনত লডালডে সোণগুটিহেন ধানেৰে মাধৱৰ পথাৰ উপচি পৰিল। দাই-চপাই গুটি ধানৰ এটা ভঁৰাল ভৰিও বহুত ডাঙৰী বাহিৰত ৰ'ল। সেইবোৰ মাৰি বৰ বৰ ডুলি আৰু মেৰত ভৰাই ককায়েকক ক'লে, 'দাদা, কাৰ ক'ত ধাৰ আছে ধানবোৰ বেচি সোনকালে ধাৰ শুজা। দামোদৰে আনন্দতে মাধৱক সাবটি ধৰি 'এইটো মোৰ ভাই নে কোন' বুলি ঢেকঢেকাই হাঁহিলে।

এইবাৰ মাধৱে মাহ, সৰিয়হ আৰু কুঁহিয়াৰৰ খেতি কৰিলে। কেবাপূৰাও মাহ-সৰিয়হৰ উপৰি গুড় পালে ভালেমান। এতিয়া বগুকাৰ এজন ব্যস্ত খেতিয়ক মাধৱ ভূএগ্ৰা। নিজস্ব ব্যক্তিত্বৰে মাধৱে বগুকাৰ সকলোকে মুগ্ধ কৰিলে। ককায়েক দামোদৰ, বিশেষকৈ বৌৱেকৰ মৰম-স্নেহত ডুব গৈ মাধৱে জীৱনৰ পূৰ্ণতা উপলব্ধি কৰিলে।

দিন-কাল ভালেই চলি আছিল। তেনেতে ককায়েক দামোদৰ নৰিয়াত পৰিল। দীঘলীয়া জ্বৰ আৰু লেং-কাহ হৈ মানুহটো তেনেই শুকাই-খীণাই গ'ল। মজিন্দাৰী কামো কৰিব নোৱাৰা হোৱাত মাধৱে সেই দায়িত্বও ল'লে। ইতিমধ্যে কায়থেলি শিক্ষাৰে শিক্ষিত মাধৱে মজিন্দাৰ কামত মনপুতি লাগিল। পাঁচ মাহমান ভালেই চলিল। কিন্তু লাহে লাহে সুপ্ত হৈ থকা মাধৱৰ নিস্পৃহ ভাব পুনৰ জাগ্ৰত হ'ল। কাম কৰিবলৈ, হিচাপ-পত্ৰ ৰাখিবলৈ মাধৱৰ মনে নোৱাৰা হ'ল। মাধৱ অন্যমনস্ক হৈ পৰিল।

'কি অৰ্থ আছে এইবোৰ কামৰ? কেতিয়াবা হিচাপে মিলাবলৈ মিছাকৈয়ে বিলাইতৰ বাকী দেখুওৱা হয়। কিয় মাধৱে অসত্যক স্থান দিব? সৰ্বহাৰা, দৰিদ্ৰ মানুহবোৰৰ বিলাইতৰ বাকী কিয় ৰাখিব? নাই, নাই তেওঁ এনে কাম কৰিব নোৱাৰে।'

সাত মাহৰ মূৰত অনেক চিকিৎসাৰ অন্তত দামোদৰ আৰোগ্য হৈ উঠিল। এদিন তেওঁ গৈ হিচাপৰ কাগজ-পত্ৰ চাই দেখিলে যে কাকো বিলাইতৰ বাকী ৰখা নাই। দামোদৰ খঙত জ্বলি উঠিল।

'মাধৱ, তই এইবোৰ কি কৰিলি? মোৰ মজিন্দাৰী বৃত্তি সমূলে নাশ কৰিলি। নালাগে তই মোক কাম কৰি সুখ দিব' গৰগৰাই মাধৱক কামৰ ঠাইৰ পৰা ঘৰলৈ পঠাই দিলে। বিষয়ৰ পৰা হাত সাৰি তলে তলে মাধৱে মনত ৰং পালে। ঘৰলৈ আহি তাকে নকৈ আক্ষেপৰ সুৰত বৌয়েকক ক'লে, 'বৌদেউ, আজি দাদাই মোৰ কামৰ আসোঁৱাহ ধৰি মোক বৰ গালি পাৰিলে। মই থকাত তোমালোকৰ বৰ অসুবিধা হৈছে। দাদাক ক'বা মোক পৈত্ৰিক-সম্পত্তিৰ ভাগ দিয়ক। সেইবোৰকে চম্ভালি মই যেনে-তেন চলিম।'

বৌৱেক মধুমতীয়ে মাধৱক গালি পৰা বুলি শুনি মনত দুখ পালে। গিৰিয়েক ঘৰলৈ আহিলত খেচ্‌খেচাই উঠি মাধৱক পৈত্ৰিক সম্পত্তিৰ ভাগ কৰি দিবলৈ ক'লে।

দামোদৰে হাতখন ধুই আহি জুইৰ কাষত বহিলহি। তেওঁ মাধৱকো মাতি আনি বহিবলৈ ক'লে। মধুমতীয়ে ন বৰা চাউল চুঙাত দি পুৰি দীঘলে দীঘলে কাটি গৰম এবাঁ গাখীৰ দি দুয়োকে খাবলৈ দিছে। পৰম তৃপ্তিৰে মাধৱে চুঙা চাউল খাইছে। বৌৱেকে মাধৱৰ বাটিত আৰু অলপ গাখীৰ বাকি দিছে। দামোদৰে অকণো মুখলৈ নিনিয়াকৈ কিবা ভাবি আছে।

'দাদা, নোখোৱা কেলৈ? বঢ়িয়া লাগিছে খাই। খাবৰ পৰত নো কি কথা ভাবি থাকা?' মাধৱ নিৰ্বিকাৰ। ককায়েকে টান কথা শুনোৱা, তেওঁ আহি বৌৱেকৰ আগত মাটি-বাৰীৰ ভাগ দিবলৈ কোৱা, এইবোৰ কথা মাধৱৰ একেবাৰে মনত নাই। কিন্তু দামোদৰ একেবাৰে ভাবুক হৈ পৰিছে। হয়, হয় জীৱন কালত পিতৃয়ে মাধৱকো সম্পত্তিৰ ভাগ দিবলৈ কৈ থৈ গৈছিল। জ্যেষ্ঠজন হৈ তেওঁ সেই কথা আজিলৈকে ভবাই নাই। তেওঁৰ ভুল হৈছে বুলি ভাবি দামোদৰে ক'লে—

'মোৰ খাবৰে মন যোৱা নাই। মই এটা ডাঙৰ ভুল কৰিলোঁ মাধৱ। পিতৃয়ে নৰিয়াত পৰি থাকোঁতে তেওঁৰ সা-সম্পত্তি দুই পুত্ৰক ভগাই ল'বলৈ কৈ গৈছিল। মই ডাঙৰটো হৈয়ো সেই কথা আজিলৈকে কৰা নাই। তই মনত পেলাই দিব লগা হৈছে। সেইবাবে মনত ধিক্কাৰ জন্মিছে।'

'আগতে খাই লোৱাচোন বাৰু, পিছত ভগাই দিলেও হ'ব।' এইবুলি মাধৱে হাতখন চেলেকি তৃপ্তিৰ উগাৰ এটা মাৰি হাত ধুই তামোল এখন মুখত ভৰালে।

'তুমি খাই উঠিলেই মোক ক'ৰ মাটি কিমান লাগিব ক'ম।' মাধৱৰ কথা শুনি দামোদৰে ল'ৰা-লৰিকৈ খাই উঠি মুখ ধুই আগৰ ঠাইত বহি সুধিলে, 'ক, এতিয়া তই কোনখিনি মাটি ল'বলৈ ভাল পাবি? সৰু জৰীগছ জোপাৰ কাষৰ সেই ডাঙৰ বকিয়াটোলৈকে থকা মাটিখিনি সাৰুৱা। তাকে ল'বা নে আন ঠাইত?'

'মাটি? মাটি-বাৰী মোক কেলৈ? এইবোৰ লৈ মই কি কৰিম? মাটি-সম্পত্তি চলাই বৰ খেতিয়ক হোৱা মোৰ জীৱনৰ আদৰ্শ বা লক্ষ্য নহয়। তুমিয়েই লোৱা সেইবোৰ।'

'কিয়? তুমিয়েই দেখোন কৈছিলি, লেটেকুপুখুৰী আৰু ঘাঘৰত থাকোঁতে খেতি কৰি তুমি অনেক ধান-মাহ আৰ্জন কৰিছিলি বুলি। বগুকাৰ পথাৰত তুমি খেতি কৰিবলৈ লোৱাৰ পৰা শস্য নদন-বদন হ'ল। সদায় তুমি বৰলা হৈয়ে থাকিবা নেকি? বিয়া-বাৰু কৰাব লাগে। গতিকে মাটি-সম্পত্তি সোনকালে ভগাই লোৱা।' বৌৱেকে মাধৱলৈ চাই ক'লে।

'এই অকৰ্মণ্য দেওৰটো লগত থকাত বেয়া পাইছা নেকি? বেয়া পালেও মই দাদা-বৌৰ লগ নেৰোঁ। হয়, লেটেকুপুখুৰী আৰু ঘাঘৰত মই ভাল খেতিয়কেই হৈ পৰিছিলোঁ। তাত মই তিনিটা কাৰণত খেতিত ধৰিছিলোঁ। অভাৱ-অনাটন দূৰ কৰিবলৈ, নিষ্কৰ্মা জীৱনৰ সময় পাৰ কৰি মোৰ কাৰ্যক্ষমতাৰ উমান ল'বলৈ আৰু খেতি কৰাৰ মহৎ আদৰ্শ আনৰ আগত দাঙি ধৰিবলৈ। সেই বুলি মই মাটি-বাৰী এসোপা লৈ গোটেই জীৱন খেতি কৰিয়েই কটাম বুলি তোমাক কোনে ক'লে।'

অ' বিয়াৰ কথা কৈছা। বিয়া কৰাবলৈ পৰিয়ালে বৰকৈ জোৰ দি পঠোৱাত ছোৱালী এজনীক আঙঠি পিন্ধোৱা আজি ভালে দিন হ'ল।.আই আৰু ভনীহঁতে বিয়াখন পাতো বুলি বৰকৈ ধৰাত তোমালোকক তাৰে খবৰ দি মাতি লৈ যাবলৈহে মই বণ্ডুকালে আহিছিলোঁ। ইয়ালৈ আহি সকলো পাহৰিলোঁ। গতিকে মোৰ পৰা সেই সুখ পাম বুলি আৰু নাভাবিবা।'

'কিনো কব মাধব? সকলো কথাতে তই ইমান নিস্পৃহ কিয়? সংসাৰলৈ আহিলে সংসাৰ ধৰ্ম পালন কৰাই নিয়ম। বিয়া পাতিব লাগিব আৰু মাটি-সম্পত্তিও চলাই কৰি খাব লাগিব। কালিলৈ মই তোক মাটি-সম্পত্তি চমজাই দিম।' টান মাতেৰে দামোদৰে ক'লে।

'দিয়া, কালিলৈ নহয় এতিয়াই দিয়া। তুমি মোক বুজি নাপালা দাদা। বৌক ধেমালিতে কোৱা কথাষাৰ সঁচা বুলি ভাবিলা?' আবেগিকভাৱে কথাখিনি কৈ মাধৱে ককায়েকৰ ওচৰলৈ গৈ ক'লে, 'পিতৃপ্ৰদত্ত সমস্ত মাটি-সম্পত্তি মই তোমাৰ আৰু বৌৰ চৰণত অৰ্পণ কৰিলো' বুলি মাধৱে কান্দি দিলে। দামোদৰে মাধৱক বুকুত সাবটি ল'লে। দুটোপাল চকুলো আহি মাধৱৰ মূৰত পৰিল।

পিছদিনাৰে পৰা মাধৱে বৌয়েকৰ লগত ৰং-ধেমালি কৰি কাল কটাবলৈ ধৰিলে। কিন্তু ভিতৰি কিবা এক অস্থিৰতাই মাধৱৰ মন চঞ্চল কৰি তুলিলে। এৰা, দেৱী দুৰ্গাৰ গুণানুকীৰ্তনে তাক পৰম আনন্দ দিয়ে। একান্ত মনে সি দেৱী স্তোত্ৰ আওৰায় 'যা দেৱী সৰ্বভূতেষু মাতৃ ৰূপেন সংস্থিতা ....... নমস্তস্যৈ, নমস্তস্যৈ নমো নমঃ।'

নাই, নাই। ইয়াত তেওঁ বিচৰা বস্তু পোৱা নাই। মনত পৰে ৰাজেন্দ্ৰ অধ্যাপকে পঢ়োৱা সাধন ভক্তি, সাধ্য ভক্তিৰ কথা। সৎসঙ্গৰ মহত্বৰ কথাও মাধৱে উপলব্ধি কৰে। সৎসঙ্গ নোপোৱাৰ বাবেই শাস্ত্ৰ অধ্যয়ন আৰু আলাপৰ পৰা বঞ্চিত। কিন্তু সাধু সঙ্গৰ লগত কিহৰ বিষয়ে আলোচনা কৰিব? প্ৰবৃত্তি নে নিবৃত্তি। কোনটো শ্ৰেষ্ঠ?

এইখন সংসাৰত শান্তিৰে জীয়াই থাকিবলৈ দেৱী মাৰ কৃপা লাগিব। ধন-জন-মুক্তি পাবলৈ মা দুৰ্গাৰ পূজা কৰিবই লাগিব। মাধৱ আত্মস্থ হ'ল। মা দুৰ্গাৰ বহু বৰ্ণৰঞ্জিত দশভূজা ৰূপ মাধৱৰ মনঃচক্ষুত ভাহি উঠিল। চকু মুদি মাধৱে গালে 'যা দেৱী সৰ্বভূতেষু মাতৃ ৰূপেন সংস্থিতা .......ৰূপং দেহি, জয়ং দেহি, যশো দেহি।' কিছুপৰ ভাব ৰাজ্যত উটি-ভাহি ফুৰা মাধৱৰ মনৰ পৰা জগতমাতা দুৰ্গাৰ ৰূপচিত্ৰ আঁতৰি গ'ল আৰু তেওঁৰ জন্মদাত্ৰী মাতৃ মনোৰমাৰ মুখখনে সেই ঠাই দখল কৰিলে। মনত পৰিল উৰ্বশীৰ পৰিয়াললৈ। পুত্ৰ হৈ মাতৃৰ ঋণ পৰিশোধ কৰিব পৰা নাই বুলি মাধৱে অপৰাধবোধ কৰিলে। উৰা মাৰি ভাগাৰীভুবি পাবলৈ মন গ'ল। তাৰ ইচ্ছাৰ কথা দাদাক-বৌয়েকক জনোৱাত বৃদ্ধা মাতৃৰ ওচৰলৈ যোৱা উচিত বুলি ভাবিয়েই বেপাৰী নাও এখন বন্দবস্ত কৰি মুঁদেক নাৱৰ খৰচ দি তাতে পঠাই দিলে। তেওঁৰ কিবা দিন-কাল মন্দ আছিল। এদিন উজাই যোৱাৰ পিছৰে পৰা উদৰ চলিবলৈ ধৰিলে। শৌচাচাৰ কৰিবৰ বাবে বাবে বাৰে নাও ৰখাবলগীয়া হোৱাত

মুদৈৰ পেটে পেটে খং উঠি আপদ সাৰিবলৈ নিশকতীয়া এই মানুহটোক নৈৰ বালিতে পেলাই থৈ গ'ল। তাৰ পিছৰ কথা একোৱেই গম নাপাওঁ।'

মাধৱৰ মুখৰ কাহিনী শুনি ৰূপৰামে ক'লে, 'বাপু, তোমাক বালিত পৰি থকা দেখি গৰখীয়া ল'ৰাইঁতে চিএঞৰ-বাখৰ লগাই আমাক মাতি নিলে। অচেতন অৱস্থাত ভাৰ-সাঙ্গী কৈ লৈ আমি দৰৱ-পাতি মুখত বাকি দি শুশ্ৰূষা কৰাত তুমি জ্ঞান পালা। দেহি ঐ ল'ৰাইঁতে নেদেখা হ'লে এনেহেন সুপুৰুষজন শিয়াল-কুকুৰৰ ভোজ হ'লহেঁতেন। ধনঘটা মুদৈ হ'লেও মানুহ হৈ মানুহৰ প্ৰতি এনে দয়া-মায়াহীন হ'ব লাগেনে?' তাত গোট খোৱা আটাইকেইজন লোকে ইস্-আস্ কৰিবলৈ ধৰিলে।

বিচিত্ৰ মানৱ চৰিত্ৰ। এই বিপন্ন অৱস্থাতো মানুহৰ চৰিত্ৰৰ দুটা দিশে মাধৱক নতুন শিক্ষা দিলে। এহাতে স্বাৰ্থপৰ ধনীক শ্ৰেণীৰ হৃদয়হীনতা আৰু নিষ্ঠুৰতা, আনহাতে সহজ সৰল সাধাৰণ লোকৰ মানৱতা আৰু উদাৰতাৰ শিক্ষা। মানুহৰ মোল বুজা লোক কেইজনৰ উদাৰতাই তেওঁক এই চৰম সংকটৰ পৰা ৰক্ষা কৰিলে বুলি ভাবি কৃতজ্ঞতাত মাধৱৰ শিৰ দোঁ খালে।

গএগালোক কেইজনে আলচ কৰি বগুকালৈ মানুহ পঠাই মাধৱৰ অসুস্থতাৰ কথা ককায়েকৰ ঘৰত খবৰ দিয়ালে। ককায়েক-বৌৱেকে কি কৰোঁ, ক'লৈ যাওঁ লাগি ততাতৈয়াকৈ মানুহ পঠাই মাধৱক ঘৰলৈ আনি নামজ্বলা বৈদ্য জয়ৰামৰ হতুৱাই চিকিৎসা কৰালে। দাইনী-পিশাচনীৰ ছাঁত পৰিল বুলি ভাবি জৰাফুকাও কৰিলে। দাদাক-বৌৱেকৰ অনেক শুশ্ৰূষাৰ অন্তত মাধৱে গা-টঙালে। কিন্তু মনোহৰ কল হেন আগৰ সেই ৰঙীয়াল মানুহটো হৈ উঠিবলৈ সময় লাগিল।

ধুবাহাটৰ তামোলৰবীয়া ধনাই মুদৈয়ে তামোলৰ বেহা কৰিবলৈ ধবলা নদীয়েদি ভটিয়াই আহি বগুকাৰ ঘাটত নাও বান্ধি ঘৰে ঘৰে বেপাৰৰ কাৰণে তামোল গোটাইছে। বগুকাৰ তামোল-পাণৰ নাম আছে। নাৰিকল হেন তামোলবোৰ গছ ভৰি লমালমে লাগে। প্ৰচুৰ পৰিমাণে হয় বাবে সস্তাতে কিনিব পৰা যায় কাৰণেই জেঠ মাহৰ শেষৰ পৰাই বেপাৰীবোৰ আহে। এইবাৰ ধনাই মুদৈ আহি তামোল-পাণ গোটাই পহিলা ভাদতে ঘূৰি যাবলৈ খদমদম লগালে। মাধৱে কথাটো গম পাই ধনাইৰ নাৱতে ভাণ্ডাৰীডুবিলৈ যোৱাৰ মানস কৰি ককায়েকক কথাটো জনালে। ধনাই মুদৈ চিনাকি মানুহ। তেওঁৰ লগত মাকৰ ওচৰলৈ যোৱাতো ভাল হ'ব বুলি ভাবি দামোদৰে সকলো যা-যোগাৰ কৰি দিলে। আগতে কেইবাবাৰো তামোল-পাণৰ বেপাৰ কৰিবলৈ মাধৱ ভালে কেইদিনৰ কাৰণে আঁতৰি যায়। কিন্তু এইবাৰ কিয় জানো মাধৱ যাবলৈ ওলালত দাদাক-বৌৱেক ইমান আকুল হৈ পৰিছে। বৌৱেকে চকুৰ পানী টুকি হাঁচতি এখনেৰে বন্ধা টোপোলা এটা মাধৱৰ হাতত দি 'মাধৱ, ইয়াত অলপ টকা আছে। তোমাৰ বিয়ালৈ বুলি গোটাই থৈছিলোঁ। বিয়াৰ খবৰটো দিবলৈ নাপাহৰিবা' বুলি কৈ বৌৱেকে উচুপি উঠিল।

'বৌদেউ, মোক কিয় এনেকৈ বিদায় দিছা? মই নাহোঁ বুলি ভাবিছা নেকি? ভাবিলেও আহিম' বুলি স্বাভাৱিকভাৱেই ক'লে যদিও মাধৱৰো দেখোন বুকুখন বিষাই গ'ল। এনে হেন বিশাল অন্তৰৰ, মাতৃস্বৰূপিনী নাৰী তেওঁ কোন জনমত পাব?'

ধনাই মুদৈৰ বৰ নাৱত আহি মাধৱ বিশ্বনাথ পালেহি। ঘাটত নাও ৰখাই মুদৈয়ে দুপৰৰ আহাৰ লোৱাৰ ব্যৱস্থা কৰিলে। ভাদমহীয়া ব্ৰহ্মপুত্ৰৰ ভৰ পানীৰ আলেখলেখ চাই মাধৱ নৈৰ পাৰতে বহি আছে। ঘনে ঘনে মনত পৰিছে মাকলৈ। চৰাই হোৱা হ'লে উৰা মাৰি গৈ মাকৰ কাষতে পৰিলগৈহেঁতেন। বেপাৰী মুদৈয়ে বাটে-বাটে বেপাৰ কৰি যাওঁতে কিমান দিন লাগিব তাৰো হিচাপ নাই।

'সেয়া মাধৱ নহয়নে?' বৈ থকা নাও এখনৰ পৰা মানুহ এজন নামি আহি মাধৱক ৰিঙিয়াই মাতিছে। কিন্তু ভাৱত তন্ময় হৈ থকা মাধৱৰ সাৰি-সুৰা নাই।

'বোলোঁ মই হীৰমল মুদৈয়ে কৈছোঁ, সেয়া মাধৱ হয়নে?' এইবাৰ মাধৱে ঘূৰি চালে। এয়া দেখোন হোকোৰাকুছিৰ লোণ বেপাৰী হীৰমল মুদৈ। এওঁৰ পৰা ভাণ্ডাৰীডুবিৰ খবৰ নিশ্চয় পোৱা যাব বুলি ভাবি খৰধৰকৈ মাধৱ তেওঁৰ ওচৰ চাপি আহিল।

'মাধৱ, কিবা ভাগ্যৰ বলতহে তোমাক লগ পালোঁ। ৰামদাসে মই এইফালে বেপাৰ কৰিবলৈ আহিম বুলি জানি তোমাক খবৰটো দিবলৈ দঢ়াই দঢ়াই কৈ পঠাইছে।'

'কি খবৰৰ কথা ক'লে' সংশয়ত মাধৱৰ বুকুখন দুৰুদুৰুকৈ কঁপি উঠিল।

'তোমাৰ মাৰাৰ টান নৰিয়া। এতিয়ালৈকে কি হৈছে নেদেখাজনেহে জানে।'

মাধৱৰ যেন তালুৰ আগে জীৱ গ'ল। স্নেহময়ী মাতৃক সি দেখা নাপাবগৈ নেকি? মাধৱ কঁপিবলৈ ধৰি বালিত বহি দিলে। মাধৱ অস্থিৰ হ'ল। এই বিপদত তাক কোনে ৰক্ষা কৰিব? মাধৱৰ মানস চক্ষুত দুৰ্গতিনাশিনী দুৰ্গাৰ ৰূপ ভাহি উঠিল। সষ্টাঙ্গে প্ৰণিপাত জনাই মাধৱে ক'বলৈ ধৰিলে—

'হে মাতৃ সৰ্বমঙ্গলময়ী, হে দুৰ্গা সৰ্ববিঘ্ননাশিনী, তোমাৰ চৰণত মই মোৰ দুখিনী মাতৃৰ জীৱন ভিক্ষা মাগিছোঁ। কৃপা কৰি মাতৃক আৰোগ্য কৰা। আগন্তুক শৰত কালৰ মহা অষ্টমী পূজাত মোৰ মাতৃৰ হৈ তোমাৰ চৰণত এযুৰি শুক্ৰ বৰ্ণৰ পঠা বলি দিবলৈ আগ কৰিছোঁ। হে মঙ্গলময়ী, মহামায়া, মাতৃৰ জীৱন দান দিয়া' বুলি হুক্‌হুক্‌কৈ কান্দিবলৈ ধৰিলে।

হীৰমল মুদৈয়ে মাধৱক তুলি ধৰি 'চিন্তা কৰি কিবা লাভ আছে জানো বাপু? সোনকালে যোৱাৰ ব্যৱস্থাহে কৰিব লাগে' বুলি কোৱাত মাধৱ প্ৰকৃতিস্থ হ'ল। এখোজ-দুখোজকৈ গৈ মাধৱ নাৱত উঠি গভীৰ উৎকণ্ঠাৰে নাওখন চলোৱাৰ বাবে বাট চালে। ভাবসাগৰৰ চাকনৈয়াত উটি-ভাহি ফুৰা মাতৃৰূপী ময়ূৰপঙ্খী নাওখনি কাল সাগৰত ডুব যোৱাত ভয় আৰু উৎকণ্ঠাই মাধৱক ব্যাকুল কৰিলে।

দুদিন এবেলা নাৱেৰে গৈ গৈ অৱশেষত মাধৱ ভাণ্ডাৰীডুবি পালেগৈ। হোকোৰাকুছি গাঁওখন সোমোৱাৰ লগে লগে মাধৱৰ বুকু দুৰুদুৰু কঁপিবলৈ ধৰিলে। কিজানিবা গাঁৱৰ

কোনোবাই হঠাতে অমঙ্গলীয়া বতৰা দিয়ে বুলি ভাবি। দুপৰৰ নিজন নিতাল পৰিৱেশ। পথাৰৰ মাজৰ বকিয়াটোৰেদি বাট পোনাই গৈ মাধৱে বকুলজোপাৰ তল পাই থমকি ৰৈ লাহে লাহে নঙলাডাল খুলিলে। দুৱাৰমুখতে বৈনায়েকক দেখা পালে। মাধৱক দেখি তেওঁ হাঁহি মাৰি ওলাই আহিল আৰু ভিতৰলৈ চাই ডাঙৰকৈ 'হেৰা দদায়েৰা আহিছে' বুলি কৈ আহিল। উৰ্বশীও বেগাবেগিকৈ ওলাই আহি মাধৱৰ ওচৰ পালেহি। দুয়োৰে হাঁহি মুখ দেখি মাধৱে স্বস্তিৰ নিশ্বাস পেলালে।

'দাদা আহিলা? কিয় ইমান দিন কৰিলা?'

'সেইবোৰ পিছত ক'ম। আই কেনে আছে?' মাধৱে দুয়োলৈকে চাই সুধিলে।

'এতিয়া ভালেই, কেইদিনমানৰ আগতেহে যোৱা-থোৱা অৱস্থা হৈছিল।' কথা পাতি তিনিও আহি ঘৰৰ দুৱাৰমুখ পালেহি। মাত শুনি মনোৰামা এখোজ-দুখোজকৈ দুৱাৰমুখলৈ ওলাই আহিল। মাধৱে মাকৰ ভৰি চুই সেৱা জনালে। মাকে মূৰতে চুমা খাই চকুৰ পানী মচি ক'লে, 'বোপাই অ', তোক নেদেখোঁ বুলিহে ভাবিছিলোঁ। পিছে আয়ুসত চাউল আছিল হ'ব পায়, বাচিলোঁ এইবাৰলৈ। তাত দাদাৰ-বৌৱেৰহঁত ভালে আছেনে?'

মাকৰ শেঁতা পৰা মুখ আৰু জীৰ্ণ-শীৰ্ণ দেহা দেখি মাধৱে মাকৰ নৰিয়া যে কিমান টান হৈছিল অনুমান কৰিব পাৰিলে। দেৱী মাতৃৰ অপাৰ কৰুণাৰ কথা মনলৈ আহিলত তেওঁ ভক্তিবিগলিত হৈ পৰিল।

মাধৱ আহি মাকৰ শুশ্ৰূষাত ব্যস্ত হৈ পৰিল। মানিমুনি, মাটিকান্দুৰী আদিৰে জীয়া মাছ ৰান্ধি মাকক খুৱালে। কলডিলৰ লগত পাৰচৰাইৰ মাংস ৰান্ধি জোৰ কৰি মাকক সময়মতে যোগান ধৰিলে। লাহে লাহে মনোৰমা টনকিয়াল হৈ আহিল। পৰিয়ালৰ মাজত থাকি মাধৱৰ মন প্ৰফুল্লিত হ'ল। পাৰ হৈ গ'ল কেইবাটাও দিন। এদিন উৰ্বশীয়ে মাধৱক ক'লে, 'দাদা, দাদা-বৌক বিয়াৰ খবৰ দিবলৈ গৈ ইমান দিন পাৰ কৰিলা, ইফালে নেঘেৰিটিঙৰ কইনাঘৰীয়াই তাঁতবাতি কৰিব লাগিছে। ইমান দিন কইনা ৰখাই থ'ব নোৱাৰে বোলে।'

ভনীয়েকৰ কথা শুনি মাধৱ লজ্জিত হ'ল। হয়, বাগদত্তা কইনাক বিয়া নকৰাকৈ ৰখাই থৈ নিশ্চয় ভুল কৰিছে। কিন্তু সিতো বিয়াৰ বাবে মানসিকভাৱে সাজু হ'ব পৰা নাই। সি নিজেই বুজি পোৱা নাই সংসাৰে তাক আঁকোৱালি ল'ব খুজিলেও সি কিয় সংসাৰৰ পৰা পলাই ফুৰিবলৈ বিচাৰিছে? এৰা, সংসাৰ নকৰাকৈ সংসাৰে তাক আমুৱাইছে। তাৰ পিতাকে দুবাৰকৈ সংসাৰ পাতি কি সুখ পালে? পুত্ৰ-পৰিবাৰ, ধন-জন সকলো অসাৰ 'পদ্মপত্ৰ হ'ব জল'।

কিন্তু, তেন্তে সি 'ধনং দেহি, যশং দেহি, বিদ্যাং দেহি' বুলি দেৱী মাতৃক কিয় প্ৰাৰ্থনা জনায়? কিয় সি খেতি কৰি বেহা-বেপাৰ কৰি ধন আৰ্জে? সি কি বিচাৰে? পাৰ্থিৱ জীৱনৰ ভোগ-লালসাত যদি সাৰৱতা নাই তেন্তে সি কিয় এইবোৰ কৰে? তাৰ মনে কি বিচাৰে। কিহৰ বাবে সি ইমান অস্থিৰ হৈ পৰে?

'দাদা, নিবোকা লাগি মনে মনে ব'লা কিয়? মোৰ কথাৰ উত্তৰ দিয়া।' মাধৱে উর্বশীলৈ চাই হাঁহিলে। সেই হাঁহিত আনন্দতকৈ করুণতাহে প্রকাশ পালে। ওচৰতে থকা বৈনায়েকলৈ চাই মাধৱে ক'লে, 'বৈনাই, নেঘেৰিটিঙৰ কইনাজনী উপযুক্ত বৰলৈ বিয়া দিলে মই আপত্তি নকৰোঁ, বৰঞ্চ আনন্দহে পাম। আৰু শুনা, বগুৰীকাৰ পৰা নাৱেৰে ঘৰলৈ ঘূৰি আহি থাকোঁতে লোণ বেপাৰী হীৰমল মুদৈয়ে আইৰ টান নৰিয়া বুলি খবৰ দিলে। মাতৃক দেখা নাপাম বুলি শোকে-ভয়ে অস্থিৰ হ'লোঁ। আগন্তুক দুর্গাপূজাত মহাষ্টমীৰ দিনা দুটা বগা পঠা ছাগলি গোসাঁনীৰ আগত বলি দিবলৈ সভক্তিৰে আগবঢ়ালোঁ। আজি ভাদ্র মাহৰ কুৰিদিন গ'ল, পূজালৈ আৰু বেছি দিন নায়েই। মই ধন দিওঁ, ছাগলী দুটা বৈনায়ে কিনি আনি থ'বা।'

বৈনায়েক ৰামদাসে একো মাতবোল নকৰিলে। তাকে দেখি তেওঁ সম্মত বুলি ভাবি মাধৱ তামোল-পাণৰ বেহা কৰিবলৈ মাকৰ পৰা অনুমতি লৈ ঘৰৰ পৰা পুনৰ ওলাই গ'ল।

ভাদ মাহ শেষ হ'ল। খেতি-বাতি সামৰি মানুহবোৰে সকাহ পালে। খেতিৰ দিন কেইটাত হোকোৰাকুছি গাঁৱৰ মতা-তিৰোতা কাৰো আজৰি নাথাকে। কাউৰীয়ে কা নৌকৰোঁতেই মতাবোৰে হাল-গৰু লৈ পথাৰ পায়গৈ। তিৰোতাবোৰেই ঘৰৰ বাহি বন কৰি ল'ৰা-ছোৱালীক জাজহি-তাতহি মাৰি জলপানৰ টোপোলা বান্ধি লৈ পথাৰলৈ যায়। ডবাচেবেক মাটি কই ঘৰলৈ আহি বন্ধা-বঢ়াত লাগে। ঘৰৰ সকলোকে খুৱাই-বুৱাই বান্ধনিঘৰ সামৰি অকণ জিৰণী ল'বলৈ নৌপাওঁতেই কঠীয়া তুলিবলৈ ওলাবৰ হয়েই। খেতিৰ দিনত হালোৱা-পথৰুৱাক খুৱাবলৈ জা-জলপান জানো কমবোৰ লাগে। সেইবোৰো যোগাৰ কৰিব লাগে। খেতিখন শেষ হ'লে বোৱাৰী-জীয়ৰীহঁতে মনতে পাণ্ডি থোৱা তাঁত জুতি লগাবলৈ, মতাবোৰে কোনোৱে পাচি-খৰাহী সজা, কোনোৱে লাহনী, লেহেতি, খালৈ-জাকৈ, খৰা-জুলুকি আদি হাতনি কামবোৰ উলিয়াই লয়।

পিছ চোতালত বহি উর্বশীয়ে মালভোগ ধান জুইত বঢ়াই বকবককৈ উতলা ফুটবোৰলৈ চকু দি আখলৰ তলৰ পৰা জ্বলা খৰি কেইডাল উলিয়াই দিছে। কালিলৈ ধানখিনি ফাটিলে দু ৰ'দত শুকাব লাগিব। মালভোগ ধানৰ মুৰিকেইটা খাবলৈ গিৰিয়েকে বৰ ভাল পায়। দাদাক মাধৱৰো এই জলপান বৰ প্ৰিয়। লাহে লাহে ৰ'দজাক কোমল হৈ আহিল। নৈৰ ফালৰ পৰা জিৰ্জিৰ্কৈ বৈ অহা কোমল বতাহজাকে উর্বশীৰ মনটো ক'ৰবালৈ উৰুৱাই লৈ গ'ল।

'আহিন মাহৰ মাজ পালেহি। দুর্গা পূজালৈ বেছি দিন নাই। এইজনে দেখোন বগা পঠা দুটাৰ একো দিহা নকৰিলে। বেপাৰৰ পৰা ঘূৰি আহি দাদাকে কথাটো শুনিলে বৰ দুখ পাব। আজি গুৰু গৃহৰ পৰা আহিলে টানি ধৰিব লাগিব' বুলি ভাবি ধানখিনি ঢাক মাৰি থিয় দিওঁতেই তাইৰ স্বামী ৰামদাস আহি সেইখিনি পালেহি। ধক্ধক্কৈ কণা চুৰিয়া আৰু চেলেং

পিন্ধি হাতত গামোচাখন লৈ 'নাৰায়ণ কৃষ্ণ' বুলি ভিতৰলৈ সোমাই অহা ৰামদাসক দেখি তাইৰ মনটো ভাল লাগি গ'ল। শঙ্কৰ গুৰুৰ ওচৰত শৰণ লোৱাৰে পৰা তাইৰ মানুহজনৰ গতি-প্ৰকৃতি তেনেই সলনি হ'ল। আগৰ সেই দাম্ভিক স্বভাৱ মুঠেই নাই। ভকত হ'ল যদিও ঘৰত কৰিবলগীয়া কাম-বন কৰে, খেতি-বাতি কৰায়। দিনৌ ধুবাহাট বেলগুৰিলৈ গৈ শাস্ত্ৰালাপ কৰে, নাম-কীৰ্ত্তনত যোগ দিয়ে।

'পালেহিনে?' বুলি ভিতৰলৈ সোমাই গৈ এলোটা পানী আৰু গামোচা আনি হাতত দিলেহি। ৰামদাসে মুখ-হাত ধুই মাৰল ঘৰত বহিল। উৰ্বশীয়ে বৰা চাউলৰ খোলাচাপৰীয়া পিঠা দুখন আৰু এবাটি গৰম এৰাঁ গাখীৰ খাবলৈ দিলে। ওচৰতে বহি গিৰিয়েকৰ মুখলৈ চাই লাহে লাহে ক'লে, 'হেৰি নহয়, পূজা পালেহিয়েই। দাদাই আনিবলৈ কোৱা পঠা ছাগলি দুটা অনা নহ'ল দেখোন। দাদা আহি পালে ভাল পাব জানো? কিবা এটা কৰক সোনকালে।'

'অষ্টমীত বলি দিবলৈ ছাগলি অনাৰ কথা কৈছা? মই তেনে কাম কৰিব নোৱাৰোঁ। শঙ্কৰ গুৰুৰ ওচৰত মই নাম-ধৰ্ম গ্ৰহণ কৰিলোঁ। কৃষ্ণই আমাৰ একমাত্ৰ উপাস্য দেৱতা। তেওঁতে দেহ-মন বিক্ৰয় কৰিলোঁ। মাধৱৰ কথা মতে দেৱীপূজা, বলি-বিধানক প্ৰশয় দিব নোৱাৰোঁ।' শান্তভাৱে ৰামদাসে নিজৰ বক্তব্য প্ৰকাশ কৰিলে।

'দাদাৰ আগত নোৱাৰোঁ বুলি নক'লে কিয়? তেওঁ দেৱীমাতৃলৈ বলি আগ কৰাৰ বাবেই মাতৃ মৃত্যুৰ মুখৰপৰা সাৰি আহিল। এই কথা আপুনি না কৰিব পাৰিব নেকি? দেৱীমাৰ কৃপা লাভ কৰি আগবঢ়োৱা বস্তু নোশোধালে গোসাঁনীৰ ৰোষত পৰি বৌ-বৌ নৰকত পৰিব লাগিব। দাদাৰ লগতো মনোমালিন্য ঘটিব। দহোকুৰি, আপুনি নামানে, নালাগে মানিব। মোৰ মুখলৈ চাই দাদাৰ কাৰণে কালিলৈ পঠাকেইটা অনাৰ দিহা কৰক।' কাওবাওকৈ উৰ্বশীয়ে ক'লে।

'তুমি মোৰ পত্নী হৈ এনে নীতি বহিৰ্ভূত কাম কৰিবলৈ নক'বা। জেঠেৰিৰ লগত বিচ্ছেদ হ'লেও মই মোৰ আদৰ্শ নেৰোঁ।' ৰামদাস বাহিৰলৈ উঠি গ'ল।

মাধৱ ভাণ্ডাৰীডুবিলৈ বুলি উজাই আহি আছে। শৰতৰ আগমনে প্ৰকৃতি জগতৰ ৰূপত বহন চৰাইছে। নিৰ্মেঘ আকাশ, উদীপ্ত সূৰ্যৰ ৰাঙলি আভাই নীলা পানীত সোণৰ ঢৌ তুলিছে। নৈৰ পাৰৰ ডাঠ সেউজীয়া গছ-গছনিত পৰি বিবিধ পখীয়ে কল-কাকলিৰে শৰতৰ আগমনক স্বাগতম জনাইছে। কিবা এক অনামী সুখত মাধৱৰ মন বিভোৰ হ'ল। এনেহেন লাগিল যেন দেৱী মহামায়া তেওঁৰ প্ৰতি পৰম সন্তুষ্ট হোৱাৰ বাবে এইবাৰৰ বাণিজ্যত ইমান লাভ কৰিব পাৰিলে। দুৰ্গা পূজা পালেহিয়েই। এইবাৰ মাৰ পূজাত মন-প্ৰাণ ঢালি দিব সি। মহিষমৰ্দিনী মা দুৰ্গা পৰিতৃপ্তা হ'লে মাৰ কৰুণাৰ বলত মৰ্ত্যবাসীয়ে সৰ্বতোসমৃদ্ধি লাভ কৰিব পাৰিব।।

ভাৱত মগ্ন হৈ থাকোঁতে ক'ব নোৱাৰাকৈয়ে নাও আহি ভাণ্ডাৰীডুবি ঘাট পালেহি। কেউফালে উৎসৱমুখৰ পৰিবেশ। ঢোলৰ গুম্‌গুমনি, চিৰা-ঢেঁকীৰ খট্‌লক-খট্‌লক

শব্দ, নাৰিকল ভজা মিঠা গোন্ধে পূজা আগমনৰ বতৰা দিছে। কিবা এক সুখানুভূতিয়ে মাধৱৰ মন আপ্লুত কৰিলে। ঘৰ সোমায়ে 'আই, আই' বুলি ডাঙৰকৈ মাত দিলে। উৰ্বশী আৰু মনোৰমা ওলাই আহিল। মাধৱে মাকৰ ভৰি চুই সেৱা জনাই উৰ্বশীৰ ফালে চাই হাঁহি মাৰি সুধিলে, 'তহঁতৰ ভালনে? বৈনাই ঘৰত আছেনে? মাতচোন তেওঁক।'

'বহাচোন। খাই-বৈ জিৰাই-শতাই লৈয়ো কথা পাতিব পাৰিবা।' উৰ্বশীয়ে ক'লে।

'নহয়, অ', সদ্যে মই বৈনায়ে আনি থোৱা পঠা ছাগলি দুটা চাই লওঁ। তাৰ পিছতহে আন কথা পাতিম। পূজা পালেহি নহয়, গম পোৱা নাই জানো?'

'পাইছোঁ, পাইছোঁ। কিয় গম নাপাম? পিছে তুমি চাবলৈ বিচৰা বগা পঠা দুটা মই অনা নাই আৰু মোৰ দ্বাৰা অনাও নহ'ব।'

ৰামদাস সোমাই আহি অতি শান্ত-শিষ্টভাৱেই মাধৱৰ কথাৰ উত্তৰ দিলে। মাধৱৰ উচ্ছ্বাসৰ জুইকুৰাত চেঁচাপানী পৰিল। মাধৱ আচৰিত হ'ল। 'কি কয় মানুহটোৱে। ইমান দিনে এওঁৰ এনে আচৰণ চকুত পৰা নাই। আজি এওঁক কিহে পালে?' ভাবি ৰামদাসলৈ চাই সুধিলে—

'তোমাৰ যদি এনেই ইচ্ছা আগতে নক'লা কিয় ? বাৰু যি হ'ল, হ'ল। কালিলৈ প্ৰাতসতে মোক পঠা এযোৰা আনি দিয়া।' খং সামৰি কোমল সুৰতে মাধৱে ক'লে।

সুৰত সুৰ মিলাই ৰামদাসে ক'লে, 'জেঠেৰিয়ে বোধহয় গম পোৱা নাই যে মই ইতিমধ্যে ভক্তিধৰ্ম গ্ৰহণ কৰিছোঁ। দেৱ-দেৱীৰ পূজা-পাতল, বলিদান, নামধৰ্মত নাই আৰু সেইবোৰত মোৰ বিশ্বাসো নাই। তোমাৰ কথাত মই নীতি বিসৰ্জন দিব নোৱাৰোঁ। ভক্তিৰ ব্যভিচাৰ ঘটিব।' অত্যন্ত গহীনভাৱে কোৱা ৰামদাসৰ কথাখিনি শুনি মাধৱ যেন খণ্ডত ফাটি পৰিব।

'কাৰ আগত এনে বৰ কথা কৈছা? এনে গৰ্হিত নীতি-শিক্ষা তুমি ক'ৰপৰা পালা? এঃ, মোক ধৰ্ম চিনাবলৈ আহিছে। বৰ ধৰ্মজ্ঞ পণ্ডিত ওলাইছে।' মাধৱৰ শ্লেষযুক্ত বাক্যবাণ শুনি টান মাতেৰে ৰামদাসে উত্তৰ দিলে —

'মই ধৰ্মজ্ঞ পুৰুষ নহয়। ভগৱন্তৰ দাসৰো দাস, এজন সাধাৰণ সেৱকহে। কিন্তু তোমাৰ আচৰণে আৰু আত্মাভিমানে তোমাৰ ধৰ্মজ্ঞানৰ ওপৰত সন্দেহ জন্মাইছে। তুমি আদেশ কৰিলেও বিনাশী কাৰ্যৰ কাৰণে ব্ৰহ্ম অংশী জীৱ এটাক মই বলি দিবলৈ আনি দিব নোৱাৰোঁ। তুমি তাক বধ কৰি আপোনাৰ নাশ আপুনি আৰ্জিবা কিয়? জীৱ হত্যা কৰি দেৱ-দেৱী পূজা কৰি স্বৰ্গলাভ কৰিলেও পুণ্য ক্ষয় হোৱাৰ লগে লগে পুনৰ নৰক ভুঞ্জিব লাগিব। কেৱল বলি দিয়া জনেই নহয়, বলি দিবলৈ পশু কিনা জনো দোষৰ ভাগী হ'ব লাগিব। সেয়ে ইচ্ছা কৰিয়েই এনে গৰ্হিত কাম মই নকৰিলোঁ।'

'আও, তুমি এইবোৰ কথা ক'ত পালা? ইমান দিনে মই দেৱী পুৰাণ, দেৱী ভাগৱত, ব্ৰহ্মবৈৱৰ্ত পুৰাণ, কালিকা পুৰাণ, যোগিনীতন্ত্ৰ আদি অতবোৰ শাস্ত্ৰ পঢ়িলোঁ, দেৱ-

দেৱীসকলক পূজা আৰু বলিদানেৰে সন্তুষ্ট কৰিব পাৰিলে, মহামায়া দেৱী পৰিতৃপ্তা হ'লে তেওঁৰ কৰুণাৰ বলত মৰ্ত্যবাসীয়ে যশ, ৰূপ, স্বাস্থ্য, সমৃদ্ধি সকলো লাভ কৰিব পাৰে বুলি শাস্ত্ৰসমূহে দেখুৱাই গৈছে। কোন শাস্ত্ৰৰ যুক্তিৰে, কাৰ শক্তিৰে বলিদানক বিনাশী কাৰ্য বুলি ক'লা?' খণ্ডত মাধৱৰ কাণ-মূৰ ৰঙা পৰিল।

'শুনা জেঠেৰি, তুমি এজন শাস্ত্ৰজ্ঞ পণ্ডিত। তোমাকনো মই কি বুজাম? বৰ্তমান সমগ্ৰ ভাৰতবৰ্ষত নৱ বৈষ্ণৱ ধৰ্মৰ বতাহ বলিছে। গুৰু শ্ৰীমন্ত শঙ্কৰদেৱে এই বতাহজাক অসম-কামৰূপলৈ বাটকাটি দিছে। হাজাৰজন লোকে তেওঁক গুৰু মানি কৃষ্ণত শৰণ গ্ৰহণ কৰিছে। তেওঁৰ দ্বাৰা প্ৰচাৰিত ভক্তিধৰ্মত কৰ্মবহুল আচাৰ-নীতিৰ পৰিবৰ্তে আন্তৰিক শ্ৰদ্ধা আৰু প্ৰেমভক্তিৰ ওপৰতহে গুৰুত্ব দিয়া হয়। তাৰাই অনেক গীত-পদ, নাট আদি ৰচনা কৰি গাইছে, গোৱাইছে। এবাৰ নেদেখিলে সেইজন শক্তিধৰ মহান পুৰুষৰ কথা মই কথাৰে তোমাক বুজাব নোৱাৰোঁ। সেয়েহে ক'লোঁ, ওলোৱা সিজনাৰ ওচৰলৈ।' অতি মৰমেৰে উদ্বেগবিহীনভাৱে ৰামদাসে কথাকেইটা ক'লে।

হঠাৎ মাধৱ গিৰিসাই থিয় হৈ ক'লে, 'ব'লা যাওঁ, এতিয়াই যাওঁ তোমাৰ শঙ্কৰ গুৰুৰ ওচৰলৈ। চাওঁ তেওঁনো কিমান পণ্ডিত আৰু কেনেকৈ মোক তৰ্কত ভণ্ডায় তাৰে প্ৰমাণ চাওঁ। ক'ত আছে তেওঁ?'

শঙ্কৰদেৱক উপলুঙা কৰা দেখি ৰামদাস অসন্তুষ্ট হ'ল যদিও মাধৱৰ আগত প্ৰকাশ নকৰিলে। তেওঁৰ দৃঢ় বিশ্বাস যে মাধৱে এবাৰ শঙ্কৰ গুৰুজনাক লগ পালেই সিজনাৰ সাগৰ সঙ্কাশ ব্যক্তিত্ব আৰু সম্মোহনী বাক্যই মাধৱক গৰ্ব পৰ্বতৰ পৰা নমাই আনিব। সেয়ে হাঁহি মুখেৰে ক'লে, 'সিজনাই এতিয়া ধুৱাহাট বেলগুৰিত সত্ৰ পাতি নামধৰ্ম প্ৰচাৰ কৰি আছে। বুজিছা, জেঠেৰি, কথাতে কয় বোলে সমানে সমানে কৰিবা কাজ, হৰা-জিকাত নাই লাজ। আগম আৰু নিগম সম্পৰ্কে তৰ্কবাদ কৰিবলৈ তোমাৰ লায়কৰ মানুহ শঙ্কৰদেৱহে, মই নহয়। তুমি কৰ্মকাণ্ডৰ যুক্তি-যুক্ততা প্ৰমাণ কৰিব পাৰিলে তেওঁ তোমাৰ যুক্তি মানি ল'ব। কাৰণ তেওঁ শাস্ত্ৰজ্ঞ আৰু পৰম ধাৰ্মিক পণ্ডিত পুৰুষ। কিন্তু এতিয়া বেলি তিনিপৰ হ'ল। কালিলৈ পুৱাতে দুয়ো ধুৱাহাটলৈ যাম। আবেলিতে ঘূৰি আহিব পাৰিম।

## পাঁচ

বৰলুইতৰ পৰা ফালৰি কাটি গৈ পুনৰ লুইততে মিলিছে নৈখন। মধ্যস্থ উৰ্বৰা উচ্চ ভূমিখণ্ডই মাজুলী। নদীদ্বীপ মাজুলী। গছে-বনে ভৰা নদী দ্বীপটোৰ মাজত আছে সৰু-বৰ অনেক নৈ, নিজৰা। পশ্চিম দিশেদি প্ৰবাহমান মহাবাহু ব্ৰহ্মপুত্ৰ। উত্তৰ, পূব আৰু পশ্চিম ফালে হিমালয়, পাটকাই, নগা, বৰাইল পৰ্বতৰ নীলাভ সৌন্দৰ্যৰ নয়নাভিৰাম শোভা।

মাজুলীয়েদি বৈ যোৱা এটি জান ধুৱাসূতিৰ পাৰতে ধুৱাহাট গাঁও। এই গাঁওখনলৈকে কিছু দিনৰ আগতে এজন দিব্য পুৰুষে শিষ্য-ভক্ত সমন্বিতে আহি বসতি কৰিছেহি। সেইজনেই শিৰোমণি ভূঞা, নামধৰ্মৰ প্ৰচাৰক পৰম পণ্ডিত শ্ৰীমন্ত শঙ্কৰদেৱ, যাৰ নাম-গুণৰ কথা ইতিমধ্যে উজনি-নামনিত ৰজনজনাই গৈছে। বাৰম্বাৰ কছাৰীৰ যুঁজ-বাগৰত অতিষ্ঠ হৈ জ্ঞাতি-বন্ধু আৰু পৰিয়ালসহ ব্ৰহ্মপুত্ৰ পাৰ হৈ আহি ভলুকাগুৰি, কোমোৰাকটা আৰু পিছত গাংমৌত আঠ বছৰ কাল বাস কৰি থাকিল। সেই ঠাইতো ভোটৰ উপদ্ৰৱ হোৱা দেখি কলকটা নৈয়েদি উজাই আহি পত্নী কালিন্দ্ৰী, পুত্ৰ ৰমানন্দ, কমললোচন আৰু হৰিচৰণ আৰু ভকত বৈষ্ণৱবৃন্দক লৈ ধুৱাহাট বেলগুৰিত সত্ৰ পাতিলেহি। শঙ্কৰদেৱ অহাৰে পৰা ধুৱাহাটৰ জনজীৱনে প্ৰাণ পাই উঠিল। শিল্প-সাহিত্য, কলা-সংস্কৃতিৰে ধুৱাহাটলৈ আহিল এক নতুন সম্ভাৱনা স্ৰষ্টা শঙ্কৰৰ দুচকুত নতুন পোহৰ, নতুন বাণীৰে জীৱনক জাগ্ৰত কৰাৰ, মানুহক প্ৰকৃত মনুষ্যত্ব প্ৰদান কৰাৰ স্বপ্ন। ধন-সম্পদ দি দুখীয়া-নিছলা গাঁওবাসীক চহকী কৰিব তেওঁ নোৱাৰে, তেনে বাসনা বা সামৰ্থ্যও তেওঁৰ নাই। অৱশ্যে বৰ্তমানে তেওঁৰ ভাণ্ডাৰ উদি নহয়। অনেক মূল্যবান ৰত্ন তেওঁৰ ভাণ্ডাৰত গোট খাইছে। তাৰে শিৰোৰত্ন হৈছে শ্ৰীমদ্ভাগৱত শাস্ত্ৰ যাক আধাৰ স্বৰূপে লৈ তেওঁ গীত-নাট, পদ ৰচিছে। নৃত্য-গীত-অভিনয় কলাৰ হেমমালা গাঁঠিছে। সমাজৰ নিঃস্ব লোকসকলক সেইবোৰ বিলাই দি তেওঁলোকক মানসিক ঐশ্বৰ্য প্ৰদান কৰিব লাগিব।

নকৈ সজা ধুৱাহাটৰ বৰনামঘৰত নাম-কীৰ্ত্তনৰ অন্তত ভকতসকল সমুখৰ বনেঢকা বাকৰিখনত ঢাৰি-কঠ পাৰি বহিছে। গুৰুজনক দৰ্শন কৰিবলৈ অহা ভালেমান লোক আহি তাত গোট খাইছেহি। মতা-তিৰোতা, ল'ৰা-ছোৱালীৰে নামঘৰৰ বাকৰি ঠাহ খাই পৰিছে। সকলোৰে মনত উৎকণ্ঠা, গুৰুজনক কেতিয়া দেখা পাব। যথা সময়ত শুধ বগা পাটভূনি পচৰাৰে দেহাবৃত দীৰ্ঘদেহী হাঁহো হাঁহো মুখৰ সুন্দৰ সুশ্ৰী পুৰুষজন নামঘৰৰ পৰা ওলাই আহি মুখৰ চ'ৰাত বহিলহি। ছত্ৰাকৃতি মাথ, পদ্মপাহী হেন আয়তলোচনযুক্ত গুৰু গম্ভীৰ ব্যক্তিত্বৰ শঙ্কৰদেৱৰ দিব্যৰূপ দেখি দূৰদূৰণিৰ পৰা অহা লোকসকল চমকৃত হৈ ভক্তিভাৱে সেৱা জনালে।

হাস্যবদনে সকলোকে আশ্বাসি শঙ্কৰদেৱে ক'লে, 'হে মোৰ পৰম প্ৰিয় নৰৰূপী নাৰায়ণস্বৰূপ ৰাইজ। পবিত্ৰ নামধৰ্ম আপোনালোকৰ মাজত বিলাই দিবলৈ আমি ধুৱাহাটলৈ আহিছোঁ। আপোনালোকৰ সহযোগিতাই আমাৰ মূলধন। জাতি-বৰ্ণ নিৰ্বিশেষে সকলো লোকেই ভক্তিধৰ্ম গ্ৰহণ কৰিব পাৰে। তপ-জপ, যজ্ঞ, বলিদান আদি ব্যয়বহুল আৰু কষ্টকৰ। এইবোৰে মন বিক্ষিপ্ত কৰে। সেয়ে ভক্তিভাৱেৰে ভগৱানৰ নাম কীৰ্ত্তন কৰিলেই ভগৱন্তৰ পৰমপদ লাভ কৰিব পাৰি। বহু দেৱতাৰ পৰিবৰ্তে দেৱশ্ৰেষ্ঠ কৃষ্ণক হৃদয়ত স্থান দি পবিত্ৰ অন্তৰেৰে হৰিনাম কীৰ্ত্তন কৰাৰ কথাকে আমি ৰাইজক কওঁ'— এইবুলি মেঘগম্ভীৰ সুৰেৰে শঙ্কৰদেৱে কীৰ্ত্তন গালে—

'মুখে বোলা ৰাম, হৃদয়ে ধৰা ৰূপ,

এতেকে মুকুতি পাইবা কহিলো স্বৰূপ।' প্ৰতিধ্বনিত হ'ল আকাশত, বতাহত, সমুখত বহি থকা লোকসকলৰ হৃদয়-তন্ত্ৰীত। কঁপি উঠিল অকলশৰীয়াকৈ বহি থকা মাধৱৰ অন্তৰাত্মা। কি ৰূপ! কি কণ্ঠ!

লোকসকল ঘৰাঘৰি গ'ল। মাধৱৰ লগত ৰামদাস আগবাঢ়ি গ'ল। তেওঁক দেখি শঙ্কৰদেৱে মাত লগালে, 'ৰামদাস, আজি দেখোন মধ্য প্ৰসঙ্গত নাহি অপৰত আহিলা। কিবা বিসঙ্গতি ঘটিল নেকি?'

'নহয় বাপ, লগত এইজন লৈ আহোঁতে অলপ পলম হ'ল।' এইবুলি দুয়ো সেৱা জনালে।

'হয়নে? এই সুন্দৰ যুৱকজননো কোন?' প্ৰসন্নবদনে শঙ্কৰদেৱে সুধিলে।

'ভাণ্ডাৰীডুবিৰ পৰাই আহিলোঁ। এওঁ আমাৰ জেঠেৰি। ভনীয়েকক আমিয়ে বিয়া কৰাইছোঁ বাপ।'

'এওঁৰ ঘৰ ক'ত? কাৰবা সন্তান?'

ৰামদাসে লাহে লাহে কৈ গ'ল, 'এওঁ বণ্ডুকাৰ গোবিন্দগিৰীৰ পুত্ৰ, নাম মাধৱ। এওঁৰ পিতৃ আমাৰ শহুৰদেউতা পূৰ্বতে বণ্ডুকাত ৰজাৰ মজিন্দাৰ আছিল। শহুৰৰ আন নাম বৰকণাগিৰী। কোনোৱে মহোদৰ কায়স্থ বুলিও কয়। পত্নী বিয়োগ হোৱাত মনত দুখ পাই ঘৰ-বাৰী এৰি ঘূৰি-পকি ফুৰি বৰদোৱা ওলালগৈ আৰু তাতে দ্বিতীয়বাৰ বিয়া কৰায়। পিছে দৈৱ-দুৰ্বিপাকত পৰি জ্বলা-কলাহে শেষত ভাণ্ডাৰীডুবি পায়হি আৰু আমালৈ ছোৱালীটি বিয়া দিয়ে।' ৰামদাসৰ কথাৰ মাজতে শঙ্কৰদেৱে মাত লগালে —

'ৰ'বাচোন ৰ'বা। এওঁ তেতিয়াহ'লে আমাৰ বংশৰ খুড়াৰ জীয়েক মনোৰমাৰ পুত্ৰ? মনু বাই মোতকৈ দুবছৰমানৰ ডাঙৰ আছিল। আমি বৰদোৱা এৰাৰ আগে আগে বৰকণাগিৰী সপৰিয়ালে উত্তৰ পাৰলৈ গুচি গ'ল। তাৰ পিছৰে পৰা তেওঁৰ একো খবৰ-বাতৰি নাপাওঁ। মনু বাইৰ ল'ৰা ইমান ডাঙৰ হ'লনে? বাটে-পথে মূৰে-মূৰে ঠেকা লগা হ'লেও চিনিকে নাপালোহেঁতেন।' কথাখিনি কৈ শঙ্কৰদেৱে মাধৱৰ ফালে চালে। সুগঠিত, সুদৰ্শন চেহেৰাৰ গহীন ডেকা মাধৱ। চাৱনিত পৌৰুষদীপ্ত ব্যক্তিত্বৰ প্ৰকাশ দেখি শঙ্কৰদেৱৰ মনত স্নেহ জাগিল।

'পিছে ৰামদাস, বোপানো কি মনকৈ আমাৰ ফালে আহিল?'

গম্ভীৰ ব্যক্তিত্বৰ অপৰূপ পুৰুষজন দেখি মাধৱ অভিভূত হ'ল। কিন্তু জ্ঞানাভিমানে তেওঁৰ ভাৱত যতি পেলালে। ৰামদাসে তেওঁৰ অহাৰ উদ্দেশ্যৰ কথা ব্যক্ত নকৰিব নেকি বুলি ভাবি তেওঁ অস্থিৰ হ'ল। মাধৱে উচপিচ কৰা দেখি ৰামদাসে লাহে লাহে ক'বলৈ ধৰিলে।

'বাপ, কথা অলপ দীঘলীয়া। আমাৰ জেঠেৰিয়ে অনেক শাস্ত্ৰ অধ্যয়ন কৰি জ্ঞানলাভ কৰিলে। এওঁ দেৱ-দেৱী, পূজা-পাতল, বলিদান আদিত বিশ্বাসী লোক। কিছুদিনৰ

আগতে শহুৰ দেউতাই আমাৰ লগতে শাহুআইক থৈ পুতেক মাধৱক লগত লৈ বগুকাত থকা বৰপুত্ৰ দামোদৰৰ ঘৰলৈ যাওঁতে তাতেই কাল হ'ল। মাধৱ বগুকাৰ পৰা আহি থাকোঁতে বাটত কাৰোবাৰ মুখে মাকৰ টান নৰিয়া হোৱা বুলি শুনি মাতৃৰ নিমিত্তে বাটত দুৰ্গাপূজাত এযোৰ বগা পঠা বলি দিবলৈ আগ কৰিলে। ঘৰ পাই মাকৰ আৰোগ্য হোৱা দেখি আমাকে পঠাযোৰ আনিবলৈ পাচিলে। তাকে আনি নিদিয়াত আমাক অনেক তিৰস্কাৰ কৰিলে।' এইবুলি ৰামদাস তভক মাৰি ৰ'ল।

'তাৰ পাছে?' শঙ্কৰদেৱে সুধিলে।

'আমাৰো মনত বেয়া লাগি ক'লোঁ যে বিনাশী কাৰ্যৰ নিমিত্তে ব্ৰহ্ম অংশী জীৱক বধ কৰি নিজৰ দুখ নিজে আৰ্জিব নালাগে। দেৱীপূজা কৰিবলৈ জীৱহত্যা কৰিলে নৰক ভূঞ্জিব লাগিব। আমাৰ কথা শুনি জেঠেৰি অগ্নিশৰ্মা হৈ ক'লে, 'আও, ইমানবোৰ শাস্ত্ৰ অধ্যয়ন কৰিলোঁ, তুমি মোক নতুনকৈ শাস্ত্ৰজ্ঞান দিবলৈ আহিছা? তোমাক এনে কথা কোনে ক'লে? কাৰ প্ৰৰোচনাত তুমি দেৱীপূজাৰ বিদ্বেষী হ'লা' বুলি তৰ্জন-গৰ্জনকৈ অনেক কথা শুনালে। বাপৰ ওচৰতে সঠিক উত্তৰ পাব বুলি কৈ লৈ আহিছোঁ আপোনাৰ ওচৰলৈ।' বুলি ৰামদাস ৰ'ল।

'বোপা মাধৱ, তোমাৰ দৰে সত্যসন্ধানী এজন লোক নিতান্তই কাম্য। তুমি অনেক শাস্ত্ৰ অধ্যয়ন কৰিছা, কিন্তু শাস্ত্ৰজ্ঞ হৈয়ো ধৰ্মৰ প্ৰকৃত পথ সম্পৰ্কে স্থিৰ সিদ্ধান্তলৈ আহিব জানো পাৰিছা? তোমাৰ মনত এতিয়া ধৰ্মস্য তত্ত্বং নিহিতম গুহায়। মোৰ কথা বাৰু শুন্ধনে?'

মাধৱ স্তম্ভিত হ'ল। এই পুৰুষজনে তেওঁৰ মনৰ ভিতৰৰ কথা কেনেকৈ জানিলে?

'তুমি সত্যৰ সন্ধান বিচাৰিছা শাস্ত্ৰৰ মাজত। কিন্তু বাস্তৱিকতে সত্যানুসন্ধান অতি দুৰূহ কাম। কেৱল শাস্ত্ৰজ্ঞানেৰে আৰাধ্য দেৱ-দেৱী বা ঈশ্বৰক পাব নোৱাৰি যদিহে এটা শুদ্ধ মন বা একান্ত বিশ্বাস নাথাকে। অৱশ্যে প্ৰকৃত সত্যৰ সন্ধান পাবলৈ শাস্ত্ৰালাপ নিতান্তই প্ৰয়োজন। তুমি বাৰু কোনটো উদ্দেশ্য লৈ আহিলা, শাস্ত্ৰালাপ নে শাস্ত্ৰবাদ?'

মাধৱে থতমত খালে। পিতৃতুল্য এই পুৰুষজনৰ লগত শাস্ত্ৰবাদ কৰিবলৈ অহাৰ কথা কেনেকৈ ক'ব? মাধৱ নীৰৱে ৰ'ল। তেনেতে ৰামদাসে মাত দিলে — 'বাপ, এইজনে প্ৰবৃত্তি মাৰ্গৰ সপক্ষে বাদ কৰাৰ মানসেহে আপোনাৰ ওচৰলৈ আহিছে।'

'হয়নে? বৰ ভাল কথা। আমাৰ মাধৱ বোপাই প্ৰবৃত্তি মাৰ্গক শ্ৰেষ্ঠ বুলি ভাবিছা। আমিও যিথিনি শিকিছোঁ, বুজিছোঁ সেইখিনি যুক্তিসিদ্ধ কথা বুলিয়েই বিশ্বাস কৰিছোঁ। যুক্তি তৰ্কৰে সত্য উদঘাটন কৰিবলৈ আগবাঢ়ি অহাত দোষ নাথাকে। কিন্তু শাস্ত্ৰজ্ঞান লৈ গৰ্ব অহঙ্কাৰ কৰাহে দোষণীয়। বাৰু, এতিয়া তুমিয়েই শাস্ত্ৰবাদৰ পাতনি মেলা।' মাধৱৰ ফালে হাঁহি মাৰি চাই শঙ্কৰদেৱ থমকি ৰ'ল। আৰম্ভ হ'ল দুজন পণ্ডিতৰ শাস্ত্ৰ যুদ্ধ, যুক্তিৰ কটাকটি।

মাধৱে কোনো পাতনি আৰম্ভ নকৰাকৈয়ে দেৱী মহাত্ম্য আৰু বলিদানৰ সপক্ষে কালিকা পুৰাণ, দেৱী পুৰাণ, দেৱী ভাগৱত, যোগিনীতন্ত্ৰ আদি গ্ৰন্থৰ পৰা যুক্তি দাঙি ধৰি 'শৰত কালত দেৱী পূজা কৰাৰ প্ৰয়োজনীয়তাৰ কথা ব্যক্ত কৰিলে। মা দুৰ্গাক বলিদানেৰে পূজা-অৰ্চনা কৰি শক্তি, ক্ষমতা আৰু সমৃদ্ধি লাভ কৰি জীয়াই থকাৰ সাৰ্থকতা আনিব পাৰি। 'সৰ্বভূতেষু ক্ষুধাৰূপেন সংস্থিতা' দেৱীয়ে শস্যদায়িনী, শাকম্ভৰী ৰূপে সকলো জীৱকে ক্ষুধাৰ পৰা ৰক্ষা কৰি আহিছে। জীৱজগতৰ অথন্তৰৰ কাৰণ মাৰি-মৰক, বন্যবৃষ্টি, অনাবৃষ্টি, ভয়াবহ কীট-পতঙ্গ আদিৰ পৰা ৰক্ষা পাবলৈ এইখন জগতত ৰূপ, যশ, ঐশ্বৰ্য আৰু ক্ষমতাৰে তিষ্ঠি থাকিবলৈ দেৱী মাতৃৰ আশিস লাভ কৰিবই লাগিব।

বেদোত্তৰ কালৰে পৰা জগতত বলিবিধান, দেৱ-দেৱীৰ পূজা প্ৰচলিত হৈ আহিছে। বেদবিহিত যাগ-যজ্ঞ, পূজা-পাতল আদি নকৰাজনৰ জীৱন বৃথা। এই সম্পৰ্কে শাস্ত্ৰই অনেক যুক্তি দাঙি ধৰিছে। মই দেৱী পুৰাণ, দেৱী ভাগৱতৰ কথা নকওঁৱেই, মনু স্মৃতিলৈকে চাওক। তাত কৈছে—

যজ্ঞাৰ্থং পশবঃ সৃষ্টা স্বয়মেব স্বয়ম্ভুবা।
যজ্ঞস্য ভূত্যৈ সৰ্বস্য তস্মাৎ যজ্ঞে বধোবধ।।

সৃষ্টিকৰ্তাই যজ্ঞৰ কাৰণেই পশুবোৰ সৃষ্টি কৰিছে। তেনেবোৰ পশু বলিদান কৰাত কি পাপ হ'ব পাৰে?'

প্ৰবৃত্তি মাৰ্গৰ সমৰ্থনত আখৈ ফুটাদি ফুটিল মাধৱৰ মুখৰ শব্দ। বলিদানৰ সমৰ্থনত ভিন ভিন আগম শাস্ত্ৰৰ উদাহৰণ দিয়াৰ পিছত পুনৰ মাধৱে শ্লোক মাতিলে—

নৱমাদৌ যজেৎ দুৰ্গাং হ্ৰীং দুৰ্গে ৰক্ষিনাতি চ
মাত মাতবৰ্বে দুৰ্গে সৰ্বকামাৰ্থ সাধনে
অনেন বলিদানেন সৰ্বকামান প্ৰযচ্ছমে।

এয়া মোৰ কথা নহয়। পুৰাণ শাস্ত্ৰৰ ভগৱন্তৰ বাণী। নৱমী আদি তিথিত বলি বিধানেৰে দুৰ্গাক পূজা কৰিলে সকলো কামনা প্ৰাপ্ত হয়। অভীষ্ট সিদ্ধিৰ বাবে সেয়ে মই দুৰ্গা পূজাত দুটা বগা পঠা বলিদান দিয়াৰ ব্যৱস্থা কৰিছোঁ। ইয়াত কোনো ভুল থাকিব নোৱাৰে বুলি মোৰ দৃঢ় বিশ্বাস। নিজৰ যুক্তিত নিজে সন্তুষ্ট মাধৱে শঙ্কৰদেৱক প্ৰতীয়মান কৰিব পাৰিছে বুলি ভাবি দাম্ভিক ভাবে তেওঁৰ ফালে লক্ষ্য কৰিলে।

নিৰ্বিকাৰ শঙ্কৰ। হাস্যবদনে মাধৱলৈ চাই ক'লে, 'বাপা মাধৱ, হয়, যাগ-যজ্ঞ, বলি-বিধানেৰে দেৱী পূজা কৰি স্বৰ্গলাভ হয়, কিন্তু প্ৰকৃত মুক্তি লাভ নহয়। পুণ্যান্তে পুনৰ মৰ্ত্যলৈ ঘূৰি আহি নানা যোনিত জন্ম ল'ব লগা হয়। নিষ্কাম কৰ্মেৰে সদ্‌গতি লাভ কৰিব পাৰি। আমি এটি গীতত লেখিছোঁ 'যত জীৱ জঙ্গম, কীট পতঙ্গম, অগ নগ জগ তেৰি কায়া। ঈশ স্বৰূপে হৰি, সব ঘটে বৈঠহ, নাহি কৰত ভূত দায়া।।' এয়াও শাস্ত্ৰৰ কথা। ঈশ্বৰৰ অংশ জীৱক হত্যা কৰিবলৈ আচলতে কোনো শাস্ত্ৰই কোৱা নাই। বৰঞ্চ 'মা হিংস্যাৎ

সৰ্বভূতানি' বুলিহে উপদেশ দিছে। ভগৱন্তত বিশ্বাস ৰাখি, সজ কাৰ্য কৰি সৎ পথে চলিও তেওঁৰ কৃপা লাভ কৰি ৰূপ, যশ, ঐশ্বৰ্যৰ গৰাকী হ'ব পাৰি। এইখন জগতত ভোগ কৰাটো পাপ নহয়। গীতা শাস্ত্ৰই নিয়মিত আহাৰ-বিহাৰ আৰু কৰ্ম-বিধিৰে জীৱন উপভোগ কৰিবলৈ কৈছে। উপনিষদে কৈছে— ভোগ কৰা, কিন্তু কেনেকৈ? কাৰো মনত দুখ নিদিয়াকৈ, আনক অন্যায় নকৰাকৈ। নিৰীহ জীৱ-জন্তুক হত্যা কৰি ব্যাধিগ্ৰস্ত কামনা তুষ্টিৰে ৰূপ, যশ, ঐশ্বৰ্য বিষ্ঠা তুল্য। অহং ভাৱৰ পৰা এনে বাসনা জন্মে। মায়াৰ সৃষ্ট অহং ভাৱ দূৰ কৰিব পাৰিলে অন্যায় স্বৰূপ ভোগলৈ আকাঙ্ক্ষা নজন্মে। অৱশ্যে তাৰ বাবে বেদৰ গুপুত বিত্ত পৰম পুৰুষজনক বুজিবলৈ যত্ন কৰিব লাগিব, তেওঁক জানিব লাগিব।

বোপা মাধৱ, তুমি হয়তো নাজানা যে বিষ্ণুৰ আন এটি অভিধা 'যজ্ঞ'। সৃষ্টিকৰ্তা ব্ৰহ্মাই আকৌ বিষ্ণুৰ (যজ্ঞৰ) অৰ্থে, তেওঁৰ বিভূতি প্ৰকাশৰ অৰ্থে পশু-পতঙ্গবোৰ সৃষ্টি কৰাৰ কথাহে মনুস্মৃতিৰ তুমি অলপতে আবৃত্তি কৰা শ্লোকটোৰ প্ৰতিপাদ্য। এই বুলি শঙ্কৰদেৱে মনুস্মৃতিৰ অনেক উদাহৰণ দাঙি ধৰিলে। তদুপৰি পদ্ম পুৰাণ, ভাগৱত পুৰাণ আৰু গীতাশাস্ত্ৰৰ যুক্তি আৰু উক্তিৰে প্ৰবৃত্তি মাৰ্গৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰি মাধৱলৈ চাই ক'লে, 'কোনো লোকে শ্লোকৰ শুদ্ধ অৰ্থ বুজিব নোৱাৰি আৰু কোনো তথাকথিত পণ্ডিত ব্যক্তিয়ে ইচ্ছাকৃতভাৱে শ্লোকৰ বিকৃত অৰ্থৰে জ্ঞানৰ গৌৰৱ দেখুৱাবলৈ যায়। কিন্তু সেইয়া সত্য নহয়, মাধৱ। পদ্ম পুৰাণতো পাৰ্বতীয়ে শিৱক কৈছে যে, যি লোকে দেৱী পাৰ্বতীৰ নামত জীৱ হিংসাত প্ৰবৃত্ত হয়, সেই পূজা অপবিত্ৰ। তেনে কাৰ্যৰে কোটি কল্প বছৰ নৰক ভোগ কৰিব লাগে।'

দুজন শাস্ত্ৰজ্ঞ পণ্ডিতৰ তৰ্কযুদ্ধ। প্ৰবৃত্তি আৰু নিবৃত্তি মাৰ্গৰ শ্ৰেষ্ঠতা সম্পৰ্কে শাস্ত্ৰৰ প্ৰমাণ, যুক্তিৰ কটাকটি। এজনো কম নহয়। মাধৱে উত্থাপন কৰা প্ৰবৃত্তি তথা তন্ত্ৰ-তত্ত্বৰ যুক্তি শঙ্কৰে নিবৃত্তি তথা নিগম শাস্ত্ৰৰ তথ্যৰে কাটি থকা-সৰকা কৰিলে। মাধৱৰ শাস্ত্ৰজ্ঞানৰ গভীৰতা, নিৰ্ভীক যুক্তি প্ৰদৰ্শন, বাগ্মীতা আৰু পুৰুষ গম্ভীৰ কণ্ঠই শঙ্কৰদেৱক বিস্ময়াভিভূত কৰি তুলিলে। চকু মুদি একান্তমনে শুনি থকা মাধৱলৈ নিৰীক্ষণ কৰি তেওঁ ক'লে, 'বোপা, শ্ৰীমদ্ভাগৱত আদি গ্ৰন্থই প্ৰবৃত্তি আৰু নিবৃত্তি দুয়োটা পথৰ কথাকে কৈছে আৰু ভাগৱত শাস্ত্ৰই ইয়াৰ পাৰ্থক্যটো সুন্দৰকৈ বুজাই দিছে। ইয়াত কৈছে—

'প্ৰবৃতঞ্চ নিবৃতঞ্চ দ্বিবিধং কৰ্ম বৈদিকম্।
আবৰ্ত্ততে প্ৰবৃত্তেন নিবৃত্তেনাশ্নুতেহ মৃতম্।'

অৰ্থাৎ প্ৰবৃত্তি মূলক কৰ্মৰ দ্বাৰা পুনৰাগমন হয় আৰু নিবৃত্তিমূলক কৰ্মৰ দ্বাৰা অমৃত লাভ কৰিব পাৰি।' এইবুলি ভাগৱতৰ বহল ব্যাখ্যা দাঙি ধৰি কলিযুগত হৰি ভক্তিয়েহে শ্ৰেষ্ঠ পথ বুলি প্ৰতিপন্ন কৰি দেখুৱালে। লগতে সৎসঙ্গৰ মহাত্ম্য আৰু গুৰুৰ প্ৰয়োজনীয়তা সম্পৰ্কে ভাগৱতৰ বক্তব্য ব্যাখ্যা কৰিলে। সংশয়বোৰ লাহে লাহে কুমলি আহিল। তেনেতে শঙ্কৰদেৱে সুৰ ধৰি গীতাৰ শ্লোক মাতিলে, 'সৰ্বধৰ্মান পৰিতেজ্য মামেকং শৰণং ব্ৰজ। অহং সৰ্ব পাপেভ্যা মোক্ষয়িষ্যামি মা শুচঃ।

স্নেহৰ মাধৱ, ভগৱন্তই অৰ্জুনক কৈছে, সৰ্ব ধৰ্ম পৰিত্যাগ কৰি মোত শৰণ লোৱা। মই তোমাক সকলো পাপৰ পৰা মুক্তি দিবলৈ প্ৰতিজ্ঞাবদ্ধ। এয়া গীতা শাস্ত্ৰৰ সাৰমৰ্ম।'

বেলি তিনিপৰ হ'ল। বিস্ময় বিমুগ্ধ ভকতসকলে দুয়োৰে মুখলৈ চাই একান্তমনে কথাবোৰ শুনি শাস্ত্ৰবাদৰ অন্ত পৰালৈ অপেক্ষা কৰি আছে। বিশ্বাস-অবিশ্বাসৰ দোলনাত দুলি হাবু-ডুবু খাই মাধৱৰ মন কিছু দুৰ্বল হ'ল। তথাপি টান মাতেৰে ক'লে—

'দেৱশ্ৰেষ্ঠ ঈশ্বৰেই সৃষ্টি-স্থিতি-প্ৰলয়ৰ মূল কাৰণ বুলি মানি ল'লেও তেওঁৰে সৃষ্ট দেৱ-দেৱীসকলৰ স্থিতি ইমান অৰ্থহীন আৰু অপ্ৰয়োজনীয় নহয় যে কোনো লোকে সেইসকলৰ পৰিতৃপ্তিৰ বাবে পূজা-পাতল কৰিব নালাগিব।'

'মাধৱ, মই বুজি পাইছোঁ তন্ত্ৰ-তত্বই তোমাৰ মন মগজুত দৃঢ়ভাৱে প্ৰোথিত হৈ দেৱীৰ প্ৰতি তোমাৰ তীব্ৰ আসক্তি জন্মাইছে। বোপা, এই আহিনত মোৰ বয়স তিনিকুৰি তেৰ বছৰ পূৰ্ণ হৈছে। বয়সৰ উপলব্ধি আৰু তোমাৰ প্ৰদৰ্শিত যুক্তিৰ পৰা বুজিব পাৰিছোঁ ধৰ্মমত সম্পৰ্কে তোমাৰ ডেকা মন এতিয়াও বিভ্ৰান্ত। আগম শাস্ত্ৰ অধ্যয়ন কৰি আৰু শাক্তসকলৰ প্ৰাত্যহিক জীৱন পদ্ধতি অনুধাৱন কৰি তুমি বাৰু শাক্তসকলৰ ভোগাসক্তিৰ কথা অস্বীকাৰ কৰিব পাৰিবানে? দেৱ-দেৱীৰ পূজাত বলি-বিধানৰ ব্যৱস্থা, সুৰামত্ত ভক্তই ৰতি সেৱা কৰা, কুমাৰী পূজা কৰা, ধৰ্মৰ নামত ব্যভিচাৰ আৰু কামনা চৰিতাৰ্থ কৰাৰ যুক্তিযুক্ততা যি শাস্ত্ৰই দেখুৱাই, সেই শাস্ত্ৰ মানৱ বিৰোধী। কিন্তু মানৱতাক শ্ৰেষ্ঠ জ্ঞান কৰা ভাগৱত শাস্ত্ৰই কয়—

'সমস্ত ভূতত মই ব্যাপী আছোঁ হৰি
সবাকো মানিবা তুমি বিষ্ণু বুদ্ধি কৰি।।'

কেৱল মানুহকে নহয়, সকলো জীৱকে ঈশ্বৰ জ্ঞান কৰিবলৈ ভাগৱত শাস্ত্ৰই জ্ঞান দিছে।

মাধৱৰ মন জোকাৰ খাই গ'ল। 'ইমান দিনে ক'লাকে বগা বুলি ভাবিলোঁ নেকি?' মনত পৰিল কালিকা পুৰাণৰ ৰুধিৰাধ্যায়ৰ স্বৰক্ত দানৰ কথা। তাত 'গাল, কপাল, দুই চেলাউৰিৰ মাজৰ ঠাই বক্ষস্থলৰ যিকোনো অংশৰ পৰা মঙহ কাটি দেৱীক ৰক্তদান কৰাৰ বিধান দিছে। পশু-পক্ষীৰ পৰা নৰবলি পৰ্যন্ত বলি বিধানৰ নিৰ্দেশনা এই গ্ৰন্থই দিছে। মাধৱৰ মনত পৰিল কামাখ্যাৰ কামগন্ধী কুমাৰী পূজা ব্যৱস্থাৰ কথা। এয়া জানো ব্যভিচাৰ নহয়? শঙ্কৰেতো এয়া মিছা কথা কোৱা নাই। তেন্তে? বিভ্ৰান্তিত মাধৱৰ চকু-মুখ ৰঙা পৰিল। মাধৱ নীৰৱে ৰোৱা দেখি শঙ্কৰদেৱে পুনৰ ক'লে—

'হে বুদ্ধিমান, দেৱ-দেৱীসকলৰ স্থিতি অৰ্থহীন বুলি মই কোৱা নাই। বৰঞ্চ সেইসকলৰ প্ৰতি শ্ৰদ্ধাবান হোৱাৰ শিক্ষাহে আমাক ধৰ্মই দিয়ে। মই নিজেও শৰীৰৰ কোন অংগত কোন দেৱতাৰ স্থিতি এই সম্পৰ্কে ভকতসকলক শিক্ষা দিওঁ। শ্ৰেষ্ঠ দেৱতা কৃষ্ণক উপাস্য ৰূপে সেৱা পূজা কৰা মানেই অন্য দেৱতাক অৱমাননা কৰা নুবুজায়। আনহাতে মূলজনক পূজিলে সেই পূজা সকলোৰে পায়। শ্ৰীমদ্ভাগৱতৰ এই শ্লোকটি শুনাচোন —

'যথাতৰোৰ্মূল নিষেচনেন তৃপ্যন্তি তৎস্কন্ধ ভুজোপশাখাঃ
প্ৰাণোপহাৰাচ্চ যথেন্দ্ৰিয়ানাম
তথৈব সৰ্বাচন মুচ্যতেজ্যা।'

'সৃষ্টিৰূপী বৃক্ষজোপাৰ মূল হৈছে পৰম পুৰুষ ভগবান কৃষ্ণ আৰু দেব-দেবীসকল ইয়াৰ ডাল-পাত। মূলত পানী দিলে ডাল-পাত, পত্ৰ-পুষ্প সকলোৰেই তৃপ্ত হয়। ডালে-পাতে ছটিয়ালে কাৰো পুষ্টিসাধন নহ'ব। অন্ন ভুঞ্জিলে অঙ্গ-প্ৰত্যঙ্গ সকলোৰে পৰিপুষ্টি হয়। তাকে নকৰি অঙ্গসমূহত অলঙ্কাৰ পৰিধান কৰিলে দেহৰ পুষ্টি সাধন নহয়। দেবশ্ৰেষ্ঠ কৃষ্ণক পূজিলে সেই পূজা সমস্তই পায়, পৃথকে পূজিলে কোনোৱেই সন্তুষ্ট নহয় বোপা।' বুলি কৈ স্নেহশীতল দৃষ্টিৰে মাধৱলৈ চালে।

কি চুম্বক শক্তি এই দৃষ্টিৰ। কি আকৰ্ষণ এই মধুৰ চাৱনিৰ। তৰ্কত প্ৰবৃত্ত তীক্ষ্ণধী মাধৱৰ দৃষ্টি আৰু ভাৱনা শীত কালৰ নদীৰ নীলা পানীৰ দৰে শাঁত হৈ পৰিল। মাধৱ বহাৰ পৰা উঠি গৈ শঙ্কৰদেৱৰ চৰণ চুই সেৱা জনালে। শাস্ত্ৰবাদৰ অন্ত পৰা দেখি ভকতসকলে সকাহ পাই আনন্দত 'কৃষ্ণ, কৃষ্ণ' উচ্চাৰণ কৰিলে। শঙ্কৰদেৱো অভিভূত হৈ মাধৱৰ বাঞ্ছা সিদ্ধি হ'বলৈ আশীৰ্বাদ দি ক'লে, 'বোপা, তোমাৰ দৰে সত্যসন্ধানী, গুণী-জ্ঞানী যুৱক লগ পাই বৰ সন্তোষ পালোঁ। পিছে সেৱা জনালা, যাবলৈকে উঠিলা নেকি? এঃ, অনেক সময় কথা পাতিয়েই কটালোঁ। সোধ-পোচ কৰাই নহ'ল।'

'বাপ, আহিয়েই বৰভূঞাৰ বিষয় মানি সেৱা জনাইছিলোঁ। এইবাৰ সেৱা জনাই বাপক গুৰু মানি অভয় চৰণত শৰণ ভিক্ষা কৰিছোঁ। এই অভাজনে আপোনাৰ দৰে ঈশ্বৰ পুৰুষৰ লগত তৰ্কবাদ কৰি অনেক অপৰাধ কৰিলোঁ। নিজ গুণে শত অপৰাধ মৰিষণ কৰি শ্ৰীচৰণত ঠাই দিয়ক।' বুলি কৈ মাধৱে তলমূৰ কৰিলে।

'মই বৰ সন্তুষ্ট হ'লোঁ বোপা, তুমি একো অপৰাধ কৰা নাই। তোমাৰ সাহস আৰু সত্যনিষ্ঠা দেখি মই মুগ্ধ। তুমি মোতকৈ বয়সত অনেক গুণে সৰু হ'লেও মই আজি এজন পৰম বান্ধৱ লাভ কৰিলোঁ। মই এক গভীৰ শূন্যতা অনুভৱ কৰি আছিলোঁ। তোমাক পাই আজি মই সম্পূৰ্ণ হ'লোঁ।' এইবুলি গুৰুজনে মাধৱক সাবটি ধৰিলে।

প্ৰেমত আপ্লুত চলচলীয়া চকুৰ পৰা দুটোপাল আনন্দাশ্ৰু মাধৱৰ শিৰত পৰিল। ভক্তিত গদ্‌গদ হৈ মাধৱে বিদায় লৈ ৰামদাসৰ লগত হোকোৰাকুছিলৈ বুলি বাট ল'লে। তেতিয়া বেলি ডুবিবৰ হ'ল।

# দ্বিতীয় খণ্ড

## ছয়

"হে ভকতবান্ধৱসকল! আমি বাস কৰা জগতখনৰ সকলো জীৱৰ প্ৰতি শ্ৰদ্ধা আৰু দায়িত্ববোধ পালন কৰাহে সৃষ্টিৰ ৰহস্য উপলব্ধিৰ সুগম পথ। অন্তৰত অব্যক্ত ঈশ্বৰ হৰিক স্থাপন কৰি ল'ব পৰাটোৱেই অমৰত্ব পথৰ লগত চিনাকি হ'ব পৰাৰ ঘাই উপায়। তাৰ বাবে তপস্যা, যজ্ঞ, ব্ৰত আদি কৰি কষ্ট কৰিব নালাগে। মাথোন 'মুখে বোলা ৰাম হৃদয়ে ধৰা ৰূপ' পবিত্ৰ অন্তৰেৰে হৰিনাম কীৰ্ত্তন কৰি মুক্তিলাভ কৰিব পাৰি।"

নাম-কীৰ্ত্তনৰ অন্তত শঙ্কৰদেৱে ভকতসকলৰ আগত ধৰ্মকথা আলাপ কৰিছে। সমুখত হেঙুল-হাইতালেৰে বোলোৱা বিচিত্ৰ সিংহাসন। জ্বলি থকা ভকতি প্ৰদীপগছিয়ে এক আধ্যাত্মিক পৰিবেশৰ সৃষ্টি কৰিছে। শুভ্ৰ কপাহী ধুতি-চেলেং পিন্ধি গামোচা লৈ শাৰী শাৰীকৈ ভকতসকল বহিছে।

টুপৰ দুৱাৰেদি মাধৱ সোমাই আহি গুৰু আসনলৈ সেৱা জনাই একাষৰীয়াকৈ বহিল আৰু শঙ্কৰদেৱে কোৱা কথাখিনিলৈ কাণ দিলে।

'ধৰ্ম পালনৰ বাবে সন্ন্যাস গ্ৰহণ কৰি গৃহত্যাগ কৰা নাইবা সংসাৰ বৰ্জন কৰাৰ প্ৰয়োজন নাই। প্ৰতিজন লোকে নিজস্ব স্বাভাৱিক জীৱন পদ্ধতিৰে গতি কৰি মানুহৰ প্ৰতি স্নেহ, শ্ৰদ্ধা ৰাখি হৰি চিন্তা কৰিলেহে প্ৰকৃত মানুহ হ'ব পাৰে। ভকতসকল, নিজৰ জ্ঞান-গৰিমা, ধন-সম্পদক লৈ গৰ্ব-অহঙ্কাৰ নকৰিবাহঁক। বিনয় আৰু নম্ৰতাই মানুহক মানুহৰ কাষ চপাই নিয়ে, কিন্তু গৰ্ব আৰু অহমিকাই আমাক ইজনৰ পৰা সিজনক আঁতৰাই আনে।'

শঙ্কৰদেৱৰ শ্ৰীমুখৰ প্ৰতিটো শব্দই মাধৱৰ কৰ্ণপথে হৃদয়ত প্ৰৱেশ কৰি তেওঁৰ অন্তৰ তৰঙ্গায়িত কৰি তুলিলে। শঙ্কৰদেৱে অলপ বৈ কেওফালে বহি থকা ভকতসকলৰ ফালে অমৃত দৃষ্টিৰে নিৰীক্ষণ কৰিলে। হঠাৎ মাধৱৰ চকুৱে চকুৱে পৰাত গুৰুজনৰ ওঁঠেদি এক মৃদু হাঁহি বিৰিঙিল। অলপ পিছতে ভকতসকলক উদ্দেশ্যি ক'লে —

'ভকতসৱ, পৰমপুৰুষৰ কৃপাত এজন পৰম পণ্ডিত, সৎ পুৰুষ আমাৰ মাজলৈ আহিছে, সেইজনেই মাধৱ।'

মাধৱ উঠি আহি সেৱা জনালে। সকলো ভকতে 'মনোকামনা সিদ্ধি হওক' বুলি উচ্চস্বৰে আশীৰ্বাদ দি হৰিধ্বনি কৰিলে। মাধৱ সেই ঠাইতে আঁঠুকাঢ়ি ৰ'ল। শঙ্কৰদেৱে কৈ গ'ল—

'বণ্ডুকাৰ মজিন্দাৰ গোবিন্দগিৰীৰ পুত্ৰ মাধৱ। এও পৰম শাস্ত্ৰজ্ঞ আৰু দৃঢ় মনৰ অধিকাৰী যুৱক। ইতিমধ্যে নীতিগতভাৱে শৰণ লৈ ভকত হৈছে। এনে এজন যুৱকক সংগী ৰূপে, ভকতি পথৰ লগৰীয়া ৰূপে লাভ কৰি আমি সকলোৱেই ধন্য হৈছোঁ।'

উত্তৰত পুৰুষোচিত কণ্ঠেৰে ধীৰে ধীৰে মাধৱে ক'লে, 'হে মোৰ পৰম শ্ৰদ্ধাৰ বাপজনা আৰু ভকত-বৈষ্ণৱসকল। ক'ত জনমৰ সাধনাৰ মূৰত আপোনালোক নৰৰূপী নাৰায়ণক সেৱা জনাবলৈ পাই মই ধন্য হৈছোঁ। পূৰ্বতে আমি ঘোৰ শাক্ত আছিলোঁ। বলি-বিধানেৰে দেৱ-দেৱীৰ পূজা কৰাই ভকতি-মুকুতিৰ একমাত্ৰ পথ বুলি মানি লৈছিলোঁ। বিদ্যাৰ গৰ্বেৰে গৰ্বিত হৈ এই মূঢ়জনে আমাৰে পৰম সুহৃদ ৰামদাসৰ লগত শঙ্কৰ গুৰুৰ ওচৰত বাদ কৰিবলৈ আহিছিলোঁ। অৱশ্যে এইয়াও আমাৰ ওপৰত ভগৱন্তৰ কৃপাহে আছিল। গুৰুজনাৰ যুক্তি তৰ্ক আৰু শাস্ত্ৰজ্ঞানৰ তুলনাত আমি সূৰুযৰ আগত চাকিয়ে কি পোহৰ দিম? হাৰ মানি গুৰুৰ চৰণত শৰণ ভিক্ষা মাগিলোঁ।'

'গুৰুৰ চৰণত শৰণ লৈ মই নতুন জীৱন লাভ কৰিলোঁ আৰু বলিবিধান, মূৰ্তিপূজাৰ অসাৰ্থকতা উপলব্ধি কৰি বৰ্তমান অনাদি অনন্ত নিৰ্গুণ কৃষ্ণত আত্মসমৰ্পণ কৰিলোঁ। আপোনাসৱ সন্ত সমাজৰ মাজত আমাকো ঠাই দিলে এই অধমৰ জীৱন সম্ফল হ'ব।' বুলি থোকাথুকি মাতেৰে মাধৱে পুনৰ সেৱা জনালে।

গৌৰবৰ্ণৰ আকৰ্ষণীয় শ্ৰীযুক্ত ডেকাজনৰ পৌৰুষদীপ্ত অথচ বিনয়ী বচনে সকলো ভকতৰ অন্তৰ চুলে। তেওঁলোকৰ মাজত মৃদু গুঞ্জনৰ সৃষ্টি হ'ল। তেনেতে শঙ্কৰদেৱে মাত দিলত সকলো নিস্তব্ধ হ'ল।

'আপোনালোকৰ আগত মাধৱৰ মনৰ দৃঢ়তা আৰু গভীৰ ভক্তিৰ এটা উদাহৰণ দাঙি ধৰিবলৈ মন গ'ল। দুৰ্গাপূজাৰ কেইদিনমানৰ আগতেহে মাথোঁ মাধৱে শৰণ গ্ৰহণ কৰিছিল। মাধৱে ষষ্ঠীৰ দিনা পুৱা ভাগতে নৈবেদ্যসহ প্ৰসাদ এচৰু লৈ আমাৰ ঠাই পালেহি। আমাৰ শঙ্কা হ'ল। দুৰ্গাপূজাৰ দিনা আগবঢ়োৱা প্ৰসাদ আমি কিদৰে গ্ৰহণ কৰিম? আমাৰ মনৰ কথা ব্যক্ত কৰাত মাধৱে দৃঢ়তাৰে ক'লে, 'যাৰ মনৰ পৰা অন্য দেৱ-দেৱীক সম্পূৰ্ণ বিসৰ্জন দিয়া হ'ল, যিজনৰ মন মানসত কৃষ্ণ বিনে কোনো দেৱতাৰ লেশমানো স্থান নাই, তেনে সেৱকৰ কৃষ্ণাৰ্পিত দ্ৰব্য জানো গ্ৰহণ কৰিব পৰা নাযায় বাপ।'

মাধৱৰ ভক্তিৰ দৃঢ়তা আৰু কৃষ্ণত একান্ত বিশ্বাস দেখি আমি প্ৰসাদ গ্ৰহণ কৰিলোঁ। মাধৱৰ আগমনত সকলো ভকতে সন্তোষ পালে। প্ৰসাদ লৈ সকলো ঘৰাঘৰি গ'ল।

* * *

এনেকৈয়ে ১৪৪৪ শকৰ আহিন মাহৰ সেই পবিত্ৰ মধুৰ দিনটোত দুজন মহান পুৰুষৰ মিলন ঘটিল। মহামিলনৰ মহাতীৰ্থত পৰিণত হ'ল ধুৱাহাট বেলগুৰি থান। সেই দিনৰ পৰা উত্তৰ-পূব ভাৰতৰ ধৰ্ম-সাহিত্য আৰু সংস্কৃতিৰ জগতখন আলোকজ্যোতিৰে উদ্ভাষিত কৰা প্ৰবাদপুৰুষ শঙ্কৰদেৱ মাধৱৰ গুৰু হ'ল আৰু মাধৱ হ'ল শঙ্কৰৰ প্ৰাণৰ বান্ধৱ। ইতিহাস ৰঞ্জিত হ'ল এক নতুন যুগৰ পদধ্বনিৰে।

তেতিয়াৰে পৰা প্ৰতিদিনে প্ৰাতঃকাৰ্য সমাপন কৰি মাধৱে ভাণ্ডাৰীডুবিৰ পৰা গুৰুগৃহলৈ আহে। গুৰুৰ স্নান-পানৰ সকলো সম্ভাৰ যতনাই দি আলপৈচান ধৰে। কীৰ্ত্তন ঘৰত বহি প্ৰসঙ্গৰ অন্তত গুৰুৰ মুখৰ পৰা অমৃতময় শাস্ত্ৰ ব্যাখ্যা শুনে। গুৰুৱে ভোজন কৰাৰ পিছত মুহুদি যোগাৰ কৰি বিশ্ৰামৰ বাবে শয্যা পাৰি দিহে নিজ গৃহলৈ যায়গৈ। ঘৰত ভোজন কৰি ততাতৈয়াকৈ আহি পুনৰ গুৰুক শয্যাতে পায়হি। প্ৰতি দিনে গুৰুৰ ছাঁটোৰ দৰে লাগি থাকি মাধৱ গুৰুসেৱাত ব্ৰতী হ'ল।

শৰতৰ শান্ত শীতল বৰনৈৰ বুকুৰেদি ঋতু আহে, ঋতু যায়। বৰষাৰ ধল আহি মনৰ ক্ষোভ উজাৰে। আকৌ আহে শীত কালৰ নীলা পানীৰ শান্ত-সৌম্য ৰূপ। পাৰ হৈ যায় মাধৱৰ নৱ-জীৱনৰ নৱ প্ৰক্ৰিয়া। মাধৱদেৱ এতিয়া এজন কায়স্থ পণ্ডিতেই নহয়, শঙ্কৰদেৱৰ সান্নিধ্যৰ সোণকাঠিৰ পৰশত মাধৱ হৈ পৰিল কবি মাধৱ, গীতিকাৰ, সুৰকাৰ, সুকণ্ঠী শঙ্কৰৰ প্ৰাণৰ বান্ধৱ মাধৱদেৱ। মাধৱৰ আগমনে শঙ্কৰদেৱক সাহস দিলে, নৱবৈষ্ণৱ ধৰ্মক সাৰ্থক ৰূপত প্ৰচাৰৰ বাবে মনোবল দৃঢ় কৰিলে। বৰনৈয়ে আঁকোৱাল মাৰি থকা নদীদ্বীপ মাজুলীৰ অন্তৰ্বৰ্তী অঞ্চল ধুৱাহাটক কেন্দ্ৰ কৰি প্ৰসাৰিত হ'ল শঙ্কৰদেৱৰ ধৰ্ম আন্দোলন। সুগন্ধী বৈষ্ণৱ বতাহে বৰনৈৰ উত্তৰ-দক্ষিণ পাৰ সুবাসিত কৰি তুলিলে।

এনে এক পৰিৱেশত কোনো ৰাই-ৰুই নোহোৱাকৈ চলি আছে শ্ৰীশঙ্কৰৰ গাৰ্হস্থ্য জীৱন। বুঢ়ীমাক খেৰসূতি কাল হোৱাৰ পিছত তেওঁৰ জীৱনলৈ কালিন্দ্ৰী আহি কম-বেছি পৰিমাণে বুঢ়ীমাকৰ দায়িত্ব কান্ধ পাতি ল'লে। জী-জোঁৱাই মনু আৰু হৰিৰ উপৰিও বৰপুত্ৰ ৰমানন্দ এতিয়া চেমনীয়া ডেকা। কমললোচন আৰু হৰিচৰণো ডাঙৰ হৈ আহিছে। জোনটোৰ দৰে কলাকলাকৈ বাঢ়ি অহা, পেটমোচা কন্যা ৰুক্মিণীজনী দেউতাকৰ আলাসৰ লাডু। মাধৱদেৱো এতিয়া শ্ৰীশঙ্কৰৰ পৰিয়ালৰ অবিচ্ছেদ্য অঙ্গ হৈ পৰিল। পৰিয়ালত কিবা সমস্যা উদ্ভৱ হ'লে তীক্ষ্ণবুদ্ধিৰে মাধৱে তাৰ সহজে সমাধান কৰি দিয়ে।

কালিন্দ্ৰীয়ে আগবঢ়াই দিয়া বঁটাটোৰ পৰা তামোলখন খাই শঙ্কৰদেৱে চ'ৰাত বহি পুথি লিখাত মন দিলে। নিমাত-নিস্তব্ধ পৰিৱেশ। তেনেতে ৰুক্মিণী আহি কাষতে বহিল আৰু হাতৰ টোপোলাটো খুলি আপোন মনে দৰা-কইনা সজাত লাগিল। শঙ্কৰদেৱে কীৰ্ত্তনৰ অধ্যায়টো সামৰি পুথিখন জপাই মূৰ দাঙিয়েই কইনা-দৰা খেলি থকা ৰুক্মিণীক দেখিলে। ৰঙা শেলৰ পাণকটা বহল সৰু কাপোৰখন কঁকালত খোচনি দি পিন্ধি থকা ছোৱালীজনীক সৰগৰ পৰী যেন লাগিছে। পিতাকৰ তাইলৈ বৰ মৰম। মৰমতে তাইক বিষ্ণুপ্ৰিয়া বুলিও মাতে।

'মাজনী, কি কৰিছা?' তাইলৈ চাই হাঁহিমাৰি সুধিলে।

পিতাদেউ চোৱাচোন। এই কইনাজনী ভালনে দৰাটো ভাল— বুলি উঠি গৈ পিতাকৰ কোলাত বহি ফটাকানিৰে সজা দৰা-কইনা দেখুৱালে। পিতাকে তাইক মৰম কৰি 'সঁচাকৈয়ে ধুনীয়া কইনা' বুলি হাঁহি মাৰি পুথিখনলৈ চকু দিলে।

'হাঁহিছা কিয় ?' এইবুলি উঠি গৈ মাকক সুধিলে, 'আই, তুমি কাক ভাল দেখিছা ? দৰাটোক নে কইনাজনীক ?'

কালিন্দ্ৰীয়ে 'মই তোমাৰ কইনাজনীহে ভাল দেখিছোঁ। তাইক লৈ এতিয়া তুমি বাহিৰত খেলাগৈ যোৱা' বুলি কোবাত খিলখিলকৈ হাঁহি 'মোৰ কইনা ধুনীয়া'— বুলি বুলিয়েই বাহিৰলৈ দৌৰ মাৰিলে।

'তাইৰ কাণ্ড দেখিছে? ইমানজনী হ'ল, তাইৰ ল'ৰালি কমক চাৰি দিনক দিনে বাঢ়িছেহে।' কালিন্দ্ৰীয়ে ৰুক্মিণী যোৱাৰ ফালে চাই শঙ্কৰদেৱক ক'লে। তেওঁ একো নকৈ হাঁহিলে আৰু নিজকে কোবাৰ দৰে সেই ফালে চাই ক'লে —

'আজি দেখোন মাধৱ অহাত পলম হৈছে!'

'আপুনি মাধৱৰ কথাকে ভাবি আছে হ'বলা ? কিবা অসুবিধা হৈছে চাগৈ। সেয়ে দেৰি হৈছে। পাবহি এতিয়া।' কালিন্দ্ৰীৰ কথা শেষ নৌহওঁতেই ৰুক্মিণী ল'ৰি আহি পিতাকৰ সোঁহাতৰ আঙুলিত ধৰি ক'লে, পিতা আহাঁ। বেগাই আহাঁ।'

'কোনফালে মাজনী ?' পিতাকে সুধিলে।

'সুধিছাহে ? তোমাৰ মাধৱ বান্ধৱ আহি ৰৈ আছেহি। বেগেতে আহাঁ।' মাকে স্বামীৰ ফালে চাই মিচিকিয়াই হাঁহিলে। শঙ্কৰদেৱ আগবাঢ়ি গৈ ৰুক্মিণীক কোলাত লৈ ক'লে, 'মাধৱ যে মোৰ পৰম বান্ধৱ এই কথা তুমি কেনেকৈ জানিলা ?' বুলি জীয়েকক চুমা খাই কোলাৰ পৰা নমাই দিলে। তাই পুনৰ চ'ৰালৈ লৰ মাৰিলে।

'শুনিছানে ৰমানন্দৰ মাক। তোমাৰ দুহিত্ৰীয়ে মাধৱৰ মোল বুজি পাইছে। ধন্যা মোৰ আইজনী। এনে কন্যা জন্ম দিয়া মাতৃও ধন্যা।' বুলি খৰমজোৰ পিন্ধি শঙ্কৰদেৱ চৰালৈ গ'ল।

ৰুক্মিণীৰ অন্তৰাত্মাই ঠিকেই ধৰিছে। সুবৰ্ণ আৰু কুণ্ডল দেখাত পৃথক হ'লেও দুয়োটাই একেই সোণ। গুৰুৰ সান্নিধ্য আৰু সেৱাৰ মাজত মাধৱে অনিৰ্বচনীয় আনন্দ আৰু সুখ লাভ কৰিলে। গুৰুজনাৰ পাৰ হৈ যোৱা জীৱন সম্পৰ্কে তেওঁ জানিবলৈ উৎসুক হৈ ৰামৰাম গুৰুক প্ৰাৰ্থনা কৰিলে। বাল্য বন্ধু ৰামৰাম গুৰুৱে শঙ্কৰদেৱৰ পাৰ হৈ যোৱা কৰ্মৰ বহল জীৱন বৃত্তান্ত মাধৱৰ আগত দাঙি ধৰিলে। মহেন্দ্ৰ কন্দলিৰ ছাত্ৰশালত ওজা ছাত্ৰ হোৱাৰে পৰা ভূঞা ৰাজ্যৰ শিৰোমণি ভূঞা হোৱালৈকে ৰাজপদ আৰু ক্ষমতা জলাঞ্জলি দি সাধাৰণ মানুহৰ মংগলৰ কাৰণে যাযাবৰী জীৱন আদৰি লোৱা, উচ্চ-নীচ সকলোৰে মাজত ধৰ্মৰ বাণী বিলাই দি মানৱ মনৰ উত্তৰণ ঘটাবলৈ শঙ্কৰদেৱে চলোৱা জীৱন যোৱা সাধনাৰ কথা ৰামৰামে মুকলিলৈ ব্যক্ত কৰিলে। সমস্ত বৃত্তান্ত শুনি মাধৱ বিস্ময়াভিভূত হৈ পৰিল।

কছাৰীৰ আক্ৰমণত ঘৰদোৱা এৰি বৌতা, কোমোৰাকটাত থাকি কোচৰ আক্ৰমণৰ ভয়ত আহিল গাংমৌলৈ। সেই কালৰ চুতীয়া ৰজাৰ শাসিত গাংমৌত কেইটামান বছৰ শান্তিৰে কটালে। তেওঁৰ লগত আছিল কেঁচুৱা কালৰে পৰা বটবৃক্ষৰ দৰে ছাঁ দি থকা বৃদ্ধ

ককাকদ্বয় জয়ন্ত আৰু মাধৱ ভূঞা আৰু তেওঁৰ পৰিয়ালবৰ্গসহ ভকত-বৈষ্ণৱসকল। য'লৈকে যায় ত'তে শঙ্কৰদেৱে নতুন সৃষ্টিৰ পাতনি মেলে। গাংমৌত থাকোঁতেও তাৰাই অনেক গীত-পদ ৰচনা কৰি ধৰ্ম বিলালে। তাতেই দুয়োজনা পিতামহৰ কাল হোৱাত শঙ্কৰদেৱৰ বংশৰ এটা পুৰুষৰ অন্ত পৰিল। তাৰ পৰা আহি পালেহি মাজুলীৰ বিস্তৃত উৰ্বৰা ভূমিখণ্ড ধুৱাহাট।

ৰামৰামৰ মুখৰ পৰা গুৰুজনাৰ কৰ্ম জীৱনৰ সমস্ত বৃত্তান্ত শুনাৰে পৰা মাধৱৰ কৌতূহল বৃদ্ধি পালে। তিনিকুৰি তেৰ বছৰীয়া অদম্য শক্তিৰ পুৰুষজনৰ পৰা মানৱ সমাজে পাবলগীয়া বহুত আছে। এনে হেন পুৰুষজনৰ সেৱা-শুশ্ৰূষা কৰাতকৈ তেওঁৰ বাবে আৰু একো মহৎ কাম হ'ব নোৱাৰে। ভক্তিধৰ্ম সাধনৰ লগে লগে গুৰুসেৱা কৰি তেওঁৰ জীৱনৰ বাকীছোৱা কাল কটাব বুলি মাধৱদেৱে কৃতসংকল্প হ'ল। মাধৱৰ গুৰুভক্তি আৰু সেৱাৰ স্পৃহা দেখি ভকত সমাজে তবধ মানিলে। দিনটো গুৰুৰ সেৱা-শুশ্ৰূষাত লাগি থাকি ৰাতিৰ ভোজনৰ অন্তত ভৰিত তেল ঘঁহি গাত কাপোৰ জাপি দি সেৱা জনাই ঘৰলৈ গৈ ৰান্ধি-বাঢ়ি খাই শয্যাত পৰে।

শঙ্কৰদেৱে এদিন মাধৱৰ তেজাল সদাসন্তুষ্ট মুখখনলৈ চাই ক'লে, 'মাধৱ, কাহিলি পুৱাতে উঠি প্ৰাতঃকৃত্য কৰি ভাণ্ডাৰীডুবিৰ পৰা ধুৱাহাটলৈ আহোঁতে তোমাৰ বৰ কষ্ট হয়। আয়েৰা আছে, সৰ্বজয় আৰু চন্দৰীয়েও ইটো-সিটো কৰিব পাৰে। গতিকে তুমি ধীৰে-সুস্থিৰে অলপ সকাহ লৈ কীৰ্ত্তন পোৱাকৈ আহিলেই হ'ব।' তেনেতে গুৰু পত্নীয়েও মাত দিলে, 'পিতাকে ঠিকেই কৈছে। মাধৱ বোপাই নিজৰ শৰীৰৰ কষ্টলৈও চাব লাগে। আমিও আছোঁ নহয়, অলপ পলমকৈ আহিলেও হ'ব।'

তলমূৰকৈ শুনি থকা মাধৱে মাত লগালে, 'কথা শুনি বৰ সন্তোষ পাইছোঁ। পিছে, বাপজনা আৰু আইমাতৃয়ে আমাৰ সুখ দেখি দুখ পোৱাতহে নিৰাশ হৈছোঁ।'

'তোমাৰ সুখ দেখি আমি বেয়া পালোঁ? কেনেকৈ?' কালিন্দ্ৰী আয়ে আশ্চৰ্য প্ৰকাশ কৰি সুধিলে। শঙ্কৰদেৱে মৃদু হাঁহিৰে মাধৱলৈ চালে।

'এই অভাজনে গুৰুৰ সেৱাত যি আনন্দ লাভ কৰোঁ, তাৰ তুলনাত মোৰ দৈহিক কষ্ট তেনেই নগণ্য। পিতৃতুল্য মোৰ গুৰুক এইকণ সেৱা কৰাৰ সৌভাগ্যৰ পৰা এই মূঢ়ক বঞ্চিত কৰিছে কিয়?'

মাধৱৰ কথা শুনি গুৰুপত্নীয়ে হাঁহিলে। শঙ্কৰদেৱে 'বাকচতুৰ মোৰ বঢ়াৰ পোক কথাৰে বা কামেৰে কোনে কি কৈ সাৰিব?' বুলি খলখলাই হাঁহি মাৰিলে।

প্ৰকৃতিৰ দুৰ্নিবাৰ গতিত সুৰতে সুৰ মিলাই গতি কৰিছে ধুৱাহাটৰ জনজীৱন। ধীৰে ধীৰে সেই গতিতেই পণ্ডিত মাধৱ গীতিকাৰ, সুৰকাৰ, ভক্ত কবিলৈ ৰূপান্তৰিত হৈ ভকতি সাগৰত অৱগাহন কৰিবলৈ আগবাঢ়ি গৈ আছে। চাৰিকুৰি বছৰীয়া ডেকা শঙ্কৰৰ মনত আনন্দ। এজাক মধুৰ মোহন বতাহে কঁপাই তুলিছে বৰলুইতৰ দুইটিপাৰ।

তেওঁৰ প্ৰাণৰ বান্ধৱ মাধৱৰ আগমনে সেই বতাহজাক অধিক সুবাসিত, সুগন্ধিত কৰি তুলিছে।

* * *

শৰতৰ শেৱালি ফুলা বতৰ। কীৰ্ত্তনৰ অন্তত শঙ্কৰদেৱ নিজ গৃহলৈ আহি চ'ৰাঘৰত বহিছে। তেনেতে গুৰুপত্নী কালিন্দ্ৰী ওলাই আহি শঙ্কৰদেৱক ক'লে—

'আপুনি কথাটো মন কৰিছেনে? কালি মাধৱ ইয়াৰ পৰা যাওঁতে বিয়লি হ'ল আৰু দেখোন অলপ পৰ পিছতে আহি পালেহিয়েই। চাউল নিসিজালে যেনহে পাইছোঁ। ক'বচোন আজি আমাৰ ইয়াতে চাউল ল'বলৈ।'

মাধৱৰ আচাৰ-আচৰণ আৰু স্বভাৱ দেখি গুৰুপত্নী মুগ্ধ। মাধৱলৈ তেওঁৰ বৰ মৰম। তলে তলে এটা বাসনাও মনলৈ আহিছে। কন্যা ৰুক্মিণী দিনকদিনে দ্বিতীয়াৰ জোনটো বঢ়াদি বাঢ়ি আহিছে। আজি বাদে কাইলৈ বিবাহযোগ্যা হ'ব। এনেহেন গুণী-জ্ঞানী, সভাগুৱনি ডেকালৈ ৰুক্মিণীক দিব পাৰিলে তাই ধন্যা হ'ব আৰু তেওঁলোকৰো কন্যাদান সম্ফল হ'ব।' কালিন্দ্ৰী আই ভাৱত বিভোৰ হৈ থাকোঁতেই মাধৱে গুৰুৰ ভোজনৰ বাবে কাঁহী-বাটি যতনাই, বঁটাত মুহুদি সজাই থৈ আহি চ'ৰাত বহিলহি।

'বোপা, কালি বিয়লি গ'লা। চাউল সিজোৱা হ'লনে নহ'ল?'

'নহ'ল বাপ। ফল-মূল আদি উদৰ ভৰাই খাই আমি পৰম সন্তুষ্ট হ'লোঁ। সেই কথা বা কিয় সুধিব লগা হ'ল?'

মাধৱৰ কথা শুনি গুৰুৱে দুখ পালে।

'বোপা, ডেকা মানুহ লঘোণে থকা বেয়া কথা। ধৰ্ম ধৰিবৰ বাবে দেহো সুগঠিত কৰি ৰাখিব লাগে। নিয়মিতভাৱে আহাৰ নল'লে সেয়া কিদৰে সম্ভৱ হয়? আহিন মহীয়া দিন। আজিও পলম হ'ল। গতিকে আজিৰ সাজ আমাৰ গৃহতে লোৱা হওক। ৰামানন্দৰ মাকেও আশা কৰিছে।'

শঙ্কৰদেৱৰ কথা শুনি মাধৱে হাঁহি মাৰি 'গুৰুৰ ঘৰৰ প্ৰসাদ ল'বলৈ পোৱাটো আমাৰ পৰম ভাগ্য। তেতিয়াহ'লে ৰান্ধনি ঘৰত আই গোসাঁনীক অলপ সহায় কৰি দিওঁগৈ' বুলি গৈ মাধৱ বৰঘৰেদি গৈ ৰান্ধনিঘৰ পালেগৈ। ৰান্ধনিঘৰৰ চুকলৈ মাধৱৰ চকু গ'ল। তেওঁ নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰা হ'ল। ঘৰটোৰ চুকত ভেটি বান্ধি ঘট পাতি আমদালি আৰু এবাঁ সূতা দি থৈছে। আগলি কলপাতত কেইপাহমান ৰঙা ফুল, কোষা-অৰ্ঘ্য আৰু এগছি টিমিক-ঢামাককৈ চাকি জ্বলি আছে। অলপ আগতে সেই ঠাইতে নিত্য পূজা কৰাৰ চিন স্পষ্ট।

'আই মাতৃ, মই এইবোৰ কি দেখিছোঁ?'

'বাপা, তুমিনো সেইবোৰ কেলেই চাই ফুৰিছা? ঘৰত চাৰিটা ছৱাল আছে। সিহঁতৰ মঙ্গলৰ কাৰণে বিঘ্নেশ্বৰক নিতৌ পূজা এভাগ দিওঁ। মোৰনো আৰু কি কথা থাকিব পাৰে?'

'আইমাতৃ, আপুনি আপোনাৰ স্বামীক আজিলৈকে চিনি নাপালে? যিজনাই ধৰ্মৰ বাণীৰে অগণন লোকক জীৱ তাৰণৰ উপায় দেখুৱাইছে, যিজনাৰ ধৰ্মত দেৱশ্ৰেষ্ঠ কৃষ্ণত বাদে অন্যান্য দেৱ-দেৱীৰ পূজা-পাতল অসাৰ্থক বুলি মানি লৈ কৃষ্ণ নাম শ্ৰৱণ-কীৰ্ত্তনকে মুখ্য পদ বুলি দেখুওৱা হৈছে, তেনে মহাপুৰুষৰ পত্নী হৈ গোপনে ঘট-পট পাতি পূজা কৰি তাৰাৰ মতৰ বিপৰীতে গৈছে। ইয়াতকৈ দুখৰ কথা আৰু কি থাকিব পাৰে আই?'

কালিন্দ্ৰী আয়ে থতমত খাই কি কৰোঁ, কি নকৰোঁ লগালে। মাধৱদেৱে ঘট-পট সোপাকে ভাঙি গোটাই লৈ কলাকটা নৈত উটুৱাই দিলেগৈ। কাম সমাপ্ত কৰি স্নান কৰি মাধৱ গুৰুপত্নীৰ ওচৰলৈ আহি প্ৰণাম জনাই ক'লে— 'আইমাতৃ, পুত্ৰৰ দোষ ক্ষমা কৰক। এতিয়া বাৰু আপোনাৰ মনৰ খোকোজা আঁতৰিলনে?'

'বোপা, তুমিহে মোৰ জ্ঞানচকু মোকোলাই দিলা। ইমান দিনে স্বামীৰ ওচৰত মই ডাঙৰ অপৰাধ কৰি আছিলোঁ। দহোকুৰি, সেইবোৰ আৰু নধৰিবা বাপু।' বুলি মাধৱৰ হাতত ধৰি চকুলো মোহাৰিলে।

'মই ইমানৰ যোগ্য নহওঁ, আইমাতৃ। মোক ক্ষমা কৰি এতিয়া চৰু-হাড়ি ধুই চাউল সিজাওক। আমি সকলোৱে উদৰ পূৰি ভোজন কৰিম।'

মাধৱৰ কথাত কালিন্দ্ৰী আই আশ্বস্ত হৈ চাউল সিজালে। শঙ্কৰ-মাধৱ দুয়োজনে আহাৰ গ্ৰহণ কৰিলে। কথাবোৰ কাণত পৰাত শঙ্কৰদেৱ সন্তুষ্ট হৈ মাধৱৰ প্ৰশংসাত পঞ্চমুখ হ'ল।

আজিকালি দিনটোৰ সৰহখিনি সময়েই শঙ্কৰদেৱে অধ্যয়ন, পুথি ৰচনাত মগ্ন হৈ থাকে। নাম লগোৱা, পাঠক, দেউৰী-বিলনীয়া আদিয়ে ভাগে ভাগে নামঘৰ, ভঁৰালঘৰ, হাটীৰ কাম সুচাৰুৰূপে সমাধা কৰে। নামৰ অন্তত দিনৌ গুৰুৱে শাস্ত্ৰ ব্যাখ্যা কৰে। মাধৱদেৱ, ৰামৰাম গুৰু-আদিয়ে অংশ লয়। কেতিয়াবা ভকতৰ মাজত ঠোঁটা-মোজাও লাগে। সেইবোৰ ভাঙৰলৈ মাধৱে আগভাগ ল'বলগা হয়। কোনোৱে উচ্চবাচ্য কৰি বঢ়া বচন বুলিলে, অনীতিগত কাম কৰিলে বা ধৰ্মীয় আদৰ্শ ভঙ্গ কৰিলে গুৰু আসনৰ আগত দণ্ড ভৰিবলগীয়া হয়।

ঘৰ-সংসাৰলৈ চকু দিবলৈ শঙ্কৰদেৱৰ সময় নাই। জোঁৱায়েক হৰিয়ে সকলো চম্ভালে। দাসীৰ স্থানত থাকিলেও অন্যতম গৃহকৰ্ত্ৰী চন্দৰী লাহে লাহে বুঢ়ী হৈ আহিল। আগৰ শিৰোমণি ভূঞাৰ ঘৰ-ভৰা লগুৱা-লিকচৌ এতিয়া নাই। ধান-মাহ, গৰু-গাই যি আছে ধৱজা আৰু বনৰাই তদাৰক কৰে। গুৰুগৃহত কেতিয়াবা কিবা সমস্যা উদ্ভৱ হ'লে মাধৱদেৱে স্বতঃস্ফূৰ্তভাৱে সেই সমস্যা সমাধানৰ ব্যৱস্থা কৰে।

সেইদিনা পুৱাতে চন্দৰীয়ে জলপানৰ কাৰণে বৰা ধান সিজাইছে। বৰাধানৰ কোমল চাউলকেইটা শঙ্কৰ-মাধৱ দুয়োৰে প্ৰিয় খাদ্য। দিব-থ'বলৈও সহজ। সিজা ধানবোৰ ঢাৰিত মেলি দি চন্দৰী ভিতৰ সোমাবলৈ পালেহে ক'ৰবাৰ পৰা বলধ গৰু এটা আহি ধানবোৰ খাই মহতিয়াই পেলালে। চন্দৰীয়ে উপায় নাপাই 'হেই হেই' কৰি চিঞৰ-বাখৰ লগালে। চিঞৰ-বাখৰ শুনি কালিন্দ্ৰী আই ওলাই আহি ধানবোৰ নষ্ট কৰা দেখি খণ্ডত 'চোৰৰ গৰু, ধানবোৰ তেনেই সৰ্বনাশ কৰিলি' বুলি চিঞৰি চিঞৰি এচাৰি এদালেৰে গৰুটো খেদি দিলে। সেই সময়ত শঙ্কৰদেৱ চ'ৰাত বহি মাধৱদেৱৰ লগত কিবা কথা আলোচনা কৰি আছিল। হাই-উৰুমি শুনি সেইফালে কাণ দিওঁতে পৰিবাৰে কোৱা কথাষাৰ শুনিলে। শঙ্কৰদেৱৰ খং উঠিল।

'মাধৱ, শুনিছানে? গৰুটোৱে ধান খালতে ঘৰৰ গৃহিণীয়েই মোক চোৰ বুলি উপলুণ্ডা কৰিছে। ইমান সাহ।'

গুৰুৰ খং উঠা দেখি মূৰটো খজুৱাই মাধৱে মাত লগালে। 'এ বাপ, একো দোষ লগোৱা কথা কোৱা নাই। মই জনাত বাপজনাৰ বুজাতহে খেলি-মেলি হৈছে। তাহানিৰ সেই গকুলৰ কথা পাহৰি গ'ল নেকি? গকুলত কৃষ্ণ গোসাঁয়ে গোপীৰ ঘৰত লৱণু চুৰ কৰি ফুৰা নাছিল জানো? আইমাতৃৰ বাবে আপুনি সেইজনেই নহয় জানো?'

সময়ৰ শৰপাত জোৰে-জোখাই পৰিল। নাকটো মোহাৰি বুদ্ধিটো উলিওৱা মাধৱৰ কথা শুনি শঙ্কৰদেৱৰ খং ক'ৰবালৈ গ'ল। হাঁহি মাৰি ক'লে, 'মইনো তোমাক এনেয়ে 'বঢ়াৰ পো' নাম দিওঁনে? কথা ৰসত কোনে জিনিব তোমাক?'

অলপ পৰ ৰৈ মাধৱে লাহে লাহে মাত লগালে, 'বাপ, লেঠা এটা লাগিল, তাকে নিবেদন কৰিবলৈ বিচাৰিছোঁ। আজ্ঞা দিব লাগে।'

'কোৱা, কোৱা। মোৰ মাধৱ বান্ধৱেনো মোৰ আগত কথা ক'বলৈ সংকোচ কৰিব লাগেনে?'

'বাপ, শ্ৰীচৰণৰ পৰাই শিকিলোঁ বোলে ক্ৰোধ সম ৰিপু সংসাৰত নাই। তেনে ৰিপু বাপৰ শৰীৰত পশিল। ছেঃ, এতিয়া কি কৰা যায়?' মূৰ খজুৱাই মাধৱে ক'লে।

'তাৰ মানে স্নান কৰিব লগা হ'ল?' এইবুলি পৰম সন্তুষ্ট মনেৰে মাধৱৰ ফালে চাই হাঁহি মাৰি উঠি গৈ স্নান কৰিলেগৈ।

শৈশৱ অতিক্ৰমী ৰুক্মিণীজনী লাহে লাহে পাটগাভৰু হ'ল। বহল চকু, সুগঢ়িত নাক, জোন যেন উজ্জ্বল মুখ আৰু লাহী গাটিৰে ছোৱালীজনী চালে চাই থাকোঁ যেন লাগে। পদুমৰ কলিটিৰ দৰে নব প্ৰস্ফুটিত যৌৱনৰ মনোৰম শোভাই তাইৰ ৰূপতে ৰহন চৰাইছে।

মাধৱদেৱে ৰুক্মিণীক বৰ মৰম কৰে। এনে হেন ধুনীয়া ছোৱালীজনীক কোনেনো মৰম নকৰাকৈ থাকিব পাৰে? সেই সিদিনালৈকে ৰুক্মিণীয়ে মাধৱক হাতত ধৰি টানি নি ফুলনি পোৱাইগৈ। 'পখিলাবোৰে কিয় ফুলত পৰি ভাল পায়? চৰাইবোৰ ইমান ধুনীয়া

কিয়' আদি নানা প্ৰশ্ন সুধি মাধৱক ব্যতিব্যস্ত কৰে। তজবজীয়া ছোৱালীজনীৰ মধুৰ সঙ্গ মাধৱৰো কাম্য। মৰমত মাধৱৰ অন্তৰ ভৰি যায়।

কিন্তু মাধৱৰ এই প্ৰেম কায়িক বাসনাহীন নিৰ্মল, পবিত্ৰ প্ৰেম। বাৎসল্য ৰসিক মাধৱৰ কৃষ্ণ-যশোদাৰ প্ৰেমৰ দৰে। আজি অলপ দিনৰ পৰা মাধৱে মন কৰিছে ৰুক্মিণীৰ চাৱনিত কিবা লাজ লাজ ভাব। মাধৱৰ ওচৰত তাই যেন আগৰ দৰে সহজ হ'ব নোৱাৰে। কিন্তু কিয়?

শৰীৰৰ গঢ়-গতি সলনি হোৱাৰ লগে লগে ৰুক্মিণীৰ মনৰ গতিও কিছু সলনি হৈছে। মাকে গঢ়াই দিয়া গলমণিধাৰ ডিঙিত পিন্ধি দাপোণত মুখ চাই আপোনাৰ ৰূপতে আপুনি মোহিত হৈ তাই মিচিকিয়াই হাঁহে। মাধৱলৈ তাইৰো বৰ মৰম। লাহে লাহে মৰমবোৰ যেন প্ৰেমানুভূতিলৈ পৰিৱৰ্তিত হৈছে। মাধৱৰ দৰে যুৱকে গাভৰুৰ মন আকৰ্ষণ কৰাটো স্বাভাৱিক কথা। নাৰায়ণপুৰ আৰু ঘাঘৰৰ পাৰতো অনেক যুৱতী মাধৱৰ প্ৰতি আকৰ্ষিত হৈ ওচৰ চাপি আহিবলৈ সুবিধা বিচাৰিছিল। কিন্তু মাধৱ আছিল নিৰ্বিকাৰ। তেওঁৰ মতি-গতি দেখি দুজনীমানে ঠেলা মাৰি কৈছিলেই বোলে মানুহটো তেজ-মঙহেৰে গঢ়া হ'লেও মনটো শিল।

পাটগাভৰু ৰুক্মিণীৰো মাধৱলৈ আকৰ্ষণ বাঢ়িছে। মাধৱ অহালৈ আঁৰৰ পৰা বাট চাই থাকে। আহি পালে তাইৰ দেহ-মন পুলকিত হয়। মাধৱৰ পুৰুষসুলভ চেহেৰা আৰু কণ্ঠই তাইৰ হিয়াত কঁপনি তোলে। মাতৃ কালিন্দ্ৰীয়ে কথাটো মন নকৰাকৈ থকা নাই। মনে মনে তেওঁ সন্তুষ্ট। সুন্দৰী কন্যাৰ সঘন সান্নিধ্যই মাধৱৰ ডেকা মন কোমলাব বুলি ভাবি কালিন্দ্ৰীয়ে সাধাৰণ মাকহঁতৰ দৰেই জীয়েকৰ হতুৱাই মাধৱৰ লাচনি-পাচনি কৰায়। মাকৰ মনত ভয়, সময়মতে কন্যা যোগ্য বৰত সমৰ্পণ কৰিব নোৱাৰিলে লোকে কি বুলিব? মাধৱৰ দৰে গুণৰ মাণিক দৰা এটা পাবলৈ ভাগ্য লাগিব। কথাটো কালিন্দ্ৰীয়ে সুবিধা পালেই স্বামীৰ আগত শুনায়।

কালিন্দ্ৰী আই তাঁতশালত বহিছে। স্বামীৰ কাৰণে মুগা সূতাৰ দীঘ দি পাট বাণীয়া চুৰিয়া এযুতি লগাইছে। তাৰে দুখনত গুণা ফুল বাচি কাষৰিত চৰাইনখীয়া কেচ বাচি চেলেং দুখনো কৰাৰ মানস। ছোৱালীৰ বিয়া-বাৰু হ'লে লাগিব। খৰমৰ খটক্ খটক্ শব্দ শুনি ফুল বাচি থকাৰে পৰা আয়ে মূৰ তুলি চালে।

'হে'ৰা ৰামানন্দৰ মাক, শুনাচোন শুনা।' গিৰিয়েকে মতা শুনি তাঁতৰ পাটৰ পৰা উঠি 'কিবা কৈছিল নেকি মতা যেন শুনিছিলোঁ' বুলি ওৰণিখন টানি লৈ শঙ্কৰদেৱৰ ওচৰ পালেহি।

'মাধৱৰ কাণ্ড দেখিছা?' শঙ্কৰদেৱে ক'লে।

'মাধৱেনো কি জগৰ লগালে?' আয়ে সুধিলে।

'জগৰৰ কথা নহয়। সেইযে যোগধৰ বিলৰ কাষত ধ্বজাই সৰিয়হডৰা সিঁচিছিল, কালি খবৰ পালোঁ বোলে সৰিয়হডৰা পকি তাতে সৰি-জহি গ'ল। লৰালৰিকৈ নুতুলিলে

তাতেই জাহ যাব। মানুহো লাগে সৰহকৈ, কি কৰা যায়?' বুলি ভাবি-গুণী থাকোঁতে মাধৱ পালেহি। কথাৰ গম লৈ 'বাপ আপুনি সেই চিন্তা আমালৈকে এৰক। কিবা এটা ব্যৱস্থা কৰিব পৰা যাব নেকি চাওঁ' বুলি কোৱাত মই মনে মনে ৰ'লোঁ।'

'পিছে, কি হ'ল?' একো নুবুজি পৰিবাৰে সুধিলে।

'আহাঁ, মোৰ লগত, কি হ'ল চোৱাহি।' এইবুলি ভঁৰালৰ কাষৰ চালিখনলৈ পৰিবাৰক মাতি নি দেখুৱালে, 'এইবোৰ চোৱা'।

'অ' গোসাঁই ৰাতিটোৰ ভিতৰতে ইমানবোৰ সৰিয়হ ক'ৰপৰা আহিল?' কালিন্দ্ৰী আই আচৰিত হৈ ধ্বজাক মাতি কথাটো কি হ'ল সুধিলে।

'এ আই মাতৃ, কালি মাধৱ আতাই বোলে কেইটামান ডাঙৰ কাঠৰ টুকুৰা আৰু বাঁহখৰি গোটাই' যোগধাৰী বিলৰ কাষলৈ নিব লাগে। আমি আটায়ে গৈ বিলৰ পাৰত মেজি জ্বলোৱাদি দপ্‌দপকৈঁ জুই একুৰা ধৰি ফুৰাবলৈ ধৰিলোঁ। কালি বতৰটোও গোমা আছিল। বিলত দহ কি বাৰটা মানুহে মাছ মাৰি আছিল। পুহমহীয়া সেমেকা বতৰত পানীত নামি থকা মানুহকেইটাৰ কঁপনি উঠিল। জাল-জাকৈ সামৰি পানীৰ পৰা উঠি আহি জুইৰ কাষ পালেহি। মাধৱ আতাই বোলে, 'বোপাহঁত, হাত-ভৰি সেকি লোৱা। 'অমৃতো শিশিৰে বহ্নি'। পুহ মাহৰ জাৰত জুইকুৰাতকৈ আৰু অমৃত কি আছে?' এইবুলি গোটেই মখাকে মাহচাউল খাবলৈ দিলে। গুৱা-পাণ কাটি তাকো এখনকৈ দিলে। সিহঁতে ভবাই নাছিল যে মাধৱ আতাৰ দৰে গুণী-জ্ঞানী লোকজনে সিহঁতৰ দৰে মাছমৰীয়াহঁতৰ লগত এনে আপোনভাৱ কৰিব, কথা-বাৰ্তা পাতিব। তেওঁলোকে বৰ তৃপ্তি পালে। শীতকালৰ জুইৰ সোৱাদতকৈ মাধৱৰ আপোনভাৱ আৰু চেনেহৰ তাপেহে সিহঁতৰ হৃদয় গলালে। তাৰে এজনে আতালৈ চাই ক'লে— 'আপুনি আমাক যি সুখ দিলে যমৰ ঘৰলৈ যোৱালৈকে নাপাহৰোঁ। পিছে আমিও কিবা এটা কৰি দিবলৈ পোৱা হ'লে ভাল পালোঁহেঁতেন।'

'মোৰনো অঘৰী মানুহৰ কি কাম থাকিব পাৰে? অৱশ্যে আমাৰ গুৰুৰ সৰিয়হডৰা পকি-সৰি যোৱা দেখি দুখ পাইছোঁ। হাতে-পাতে ধৰি তুলি দিব পাৰিলে বৰ সন্তোষ পাম।'

মাধৱদেৱে কথাষাৰ ক'বলৈহে পালে, 'ঐ উঠহঁক' বুলি দলে-বলে সৰিয়হ তুলিবলৈ লাগিল। মাধৱদেৱে হৰিধ্বনি কৰিলে। ধ্বজা আৰু লগৰকেইজনে দোহাৰিলে। চকুৰ পলকতে সৰিয়হ তোলা শেষ হ'ল। বান্ধি-কুন্ধি গোটেইবোৰ আহি ইয়াত পেলাই থৈ গ'লহি।'

'দেখিলা, মাধৱৰ গুণ' কৈ কৈ পৰিবাৰৰ লগত চ'ৰালৈ আগবাঢ়িল। পাৰি থোৱা ঢাৰিখনতে শঙ্কৰদেৱ বহিল। আই ওচৰ চাপি বহি লাহে লাহে সুধিলে—

'হেৰি নহয়, আপুনি কথাটো উলিয়াইছিল নেকি?'

'কি কথাটো?' শঙ্কৰদেৱে সুধিলে।

আমাৰ ৰুক্মিণী আপীক মাধৱলৈ বিয়া দিয়াৰ কথাটো। এনে গুণাকৰ জোঁৱাই এটি পোৱাতো কম ভাগ্যৰ কথা হ'বনে? আপুনি ক'লে তেওঁ সন্মত হ'ব।'

'তোমাৰ মনৰভাৱ মই বুজিছোঁ। আজি বাৰু কথাটো কাণ চোৱাম। সম্মত হ'ব যে আশা নাই।' উদ্বেগহীনভাৱে শঙ্কৰে ক'লে।

'সম্মত হয় নহয় পিছৰ কথা। কৈ চাওকচোন। মই যাওঁ। ৰন্ধা-বঢ়াৰ কাম সোপাকে আছে'— বুলি আই লৰালৰিকৈ ভিতৰলৈ গ'ল। মাধৱ আহি নামপ্ৰসঙ্গ, শাস্ত্ৰ পাঠৰ অন্তত গুৰুৰ আলপৈচান ধৰি যাবলৈ ওলাই সেৱা জনাওঁতে শঙ্কৰদেৱে তেওঁৰ মুখলৈ চাই সুধিলে।—

'বঢ়াৰ পো, কথা এষাৰি সুধিবলৈ আছে। পৰিবাৰেও কৈ আছে। ৰাখানে নাৰাখা নাজানো। এতিয়াই কওঁ বুলি ভাবিছোঁ।'

তীক্ষ্ণধী মাধৱে গুৰুৰ মনৰ কথা বুজিব পাৰি তলমূৰকৈ লাহে লাহে ক'লে—

'বাপ, যিটি কথা সোধোঁ বুলি মনতে ভাবিছে সেইটি কথা নুসুধিব। সজ উত্তৰ নাপাব। তাত বাদে অধমক যি আজ্ঞা কৰে শিৰ পাতি ল'ম।'

'বাপু, গড় বান্ধি যুঁজিলে শত্ৰুৰ আক্ৰমণৰ পৰা সহজে ৰক্ষা পাব পাৰি। সেয়েহে গড় বান্ধি যুঁজিবলৈ তোমাক ক'ব খুজিছোঁ।'

অতি বিনম্ৰ ভাৱেৰে অথচ তেজস্বী ভাষাৰে মাধৱে ক'লে — 'বাপ ঈশ্বৰ, গড় বান্ধি যুঁজিলে ৰথী, আৰু যিসকলে গড় নবন্ধাকৈ যুদ্ধ কৰিব পাৰে তেওঁলোকে মহাৰথী নাম পায়।'

মাধৱৰ আত্মবিশ্বাস আৰু সাহস দেখি বিস্ময় মানিলেও শঙ্কৰদেৱ কিছু ক্ষুণ্ণ হ'ল। টান মাতেৰে সুধিলে, 'তুমি কাৰ সাহসত এনে কথা কৈছা?'

উপস্থিত বুদ্ধিসম্পন্ন মাধৱে কৰযোৰে ক'লে, 'বাপ, আপোনাৰ শ্ৰীচৰণৰ সেৱাৰ বলত। তাতকৈ আৰু এই দাসক কি অধিক বল-বীৰ্য লাগিছে।' এইবুলি গুৰুৰ চৰণ চুই সেৱা জনালে।

মাধৱৰ জ্ঞানৰ গভীৰতা আৰু যুক্তি দেখি শঙ্কৰদেৱ সন্তুষ্ট আৰু অভিভূত হ'ল। লগে লগে অনুতপ্তও হ'ল। মাধৱৰ মনৰ কথা বুজি পায়ো পত্নীৰ ইচ্ছাৰ কাৰণেই মাধৱক অন্যায় অনুৰোধ কৰা বাবে। মনতে ভাবিলে সাংসাৰিকতাই তেওঁৰ মন আচ্ছন্ন কৰিলে নেকি? পুত্ৰ-কন্যা, গৃহ-গেহৰ সংসাৰখনকে সত্য বুলি ভাবিলে নেকি? অতৰ্কিতে তেওঁৰ এটি দীঘল হুমুনিয়াহ ওলাই আহিল।

'বোপা মাধৱ, আগেয়ে তোমাক লগ পোৱা হ'লে ময়ো গৃহাশ্ৰম ধৰ্ম গ্ৰহণ নকৰিলোঁহেঁতেন।'

'বাপ, তেনে কৰা হ'লে বৰ বেয়া কথা হ'লহেঁতেন।'

'কিয়?' শঙ্কৰদেৱে আশ্চৰ্যভাৱে সুধিলে।

'ভকতসকলক উপদেশ দিয়া হয় যে নামধৰ্ম মুক্তিলাভৰ সবাতোকৈ উত্তম পন্থা। তাৰ বাবে ঘৰ-বাৰী এৰিব নালাগে, সন্ন্যাসধৰ্মও অৱলম্বন কৰাৰ কোনো প্ৰয়োজন নাই।

ভক্তিভাৱেৰে ৰামনাম ল'লেই হয়। ভকতসকলক আৰ্হি দেখুৱাবলৈকে বাপজনাৰ বিষয়-বাসনাত সোমোৱাৰ প্ৰয়োজন আছিল। জনকৰজাই ৰাজ্য-ধন-সম্পদৰ মাজতে থাকিও মোহ আৰু আসক্তি জয় কৰি ঋষি হৈছিল। আপুনিও তেনেজন। বোকাত থাকিলেও পদুম ফুলৰ শুভ্ৰতা হানি নহয় বাপ।'

'কিন্তু তুমি?'

'বাপজনাৰ সেৱা-শুশ্ৰূষা, সঙ্গ আৰু বাক্য-বচনৰ মাজতে আছে এই অধমৰ সমস্ত সংসাৰখন আৰু তাৰ মাজতে সমস্ত সুখ বিচাৰি পাইছোঁ।' সলোতক নয়নে মাধৱে ক'লে।

'মোৰ বঢ়াৰ পোৱেহে সাংসাৰিকতাক তুচ্ছ কৰি ঋষিত্ব লাভ কৰিলে' বুলি প্ৰেমত গদ্‌গদহৈ শঙ্কৰদেৱে মাধৱক আঁকোৱালি ধৰিলে।

কেইদিনমানৰ পিছৰ কথা। গুৰুগৃহৰ আগচোতালৰ কাষতে ৰাঙল ফুলজোপা ৰমকজমককৈ ফুলি আছে। মাধৱে ৰাঙল ফুল ভাল পায়। ফুলি থকা ফুলবোৰে মাধৱৰ কবি মনত খোৰাক যোগায়। পদুম ফুলৰ ৰূপ-সৌন্দৰ্যৰ মাজত ভক্ত কবিয়ে ভগৱান কৃষ্ণৰ ৰূপত সাদৃশ্য বিচাৰি পায়। গুৰু দুহিতা ৰুক্মিণীৰো এই ফুলজোপা অতি প্ৰিয়। ৰাঙল ফুলৰ মালা গাঠি তাই খোপাত গুজি লয়। ফুলগছজোপাৰ আঁৰ লৈ তাই মাধৱ অহালৈ বাট চাই থাকে।

সেইদিনা মাধৱ আহি পদূলিমুখ পাইছেহি। বেলিটো ৰঙা হৈ উঠি অহাৰ লগে লগে ৰাঙল ফুলবোৰ বেছি ৰঙা হৈ উঠিছে। ৰুক্মিণীয়ে গছজোপাৰ তলতে বহি মালা গাঠি আছে। ৰ'দৰ ৰেঙণি পৰি তাইৰ গোলাপ ফুল যেন গালখন টিকটিক কৈ ৰঙা পৰিছে।

'মাজনী, কি কৰিছা ইয়াত বৈ? ৰ'দত গাল-মুখ তেনেই ৰঙা পৰিল। ব'লা ঘৰলৈ যাওঁ' বুলি মাধৱে তাইক দাঙি কান্ধত তুলি লৈ চ'ৰাঘৰ পালেহি। মাধৱে বিবাহৰ কথাত অমান্তি প্ৰকাশ কৰাৰ কথা গম পায়ো কালিন্দ্ৰী আয়ে আশা এৰা নাছিল। তেজ-মঙহৰ মানুহৰ মনহে। এদিন নিশ্চয় গলিব বুলি ভাবি। জীয়েকক কান্ধত লৈ মাধৱ আহি থকা দেখি শঙ্কৰদেৱে মাত লগালে—

'ৰামানন্দৰ মাক, চোৱাহি। তুমি নিৰ্গুণত গুণ দিবলৈ মন কৰিছা। এয়া চোৱা।' তেনেতে মাধৱে দুয়োৰে মাজত ৰুক্মিণীক কান্ধৰ পৰা নমাই দিলে। লাজতে মৰো যেন হৈ ৰুক্মিণী ভিতৰলৈ লৰ মাৰিলে। সেই দিনাৰে পৰা গুৰুপত্নীয়ে জীয়েকক মাধৱলৈ দিয়াৰ আশা সমূলি পৰিত্যাগ কৰিলে।

* * *

ধুৱাহাটৰ আহল-বহল কীৰ্ত্তন ঘৰ। চাৰিওফালে গছ-গছনিৰে আশ্ৰমৰ পৰিবেশ। কেই নলমান দূৰেদি কলাকটা নৈ বৈ গৈছে। হৰিনামৰ ধ্বনিৰে মুখৰিত ধুৱাহাটৰ আকাশ-বতাহ। ৰামৰাম গুৰুৰ শিৰত বহি নাম ধৰিছে। মাধৱ দোহাৰত। ৰামদাসৰ হাতত

ভোৰতাল, আন আন ভকতসকল পালি হৈ ঘোষাফাঁকি দোহাৰি গাইছে। মাধৱে দোহাৰৰ কীৰ্ত্তনত নিশি দি সুৰৰ আৰোহণ কৰাৰ লগে লগে চাপৰি তাল ওপৰলৈ উঠিল। পদত গালে—

'দুৰ্লভ মনুষ্য জন্ম নকৰা বিফল।
চিন্তা মনে মাধৱৰ চৰণ কমল।
হেন জানি অসুৰ স্বভাৱ সবে এৰি।
সমস্ত প্ৰাণীক পূজা বিষ্ণু বুদ্ধি কৰি।।'

সাংগীতিক লয় আৰু আৰোহণ-অৱৰোহণৰ হিন্দোলে গাঁওতা আৰু শ্ৰোতা উভয়কে গেয়পদৰ ভাৱ আৰু ৰসগ্ৰাহী অৱস্থাৰ সৃষ্টি কৰিলে। প্ৰেম ৰসত আপ্লুত হৈ ভকতে নিজকে পাহৰি গ'ল। সুৰৰ অৱৰোহণৰ লগ লগে তাল, চাপৰি তললৈ নামিল। মাধৱে ঘোষিলে, 'স্বৰূপ কহিলো নাহি ইহাত সংশয়। বোলা হৰি হৰি হৌক পাপৰ প্ৰলয়।' সমস্তজনে এক শান্ত-সমাকুল স্থিতি লাভ কৰিলে।

গুৰু শঙ্কৰে নামৰ মহাত্ম্য ব্যাখ্যা কৰি ক'লে, 'নামে ভক্ত আৰু ভগৱানৰ মাজত একাত্মবোধ জগাই তোলে। যাগ-যজ্ঞ, পূজা-পাতল আদি পথৰ পৰা যি ফল পোৱা যায় পবিত্ৰ অন্তৰেৰে হৰিনাম কীৰ্ত্তন কৰি ততোধিক ফল লাভ কৰিব পাৰি। শ্ৰীমদ্ভাগৱত, বিষ্ণু পুৰাণ, পদ্ম পুৰাণ আদি শ স্ত্ৰত নাম মহাত্ম্যৰ বিস্তৃত বৰ্ণনা দিছে। বিষ্ণুপুৰাণত কৈছে—

'ধ্যায়ন কৃতে খজ্ঞেস্ত্ৰে তায়াং দ্বাপৰেঽচ্ছয়ন।

সদাপ্ৰোতি তদাপ্ৰোতি কলৌ সংকীৰ্ত্ত্য কেশৱম।' কলিত হৰিনাম শ্ৰৱণ-কীৰ্ত্তন কৰি সৰ্বপ্ৰকাৰ আসক্তি বা বন্ধনৰ পৰা মুক্ত হৈ পৰমানন্দ লাভ কৰিব পাৰি। কীৰ্ত্তনৰ দ্বাৰাই পুৰ্বজন্মৰ দুষ্কৃতি-পাপাদি নাশ হয়, সাধকজনৰ মনপ্ৰাণ অনুৰণিত কৰি নামময় কৰি তোলে। নামে সাতোটা কাৰ্য সাধন কৰিব পাৰে। খাওঁতে-শোওঁতে, উঠোঁতে-বহোঁতে সকলো সময়তে নাম ল'ব পাৰি।'

'তাৰ মানে বাপ কলিত হৰিৰ কীৰ্ত্তন বিনাই, অৱৰ নাহিকে দুজা।' সেইষাৰ বুজিলোঁ। পিছে বাপজনাই যে নামে সাত কাৰ্য সাধন কৰাৰ কথা ক'লে, সেয়া বা কি কি?' মাধৱে সুধিলে।

'মাধৱে ভাল কথা অৱতাৰণা কৰিছে। নামৰ প্ৰভাৱ বহুমুখী। হৰিনাম কীৰ্তনে প্ৰথমে পাপক দগ্ধ কৰে, দ্বিতীয়তে মহাপুণ্যৰ অভ্যুদয় ঘটাব পাৰে, তৃতীয়তে বিষয়ৰ প্ৰতি বিৰকতি জন্মায়, চতুৰ্থে প্ৰেম ভক্তি বঢ়ায়, পঞ্চমত মনত বৈষ্ণৱী ভাৱ উদয় কৰে, ষষ্ঠত বন্ধনৰ কাৰণ মায়াক নিৰ্যাণ কৰে আৰু সপ্তমত চৈতন্যমূৰ্তি পূৰ্ণানন্দ হৰিৰ লগত একাত্মবোধ জন্মায়। হে মোৰ প্ৰিয় ভকত বান্ধৱসকল, নামৰ সাত কাৰ্যৰ কথা আপোনালোকে শুনিলে। অৱশ্যে এই বিষয়ে কিছু বহলাই আলোচনা কৰাৰ প্ৰয়োজন আছে। আজি বেলা গ'ল। পিছত আকৌ আলোচনা কৰা হ'ব। নে কি কোৱা মাধৱ?'

'বাপৰ মুখপদ্ম হন্তে এনে কথা সুখত মজি থাকিবলৈ পালে আমাৰ পৰম ভাগ্যহে মিলিব।'

'হয়নে? তেন্তে আজিলৈ সামৰা হক।'

কেৱল কীৰ্ত্তনঘৰতে নহয়, আজিকালি নানা উপলক্ষ্যত ভকতৰ ঘৰতো নাম-কীৰ্ত্তনৰ আয়োজন কৰে। সেইদিনা শঙ্কৰদেৱে পেহাক কেতাইখাৰ ঘৰত নাম পাতিছে। কীৰ্ত্তন আগবাঢ়ি 'ধৰি মল্ল বেশ পিন্ধি ৰত্ন আভৰণ। ৰঙ্গ মধ্যে প্ৰকশয় ৰাম নাৰায়ণ।' —এই অংশ পালেগৈ। আত্মবিভোৰ ৰামৰাম গুৰু। ৰাম-কৃষ্ণৰ ৰূপ তেওঁৰ 'চক্ষুয়ে পিয়ই যেন চেলেকে জিহ্বাই।' নামঘৰৰ টুপৰ খুঁটা উভালি লৈ কৃষ্ণই কুবলয় হস্তীক বধ কৰি হাতীদাঁত কান্ধত লৈ যোৱাৰ দৰে ৰামৰাম গুৰুৱে খুঁটা কান্ধত লৈ কৃষ্ণৰ দৰে লীলা গতিৰে খোজ দি যাবলৈ ধৰিলে। সকলোৱে বিস্ময় মানি তেওঁলৈ থৰ লাগি চাই ৰ'ল। মাধৱদেৱ উঠি গৈ তেওঁক আঁকোৱালি ধৰি আনি আসনত বহুৱালে।

অবাক দৃষ্টিৰে চাই থকা ভকত-বৈষ্ণৱৰ মাজত কথোপকথন হ'ল। 'ৰামৰাম গুৰুৰ গাত ঈশ্বৰ লম্ভিলে, নহ'লেনো খুঁটাটো আলাসতে উভালি ল'ব পাৰেনে?' তেনেতে কাতিৰাম সাতোলাই মাত লগালে, 'অ'তো এনেকুৱা হয়েই। যোৱা পূৰ্ণিমা তিথিৰ দিনা ৰাতিৰ কথালৈ মনত পেলোৱাচোন।'

'আইৰ নৰিয়াৰ বাবে মই সেইদিনাৰ কীৰ্ত্তনলৈ আহিব পৰা নাছিলোঁ। কিনো হৈছিল কোৱাচোন' ৰূপেশ্বৰে ক'লে।

'অঃ কিনো কম, কি শুনিবি? পুহমাহৰ ঠেটুৱে ধৰা জাৰ। নাহিলেও নহয়, নামঘৰত ঘোষা-কীৰ্ত্তন গাব লাগিব। এজন এজনকৈ ভকতসকল আহি গোট খালেহি। জাৰত ঠেটুৱে ধৰে বুলি ডাঙৰ ডাঙৰ শুকান কাঠ দি জুই ধৰি পকা অঙঠা কৰি ৰখা হ'ল। ঘোষা-কীৰ্ত্তন আৰম্ভ হ'ল। ৰামদাসে প্ৰহলাদ চৰিত্ৰৰ ঘোষা জুৰিলে। 'ও হৰি চৰণে লাগো, শৰণ মাগো, গোপাল গোবিন্দ। হাতত মন্দিৰা তাল লৈ গায়ক-বাদক কেইজনে থিয় হৈ পদচালনা আৰম্ভ কৰিলে। বিচিত্ৰ সুৰত ৰামদাসে গালে—

'গাত খানি কতো পোৱতে প্ৰহলাদক
কৰাৱে বিষক পান।
হাতে গলে বান্ধি অগ্নিত পেলাৱে
তথাপি নজাই প্ৰাণ।।

ভাৱ-ৰসত আপ্লুত ৰামদাস। মাধৱ, ৰামৰাম, ব্যাস কলাই, ৰত্নাকৰ কন্দলি আদিয়ে হাতত মন্দিৰালৈ ঘোষা দোহাৰিছে, ভকতসকলে হৰিধ্বনি কৰিছে। ৰামদাসে প্ৰহলাদ ভাৱাপন্ন হৈ দপ্‌দপকৈ জ্বলি থকা জুইকুৰাত জাঁপ মাৰি পৰি প্ৰহলাদৰ দৰে হৰিনাম ল'বলৈ ধৰিলে। মাধৱে হাতৰ মন্দিৰা এৰি জাঁপ মাৰি গৈ ৰামদাসক জুইৰ পৰা তুলি আনিলে।

এনেকৈয়ে মাধৱদেৱ, ৰামৰাম, ৰামদাস, ৰত্নাকৰ কন্দলি, ব্যাস কলাই আদি ভকত-বৈষ্ণৱসকলৰ সহযোগত গীত-মাত-অভিনয়েৰে উজনি অসম টৌৱাই গ'ল। ভকতৰ মাজৰ পৰাই নামলগোৱা, পাঠক, ভাগৱতী, আলধৰা, পালধৰীয়া, পাচনি, হাটীমতা হৈ পৰিচালনা কৰিলে সত্ৰ আৰু নামঘৰ, গঢ় লৈ উঠিল শিল্পীৰ সমাজ, গণতান্ত্ৰিক পদ্ধতিৰে গঢ় লোৱা এক নতুন সমাজ ব্যৱস্থা।

ধুৱাহাট বেলগুৰিত থাকোঁতে গুৰুজনাই একুৰি দুটা কীৰ্ত্তনৰ সমষ্টিৰে 'প্ৰহ্লাদ চৰিত্ৰ' অধ্যায়টি শেষ কৰিলে। আলিপুখুৰী বৰদোৱাত থকা দিনৰে পৰা গুৰু শঙ্কৰে কীৰ্ত্তন ৰচনা আৰম্ভ কৰিছিল। তাৰাৰ যাযাবৰী জীৱন কালত য'লৈকে যায় ত'তে কীৰ্ত্তন ৰচিছে, সুৰ দিছে, গাইছে, গোৱাইছে। কৰ্মযোগী গুৰুজনৰ কথাবোৰ ভাবি মাধৱ অভিভূত হয়। বৰদোৱাতে আৰম্ভ কৰা 'ওৰেষা বৰ্ণন', 'অজামিল উপাখ্যান'কে ধৰি ঠায়ে ঠায়ে ৰচনা কৰা কীৰ্ত্তন খণ্ড প্ৰায় কুৰিৰ ওচৰা-উচৰি হ'ল। কীৰ্ত্তনৰ ভাব, সুৰ, ৰস আৰু ছন্দই মাধৱক মুগ্ধ কৰে। গুৰুৱে হৃদয়ৰ আবেগ ঢালি ভক্তি ৰসেৰে টৌৱাই দিছে কীৰ্ত্তনৰ বিবিধ ছন্দ আৰু সুৰৰ মাজত। কাহিনীবোৰো অতি মনোৰম, সৰ্বজনবোধ্য। কীৰ্ত্তনৰ যোগেদি শঙ্কৰদেৱে সামাজিক জনক সাদৰ আহ্বান জনালে — 'তোমালোকে ভক্তিধৰ্ম গ্ৰহণ কৰিব লাগে, নামঘৰত বহি নাম ল'ব লাগে। শোওঁতে, উঠোঁতে, বহোঁতে, কাঠ কাটোঁতে, মাছ মাৰোঁতে, সকলো কামকে হৰিত অৰ্পণ কৰি, হৰিনাম উচ্চাৰণ কৰি সৎ মনোভাৱেৰে কৰি যোৱা। ভগৱানে কৃপা কৰিব, তোমালোকৰ মঙ্গল হ'ব। কাৰণ, 'ভৱ বৈতৰণী, তৰণী সুখ সৰণি, নাহি নাহি নাম সমানা।'

এয়া শঙ্কৰদেৱৰ কথা। সুৰতে সুৰ মিলাই ভক্ত কবি মাধৱেও গালে —

'এ নাথ তাৰিয়ো তাৰিয়ো যদুমণি
মজিলো এ ভৱ সিন্ধু তোমাক নজানি।
এভৱ সাগৰ মাজে পৰি হামু ভাসি।
কাম ক্ৰোধ কুম্ভীৰ মগৰে গিলে আসি।।'

গুৰু শঙ্কৰৰ এখন নতুন পৃথিৱী গঢ়াৰ সপোন বাস্তৱত ৰূপ দিবলৈ গায়ক, কবি, শিল্পী, নাট্যকাৰ, সুৰকাৰ মাধৱে তেওঁৰ সমস্ত শক্তি প্ৰয়োগ কৰাৰ সংকল্প লৈ আগবাঢ়িল এখন নতুন গাঠনিৰ ন-সমাজ গঢ়াৰ পথত। লুইতৰ দুয়ো পাৰে সমাদৃত হ'ল এই সহজ-সৰল, নিৰাৰম্বৰ সমাজ দৰ্শন। নামধৰ্মৰ আদৰ্শ আৰু দৰ্শনে হাজাৰজনক আকৰ্ষিত কৰিলে। অনাক্ষৰী লোকেও গীত-পদ, নাট-ভাওনাৰ যোগেদি সংস্কৃত শাস্ত্ৰত আবদ্ধ হৈ থকা জ্ঞানৰ সোৱাদ ল'বলৈ সক্ষম হ'ল। সৃষ্টি হ'ল মানবীয় মূল্যবোধৰ নব্য চেতনা।

## সোঁত

আহোম যুগৰ ৰাজনৈতিক আৰু সাংস্কৃতিক ইতিহাসত ৰজা চুহুংমুঙৰ ৰাজত্বকাল এক গুৰুত্বপূৰ্ণ সময়। এইজনা ৰজাই চুকাফাই গঢ় দি যোৱা আহোম ৰাজ্যৰ প্ৰসাৰণ

ঘটোৱাৰ উপৰিও শাসন ব্যৱস্থাতো অনেক সংস্কাৰ সাধন কৰে। এওঁৰ দিনতে চুতীয়া আৰু কছাৰী ৰাজ্যৰ অধিকাংশ আহোম ৰাজ্যৰ দখললৈ অহাৰ উপৰিও পুবে পাটকাই আৰু শদিয়াৰ পৰা পশ্চিমে ধনশিৰি উপত্যকা পৰ্যন্ত আহোমৰ আধিপত্য বিস্তাৰ হয়। সেই কালত নকৈ গঢ় লৈ উঠা কোচ ৰাজশক্তিয়ে তেওঁৰ বশ্যতা স্বীকাৰ কৰে। এওঁৰ দিনতে মুছলমানৰ লগত সংঘৰ্ষ আৰম্ভ হয় আৰু বঙ্গৰ চুলতানৰ সৈন্য বাহিনীক কৰতোৱা নদী পাৰ কৰি খেদি পঠায়। উত্তৰপাৰৰ ভূঞাসকলৰ ওপৰতো আহোম ৰজাই প্ৰভাৱ বিস্তাৰ কৰে।

এইজনা ৰজাই হিন্দুধৰ্ম গ্ৰহণ কৰি স্বৰ্গনাৰায়ণ নাম লয়। তেওঁ ব্ৰাহ্মণ-সজ্জনক শ্ৰদ্ধা কৰিছিল আৰু তেওঁৰ ৰাজসভাতো স্থান দিছিল। ৰজাৰ আদৰ পাই ৰাজসভাত ব্ৰাহ্মণসকলৰ প্ৰতিপত্তি বৃদ্ধি হৈছিল। প্ৰজায়ো ব্ৰাহ্মণ পুৰোহিতৰ দ্বাৰাই শ্ৰাদ্ধবিধি, পূজা-পাতল আদি কৰায়। অনেক ব্ৰাহ্মণ পুৰোহিতে ৰাজ অনুগ্ৰহ স্বৰূপে মাটি-ভেটি, উপঢৌকন লাভ কৰি সম্পদশালী হৈ উঠে। ৰাজ্যৰ ভূমিহীন লোকে তেওঁলোকৰ খেতি-পথাৰত গাৰে খাটি কাম কৰি দিয়ে। এনেকৈয়ে এওঁলোক সমাজৰ সৰ্বেসৰ্বা হৈ পৰে আৰু অনেক লোক তেওঁলোকৰ আজ্ঞাবহ ভৃত্য হৈ পৰে।

ব্ৰাহ্মণসকলৰ অনেকেই শাস্ত্ৰজ্ঞানী আৰু অধ্যয়নশীল আছিল। বৈদিক হিন্দুধৰ্ম আৰু সভ্যতা সংস্কৃতিৰ ধাৰাটি সেই সকলেই ব্ৰহ্মপুত্ৰৰ পাৰৰ ভূমিখণ্ডলৈ বোৱাই আনিছিল। সাধাৰণ মানুহৰ অধ্যয়নৰ সুবিধা সেই কালত নাছিল। অৱশ্যে উচ্চ বৰ্ণৰ আগ্ৰহী লোকে শাস্ত্ৰ অধ্যয়নৰ সুবিধা পাইছিল। পাহাৰীয়া থলুৱা লোকসকলে নিজস্ব ৰীতিৰে ধৰ্ম পালন কৰিছিল। তেওঁলোকৰ কোনো নিৰ্দিষ্ট একক পন্থা নাছিল। কালক্ৰমত ব্ৰাহ্মণ পুৰোহিতৰ ছত্ৰছায়াত তেওঁলোকৰ অনেকেই পূৰ্বৰ লোক-বিশ্বাস, পৰম্পৰা এৰি হিন্দু ধৰ্ম গ্ৰহণ কৰিছিল। আহোম ৰজাৰ অন্তেষপুৰতো ব্ৰাহ্মণ্য হিন্দু ধৰ্মৰ প্ৰভাৱ আৰু ৰাজপৰিয়ালৰ সমৰ্থন আৰু পৃষ্ঠপোষকতাত প্ৰজাৰ মাজতো হিন্দুধৰ্মৰ প্ৰসাৰণ ঘটে।

যাজক, পুৰোহিতসকলে শ্ৰাদ্ধ-পিণ্ডাদি কৰি জীৱিকা আৰ্জন কৰে। গাঁৱৰ একোজন লোকৰ মৃত্যু হ'লে পুত্ৰ-পৰিয়ালে পুৰোহিতক মৃতকৰ আত্মাৰ সদ্‌গতিৰ বাবে সোণ-ৰূপৰ উপৰিও অন্ন, বস্ত্ৰ, আসন, শয্যা, গৰু, ভূমি আদি দান দি সন্তুষ্ট কৰিব লাগে। এনেদৰে তেওঁলোকে একোটা পৰিয়াল চলিব পৰাকৈ সম্পত্তি লাভ কৰে।

শঙ্কৰদেৱ প্ৰবৰ্তিত নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰবাহে 'নাহি ভকতিত জাতি অজাতি বিচাৰ' বুলি কৃষ্ণৰ ভক্তিত উচ্চ-নীচ সকলোৰে সমান অধিকাৰ সাব্যস্ত কৰিলে আৰু ঘোষণা কৰিলে যে, জীৱিকা বা বৃত্তিয়ে কাকো উচ্চ বা নীচ নকৰে। সৎ কৰ্মৰ দ্বাৰাইহে মানুহৰ প্ৰকৃত মূল্য নিৰ্ণয় হয়। ভগবানৰ অংশ বিশেষ জীৱ আৰু জগতৰ প্ৰতি শ্ৰদ্ধা আৰু দায়িত্ববোধৰ দ্বাৰাইহে সৃষ্টিৰ সত্য উপলব্ধি কৰিব পাৰি।

ইমান দিনে সাধাৰণ মানুহৰ সমাজখনে এনে মৰ্যাদা, এনে স্বীকৃতিৰ বাবেই বাট চাই আছিল। দলে-বলে আহি নামধৰ্মত যোগ দিলেহি। কৃষক-কনুৱা, ব্ৰহ্মণ-অব্ৰাহ্মণ সকলো

আহিল। নামধৰ্মৰ প্ৰাবল্য দেখি ব্ৰাহ্মণ পুৰোহিত শ্ৰেণীৰ শঙ্কা উপজিল। কিজানিবা শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্মই তেওঁলোকৰ জীৱিকাৰ পথত হেঙাৰ পেলায়। তেওঁলোক চিন্তান্বিত হৈ পৰিল।

'নাই, নাই এনে হ'বলৈ দিব নোৱাৰি। শঙ্কৰদেৱৰ বিৰুদ্ধে সঁচাই হওক বা মিছাই হওক ৰজাৰ ওচৰত অভিযোগ উত্থাপন কৰিব লাগিব। ধুৱাহাটত শঙ্কৰক সুখেৰে থাকিবলৈ দিয়া নহ'ব। শঙ্কৰক দোষী সাব্যস্ত কৰাই শাস্তি দিয়াব লাগিব।' নানা জল্পনা-কল্পনা, পৰিকল্পনা চলিল পুৰোহিত শ্ৰেণীৰ মাজত।

অহুকাণে-পহুকাণে কথাবোৰ আহি মাধৱৰ কাণত পৰিলহি। ততাতৈয়াকৈ নামঘৰলৈ গৈ নামঘৰৰ কাঠিত ৰামৰাম, হৰিমিশ্ৰ আৰু জয়ৰাম আদি ভকতসকল আমন-জিমনকৈ বহি থকা দেখিলে। কালিৰ ঘটনাটোৱে সকলোকে ম্ৰিয়মান কৰি পেলাইছে। মাধৱদেৱ গৈ কঠত বহিল। তেনেতে যদু আৰু গোপাল ভকতো আহি বহিলহি। মাধৱদেৱে কৰুণভাৱে তেওঁলোক দুজনলৈ চাই কিছুপৰ বৈ সুধিলে —

'আতৈসকল, এইবোৰ কি কথা, কি শুনিলোঁ। কেনেকৈ ঘটিল।'

তেওঁলোক দুজনে থোকাথুকি মাতেৰে ক'লে —

'কিনো কম, কি শুনিব? কীৰ্ত্তনঘৰত নাম লৈ ঘৰলৈ ঘূৰি যাওঁতে সেইসকলে চেঙেলীয়া ল'ৰা দুটামান লগাই আমালৈ ফৰ্মুটিয়াই, কুকুৰ লগাই আমাক নগুৰ-নাগতি কৰিলে। তেজ বৈ গ'ল যদিও আমি দুখকো দুখ নুবুলি যাবলৈ ধৰোঁতেই আমাৰ ডিঙিৰ পৰা মালা কাঢ়ি লৈ কুকুৰৰ ডিঙিত আঁৰিলে। তাকে দেখি লগাই দি চাই থকা সকলে গিৰ্জনি পাৰি হাঁহিলে' বুলি কৈ ভকত কেইজনে হুকহুকাই কান্দি দিলে। মাধৱদেৱ আৰু আনসকলৰো চকুলো ওলাল। মাধৱে তেওঁলোকক সান্ত্বনা দি ক'লে—

'দুখ নকৰিব আতৈসকল। আমাৰ গুৰুৰ শিক্ষাৰ পৰা আমি বুজি পাইছোঁ যে বৈষ্ণৱধৰ্মৰ পথ হৈছে অহিংসা আৰু সততাৰ পথ। প্ৰাণী হিংসাৰ বিপৰীতে প্ৰেম আৰু দয়াৰে জীৱক উপকাৰ কৰা পথ। ভগৱান কৃষ্ণই মানুহৰ কথাই নাই সমস্ত জীৱকে বিষ্ণু বুদ্ধি কৰিবলৈ কৈছে। কিন্তু নিৰ্বোধ লোকসকলে অজ্ঞানতাবশতঃ নিৰ্দোষ প্ৰাণীৰ ওপৰত অত্যাচাৰ চলাই পাশৱিক আনন্দত উত্ৰাৱল হৈছে। এয়া ভগৱন্তৰ ইচ্ছা। আমাৰ গুৰুজনাই ব্ৰাহ্মণসকলৰ স্বধৰ্ম পালনত বাধা দিয়া নাই। তাৰাসবেও আমাৰ পথত এনেদৰে বাধা দিব নালাগিছিল। যি হ'ল তাক নোহোৱা কৰিব নোৱাৰি। মাত্ৰ ভগৱন্তক খাটক যাতে দুষ্কৃতিকাৰীহঁতৰ মনত শুভবুদ্ধিৰ, সৎ চিন্তাৰ উদয় হয়। ভকতসকলে যদি বৈষ্ণৱ পন্থাক সত্য বুলি মানি লৈছে তেন্তে সেই পথত আত্মবিশ্বাসেৰে, অচল-অটলভাৱে থিয় দি থাকক। এনেকৈয়ে আমি আমাৰ পথৰ বাধাবোৰ অতিক্ৰম কৰিব লাগিব। এতিয়া গৈ গুৰুৰ আগত কথাটো নিবেদন কৰকগৈ। চাব যাতে তাৰাই মনত কষ্ট নাপায়।'

মাধৱৰ কথাই সকলোকে অভিভূত কৰিলে। আঘাত পোৱা কেইজনৰো দেহ-মনৰ বেদনা উপশম হ'ল। সকলোৱে মনে মনে ভাবিলে, আমি কেতিয়াও আমাৰ পথৰ পৰা বিচলিত নহওঁ। আটাই কেইজন ভকত গুৰুগৃহলৈ যাবলৈ উঠিল।

নামঘৰৰ কাঠিতে মাধৱ কিছুপৰ বহি ৰ'ল। মনত পৰিল কালিকা পুৰাণৰ ৰুধিৰাধ্যায়লৈ। দেৱীপূজাৰ নামত মানুহ পৰ্যন্ত বলি দিয়াৰ উদ্‌গণি যোগোৱা কথাবোৰলৈ। এনেবোৰ শাস্ত্ৰই স্বৰ্গপ্ৰাপ্তিৰ আশা দেখুৱাই মানুহক বিভ্ৰান্ত কৰে। তেনে বিভ্ৰান্তিৰ বলি লোকেই 'ভোগী' নামলৈ দেৱীৰ নামত বলি যাবলৈ স্বইচ্ছাৰে সাজু হয়। 'ভোগী' শ্ৰেণীয়ে সমাজত সকলো ধৰণৰ ব্যভিচাৰ কৰাৰ অধিকাৰ পায়। আনকি মাতৃক বাদে সকলো নাৰীকে সম্ভোগ কৰিব পাৰে। ধৰ্মৰ নামত এনে দুস্কাৰ্যৰ কথা মনত পৰি মাধৱৰ গা শিহৰিল। তান্ত্ৰিকসকলৰ ভৌতিক ইন্দ্ৰজাল বিদ্যা, সুৰাপান, গৰ্ভৱতী তিৰোতাৰ গৰ্ভ চিৰি ভ্ৰূণ পৰীক্ষা কৰা, জঘন্য প্ৰথাও ধৰ্মৰ লগত সাঙুৰি দি কৰা ব্যভিচাৰ সমাজৰ সকলো লোকেই গ্ৰহণ কৰিব পৰা নাছিল যদিও নিৰ্বিবাদে সহ্য কৰি আছিল। তেনে পদ্ধতিত সমৰ্থন জনোৱা পুৰোহিত শ্ৰেণীয়ে বৈষ্ণৱ পন্থাৰ অহিংস নীতিৰ মোল কি বুজিব? সমাজৰ অনেক লোকে নামধৰ্ম লৈ বামুণীয়া কাম-কাজলৈ মন নিদিয়া হোৱাত তেওঁলোকৰ জীৱিকাৰ পথত বাধা পৰাত পুৰোহিতসকল ক্ষুণ্ণ হৈছে। সেইটো বৰ ডাঙৰ সমস্যা নহয়। কিন্তু এইবোৰ কথাই যদি গুৰুজনাক হতাশ কৰে, সেয়াহে ডাঙৰ কথা হ'ব। এনে হ'বলৈ দিব নোৱাৰি বুলি ভাবি মাধৱদেৱে লৰালৰিকৈ গুৰুগৃহলৈ যাত্ৰা কৰিলে।

* * *

কালিন্দ্ৰী আয়ে আগত কীৰ্ত্তন পুথিৰ 'গজেন্দ্ৰ উপাখ্যান' অধ্যায় মেলি লৈ আমন-জিমনকৈ বহি আছে। নানা ভাব-চিন্তাই তেওঁৰ মন তোলপাৰ লগাইছে। দিহিঙীয়া ৰজাৰ দূত আহি ৰজাই মাতি পঠিয়াইছে বুলি খবৰ দিয়াত তেওঁৰ স্বামী শঙ্কৰদেৱ ৰজাৰ ঘৰলৈ গ'ল। সাদিন পাৰ হৈ গ'ল, আজিলৈকে খবৰ এটাকে পোৱা নাই। শুনিবলৈ পাইছোঁ আহোম ৰজা বোলে বৰ নিষ্ঠুৰ। ব্ৰাহ্মণসকলৰ উচটনিত পৰি তেওঁৰ স্বামীক যদি ৰজাই পোতাশালত ভৰাই থয়, তেতিয়া সেই দেৱপুৰুষজনৰ কি গতি হ'ব? দুঃচিন্তাত আকুল আয়ে খোৱা-শোৱা এৰিলে। স্বামীৰ মৃত্যুভয় মনলৈ অহাৰ লগে লগে তেওঁৰ অণ্ঠ-কণ্ঠ শুকাই গ'ল।

তেনেতে মাধৱ সোমাই আহি 'আই মাতৃ' বুলি সেৱা জনালে। গুৰুজন ৰজাৰ ঘৰলৈ যোৱাৰ দিনাৰে পৰা মাধৱ নিতৌ আহি আইমাতৃৰ লগত কথা পাতলাই সান্ত্বনা দি আছে। ভিতৰি মাধৱৰ মনো দুঃচিন্তাই দগ্ধ কৰিছে। গুৰুৰ মঙ্গলৰ অৰ্থে নামঘৰত নাম-কীৰ্ত্তন কৰিছে। মাধৱক দেখি কিবা সকাহ পোৱাৰ দৰে আয়ে সুধিলে, 'বোপা, কিবা খবৰ পাইছানে? আজি সাদিন হ'ল, গোসাঁই ঘূৰি নাহিল। মই কি কৰোঁ এতিয়া?'

'আই মাতৃ, আপুনি চিন্তা নকৰিব। মোৰ গুৰু বাপৰ হৃদয় পদ্মত প্ৰস্ফুটিত নামকমলৰ ঘ্ৰাণে ৰজাকো মুগ্ধ কৰিব। সেইজন ঈশ্বৰ পুৰুষৰ অঘটন ঘটিব নোৱাৰে। পিছে, আইমাতৃয়ে সেইখন কি পুথি মেলিছে?' গুৰুপত্নীক নিৰ্ভয় দি হাঁহিমুখীয়াকৈ মাধৱে সুধিলে।

'কীৰ্ত্তন পুথিৰ গজেন্দ্ৰ উপাখ্যান অধ্যায়টি পঢ়ি মনটোক সান্ত্বনা দিম বুলি মেলি লৈছিলোঁ। পিছে পঢ়িবই পৰা নাই।'

গুৰুপত্নীৰ কথা শুনি মাধৱদেৱে ক'লে, 'ময়ে পঢ়িম নেকি এক অধ্যায়?'

মাধৱদেৱে ঠগাখনি গুৰুপত্নীৰ আগৰ পৰা আনিলে। কালিন্দ্ৰী আয়ে ভালেই পালে। 'পঢ়া' বুলি কোৱাত মাধৱে 'কৃষ্ণ ৰাম জয় জগবন্ধু জগন্নাথ, কৃষ্ণৰ চৰণে বন্দী ৰৌক মোৰ মাথ'। পাঠ আৰম্ভ কৰিলে। মাধৱৰ ভক্তি-বিগলিত হৃদয়ৰ সুৰে চৌপাশ আলোড়িত কৰিলে। আই মাতৃৰ খবৰ ল'বলৈ অহা ভকতকেইজনো কাষতে বহিলহি। মাধৱে পাঠ কৰিলে, 'শুণ্ডে মেৰাই পদ্ম গোট ওপৰক তুলি, গজেন্দ্ৰে শৰণ লৈলা ত্ৰাহি হৰি বুলি।' ভক্তিত বিগলিত কালিন্দ্ৰী আয়ে স্বামীৰ মুক্তিৰ বাবে হিয়াৰ ভকতি কমলপাহি ভগৱন্তৰ চৰণত আগবঢ়ালে। ভকত কেইজনৰো চকুলো ওলাল। মাধৱে পাঠ সামৰিলে। এনেতে বাহিৰত হৰিধ্বনি শুনা গ'ল। সকলোৱে সেইফালে চকু দিলে। এদল অনুগামী ভকতৰ লগত গহীন-গম্ভীৰভাৱে, ধীৰ-স্থিৰ খোজেৰে গৌৰ বৰ্ণৰ সুন্দৰ পুৰুষজন পদূলিটোৰেদি আগবাঢ়ি আহিছে। অবাক দৃষ্টিৰে সকলোৱেই থৰ লাগি চাই ৰ'ল। গেৰোৱা লেটিওৱাই পিন্ধা শুভ্ৰ পাটৰ চুৰিয়া আৰু পাটভূনিৰে দেহাবৃত হিমালয় সদৃশ ব্যক্তিত্বৰ পুৰুষজনে মাধৱৰ অন্তৰ্দৃষ্টিত জোকাৰণি তুলিলে। অলক্ষিতে ওলাই আহিল এফাঁকি কবিতা — 'দৰশিত সুন্দৰ, গৌৰ কলেবৰ, যৈচন সুৰ পৰকাশ........।।' সন্তোষ মনেৰে মাধৱ আগবাঢ়ি গৈ চৰণ চুই প্ৰণাম জনালে। ভকতসকলে হৰ্ষধ্বনিৰে আকাশ কঁপালে। অক্ষত দেহাৰে গুৰুজন ঘৰলৈ ঘূৰি অহা দেখি সকলোৱে আনন্দত পাৰ নাইকিয়া হ'ল।

চ'ৰাঘৰত বহি শঙ্কৰদেৱে মৰমৰ দৃষ্টিৰে সকলোলৈকে চাই ক'লে, 'মই বুজিব পাৰিছিলোঁ, ভকতসকল আৰু পৰিয়ালে আমাৰ বিপদৰ আশঙ্কা কৰি চিন্তাত কাল কটাইছে। পুৰোহিত ব্ৰাহ্মণৰ টুটকীয়া কথাত ৰজাৰ কিবা বিৰূপ প্ৰতিক্ৰিয়া হয় বুলি শঙ্কা হৈছিল। পিছে তেনে অথন্তৰ একো নঘটিল। সন্মান সহকাৰে আমাক বহিবলৈ আসন দিয়াই ৰজাই ক'লে যে এদল প্ৰজাই আপোনাৰ বিপক্ষে গোচৰ তৰিছে বোলে শঙ্কৰে জাতি-অজাতি, ম্লেচ-চণ্ডাল আদি একো বিচাৰ নকৰি সকলোকে ধৰ্ম বিলাইছে। পূজা-পাতল, শ্ৰাদ্ধ-বিধি নকৰি, বৈদিক আচাৰ-নীতি নষ্ট কৰি পাষণ্ড ধৰ্ম প্ৰৱৰ্তন কৰিছে। তেওঁ শূদ্ৰ হৈ শাস্ত্ৰ প্ৰণয়ন কৰিছে আৰু গীতা-ভাগৱতৰ গুপুত ৰহস্যবোৰ গীত, পদ, নাট লিখি স্ত্ৰী-শূদ্ৰ সকলোৰে আগত মুকলি কৰি দিছে, যাৰ বাবে প্ৰজাবোৰে বামুণীয়া বিধি-বিধানবোৰ নমনা হৈ নৰকলৈ যাবৰ উপক্ৰম ঘটিছে। সেয়ে শঙ্কৰ ধৰ্মদ্ৰোহী, ৰাজদ্ৰোহী।

এতিয়া শঙ্কৰদেৱে প্ৰতিপক্ষৰ এই অভিযোগবোৰ খণ্ডন কৰিবলৈ নিজৰ বক্তব্য আগবঢ়াব লাগে।'

ৰজাৰ কথা শুনি প্ৰণাম জনাই আমি ক'লোঁ যে আমি কোনো নতুন ধৰ্ম প্ৰচাৰ কৰা নাই। বেদৰ 'একেশ্বৰবাদ', ভাগৱতৰ 'সৎসঙ্গ', গীতাৰ 'একশৰণ' আৰু সহস্ৰনামৰ 'নামেই' আমাৰ দ্বাৰা প্ৰচাৰিত ভক্তি ধৰ্মৰ মূল উপজীব্য। যুগ পৰিৱৰ্তনৰ লগে লগে মানুহৰ প্ৰয়োজন সাপেক্ষে মূল সত্য অটুত ৰাখি সাধনৰ ক্ষেত্ৰত ধৰ্ম-সংস্কৃতিৰো পৰিৱৰ্তনৰ প্ৰয়োজন হয়। শাস্ত্ৰয়ো কয়, 'কলিত হৰিৰ কীৰ্ত্তন বিনাই আৰৰ নাহিকে দুজা।' বিক্ষিপ্তভাৱে অনেক দেৱ-দেৱীক যাগ-যজ্ঞ, পূজা-পাতলেৰে আৰাধনা কৰাতকৈ কলিযুগৰ উপযোগী নাম-যজ্ঞেৰে ঈশ্বৰ উপাসনা কৰাৰ শিক্ষা আমাৰ ধৰ্মই দিয়ে। হয়, আমাৰ দ্বাৰা শাস্ত্ৰ প্ৰণয়ন কৰা হৈছে। কিন্তু কিয়? আপোনাৰ ৰাজ্যৰে সাধাৰণ প্ৰজাই, গাঁৱৰ অশিক্ষিত লোকসকলে সংস্কৃত শাস্ত্ৰ পঢ়িব নোৱাৰে বা বুজিও নাপায়। শাস্ত্ৰত থকা জ্ঞান তেওঁলোকেও জানো পাব নালাগে স্বৰ্গদেউ? আমি শাস্ত্ৰত থকা জ্ঞানৰ কিছু অংশ আমাৰ কথা-কোৱা ভাষাৰে গীত-পদ-নাটৰ মাজেৰে বুজাই দি আপোনাৰ প্ৰজাসকলৰ মানসিক উত্তৰণ ঘটোৱাৰহে চেষ্টা কৰিছোঁ। এই অধমে ধৰ্মদ্ৰোহ বা ৰাজদ্ৰোহ কৰা নাই আৰু কেতিয়াও নকৰোঁ স্বৰ্গদেউ।'

ৰজা সন্তুষ্ট হ'ল আৰু সভাত বহি থকা অভিযোগকাৰীসকলক কটু কথাৰে ভৰ্ৎসনা কৰি আমাক বঁটা-বাহন দিয়াই বিদায় দিলে।

কথাখিনি কৈ শঙ্কৰদেৱ নীৰৱে ৰ'ল। এনেতে চুকত বহি থকাৰ পৰা জয়ৰাম ভকতে মাত লগালে, 'হওক তেও, জোকৰ মুখত চুণ পৰিল।'

টুটকীয়াইতৰ দুৰভিসন্ধিত চেঁচাপানী ঢালি গুৰুজন নিজ গৃহলৈ প্ৰত্যাগমন কৰাত ভকতসকলৰ আনন্দৰ পাৰ নাইকিয়া হৈ সকলো ঘৰাঘৰি গ'ল।

মাধৱদেৱৰো আনন্দ লাগিল। কিন্তু কেইটামান মুহূৰ্তৰ পিছতে কিবা দুৰ্ভাৱনাই তেওঁৰ মনটো ব্যাকুল কৰি তুলিলে। গোটেই ৰাতি মাধৱৰ চকুলৈ টোপনি নাহিল। গুৰুজন জয়ী হৈ সগৌৰৱে ঘূৰি আহিল যদিও গোটেই প্ৰক্ৰিয়াটোৱেই মাধৱৰ চিন্তাৰ কাৰণ হৈ পৰিল। সময়ে সময়ে ক্ষমতাৰ লোভ, দম্ভ আৰু অহঙ্কাৰে ৰজাক অবিবেচক আৰু অত্যাচাৰী কৰি তোলাৰ অনেক উদাহৰণ আহোমৰ ইতিহাসত আছে। ক্ষমতা আৰু নিজ স্বাৰ্থসিদ্ধিৰ বাবে ৰজাই নকৰিবলগীয়া কামো কৰিব পাৰে। আজি ৰজা সন্তুষ্ট হ'লেও ভৱিষ্যতে অসন্তুষ্ট হোৱাৰ সম্ভাৱনাও নথকা নহয়। কাৰ্যসিদ্ধি নোহোৱা দেখি বিৰুদ্ধাচাৰীইঁতেও হকে-বিহকে ৰজাক লগাই গুৰুক ৰাজদ্ৰোহী সজাই দেখুৱাব। আসন ৰখাই ৰজাৰ শ্ৰেষ্ঠ ধৰ্ম। সেই ধৰ্মৰ আগত গুৰুজনৰ 'নামধৰ্ম'ৰ যুক্তি জানো তিষ্ঠি থাকিব। ৰাজদ্ৰোহী বুলি যদি ৰজাই গুৰুক চৰম দণ্ডেৰে দণ্ডিত কৰে, তেতিয়া কি হ'ব?' মাধৱৰ মন অন্তৰ্দ্বন্দ্বেৰে থকা-সৰকা হ'ল।

প্ৰাতসতে শয্যা এৰি নিত্য কৰ্ম সমাপন কৰি গৈ মাধৱ গুৰুগৃহ পালেগৈ। আনদিনাৰ দৰে গুৰুৰ আলপৈচান ধৰিছে, কীৰ্ত্তনতো অংশ লৈছে, কিন্তু মন-প্ৰাণ ঢালি দিব পৰা নাই। অদূৰ ভৱিষ্যতে আহিব পৰা অশনি সংকেতে মাধৱৰ মন ব্যাকুল কৰি তুলিছে। ধীৰ-স্থিৰ, প্ৰশান্ত চৰিত্ৰৰ মাধৱৰ মনৰ অস্থিৰতাৰ কথা শঙ্কৰদেৱৰ চকুত নপৰাকৈ নাথাকিল। কীৰ্ত্তনৰ অন্তত মাধৱক সুধিলে,

'বঢ়াৰ পোৰ মনটো দেখোন বিমৰ্ষ, গা-মূৰ বেয়া নেকি?'

'গা-মূৰ ভালেই বাপ, মনটোহে দেখোন কিবা অজান আশঙ্কাত বাৰে বাৰে কঁপি উঠিছে।' মাধৱে ক'লে।

'আমি ৰজাৰ ঠাইৰ পৰা কেবাদিনলৈ ঘূৰি নহাত কিবা বিপদ হৈছে বুলি বঢ়াৰ পোৰ আশঙ্কা হোৱা কথা মানি ল'লোঁ, কিন্তু এতিয়া আশঙ্কাত কঁপি উঠাৰ কাৰণ কি সেয়াহে নুবুজিলোঁ।'

'বাপ, আমি এই স্থান পৰিত্যাগ কৰিব লাগিব। এবাৰ ৰজাৰ চকুত পৰিল যেতিয়া ৰজা সদায় সজাগ হ'ব। সেয়েহে মোৰ মনে কৈছে এই জয় স্থায়ী নহয়। চুহুংমুং ৰজাৰ গতি-গোত্ৰ বুজিব নোৱাৰি। লগনীয়াইঁতে অনবৰতে লগাই থাকিলে ৰজাৰ মন সলনি হ'ব। সিহঁতে বাপক ৰাজৰোষত পেলাবলৈ যত্ন কৰিব। তেতিয়া কথা গুৰুতৰ হ'ব। সেয়ে ভালে ভালে ধুৱাহাট এৰাৰ চিন্তাহে কৰা ভাল হ'ব। এনেবোৰ কথাই মোৰ মন চঞ্চল কৰিছে বাপ।' বুলি কৈ মাধৱ মনে মনে ৰ'ল। শঙ্কৰদেৱে মাত লগালে—

'তোমাৰ দূৰদৰ্শিতাৰ কথা মই বুজি পাইছোঁ। স্থান সলনি কৰাত আমাৰ আপত্তি নাই। বৰদোৱাৰ পৰা এতিয়ালৈকে ৰৌতা, গাংমৌ, কোমোৰাকটা আদি ঠাই এৰি ধুৱাহাট বেলগুৰি পালোঁহি। এইখন ঠাইতো প্ৰায় ওঠৰ বছৰ কটালোঁ। নাজানো মানুহক কি দিলোঁ, কি পালে। চেষ্টা নকৰাকৈ থকা নাছিলোঁ। তুমি সজ চিন্তা কৰিছা মাধৱ। কেৱল ৰজাৰ দাবীতে নহয়, আমি যি সত্যৰ সন্ধান পাইছোঁ সেয়া কেৱল অসম ৰজাৰ ৰাজ্যতে নহয়, কামৰূপ, বেহাৰ পৰ্যন্ত বিলাব লাগিব। তাৰ বাবে আমি স্থান পৰিৱৰ্তন কৰিবই লাগিব। মোৰ দক্ষিণ হস্ত বঢ়াৰ পো থাকোঁতে চিন্তা কিহৰ? তাৰ বাবে শঙ্কিত হোৱাতকৈ ৰেহৰূপ চাই মানসিকভাৱে প্ৰস্তুত হ'ব লাগে। সময়ে সজ উত্তৰ দিব।'

গুৰুৰ মুখত প্ৰশংসা শুনি মাধৱ লজ্জিত হ'ল। গুৰুৰ মহত্বৰ তুলনাত নিজকে তৃণসম অনুভৱ হ'ল। এৰা, যিজন মহান পুৰুষে ৰাজপদ, সুখ-স্বাচ্ছন্দ্য ত্যাগ কৰি মানুহৰ মঙ্গলৰ কাৰণে যাযাবৰী জীৱন আদৰি লৈছে, তেওঁৰ বাবে আলিপুখুৰী, গাংমৌ, কোমোৰাকটা, বেলগুৰিৰ কি পাৰ্থক্য আছে? সকলোতে এক অবিনশ্বৰ সত্যৰ মহৎ উপলব্ধি। মাধৱে ভাব-চিন্তা জোকাৰি উৎফুল্লিত হৈ পৰিল।

শঙ্কৰদেৱৰ আদৰৰ কনিষ্ঠা কন্যা ৰুক্মিণীৰ বিয়া। গুৰুকন্যাৰ বিয়া, ভকতসকলৰ গাত তৰণি নাই। সকলোৱে হাতে-পাতে যি পাৰে সহায় কৰিছে। মাধৱৰ এই কেইদিন

অলপো জিৰণি নাই। গুৰুৱে যাতে কোনো কথাত মনত কষ্ট নাপায় তাৰ বাবে মাধৱ সদা সতৰ্ক। শঙ্কৰদেৱেও মৰমৰ জীয়েকৰ লগত যৌতুক হিচাপে দিবলৈ যি পাৰে গোটাইছে। বিয়াখন উলহ-মালহেৰে পাৰ হৈ গ'ল। বিয়াৰ দিনা কন্যাই পিতৃ-মাতৃক সেৱা জনোৱাৰ পিছতে মাধৱকো সেৱা জনালে। কালিন্দ্ৰী আয়ে হিয়ালি-জিয়ালিকৈ কান্দিলে। শঙ্কৰদেৱেও ৰুক্মিণীক সাবটি ধৰি চকুলো টুকিলে। মাধৱদেৱৰো বুকুখন বিষাই গ'ল। সজাই-পৰাই আটকধুনীয়াকৈ থোৱা গৰুগাড়ীখনত ৰুক্মিণীক নি তুলি দিওঁতে তাইৰ আকুল চাৱনিটো মাধৱৰ অসহনীয় লাগিল। নিপোটল ৰঙা-বগা গৰুহালে টানি নিয়া গাড়ীখনলৈ মাধৱে চাই থাকিল। কালিলৈকে অন্তৰৰ এটা কোণ জুৰি থকা ছোৱালীজনী লোকৰ হ'ল।

ৰুক্মিণীৰ প্ৰতি মাধৱৰ কিবা ভালপোৱা আছিল নেকি? হয়, মাধৱে ৰুক্মিণীক অশেষ স্নেহ কৰে। কিন্তু এই স্নেহ কায়িক মিলনৰ বাসনাহীন নিভাঁজ, নিষ্পাপ প্ৰেম। চেনেহৰ ভগ্নী উৰ্বশীৰ প্ৰতি যি স্নেহ, জ্যেষ্ঠ ভ্ৰাতৃ দামোদৰৰ পত্নী বৌৱেক মধুমতীলৈ যি অকৃত্ৰিম মৰম— এই স্নেহো তেনেকুৱাই। ৰুক্মিণীক বিদায় দি মাধৱে চকুলো টুকিছে, বণ্ডুকাৰ পৰা গুচি আহোঁতে স্নেহময়ী মাতৃসমা বৌৱেকক এৰি আহোঁতে চকুলো টোকাৰ দৰে। নিজৰ মনৰ ভিতৰতে উদয় হোৱা প্ৰশ্নবোৰৰ উত্তৰ নিজেই দি মাধৱে সকাহ পালে।

শঙ্কৰদেৱৰ ধৰ্মীয় তথা সাংসাৰিক জীৱনত মাধৱ এতিয়া অবিচ্ছেদ্য অঙ্গ। গুৰুঘৰত চাউল সিজাবলৈ খৰি-খেৰ আছেনে নাই, ধান-চাউল আছেনে নাই এইবোৰ কথালৈও মাধৱে চকু দিয়ে। এইবাৰ খৰাং বতৰৰ বাবে শালিধানৰ খেতি মুঠেই ভাল নহ'ল। ধ্বজা আৰু বনবৰাই লাগি ভাগি আহু ধান কেইডৰামানৰ খেতি কৰিলে। আহু চাউলৰ ভাতে শঙ্কৰদেৱৰ পেটত ধৰিলে। গুৰুৰ পেটৰ অসুখৰ কথা গম পাই মাধৱে নাও লৈ দূৰৰ পৰা শালি ধান কিনি আনি মৰাই ভঁৰালত ভৰাই থ'লে আৰু তাৰে তিনিপুৰামান ধান বৰজকা পাতি সিজাই-শুকুৱাই বানি-খুন্দি ডুলিত ভৰাই খাব পৰাকৈ সুবিধা কৰি দিলে। চাৰিকুৰিৰ উৰ্দ্ধৰ পুৰুষজনৰ কিবা বিজুতি ঘটা দেখিলে মাধৱৰ চিন্তাত পাৰ নাইকিয়া হয়। নাই, এইজনা পুৰুষৰ ক'তো বিসঙ্গতি ঘটিবলৈ দিব নোৱাৰি। তাৰাই আমাৰ হৈ, মানুহৰ হৈ আৰু বহুত কৰিবলগীয়া আছে। জাতিটোক, দেশখনক আৰু বহুত দিবলৈ আছে। তেনেজন লোক কুশলে থকাটো, দীৰ্ঘ জীৱন লাভ কৰাতো সকলোৰে কাম্য।

মাধৱৰ ত্যাগ আৰু নিঃস্বাৰ্থ সেৱাই শঙ্কৰদেৱক অভিভূত কৰি তোলে। মাধৱ হৈ পৰে শঙ্কৰদেৱৰ প্ৰাণৰ বান্ধৱ। ভকতৰ সমাজখনতো সেৱক মাধৱ হৈ পৰে আদৰ্শস্বৰূপ অনন্য ব্যক্তি, এক জীৱন্ত কিম্বদন্তি।

বেলগুৰিক কেন্দ্ৰ কৰি শঙ্কৰদেৱৰ ধৰ্মৰাজ্য উত্তৰে-দক্ষিণে, পুবে-পশ্চিমে বহুদূৰলৈকে প্ৰসাৰিত হ'ল। মাধৱদেৱক সৌহাত কাপে লৈ ভকত-বৈষ্ণৱবৃন্দৰ সহযোগত শঙ্কৰদেৱে সমাজখন জাগ্ৰত কৰিবলৈ সক্ষম হৈছে। শঙ্কৰ-মাধৱ হৈ পৰিছে মানুহৰ বুকুৰ

আপোনজন। শত্ৰুও নোহোৱা নহয়। শত্ৰুতা কৰিছে কোনোৱে নিজ স্বাৰ্থত বাধা পৰাৰ আশঙ্কাত, আন কোনোবাই চিৰাচৰিত বিশ্বাস ভঙ্গ হোৱাৰ ভয়ত, ধৰ্মপ্ৰচাৰক শঙ্কৰৰ খ্যাতি বিয়পি পৰাৰ হিংসাত। ভূঞাসকলে শিৰোমণি ভূঞা শঙ্কৰক মনে-প্ৰাণে মানি ল'লেও সেই বংশৰে ককাক মাধৱ দলৈৰ পুত্ৰ হাথীয়া দলৈ আৰু তেওঁৰ পুতেক ৰতিকান্তই শালৰ মাজত শিঙি হৈ শঙ্কৰদেৱক বিন্ধিবলৈ চল চাই ফুৰে। শঙ্কৰদেৱৰ ছাঁটো যেন কৈ লাগি ফুৰা মাধৱকো চকু পাৰি দেখিব নোৱাৰে। তেওঁলোকৰ উচটনিতে আহোম ৰজাই শঙ্কৰদেৱৰ ভতিজাক জগতানন্দক ধৰাই নিছিল।

ৰজাই শঙ্কৰদেৱক ৰাজকাৰেঙলৈ মাতি নি ভক্তিধৰ্ম প্ৰচাৰৰ সপক্ষে শঙ্কৰৰ মুখৰ পৰা বলিষ্ঠ যুক্তি শুনি সময় সাপেক্ষে এই ধৰ্মৰ প্ৰয়োজনীয়তাৰ কথা উপলব্ধি কৰিছিল বাবেই হয়তো ইমান দিনে দেখদেখকৈ ধৰ্মপ্ৰচাৰত বাধা অহা নাছিল। অৱশ্যে শঙ্কৰ-মাধৱ প্ৰচাৰিত নব-বৈষ্ণৱ ধৰ্মই যাতে ৰাজশক্তিৰ কোনো ক্ষয়-ক্ষতি কৰিব নোৱাৰে সেই ক্ষেত্ৰতো ৰজাই শেনচকু ৰাখিছিল। বাধা আহিব, কেৱল বাধা-নিষেধেই নহয়, শাস্তি বিধানো হ'ব, যদিহে শঙ্কৰদেৱৰ ভকতসকলে ৰজাৰ বিদ্ৰোহ আচৰণ কৰে। ৰাজশক্তিৰ ওপৰত কৰ্তৃত্ব স্থাপনৰ কিবা ষড়যন্ত্ৰ কৰে নাইবা ৰাজ্যৰ কিবা অপকাৰ কৰে। কিন্তু নামগোৱা ভকতে তেনে কাম নকৰে বুলি চন্তৰীহঁতে আৰু ৰজাঘৰেও বুজি পায়।

এইবাৰ যাজক পুৰোহিত আৰু ৰতিকান্তহঁতৰ চক্ৰান্ত কামত আহিল। শঙ্কৰদেৱলৈ আহোম ৰজাই বক্ৰদৃষ্টি নিক্ষেপ কৰিলে। ৰজাৰ সন্দিকৈ বৰুৱাই বাতৰি পঠালে শীঘ্ৰে ভূঞাসকলে গৈ ৰজাৰ হাতী ৰাখিব লাগিব ইয়াৰ নেতৃত্ব দিব লাগিব স্বয়ং শঙ্কৰদেৱে।

প্ৰভাৱশালী চুহংমুং ৰজাৰ গৌৰৱ প্ৰকাশৰ বাবে ৰাজ্য-ধন-ঐশ্বৰ্যই যথেষ্ট নহয়। জন্তুশ্ৰেষ্ঠ বৃহৎ জীৱ হাতীৰ সংখ্যাও চুবুৰীয়া কোনো ৰাজ্যই যেন মাৰিব নোৱাৰাকৈ বৃদ্ধি পাব লাগিব। হাতীৰ সংখ্যা এহেজাৰ পূৰ্ণ হ'ব লাগিব। ৰজাৰ আদেশ মতে গড় মৰাই হাতী সুৰাই দি হাতীগড়ত ভৰোৱা হ'ল। গড়ৰ উত্তৰ আৰু দক্ষিণ ফালে লোহিত আৰু ব্ৰহ্মপুত্ৰ। পূবৰ আৰু পশ্চিম দিশৰ দায়িত্ব ভূঞাসকলৰ। ৰজাৰ কঠোৰ আদেশ— উত্তৰ-দক্ষিণ, পূব-পশ্চিম কোনো ফালে হাতী পলাই যাব নোৱাৰিব। পাল ভাঙি হাতী পলাব লাগিলে মুৰব্বী ৰখীয়াৰ মূৰ কটা যাব।

বতৰা পাই মাধৱদেৱৰ অন্তৰ দগ্ধ হ'ল। নাট আৰু গীত-পদৰ সুৰৰ আৱৰ্তত মেৰপাক খাই আত্মমগ্ন ধৰ্ম প্ৰচাৰক শঙ্কৰদেৱ এইবাৰ ৰাজনীতিৰ মেৰাপকত সোমাল। গীতেৰে, নাটেৰে, পদেৰে, সুৰেৰে মানুহৰ জীৱনত মহত্বৰ বোল দিবলৈ অহৰহ সাধনাত ব্ৰতী হোৱা ঈশ্বৰ পুৰুষজনৰ মোল ৰজাঘৰে বুজি নাপালে। আহোম ৰজাৰ অনেক ফৈদ, ভাগে ভাগে ফৈদৰ মুখীয়াল আছে। তাৰে এটাক ৰজাই হাতী ৰখাৰ দায়িত্ব দিব পাৰিলেহেঁতেন। সিহঁতক নিদি দিনে-ৰাতিয়ে নাম-কীৰ্তন কৰি থকা ভকতসকলক হাতী ৰখাৰ দায়িত্ব দিয়াও ৰজাৰ অন্য এক ৰাজনৈতিক চক্ৰান্ত। ভাবি ভাবি মাধৱ গৈ গুৰুৰ

ওচৰ পালেগৈ। ভালেমান ভকতেৰে পৰিবেষ্টিত হৈ গুৰুজন বহি আছে। ওচৰতে জোঁৱায়েক হৰি। সকলোৰে মুখবোৰ গোমা।

'বৰাৰ পো, আহোম ৰজাৰ কথাৰ তলা-নলা গম পালানে? নামচৰ্চা কৰি থকা বৈষ্ণৱ ভকত বুলি জানি-শুনিও ৰজাই আমাক এই ভাৰ দিব লাগেনে?'

'বাপ, কথাৰ গুৰি ক'ৰবাত। মই এই অনুমান কৰিয়েই আপোনাক আগতে কৈছিলোঁ। কালীকান্ত মিশ্ৰ, জগদীশ আচাৰ্য, সৰস্বতী আদিয়ে আমাৰ বিপক্ষে পুনৰ ৰজাক নানা কথা লাগইছে। হাথীয়া দলৈ আৰু ৰতিকান্তয়ো তাত যোগ দিছে। আপুনি সকলো ৰাইজৰ প্ৰিয়জন বুলিও ৰজাই গম পাইছে। এনেস্থলত পোনে পোনে আপোনাক ধৰাই নিলে ৰাইজৰ ৰোষত পৰিব বুলি ভাবিয়েই ৰজা আৰু ৰাজবিষয়াহঁতৰ এই চক্ৰান্ত। ৰজাৰ ফন্দিত ভৰি নিদিয়াকৈ থকাৰ এটাই মাত্ৰ উপায় আছে।' মাধৱে চিন্তিতভাৱে ক'লে।

'কি উপায়?' ব্যগ্ৰভাৱে হৰি ভূঞাই সুধিলে।

'গড় ভাঙি যাতে বনৰীয়া হাতী পলাই যাব নোৱাৰে তাৰ ব্যৱস্থা কৰা। তাৰ বাহিৰে আমাৰ অন্য উপায় নাই।'

'তেনেহ'লে বৈ থকাৰ সময় নাই। সকলো সাজু কৰিব লাগে।' মাধৱৰ কথা শুনি শঙ্কৰদেৱে ব্যস্তভাৱে ক'লে। মাধৱ তৎপৰ হৈ পৰিল। শকত-আৱত, কৰ্মঠ ভালেমান লোক গোটালে। বছা বছা লোকক পালপাতি শঙ্কৰদেৱে প্ৰহৰীৰ দায়িত্ব দিলে। সকলো গৈ নিৰ্দিষ্ট ঠাই পালেগৈ।

গছ-পাতেৰে আবৰা অটব্য অৰণ্যৰ মাজত সোমাই আছে শতাধিক প্ৰমত্ত মাতঙ্গ, দীঘল দাঁতেৰে জাকে-জাকে মখনা-মাখুন্দীৰ দল। ৰজাৰ হুকুম উন্মত্ত এই বনৰীয়া হাতীৰ দলটোক নিৰ্দিষ্ট সীমাৰ মাজত আবদ্ধ কৰি ৰাখিব লাগিব। নাথাকিলে জোৰ কৰি হ'লেও ৰখাবই লাগিব। গড়ৰ পশ্চিম দিশে যাতে হাতী সৰকি পলাব নোৱাৰে তাৰ বাবে সতৰ্ক হৈ থাকিবলৈ শঙ্কৰদেৱে ৰখীয়াহঁতক নিৰ্দেশ দিলে। সকলোৰে চকুৰ টোপনি হৰিল। পুহমহীয়া জাৰৰ ৰাতি, তাতে হাবিৰ মাজৰ ঘোপ মৰা আন্ধাৰ। দিনটো খোল-তাল লৈ নাম-কীৰ্ত্তন কৰি ৰখীয়া ভকতহঁতে ভালদৰেই পাৰ কৰি দিয়ে। ৰাতিটোয়েই তেওঁলোকৰ বাবে হাতীটো হৈ পৰে, চোৰে চৰ মাৰিলেও নেদেখা অন্ধকাৰ হাবিৰ মাজত ভকতৰ দলে পি-পিয়াই ফুৰিব লাগে। ৰজাৰ হুকুম মৰি পৰিও পালন কৰিব লাগিব।

অসম ৰজাৰ সকলো প্ৰজাই আখৰে আখৰে ৰজাৰ হুকুম পালন কৰে। ৰজাৰ হুকুম মানিয়েই নামগোৱা ভকতহঁতেও দুৰ্গম অৰণ্যত মহ-ডাঁহৰ কামোৰ খায়ে হাতীৰখীয়া হ'ল। কিন্তু বনৰীয়া হাতীৰ যেতিয়া জঁক উঠে স্বয়ং গণেশ দেৱতাইও তাক বাধা দিব নোৱাৰে। ৰজাৰ আদেশ দূৰতে থাওক, স্বয়ং বিধাতাৰ আদেশো সিহঁতে মানিব নোখোজে।

ৰখীয়াহঁতে বৰ বৰ কাঠ জাপি দি দপ্‌দপাই জুই ধৰি কাঁহ বজাই হাতী ৰখে। এদিন দুদিনকৈ বাৰ দিন পাৰ হৈ গ'ল। গজেন্দ্ৰৰ আদেশ মানি আমনি লাগিল। গুণ্ডা

হাতীটোৱে সুবিধা বুজি মূৰেৰে খুন্দিয়াই, দাঁতেৰে খুচি খুচি গড়টোৰ এঠাইত ভাঙি পেলালে। ৰখীয়াহঁতে যাঠি-জোং লৈ চিঞৰ-বাখৰ, হৈ-চৈ কৰি, আপ্ৰাণ চেষ্টা কৰিও হাতী ৰখাব নোৱাৰিলে! দলে-বলে হাতীবোৰ সেইফালে ওলাই গৈ আনফালৰ হাবিত সোমালগৈ। ৰখীয়াবোৰৰ ক'লৈ যাও, কি কৰোঁ লাগি যেনিয়ে-তেনিয়ে পলাল। শঙ্কৰদেৱ কিংকৰ্তব্যবিমূঢ় হৈ পৰিল।

আহোম স্বৰ্গদেৱে হাতী পলোৱাৰ বাতৰি শুনি খঙত টিঙিৰি তুলা হৈ শঙ্কৰদেৱ প্ৰমুখ্যে ভূঞাসকলক ধৰি নিবলৈ হুকুম দিলে। শঙ্কৰদেৱে খবৰ পাই পৰিয়ালবৰ্গসহ ভূঞাসকলক পলুৱাই পঠাই ক'ৰ পানী ক'লৈ যায় চাবলৈ ঘৰতে ৰ'ল। সেইদিনা কিবা এটা চিন্তা কৰি হাতত কীৰ্ত্তন পুথিখন লৈ শঙ্কৰদেৱে ঘৰত চোতালতে পায়চাৰি কৰি আছে। এনেতে আঠ-দহোটামান শকত-আৱত, নিপোটল মানুহ হাতত যাঠি লৈ শঙ্কৰদেৱক বেঢ়ি ধৰিলেহি। আশী বছৰীয়া বুঢ়া শঙ্কৰৰ গালৈ মুহূৰ্ততে আহিল সাতোটা হাতীৰ বল। গামোচাখনেৰে কীৰ্ত্তন পুথিখন বান্ধি লৈ আঠোটা বলবান চাওদাঙক ঠেলা মাৰি পিছ ফালৰ বাৰীখনেদি লৰ ধৰি বাটৰ মৰি নৈখনৰ বৰখালটো এক জাঁপে পাৰ হৈ সিপাৰ পালেগৈ। পিছে পিছে পহু খেদা দিয়া চাওদাংকেইটাই পাৰ হ'ব নোৱাৰি ঘূৰি-পকি যাওঁতে অনেক সময় লাগিল। সিহঁত ঘূৰি গৈ নৈ গৰাত এজন পুৰুষ বৈ থকা দেখি 'এইটো শঙ্কৰ, ধৰ, ধৰ' বুলি চোঁচা ল'লে। ওচৰ পাই হাতত পুথি লৈ গেৰোৱা লেটোৰা শুভ্ৰ ধুতি পিন্ধা, উদং শৰীৰত উত্তৰীয়ে সৈতে সুদৰ্শন পুৰুষজনক দেখা পাই সিহঁত হতভম্ব হৈ ইটোৱে সিটোৰ মুখলৈ চাই ক'লে, 'হেৰৌ এওঁ শঙ্কৰ নহয়, কোনোবা ব্ৰাহ্মণহে। ব'ল, ব'ল আমাক শঙ্কৰক লাগে। শঙ্কৰক ধৰি দিব নোৱাৰিলে ৰজাই সুখেৰে নেৰিব।' বুলি শঙ্কৰক বিচাৰি আঁতৰি গ'ল।

কেউফালৰ অশান্ত পৰিৱেশ আৰু পৰিস্থিতিয়ে মাধৱৰ মনৰ শান্তি হৰিলে। তথাপি নাম-প্ৰসঙ্গ খতি হ'বলৈ দিয়া নাই। ভকতসকলো যাতে হতাশ হৈ ভাগি নপৰে তাৰ বাবে মাধৱে চেষ্টা কৰে। তেওঁলোকক বুজায় যে বাহ্যিক সুখ-স্বাচ্ছন্দ্য, ৰাজপ্ৰীতি-ৰাজৰোষ সকলোকে সমজ্ঞান কৰিব পৰাজনহে প্ৰকৃত ভকত। সেইবোৰত লাগি পৰমানন্দ নামক বিসৰ্জন দিব নালাগে। বৰঞ্চ হৰি চৰণত বিপদ তাড়নৰ উপায়হে বিচাৰি পোৱা যায়। ৰজা, ব্ৰাহ্মণ বা আন কাৰো আমি অপকাৰ নকৰোঁ। এইসকলে ভুল বুজিহে আমাৰ অপকাৰ সাধন কৰিছে। গতিকে গোৱা, ভকতসকল গোৱা—

'ত্ৰাহি হৰি পৰিলোঁ পাও
উপায় পৰমানন্দ দিয়া।'

প্ৰাণ খুলি সকলোৱে কীৰ্ত্তন কৰিলে। গুৰুজন কীৰ্ত্তনলৈ অহা নাই কাৰণে চন্দ্ৰবিহীন ৰজনীৰ দৰে ভকত সমাজলৈ চকু দি বেদনাগধুৰ হৈ পৰিল মাধৱৰ মন। নামৰ অন্তত গুৰুজনৰ বৰজোঁৱাই হৰি ভূঞাৰ লগত গুৰুগৃহলৈ বাট পোনালে।

শঙ্কৰক বিচাৰি ঘূৰি-পকি ৰজাৰ দূতকেইটাই আহি মাধৱ আৰু হৰি ভূঞাৰ লগত ভেটা-ভেটি হ'ল। শঙ্কৰক নোপোৱাৰ খং আৰু ৰজাৰ দণ্ডৰ ভয়ত সিহঁত উদণ্ড আৰু অস্থিৰ হৈ পৰিছে। মুখৰ আগতে সুপুৰুষ দুজনক দেখা পাই ভূঞা বংশৰে কোনোবা বুলি ধৰি লৈ সুধিলে —

'তহঁত কোন? ক'ৰ মানুহ, কিয় আহিছ?'

'আমি শঙ্কৰদেৱৰ ভকত। নাম-কীৰ্ত্তনৰ পৰা আহিছোঁ। মোৰ নাম মাধৱ, এইজন হৰি ভূঞা, আমাৰে বান্ধৱ।' মাধৱদেৱে সহজ-সৰলভাৱে উত্তৰ দিলে।

মাধৱৰ কথা শুনি দূতকেইটাই 'পালোঁ, পালোঁ' বুলি চিঞৰি কিৰিলি পাৰি উঠিল। দুয়োজনকে টানি টানি বান্ধি লৈ ৰজাৰ সন্দিকৈ বৰুৱাৰ ওচৰ পোৱালেগৈ। সন্দিকৈৰ আদেশত দুয়োজনকে পোতাশালত বন্দী কৰি থোৱা হ'ল। অনিদ্ৰা, অনাহাৰত জৰ্জৰিত হ'ল দুয়োজন ভকত। তথাপি নিৰাশ নহৈ জীৱনৰ চৰম মুহূৰ্তত হৰিনাম কীৰ্ত্তনৰ বাহিৰে অন্য উপায় নাই বুলি তেওঁলোকে দিনে-নিশাই নাম গাবলৈ ধৰিলে। এদিন হৰিয়ে মাধৱদেৱক সুধিলে— 'শুনিছোঁ অসম ৰজাই আমাৰ দুয়োজনৰে শিৰচ্ছেদৰ হুকুম দিছে। এতিয়া আমাৰ উপায় কি আতৈ?'

মাধৱদেৱে সাহস দি ক'লে, 'হৃদয়ত ভগৱন্তৰ ৰূপ ধাৰণ কৰি তেওঁৰ গুণানুকীৰ্ত্তন কৰাই আমাৰ একমাত্ৰ উপায়। নামে আমাৰ মৃত্যুভয় দূৰ কৰিব। নামানন্দত একাকাৰ হ'ব পাৰিলে মৃত্যুও আনন্দময় হ'ব।'

একান্তমনে শুনি থকা হৰিয়ে মাত লগালে, 'আপুনি অনাসক্ত নিস্পৃহ ভকত। মই সংসাৰীজন সিমানৰ লায়কৰ নহওঁ আতৈ। মই যদি সময়ত নাম পাহৰোঁ মোক সোঁৱৰাই দিব।'

দুয়োজনে কথোপকথন কৰি থাকোঁতেই কাৰাগাৰৰ কৰ্মচাৰী দুজন আহি হৰি ভূঞাক ক'লে যে দুই-চাৰিশ টকা ক্ষতিপূৰণ দিলে তেওঁলোকক চৰম দণ্ডৰ পৰা ৰেহাই দিব পৰা যাব। কথাষাৰ শুনি মাধৱদেৱে হৰি ভূঞাক ককৰ্থনা কৰি ক'লে— 'বন্ধু, অন্যায়ৰ আশ্ৰয়েৰে মৃত্যুৰ পৰা সাৰিবলৈ যত্ন কৰাতকৈ ইশোপলব্ধিৰে মৃত্যুক তৰিবলৈ যত্ন নকৰা কিয়?'

মাধৱৰ কথাত হৰিৰ মনৰ পৰা অবিদ্যাজনিত অন্ধকাৰ দূৰ হ'ল আৰু আসন্ন মৃত্যুৰ বাবে সাজু হ'ল। অৱশেষত বিচাৰ আৰম্ভ হ'ল। পশ্চিমগড়ৰ ৰখীয়াই হাতী ধৰি ৰাখিব নোৱাৰাৰ গুৰুতৰ অপৰাধৰ বিচাৰ। তত্বাৱধায়ক শঙ্কৰ পলাল। চাওদাঙে তেওঁৰে শিষ্য মাধৱ আৰু জোঁৱায়েক হৰিক বিচাৰ সভাত থিয় কৰাইছে। শঙ্কৰক বিচাৰি পাওক বা নাপাওক, ভকত মাধৱ আৰু হৰিৰ দোষ থাকক বা নাথাকক, ৰাজদ্ৰোহ অপৰাধত কোনোবাই শাস্তি পাবই লাগিব। ভকত দুজনক বিচাৰ সভালৈ অনা হ'ল। শিশুসুলভ, নিৰপৰাধ চকু-মুখ। বিচাৰ সভাত গুণগুণনি উঠিল, 'এনে সৌম্য মূৰ্ত্তিৰ লোক দুজন অপৰাধীনে? আহোম ৰজাৰ নিৰ্বিচাৰৰ কথা জানিও এওঁলোক ইমান নিৰুদ্বিগ্ন।'

ৰজাৰ কোনো ভাবান্তৰ নঘটিল। টান মাতেৰে সুধিলে— 'তইঁত কোন? কি কামত ফুৰ?'

'স্বৰ্গদেউ, আমি শঙ্কৰদেৱৰ শিষ্য। নাম-কীৰ্ত্তন কৰা, ধৰ্মকথা আলাপ-আলোচনা কৰা আৰু গীত-পদ লিখি মানুহক শিকোৱাই আমাৰ কাম।' অমায়িকভাৱে মাধৱে ক'লে। মাধৱৰ সৰলতাই ৰজাক মুগ্ধ কৰাৰ পৰিবৰ্তে দুগুণে ক্ৰোধান্বিত কৰি তুলিলে।

'নাম গোৱাৰ কথা কৈ বৰাই কৰিবলৈ আহিছ? তইঁতৰ দেখিছোঁ বৰ স্পৰ্ধা। নাম গাই গায়েই হাতী পলুৱালি। নাম কি তইঁতৰ? কোন আছে পৰিয়ালত? ৰজাৰ ক্ৰোধবহ্নিত সন্ত্ৰস্ত নহৈ সহজভাৱেই মাধৱে ক'লে।

'মোৰ নাম মাধৱ, কেউ কিছু নাইকিয়া বৈৰাগী ভকত। এওঁ হৰি ভূঞা। সংসাৰী লোক, পৰিয়াল আছে?'

সকলো কথা শুনি আহোম স্বৰ্গদেউ চুহুংমুঙে সিদ্ধান্ত দিলে যে স্বৰ্গদেউৰ প্ৰতিজ্ঞা মতে হাতী পলালে ৰখীয়াক মৃত্যুদণ্ড বিহিব লাগিব। ৰজাৰ কথাৰ লৰচৰ নহ'ব। ইহঁতক কাটিব লাগিব। অৱশ্যে কেও-কিছু নোহোৱাটোক কাটিলে দুখ-বেজাৰ কৰিবলৈ কোনো নাথাকিব। তাক কাটি লাভ নহ'ব। তাক এৰি দি শীঘ্ৰে গৃহস্থী বন্দীটোৰ শিৰশ্ছেদ কৰিব লাগে।'

বিচাৰৰ ৰায় সম্পৰ্কে বন্দীদ্বয়ৰ অৱগত হ'ল। গৃহস্থী হৰিৰ শিৰশ্ছেদ হ'ব। প্ৰথমে মাধৱ বিহ্বল হ'ল। দুজন বন্দী, এজনক এৰি আনজনৰ কিয় শিৰশ্ছেদৰ আজ্ঞা হ'ল? চকুলো বোৱাই দুয়োহাতেৰে হৰিক সাৱটি ধৰিলে। পিছ মুহূৰ্তত মাধৱে নিজকে সান্ত্বনা দিলে। এৰা, এয়াও ঈশ্বৰৰে ইচ্ছা। তেওঁ জীয়াই থাকিব লাগিব পৰম বান্ধৱ বাপজনাৰ কাষে কাষে বাট বুলিবলৈ দাসৰো দাস এই মাধৱৰ প্ৰয়োজন আছে। ভাবি-চিন্তি মাধৱে হৰিক উদ্‌গনি যোগালে। জন্ম হ'লে সকলো প্ৰাণীৰে মৃত্যু অৱশ্যাম্ভাৱী। 'আজি মৃত্যু হৌক নতু শতেক অন্তৰ, অৱশ্যে মৰণ আছে সবে জগতৰ। কিন্তু এই মৃত্যুক নামস্মৰণৰ যোগেদি মহীয়ান কৰি তুলিব পাৰি এতিয়া তাৰ বাবেহে সাজু হ'ব লাগিব।' মাধৱৰ উপদেশ হৰিয়ে শিৰত তুলি লৈ গুৰুক স্মৰণ কৰি মহাপ্ৰয়াণৰ বাবে সাজু হ'ল।

সন্দিকৈ বৰুৱাই ৰজাৰ আদেশ ঘোষণা কৰিলে— 'বৰাগীজনক এৰি গৃহস্থীজনৰ মূৰ কাটিব লাগে।' দুটা ৰখীয়াই হৰিক মাধৱৰ ওচৰৰ পৰা লৈ আহিল। মাধৱো পিছে পিছে আহি থকা দেখি ৰখীয়াকেইটাই তেওঁক বাধা দিলে। মাধৱ থমকি ৰোৱা দেখি তেওঁক আহিবলৈ দিবলৈ হৰিয়ে প্ৰাৰ্থনা জনোৱাত সন্দিকৈ বৰুৱাই তেওঁক অনুমতি দিলে। কিছুদূৰ আহি সকলো ৰ'ল। হৰিক বলিশাললৈ লৈ যোৱা হ'ল। সতৃষ্ণ নয়নে হৰিয়ে মাধৱলৈ চালে। বেদনাদগ্ধ মাধৱে হৰিক ভগৱন্তৰ চৰণত দেহ-মন সমৰ্পণ কৰি মন দৃঢ় কৰিবলৈ উপদেশ দিলে।

এক মৃত্যুগম্ভীৰ পৰিৱেশ। জুমা-জুমে মানুহ আহি গোট খাইছে। শ শ লোকে বেৰি থকা ঘেৰটোৰ সোঁমাজত হাতত দীঘল বলিকটা দা লৈ ৰাক্ষস যেন চাওদাংটো। দৃশ্যটো দেখি মাধৱে কিছুপৰ চকু মুদি ৰ'ল আৰু হৃদয়ৰ আবেগ উজাৰি গভীৰ কণ্ঠেৰে গাবলৈ ধৰিলে—

'ভয়ো ভাই সাৱধান। যাৱে নাহি চুটে প্ৰাণ।।
গোবিন্দৰ ফৰমান। নিকটে মিলব জান।।
জীৱন যৌৱন ঘোৰ। সবে মায়াময় চোৰ।।
দুখ সৱ কৰ দুৰ। হৰি পদে মন পূৰ।।
তেজ সৱ অভিলাষ। দূৰ কৰা মোহ পাশ।।'— মাধৱৰ হিয়া ভেদি বৈ যোৱা সুৰৰ কঁপনিত গোটেই পৰিৱেশ কাঁহ পৰি জীণ গ'ল। ক্ষণভঙ্গুৰ সংসাৰৰ সকলো অভিলাষ দূৰ কৰি ভগৱন্তৰ চৰণ কমলত দেহ-মন নিমজ্জিত কৰিবলৈ হৰিক জনোৱা মাধৱৰ আবেগ বিহ্বল আহ্বানে হাজাৰ জন সমবেতৰ হৃদয় স্পৰ্শ কৰিলে। হৰিয়েও মায়াময় সংসাৰৰ মোহ-পাশ ছিঙি কৃষ্ণৰ চৰণত মন নিবিষ্ট কৰিলে। দা লৈ আগবাঢ়ি আহিল যমদূত হেন চাওদাং দুটা। তাকে দেখি হৰিয়ে ক'লে, 'চাওদাং ককাই, নাম লোৱা শেষ হ'লে মই হাত দাঙিম। তেতিয়াই মোক কাটিবি।' হৰিৰ নিৰ্ভয় ভাব দেখি মানুহৰ মাজত গুণগুণনি উঠিল। কি দেখিছোঁ, কি শুনিছোঁ? সম্ভাব্য মৃত্যুৰ আগমুহূৰ্তত এনে নিৰ্ভীক ভাব। এনে কথাও সম্ভৱ হ'ব পাৰেনে? চাবলৈ অহা মানুহৰ বুকুৰ ঢপঢপনি। দয়ামায়াহীন চাওদাংটোও খন্তেকলৈ থৰ লাগিল।

হৰিৰ ইঙ্গিত পাই চাওদাঙে ঘাপ মাৰিলে। নিমিষতে ছিন্ন মূৰ আহি মাধৱৰ ভৰিৰ কাষত পৰিলহি। হৰিৰ অন্তৰ ভেদি ওলোৱা নামব্ৰহ্ম পৰম ব্ৰহ্মৰ লগত একাকাৰ হ'ল। গোটখোৱা হাজাৰজন লোকে হৰিৰ ছেদিত কণ্ঠই দি নাম প্ৰতিধ্বনিত হোৱা যেন শুনি ইস্-আস্ কৰি গধুৰ অন্তৰেৰে ঘৰলৈ উভতিল।

দুখ-বেদনাত থকা-সৰকা হৈ মাধৱৰ অন্তৰ ভাগি সৰ্‌সৰ্‌কৈ চকুলো বাগৰিল। মনত পৰিল গুৰুজনালৈ, হৰিৰ দুৰ্ভগীয়া পৰিয়ালৈ। নিৰুপায় মাধৱ। অবিবেকী, অত্যাচাৰী ৰজাৰ উদণ্ড মানসিকতাৰ বলি হ'ল নিৰপৰাধ হৰি। মাধৱক মুক্তি দিয়াটোও ৰজাৰ আন এক চক্ৰান্ত যেন অনুভূত হ'ল। সেই চক্ৰান্তৰ ভৰি নিদিওঁ বুলি ভাবি মাধৱে মেচাগড় পুখুৰীৰ পাৰতে জুপুৰি ঘৰ এটা সাজি ভিক্ষা কৰি জীৱন প্ৰবৰ্তাবলৈ ধৰিলে। পুৱা-গধূলি মাধৱৰ জুপুৰিত হৰিনামৰ সুৰ শুনি ইজন-সিজনকৈ মানুহ মাধৱৰ কাষ চাপি আহিল। ভক্ত মাধৱৰ অমায়িকতা আৰু সৰলতাই সকলোকে মুগ্ধ কৰিলে।

শঙ্কৰ-মাধৱৰ মিলন ঘটা দিনৰে পৰা মাধৱ হৈ পৰিছিল শঙ্কৰদেৱৰ জীৱনৰ অভিন্ন অংশ। ধুৱাহাটৰ ভকত সমাজতো মাধৱ আছিল কৰ্মযোগী আদৰ্শ পুৰুষ। সিজনাৰ অবৰ্তমানত গুৰু-ভকত কাৰো মনত সুখ নোহোৱা হৈছে। আৰু হৰি? যাৰ ওপৰত ঘৰ-

সংসাৰৰ সকলো দায়িত্ব অৰ্পণ কৰি শঙ্কৰদেৱে নিচিন্ত মনে ধৰ্ম-চৰ্চা আৰু প্ৰচাৰত ব্ৰতী হ'ব পাৰিছিল, সেইজন হৰিৰ অনুপস্থিতিয়ে গুৰু পৰিয়ালৰ লগতে ভকত সমাজকো চিন্তিত কৰি তুলিছিল। সকলোৰে লগত আলোচনা কৰি বান্ধৱ মাধৱ আৰু হৰিৰ মঙ্গলৰ কাৰণে শঙ্কৰদেৱে পালনাম আৰম্ভ কৰিলে।

ভক্তি বিগলিত কণ্ঠে ভকতসকলে একেস্বৰে পালনাম ডাকিছে— 'হৰি মোৰ বান্ধৱ কৃষ্ণ হৰি এ, ৰাম, ৰাম ৰাম।' সপ্তম দিনত পালনামৰ অন্ত পৰিল। চিন্তাক্লিষ্ট মনে শঙ্কৰদেৱে বাট চাই আছে। ভগৱন্তৰ কৃপা দৃষ্টি হ'বনে? সশৰীৰে তেওঁলোক উভতি আহিবনে? অবাঞ্ছিত দুৰ্ভাৱনাই তেওঁক অস্থিৰ পৰি তুলিলে। এখোজ-দুখোজকৈ পদূলিলৈ ওলাই গৈ উৎকণ্ঠিতভাৱেৰে দূৰলৈ চাই থাকোঁতে কোনোবা এজন আহি থকা দেখা পালে। তেনেতে লোকজন আহি ওচৰ পালেহি। শঙ্কৰদেৱে এয়া, এয়া দেখোন মোৰ প্ৰাণৰ বান্ধৱ বুলি মাধৱক আঁকোৱালি ধৰিলে। মাধৱে গুৰুৰ চৰণ চুই প্ৰণাম জনালে। শঙ্কৰৰ বুজিবলৈ বাকী নাথাকিল যে ভগৱন্তৰ কৃপাত মাধৱ ৰাজৰোষৰ পৰা সাৰি আহিল। কিন্তু হৰি? তেওঁৰ মৰমৰ ৰবজোঁৱাই হৰিৰ কি হ'ল? গুৰুৰ আকুল দৃষ্টিত মাধৱ মৰ্মাহত হ'ল আৰু কৈ গ'ল সেই নৃশংস হত্যাৰ কাহিনী।

মাধৱৰ মুখে হৰিৰ পাশৱিক হত্যাৰ কাহিনী শুনি শঙ্কৰৰ অন্তৰ দগ্ধ হ'ল। কন্যা মনুৰ হিয়াভগা বিননিয়ে জ্বলা জুইত ঘিউ ঢালিলে। বংশ-পৰিয়াল, ভকত-বৈষ্ণৱসকলে দুখত ভাগি পৰিল। শঙ্কৰদেৱ ধ্যানস্থ হ'ল। হৰিনাম স্মৰণ কৰি দুখ পাতলাই সকলোকে সান্ত্বনা দি ক'লে— 'বিধিৰ বিধান কোনে খণ্ডাব? দাম্ভিক ৰজাৰ অবিচাৰৰ বলি হৈও হৰি জোঁৱায়ে প্ৰকৃত ভকতৰ দৰে হৰিনাম লৈ প্ৰাণ এৰিলে। এজন বৈষ্ণৱৰ বাবে এয়া পৰম গৌৰৱ। হাজাৰ বাৰ কান্দি-কাটিও আমি আৰু হৰিক ঘূৰাই নাপাওঁ। সেয়ে সকলো শান্ত হওক। আমাৰ মাধৱে যে মুক্তি পালে সেয়াই বহুত। পিছে মাধৱ ৰাজৰোষৰ পৰা তুমি কিদৰে সাৰি আহিলা?'

'বাপ, এই দুৰ্ভগীয়াই হৰিক হেৰুৱাই ৰজাৰ আসে বুজিব নোৱাৰি এৰি দিলোঁ' বুলি কোৱাৰ পাছতো ধুৱাহাটলৈ নাহি মেচাগড় পুখুৰীৰ পাৰতে পঁজা ঘৰ এটি সাজি থাকিবলৈ ল'লোঁ। এদিন পুখুৰী পাৰতে বহি নামগাই থাকোঁতে দিহিঙীয়া ৰজাই লগুৱা-লিকচৌসহ সেই বাটেদি ফুৰিবলৈ আহোঁতে মোক দেখি ইমান দিনে কিয় ঘৰলৈ যোৱা নাই বুলি সুধিলে। স্বৰ্গদেৱৰ অনুমতি পোৱা নাই বাবেই নাইযোৱা বুলি গম পাই ৰজা আচৰিত হ'ল। ধন-বস্ত্ৰ দি আমাক বিদায় দিবলৈ সন্দিকৈ বৰুৱাক হুকুম দিলে। ৰজাই দিয়া ধন-বস্ত্ৰ এৰি চাউল চৰুকে লৈ নাৱেৰে তিনিদিন আহি এয়া শ্ৰীচৰণৰ ভেট হৈছোঁহি।'

'এৰা, ভালেই কৰিলা। কিছুদিনৰ আগতে এনে এক পৰিণতিৰ সম্ভাৱনাৰ কথা তুমি ইঙ্গিত কৰিছিলা, আমি গুৰুত্ব নিদিয়াৰ বাবে অঘটনৰ ঘটিল। যি হ'ল, হ'ল এতিয়া আসন্ন ভৱিষ্যতৰ বাবে সাজু হ'বৰ হ'ল।' এইবুলি মাধৱক আশ্বাস দি তেওঁৰ চিন্তাত ব্যাকুল হৈ থকা মাক আৰু ভনীয়েকৰ ওচৰলৈ পঠাই দিলে।

মাধৱ গৈ ঘৰ পোৱাৰ লগে লগে মাকে 'বোপাই অ', তোক হাততে হৰুৱাই জীৱন্তে মৃত হৈ আছিলোঁ। আজিহে প্ৰাণ ঘূৰাই পালোঁ' বুলি সাবটি ধৰি চকুলো টুকিলে। ভনীয়েক উৰ্বশীয়েও উচুপি উঠিল। বহুদিনৰ মূৰত পৰিয়ালৰ পৰিৱেশৰ মাজত মাধৱে শান্তি পালে। সকলোৰে মৰম-চেনেহ আবদাৰত দুদিন শান্তিৰে থাকি পুনৰ মাধৱৰ মন-চিত্ত জৰ্জৰিত হৈ পৰিল।

'নাই, নাই এনে অবিবেকী অত্যাচাৰী ৰজাৰ শাসনত থকাতো উচিত নহয়। গুৰুজনক, ভকতসকলক নিষ্ঠুৰ ৰজাৰ স্বেচ্ছাচাৰিতাৰ বলি হ'বলৈ দিব নোৱাৰি। ধৰ্মপ্ৰচাৰকৰ প্ৰতি ৰজাৰ সহানুভূতি হওক চাৰি নিৰ্যাতন আৰম্ভ হ'ল যেতিয়া শঙ্কৰ গুৰুৱে এই ৰাজ্যত ধৰ্ম বিলোৱা সম্ভৱ নহ'ব। অনুগ্ৰহ নকৰিলেও নিগ্ৰহ নোহোৱা হ'লে গুৰুজনাৰ গীত-মাত, ৰস-ছন্দেৰে ৰসহীন সমাজ জীৱনত গতি প্ৰদান কৰাৰ কৃত সংকল্প হয়তো ফলৱতী হ'লহেঁতেন। ইতিমধ্যে ধুৱাহাট আৰু তাৰ আশে-পাশে মানুহবোৰে তাৰাৰ নৱ প্ৰদত্ত সমাজ দৰ্শনৰ ছাঁত জুৰ ল'বলৈ দলে-বলে আগবাঢ়ি আহিছিল। ভক্তি ধৰ্মই তেওঁলোকৰ মাজত সৃষ্টি কৰিছিল জীৱনৰ নতুন অৰ্থ, নতুন মূল্যবোধ। ওঠৰ বছৰতকৈও অধিক কাল গুৰুজনাই এই মানুহবোৰৰ মৰম-চেনেহৰ মাজত সুখে-দুখে থাকি ধৰ্ম বিলালে। এই ঠাইত আৰু গুৰুজনাক থাকিবলৈ দিব নোৱাৰি। অতি শীঘ্ৰে এই ঠাই এৰি যাবলৈ অনুৰোধ কৰিব লাগিব।'

ৰামদাসৰ লগত কথাবোৰ আলোচনা কৰি প্ৰাতসতে দুয়োজন গৈ শঙ্কৰদেৱৰ ওচৰ পালেগৈ। দুজন সন্ন্যাসীৰ লগত কথোপকথন কৰি শঙ্কৰদেৱ চ'ৰাত বহি আছে। সেৱা জনাই দুয়ো বহিল।

'আহিলা? মাৰাৰ কুশলনে?'

'আই ভালেৰেই আছে। পিছে এই সকলকহে চিনি নাপালোঁ।'

'এই দুজন দেশ ভ্ৰমণ কৰি ফুৰা সন্ন্যাসী। অসম ৰজা আৰু বেহাৰ ৰজাৰ ৰাজসভাতো কিছুদিন আছিল বোলে।' — শঙ্কৰদেৱৰ কথা শুনি মাধৱে যেন বিচৰা বস্তু এটাহে পালে। সন্ন্যাসীক সম্ভাষণ জনাই মাধৱে সুধিলে—

'আপোনালোকে অনেক দেশ-বিদেশ ফুৰিছে। অসম আৰু বেহাৰ ৰাজ্যও আপোনালোকে ভ্ৰমণ কৰিছে। অসম ৰজা আৰু বেহাৰ ৰজাৰ শাসন সম্পৰ্কে আপোনাসৱৰ কেনে অভিজ্ঞতা হ'ল?' মাধৱৰ প্ৰশ্নৰ উত্তৰ দিবলৈ পাই সন্ন্যাসীয়ে ভালেই পালে। এজনে লাহে লাহে কৈ গ'ল—

'প্ৰথমে অসম ৰজাৰ কথাকে কওঁ শুনক। এদিন আমি সভাত বহি থাকোঁতেই এটা বাৰীচোৱাই ৰজাক ডাঙৰ পকা জৰা টেঙা এটা দিলেহি। টেঙাটো কটাই ৰজাই নিজেও খালে আৰু মন্ত্ৰী-পাৰিষদ সকলোকে ভগাই দিয়ালে। সুমিষ্ঠ জৰা টেঙা খাই ৰজাই তৃপ্তি পাই মন্ত্ৰীক ক'লে যে এই নিপুণ বাৰীচোৱাটোক জৰাগুটিৰে সৈতে তেওঁৰ পিতাকৰ

মৈদামতে পুতি থ'ব লাগে যাতে তেওঁৰ পিতৃয়েও তেনে সোৱাদ জৰা টেঙা খাবলৈ পায়। মন্ত্ৰীয়ে ৰাজআজ্ঞা পালন কৰি তাকে কৰিলে। এতিয়া এইজন ৰজাৰ বিচাৰ-বিবেচনাৰ বিষয়ে আপোনালোকেই অভিমত দিয়ক।'

সন্ন্যাসীয়ে কোৱা কথা সঁচা হওক, নহওক পিছৰ কথা, তেওঁলোকে অসম ৰজাৰ বিবেকহীনতাৰ পৰিচয় ইতিমধ্যে ভালদৰে পালে। মুখেৰে প্ৰকাশ নকৰি পুনৰ সন্ন্যাসীক ক'লে, 'অসম ৰজাৰ কথা বুজিলোঁ বাৰু, বেহাৰ ৰজাৰ তাত বা কেনে অভিজ্ঞতা হ'ল।'

'বৰ ভাল কথা সুধিলে, তাতো আমাৰ বিচিত্ৰ অভিজ্ঞতা হ'ল।' এইবুলি সন্ন্যাসীয়ে কৈ গ'ল—

'বেহাৰ ৰজা নৰনাৰায়ণে এজন বৈদ্যক বিশুদ্ধ তেল তৈয়াৰ কৰিবলৈ আদেশ দি ধন-বিত দিলে। অনেক দিন পৰিশ্ৰমৰ অন্তত প্ৰস্তুত কৰা তেল বৈদ্যজনে দুজন ভাৰীৰ কান্ধত দি ৰজাৰ ঠাইলৈ পঠালে। দুৰ্ভাগ্যক্ৰমে ভাৰী এটাৰ ভৰি পিছলি তেলৰ মাথিটো পৰি ভাগিল। ৰজাই কিয় তেল নষ্ট কৰিলি বুলি সোধাত ভাৰী দুটাই আঁঠুকাঢ়ি কৰযোৰে ক'লে, 'মহাৰাজ, আমি দুটাই হাতত লাখুটি লৈ অতি যত্নেৰে তেলৰ মাথিটো ভাৰ বৈ আনিছিলোঁ। দৈৱ-দুৰ্বিপাকত এটাৰ ভৰি পিছলি ঘটনাটো ঘটিল। গতিকে মহাৰাজ আমাক ক্ষমা কৰক' বুলি কাওবাও কৰাত ৰজাই সিহঁতক ক্ষমা কৰিলে। এতেকে বুজক, কোন ৰজা কেনেকুৱা বুলি সন্ন্যাসীয়ে বিদায় ল'লে।

ৰামদাস আৰু মাধৱে গুৰুৰ চকুলৈ চালে। শঙ্কৰদেৱে সুধিলে, 'বঢ়াৰ পো, সন্ন্যাসীৰ কথাৰ পৰা তোমাৰ কি অনুভৱ হ'ল?'

'বাপ, অধমক সুধিছে যেতিয়া কওঁ, দায়-দোষ নধৰিব। এখন ৰাজ্যৰ শাসনকৰ্তা হৈ যিজনৰ অলপো বিচাৰ শক্তি নাথাকে, যি ৰজা অজ্ঞানী আৰু যি ৰাজ্যত হকে-বিহকে মানুহৰ প্ৰাণ বধ কৰা হয়, তেনে ৰাজ্য বাসৰ উপযোগী নহয়। তেনেজন ৰাজা স্বৰ্গদেউ চুহুংমুং। এনে ৰজাৰ শাসনৰ পৰা ভকত সমন্বিতে বাপজনা শীঘ্ৰে আঁতৰিব লাগে।'

'ঠিকেই কৈছা। এই গুৰু আসন, নামঘৰ, মণিকূট সমন্বিতে ধুৱাহাটৰ আশ্ৰমিক পৰিবেশে আমাৰ সকলোকে আনন্দ দিছিল। তথাপি এই ঠাই এৰি যোৱাত মোৰ কোনো আপত্তি নাই। কিন্তু যাবা ক'লৈ? বয়সে চাৰিকুৰি সোতৰ বছৰ চুলৈগে যদিও মনৰ শক্তি আৰু দৃঢ়তা নাইকিয়া হ'ল বুলি ভবা নাই। স্থান পৰিবৰ্তন কৰিবলৈও শংকা নকৰোঁ। বৰঞ্চ ভক্তি প্ৰচাৰৰ বাবে এনে পৰিবৰ্তন কাম্য। বৰ্তমানৰ পৰিবেশেও মন অশান্ত কৰিছে। তাৰ পৰা পৰিত্ৰাণ পোৱাৰহে উপায় বিচাৰিছোঁ।' শঙ্কৰদেৱৰ বিমৰ্ষ মনৰ কথাই মাধৱক দুখ দিলে। সান্ত্বনাৰ সুৰেৰে ক'লে—

'বাপ, বিপদত ধৈৰ্য ধৰিবলৈ আপুনিয়েই আমাক শিকালে। শ্ৰীচৰণৰ পৰাই জানিলোঁ মনুষ্য জীৱন, ধন-সম্পদ, সকলোকে কালে গ্ৰাস কৰে। কিন্তু আপুনি এই অঞ্চলৰ মানুহবোৰলৈ ধুমুহা বতাহে ধ্বংস কৰিব নোৱাৰা, বিলাই দিলেও অন্ত নোহোৱা এক পৰম

সম্পদ দিলে সেয়া হৈছে নামধৰ্ম। কালে নাশিব নোৱাৰা নামব্ৰহ্মাই তেওঁলোকৰ উত্তৰণ ঘটাব। কেৱল এই ঠাইতে নহয়, আন ঠাইৰ লোকৰ মাজতো এই পৰম সম্পদ বিলাব লাগে। সেয়েহে কৈছোঁ, আপুনি ইয়াৰ পৰা যাব লাগে। ক'লৈ যোৱা হ'ব এই প্ৰশ্নৰ উত্তৰো সন্ন্যাসীৰ কথাতে বিচাৰি পাইছোঁ। বাপে সিদ্ধান্তহে দিব লাগে।'

মাধৱৰ কথাত শঙ্কৰদেৱৰ মুখ উজ্জ্বলি উঠিল। 'তুমি বৰ কথা সোঁৱৰালা মাধৱ। তুমি কাষত থাকিলে মই বৰ সাহস পাওঁ। বেহাৰ ৰাজ্যৰ ৰজা নৰনাৰায়ণ কাশীদেশৰ ব্ৰাহ্মণ সন্ন্যাসীৰ ওচৰত সংস্কৃত শিক্ষা লাভ কৰা পৰম বিদ্বান পণ্ডিত লোক। নৰনাৰায়ণ ৰজা দক্ষ শাসনকৰ্তা হোৱাৰ উপৰিও তেওঁৰ জ্ঞানলিপ্সা আৰু কাব্যপ্ৰীতিৰ কথা দেশে-বিদেশে বৈ বৈ গৈছে। তেনেজন গুণাকৰ ৰজাৰ ঠাইলৈ গ'লে আমাৰ মনোবাঞ্ছা সিদ্ধি হ'ব যেন পাওঁ। নিৰ্দিষ্ট সীমাৰ মাজতে আবদ্ধ থকাটোও আমাৰ জীৱনৰ লক্ষ্য নহয়। এতিয়া আমাৰ দৃষ্টি প্ৰসাৰিত হোৱাৰ সময় আহি পৰিছে। ভগৱন্তৰো ইচ্ছা হৈছে কামৰূপ, বেহাৰতো ভক্তি ধৰ্মৰ প্ৰচাৰ হ'ব লাগে। সেয়ে চিন্তা-ভাৱনা এৰি সকলো বেহাৰ ৰাজ্যলৈ যাবলৈ সাজু হ'ব লাগে। ভক্তবৃন্দ আৰু ভূঞা পৰিয়ালক নাও সাজু কৰিবলৈ কোৱা। এয়া মোৰ স্থিৰ সিদ্ধান্ত।'

একেৰাহে কথাখিনি কৈ শঙ্কৰদেৱ ৰ'ল। আনন্দেৰে মাধৱে মাত লগালে, 'বাপ, এই সিদ্ধান্তত আমি সকলো একমত। কৰুণাময় কৃষ্ণ আমাৰ সহায় হওক।' এইবুলি মাধৱে সুৰ ধৰি গালে—

'কৰুণাময় ৰাম কৰুণাময়।
কৰিও কৃপা যেন উচিত হয়।।
তুমিসে ৰাম কৃপা ৰসেৰ নিধি।
তোমাৰ কৃপা বিনে নাহিকে সিদ্ধি।।'

বেদনা মলিন শঙ্কৰৰ মুখ-মণ্ডলৰ পৰা দুখবোৰ আঁতৰি উজ্জ্বলি উঠিল, ডাৱৰে ঢাকি খন্তেকৰ বাবে আন্ধাৰ কৰা জোনটোৰ পৰা ডাৱৰবোৰ আঁতৰি যোৱাৰ দৰে।

ৰামদাস আৰু মাধৱে ভকতসকলক বতৰা দিবলৈ ততাতৈয়াকৈ আঁতৰি গ'ল।

* * *

আহোম ৰজা চুহুংমুঙে দুকুৰি বছৰ ৰাজত্ব কৰাৰ পিছত নিজ পুত্ৰ চুক্লেংমুঙৰ চক্ৰান্তৰ বলি হৈ মৃত্যু বৰণ কৰে। এওঁৰ ৰাজত্ব কালতে চুতীয়া আৰু কছাৰী ৰাজ্যৰ অধিকাংশ দখল কৰাৰ উপৰিও উত্তৰ পাৰৰ ভূঞাসকলকো দখল কৰে। এওঁৰ দিনতে মুছলমানৰ লগত আহোমৰ সংঘৰ্ষ হয় আৰু বঙ্গৰ চুলতানৰ সৈন্যবাহিনীক কৰতোৱা নদী পাৰ কৰি খেদি পঠিয়ায়।

সেই কালত বিশ্বসিংহ কোচ ৰাজ্যৰ ৰজা আছিল। তুৰ্বকক হৰুবাই আহোম সেনাপতি চনখাম বৰগোহাঁয়ে কোচ ৰাজ্য আক্ৰমণ কৰি আহোমৰ কৰতলীয়া কৰে। কিছুদিনৰ পিছত কোচ ৰজা বিশ্বসিংহৰ মৃত্যু হয় আৰু তেওঁৰ পুত্ৰ মল্লদেৱে নৰনাৰায়ণ নাম লৈ সিংহাসনত বহে আৰু ভায়েক চিলাৰায়ে শুক্লধ্বজ নাম লৈ যুৱৰাজ আৰু সেনাপতি পদত অধিষ্ঠিত হয়।

ৰজা হৈ নৰনাৰায়ণে আহোমৰ পোতক তুলিবলৈ উঠি-পৰি লাগিল। আহোমেও শক্তি সংগঠিত কৰি কোচ ৰজাৰ সম্মুখীন হয়। দিক্‌ৰাই নৈৰ পাৰৰ ৰণত আহোম সেনা হাৰি উত্তৰপাৰ এৰি দক্ষিণপাৰৰ কলিয়াবৰ পালেগৈ। সংগ্ৰাম সিংহ, চিলাৰায়ৰ প্ৰতাপত তিষ্ঠিব নোৱাৰি আহোম সেনা তাৰ পৰাও হুঁহকি যায়। পিছত পিছলা নৈৰ পাৰত হোৱাত ৰণত আহোমৰ জয় হ'ল।

এনে সংঘাত-সংঘৰ্ষত আহোম ৰাজশক্তি ব্যস্ত হৈ থকাৰ সময়তে কামৰূপলৈ স্থান পৰিৱৰ্তন কৰা উচিত হ'ব বুলি শঙ্কৰদেৱে বিবেচনা কৰিলে। ইতিমধ্যে প্ৰতাপ ৰায় আৰু গাভৰুখা নামৰ প্ৰতিপত্তিশালী দুজন ভূঞাই নৰনাৰায়ণৰ লগত মিত্ৰতা স্থাপন কৰাৰ সংবাদ পাই শঙ্কৰদেৱে সন্তোষ পালে। দুই বৃহৎ ৰাজশক্তিৰ সংঘৰ্ষৰ আচিলাতে ধুৱাহাট এৰাৰ মানস কৰি জ্ঞাতি-বন্ধু, ভকত-বৈষ্ণৱ সমন্বিতে সপৰিয়ালে শঙ্কৰদেৱ যাবলৈ ওলাল। ৰামদাস আৰু মাধৱদেৱ থাকোঁতে শঙ্কৰদেৱে চিন্তা কৰিবলগীয়া নহ'ল। মাধৱৰ আজ্ঞা মতে নাওবোৰ সাজু কৰা হ'ল। সকলোবোৰ মানুহ যাবলৈ ইমানবোৰ নাও ক'ৰপৰা পোৱা যায়? কিন্তু যাব লাগিবই। বৰ বৰ কলগছ কাটি ভুৰ তৈয়াৰ কৰা হ'ল। বৰনৈত শাৰী শাৰীকৈ থকা নাওবোৰত বয়-বস্তু ভৰাইছে। একোটা পৰিয়ালৰ কাঁহী-বাটি, লোটা-ঘটি, টৌ-চৰিয়া, ভাগে ভাগে বাচন-বৰ্তন, কাপোৰ-কানি, ভকত-বৈষ্ণৱৰ নাই বুলিও গাইপতি তিয়নি-বুৰণি,বাহিৰ ফুৰা আৰু ভিতৰুৱা কানি-কন্থাবোৰ, ধুতি-কাপোৰ ভৰোৱা জপাবোৰ, খোল, তাল, দবা, শঙ্খ আদি সেৱাৰ সামগ্ৰীবোৰ আৰু শঙ্কৰদেৱৰ বৰ বৰ কাঠৰ আৰু বেতৰ জপাবোৰ।

মাধৱৰ সতৰ্ক দৃষ্টি — এই দুৰ্লভ সম্পদৰাজি ক'তো ক্ষতি-খুন নোহোৱাকৈ কামৰূপ দেশ পোৱাবগৈ লাগিব। কি আছে তাত? ধন-সোণ, হীৰা-মুকুতা? শিৰোমণি ভূঞা শঙ্কৰৰ ৰাজকীয় সা-সম্পদ?

নাই নাই, ভিক্ষাৰী শঙ্কৰে ধন-সোণ ক'ৰপৰা পাব? প্ৰয়োজনেই বা কি? তাত আছে হীৰা-মুকুতাৰ মূল্যৰে জুখিব নোৱাৰা দুৰ্লভ সম্পদ। শ্ৰীশঙ্কৰৰ জ্ঞান মণীষাত প্ৰাণ পাই উঠা চিৰন্তন ভাৰতীয় চিন্তাৰ, ধৰ্ম-দৰ্শনৰ মূৰ্ত প্ৰকাশ কেইখনমান অমূল্য গ্ৰন্থ। ৰজা হৰিশ্চন্দ্ৰৰ ত্যাগৰ কাহিনীৰে 'হৰিশ্চন্দ্ৰ উপাখ্যান', 'ভক্তি প্ৰদীপ', 'ৰুক্মিণীহৰণ কাব্য', 'পত্নী প্ৰসাদ নাট', 'ওৰেষা বৰ্ণন', 'অজামিল উপাখ্যান', প্ৰহলাদ চৰিত' আদি কীৰ্ত্তন পুথিৰ অধ্যায়সমূহ, গীত-নাট আদি অনেক কাব্য সম্ভাৰ সাঁচিপাতৰ বুকুত ৰচিত হাজাৰ যুগৰ

ভাব-চিন্তা, সাধনা আৰু তপস্যাৰ বাথৰুৱা বেশ সকলো নিব লাগিব। নাৱত নধৰিলে কলগছৰ ভূৰ সাজি হ'লেও সকলো ভকতো যাব লাগিব। কথাবোৰ ভাবি ভাবি মাধৱে বস্তুবোৰ নাৱত ভৰাবলৈ আৰম্ভ কৰিলে।

শঙ্কৰ-মাধৱ দুয়োজনা এইবাৰ ধুবাহাট এৰি কোচ ৰাজ্যলৈ যাবলৈ ওলাইছে। শোকাকুল ধুৱাহাটবাসী ৰাইজ, ভকত-বৈষ্ণৱবৃন্দ। গায়নে গীত জুৰিলে, 'কি কহব উদ্ধৱ, কি কহব প্ৰাণ। গোবিন্দ বিনে গয়ো গকুল উছান' বায়নে পৰিতালৰ ঘাট মাৰি গা-মান বজালে। ধনশ্ৰী ৰাগৰ গীতৰ সুৰে সুৰে গুৰুক আগত লৈ আগবাঢ়িল গায়ন-বায়নৰ দল, সলোতক নয়নে অনেক গুণমুগ্ধ প্ৰজা। গীতৰ করুণ সুৰ, নাৰীসকলৰ উচুপনিয়ে শোক বহ্নিত ঘিউ ঢালিলে। গায়ন-বায়নৰ চকুৰ লোতক মাটিত পৰিল। আগে আগে গতি কৰিছে দীৰ্ঘদেহী দুজন পুৰুষ। সকলোৰে দৃষ্টি তেওঁলোকৰ ওপৰত।

দীঘলীয়া শোভাযাত্ৰা হেন দলটো গৈ নৈৰ ঘাট পালেগৈ। গায়নে শোকাকুল কণ্ঠেৰে গালে, 'গকুলক মাণিক কানু নৰ নিধি। হাতে হৰণ নিকৰুণ বন্ধ বিধি' সামৰণিৰ ঘাট পৰিল। সকলোৱে গুৰুক সেৱা জনালে। ৰাইজৰ কান্দোনৰ ধ্বনি গছে-বনে ঠেকা খাই প্ৰতিধ্বনিত হ'ল। শঙ্কৰদেৱে বৰবায়নক তুলি ধৰিলে। সকলো থিয় হ'ল। শান্ত-সমাহিতভাৱে সকলোলৈকে দৃষ্টি দি শঙ্কৰদেৱে ক'লে —

'হে মোৰ মৰমৰ ভকত বৈষ্ণৱ সব, অনেক কাল তোমালোকৰ মৰম-চেনেহৰ মাজত থাকি আঁতৰি যাবলৈ দুখ পাইছোঁ। আমি ৰাইজক কি দিব পাৰিলোঁ নাজানো, কিন্তু হৃদয় উজাৰি নামমন্ত্ৰ দিবলৈ যত্ন কৰিছিলোঁ। তোমালোকক বুজাবলৈ যত্ন কৰিছিলোঁ কথাৰে নহয়, গীত-নাট আৰু সেইবোৰ শ্ৰৱণ-কীৰ্ত্তনৰ মাজেৰে। যাবৰ পৰত এতিয়াও কৈ যাওঁ, ভক্তিয়েই আমাৰ পথ, ভগৱন্তত একান্ত বিশ্বাসেই আমাৰ মূলধন। এই পথত যাত্ৰা কৰিবলৈ ধনী হ'ব নালাগে। পণ্ডিত বা উচ্চবৰ্ণও হ'ব নালাগে। কৃষক-বনুৱা, হালোৱা-হজুৱা সকলোৱে এই পথেৰে বাট বুলিব পাৰে। হে ভক্তবৃন্দ। ভয় পৰিহাৰ কৰি তোমালোক নিজ পথত আগবাঢ়ি যোৱা। দৈৱকীনন্দন কৃষ্ণ তোমালোকৰ সহায় হ'ব। তোমালোকক মই পাহৰিব নোৱাৰোঁ। মোকো তোমালোকে মনৰ মাজৰ পৰা আঁতৰাই নপঠোৱা যেন।' বুলি শঙ্কৰদেৱে নাৰায়ণ নাম স্মৰণ কৰি সকলোলৈকে চাই সজল নয়নে নাৱত ভৰি দিলে। সকলোৱে হৰিধ্বনি কৰিলে। উৰুলি-ধ্বনি আৰু কান্দোনৰ সুৰ একাকাৰ হৈ পানীত খলকনি তুলিলে।

লুইতৰ ভটিয়নী সোঁতত আগবাঢ়িলে শঙ্কৰৰ নাও। স্থিৰ দৃষ্টিৰে শঙ্কৰে চাই ৰ'ল ধুৱাহাটৰ বৰ নামঘৰৰ ফালে। সাত খলপীয়া গুৰু আসনখন তেওঁৰ মানস পটত জিলিকি উঠিল।

বঠাৰ চপ্-চপ্ শব্দ তুলি বাকীবোৰ নৌকাই পিছ ল'লে। সকলোকে পঠাই লৈ সপৰিয়ালে ৰামদাস আৰু মাধৱ নাৱত উঠিল। এনেতে দুজন লোক থৰ-কাচুতি হেৰুৱাই

ঢপলিয়াই অহা দেখিবলৈ পাই মাধৱে ৰামদাসক পাৰলৈ নাওখন চপাই দিবলৈ ক'লে। লোককেইজনে ওচৰ পাই 'আমাকো লৈ যাওক' বুলি কাবৌ-কাকুতি কৰিবলৈ ধৰিলে।

খঙেৰে মাধৱে সুধিলে, 'অতবোৰ নাও বয়-বস্তু বোজাই দি মেলিলে, ইমান পৰলৈকে ক'লৈ গৈছিলাহঁক।'

'ভাত এমুঠি খাই লওঁ বুলি খৰি লুৰিবলৈ যাওঁতেই এইখন হ'ল বাপ। আমাৰ এতিয়া কি গতি হ'ব? আপোনাৰ ভৰিত ধৰিছোঁ। আমাক নেৰিব।'

ৰামদাসে 'সময়ৰ মোল নুবুজা মানুহক লাই দিব নাপায় জেঠেৰি। আপুনি নাৱত উঠক' বুলি খঙতে ভোৰ্‌ভোৰালে। কিন্তু কানু সাতোলা আৰু থোলোক ভকতৰ কাবৌ-কাকুতিখন দেখি মাধৱৰ মনত দুখ লাগিল। ৰামদাসলৈ চাই ক'লে, 'বৈনাই, এওঁলোক দুয়োজনকো নিবলগা হ'ল।'

'বয়ে-বস্তুৱে ঠাহ খাই নাওখনত গা লৰাবলৈকে ঠাই নাই আৰু দুজন লোকক কিদৰে নিয়া যায়?' ৰামদাসৰ কথাত মাধৱ সন্তুষ্ট নহৈ ক'লে— 'ভকত দুজনক নাৱত উঠিবলৈ দিয়া। মই ঠাই উলিয়াই দিছোঁ।' বুলি মাধৱদেৱে জপা দুটা নৈৰ পানীলৈ বগৰাই দি ভকত দুজনক নাৱত উঠিবলৈ ক'লে। থোলোক আৰু কানু ভকত নাৱত উঠি মাধৱৰ চৰণ চুই কান্দি কান্দি ক'লে, 'চোট আতাই এইকণ কৃপা নকৰা হ'লে গুৰুৰ চৰণ চিন্তি এই ঠাইতে প্ৰাণ এৰিলোঁহেঁতেন।' নাও চলিল, জপাকেইটা নাৱৰ পিচে পিচে ভাঁহি আহি থাকিল। বাকীবোৰ নাও গৈ গৈ কোনোবাখন পালেগৈ। দুপৰৰ আহাৰ গ্ৰহণ কৰিবৰ বাবে এড়োখৰ সুচল ঠাইত নাওবোৰ ৰখালে। ভকত-ভৃত্যসকলে ঠায়ে ঠায়ে খোলা কৰি ৰন্ধনৰ আয়োজন কৰিছে।

ইমান পৰলৈকে মাধৱৰ নাও আহি নোপোৱা দেখি শঙ্কৰদেৱ চিন্তিত হৈ নৈৰ পাৰত থিয় হৈ ব্যগ্ৰভাৱে চাই আছে। এনেতে মাধৱৰ নাও আহি ঘাটত লাগিলহি। পৰিয়ালসহ ৰামদাস আৰু মাধৱ নামি আহি গুৰুক সেৱা জনালে। তেওঁলোকক দেখি শঙ্কৰদেৱ আনন্দিত হ'ল। পাও পখালিবৰ কাৰণে নদীলৈ নামোতে কিবা এটা আহি তেওঁৰ ভৰিত লাগিল। মাধৱে দেখি লৰালৰিকৈ নামি গৈ শঙ্কৰদেৱৰ ভৰিত লগা জপা দুটা তুলি আনি কাপোৰবোৰ উলিয়াই শুকাবলৈ নৈৰ বালিত মেলি দিলে। শঙ্কৰদেৱে মাধৱৰ কাৰ্য দেখি ভাল নাপাই সুধিলে, 'ক'ৰ জপা তুলি আনিলা? এইবোৰ কি কথা?'

'বাপ, আনৰ বস্তু তুলি অনা নাই, জপাকেইটা এই সেৱকৰে' বুলি সমস্ত বৃত্তান্ত বৰ্ণনা কৰিলে। কথা শুনি শঙ্কৰদেৱে অভিভূত হৈ ক'লে, 'বঢ়াৰ পো, তোমাৰ মহৎ কাৰ্যই তোমাৰ লগতে মোকো ধন্য কৰিলে। প্ৰকৃত ভকতেহে ভকতৰ মোল বুজে। ভাৰতীয় দৰ্শনত ভোগতকৈ ত্যাগৰ আনন্দ অধিক। ত্যাগৰ মাজেদি তুমি লাভ কৰা বিমলানন্দৰ কণিকা আমিও লাভ কৰিলোঁ' বুলি গুৰুৱে সন্তুষ্টিৰ হাঁহি মাৰিলে।

সেইদিনা ৰাতিটো নাৱতে কটাই প্ৰাতঃসতে পুনৰ নৌকা যাত্ৰা আৰম্ভ হ'ল। দলে দলে লোকক বুকুত লৈ নাওবোৰ ভটিয়ায় যাবলৈ ধৰিলে। প্ৰয়োজন মতে নাও ৰখাই

ভোজনৰ ব্যৱস্থা কৰা হয়। নাও ৰখালেই মাধৱ খৰখেদাকৈ নাৱৰ পৰা নামি খলা অঁতাই আই গোসাঁনীক আখা পাতি ৰন্ধাৰ ব্যৱস্থা কৰি দিয়ে। গুৰুৱে ভোজন কৰাৰ পিছত মুহুদি গোটাই দিহে মাধৱে নিজে ৰান্ধি-বাঢ়ি মাতৃসমে ভোজন কৰে। এনেকৈয়ে নিতৌ গুৰুৰ সেৱা ধৰি, কথা সুখেৰে সুদীৰ্ঘ নৌকাযাত্ৰা সুখময় কৰি তোলে।

সেইদিনা মাধৱৰ নাও আগবাঢ়িল। এডোখৰ সুচল ঠাইত গুৰুৰ বাবে অতাই বাসা সাজি আখা পাতি অনেক সময় ৰৈ শঙ্কৰ গুৰু আহি নোপোৱা দেখি নিজৰ বাবে ঠাই অতাই চাউল সিজালে। বক্‌বককৈ ভাত উতলি থাকোঁতেই শঙ্কৰদেৱৰ নাও আহি সেই ঠাই পালেহি। মাধৱ নৈৰ ফালে আগবাঢ়ি গৈ 'আহক বাপ, শোভন ঠাই দেখি নাও ৰখাই বাপৰ নিমিত্তে আখা পাতি ৰৈ আছোঁ। মাধৱৰ কথালৈ কাণ নিদি শঙ্কৰৰ নাও আগবাঢ়ি গুচি গ'ল। তাকে দেখি মাধৱে তাৰে ভাত তাতে পেলাই লৰালৰিকৈ সকলো নাৱত উঠিল। নৈখনৰ পাক এটা গৈয়ে শঙ্কৰৰ নাও ৰ'ল। নিমিষতে মাধৱৰ নাও সেইখিনি পোৱাগৈ দেখি শঙ্কৰদেৱে সুধিলে— 'শীঘ্ৰে আহিলা দেখোন, ভোজন কৰা হ'লনে?'

'নহ'ল বাপ।' তলমূৰকৈ মাধৱদেৱে ক'লে।

'কিয়?' আশ্চৰ্য প্ৰকাশ কৰি গুৰুৱে সুধিলে।

'বাপজনাৰ অবিদিত নহয় যে গুৰু সেৱা নকৰাকৈ এই অভাজনৰ ভোজন নহয়। সেৱাৰ পৰা বঞ্চিত হোৱাৰ পিছত কিদৰে ভোজন কৰা যায়?'

গুৰুজনৰ মনত বৰ আঘাত লাগিল। এইবুলি জনা হ'লে বঢ়াৰ পোক এৰি থৈ অহা নহ'লহেঁতেন। এই ঠায়ো সুবিধাজনক নহয়। গতিকে আজি আমাৰ ভোজন নহ'ব।

এনেকৈয়ে এসাজ খাই, এসাজ নোখোৱাকৈ, ক'ৰবাত এৰাতি, ক'ৰবাত এবেলা ৰৈ অৱশেষত বৌ-ৰোৱা সুঁতি পালেহি। নিপুণ খনিকৰ মাধৱে লগত ভকত লৈ ওচৰৰ হাবিৰ পৰা টকৌপাত, বাঁহ-বেত গোটাই আনি গুৰুৰ কাৰণে সৰুকৈ অস্থায়ী বাসগৃহ সাজিলে। তাত কেইদিন মান থাকি সুবিধা নাপাই সেই ঠাই এৰি চাউলখোৱা নদীত সোমাই কিছুদূৰ গৈ এখন আহল-বহল ঠাই পালেগৈ। নৈৰ পাৰতে এজন লোকে এজোপা গছ ডলি আছিল। মাধৱ ওচৰলৈ গৈ সুধিলে—

'হেৰি শুনকচোন। আমি অচিনাকি পথিক। এই ঠাইখনৰ নাম কি? ঠাইখন বা কেনে দয়া কৰি কওকচোন।'

লোকজনে সাউৎ কৰে নামি মাধৱৰ ওচৰ পাই সন্ত্ৰমৰ দৃষ্টিৰে চাই সুধিলে, 'কিয়বা সুধিলে? অৱশ্যে আপোনাক দেখিয়েই গম পাইছোঁ কোনোবা সম্ভ্ৰান্ত অতিথি বুলি।' এইবুলি মাধৱৰ ভবিৰপৰা মূৰলৈ চাই ৰসিকতা কৰি ক'লে—

'শুনা বাপু তপাবৰি নামে এই থান।
ফল-ফুল, খেতি-বাতি হোৱয় শোভন।

নাই স্থৰ হেপাৰ নাই ৰাজ ভয়।
ইচ্ছা হ'লে এই থানে থাকিবে পাৰয়।'

এইবুলি কথা জনা লোকজনে ঢেকঢেকোই হাঁহি 'আপোনাৰ প্ৰশ্নৰ উত্তৰ ইয়াতে আছে' বুলি প্ৰণাম জনাই মানুহজন গছ দলিবলৈ গুচি গ'ল। তেওঁৰ কথা মাধৱে ৰস পাই আহি গুৰুক জনালেহি। শঙ্কৰদেৱৰ সন্মতিক্ৰমে চাউলখোৱা নদীৰ পাৰৰ এই ঠাইখনতে থাকিবৰ বাবে অস্থায়ী বাসগৃহ নিৰ্মণ কৰা হ'ল।'

তপাবৰি ঠাইখন শাকে-পাতে নদন-বদন। মানুহবোৰ ভাল। শঙ্কৰদেৱ আৰু ভকত-বৈষ্ণৱসকলে ইয়াত থাকি ভালেই পাইছে। কোনো কোঢ়-কাল নোহোৱাকৈ কেইটামান মাহ পাৰ হ'ল। লাহে লাহে দেখা গ'ল মানুহবোৰক এই ঠাইখনে সুজা নাই। ইজনৰ পিছত সিজনকৈ সকলোৰে জ্বৰ-নৰিয়া হ'বলৈ ধৰিলে। নৰিয়াত পৰাবোৰৰ চুলিবোৰ সৰি তপা হ'ল। অনেকে প্ৰাণ এৰিলে। একান্ত ভকত সৰ্বজয় আতৈয়ো মৃত্যুৰ মুখত পৰিল। এওঁৰ মৃত্যুৱে শঙ্কৰ-মাধৱ দুয়োৰে অন্তৰত বৰ আঘাত হানিলে।

শঙ্কৰদেৱৰ মন উদাস। কথাবোৰ ভাবি-চিন্তি বহি থাকোঁতে মুকুন্দ ভকত আহি ক'লেহি, 'বাপ ঈশ্বৰ, সৰু আতাৰ মাতৃৰ যোৱা-থোৱা অৱস্থা। মই খবৰটো দিবলৈহে আহিলোঁ।'

'হয়নে? মনোৰমা বায়ো আমাক এৰি যাবলৈ ওলাল? পৰশুই দিনা আমি কথা-বাৰ্তা পাতি আহিছিলোঁহে। এৰা, ঈশ্বৰৰ ইচ্ছা কোনে খণ্ডাব? ব'লা, ময়ো যাওঁ' এইবুলি দুয়ো গৈ ৰামদাসৰ ঘৰ পালেগৈ। অন্তিম শয্যাত মনোৰমা আই পৰি আছে। মাধৱে যিমান পাৰে সিমান শুশ্ৰূষা কৰিছে। শঙ্কৰদেৱে কৃষ্ণনাম উচ্চাৰণ কৰি মনোৰমাৰ মূৰত হাত দিলে। সতৃষ্ণ নয়নে শঙ্কৰদেৱৰ মুখলৈ চাই মনোৰমাই ৰাম উচ্চাৰণ কৰি শেষ নিশ্বাস ত্যাগ কৰিলে। প্ৰাণসমা মাতৃৰ বিয়োগে মাধৱক শোকাকুল কৰিলে। উৰ্বশীও কান্দোনত ভাগি পৰিল।

মাধৱে ৰামদাসৰ সহযোগত মাতৃৰ কাঠসংস্কাৰ কৰি দহদিনত দশপিণ্ডাদি কাৰ্য সম্পন্ন কৰিলে। মাতৃহীন মাধৱৰ শোকাবিষ্ট মুখ দেখি শঙ্কৰদেৱে মনত কষ্ট পালে।

'মাধৱ আমি আৰু ইয়াত নাথাকো'। শঙ্কৰদেৱৰ কথা শুনি মাধৱে কিছু আচৰিত হৈ সুধিলে, 'কিয় বাপ, গজলাসুঁতি এৰা ছমাহ হৈছেহে এথোন। আকৌ ..........'

'এই ঠাইখনে আমাৰ মানুহবোৰক সুজা নাই। প্ৰায়বোৰৰে জ্বৰ-নৰিয়া হৈ চুলি সৰি তপা হ'ল। এইখন তপাবৰি নহৈ তকলাবাৰীহে। সৰ্বজয় আতৈ, মনোহাৰী বায়ো গ'লগৈ। আমিও এইখন ঠাই এৰি যাব লাগে।'

গুৰুৱে ইচ্ছা কৰিলে যেতিয়া বৈ থকাৰ সকাম নাই। সকলো যাবলৈ ওলাল। গজলা সুঁতিয়েদি ভটীয়াই গৈ শঙ্কৰ-মাধৱ সমন্বিতে সকলো গৈ খোৱানদী পালেগৈ। খোৱা নদীয়েদি কিছুদুৰ গৈ বাৰাদি নামৰ ঠাইখন। বাৰাদিত সকলো নামিল। তাতে ভোজনৰ বাবে আখল-চৰু পাতি আয়োজন কৰিলে।

নৈৰ পাৰৰ কাঠৰ টুকুৰাটোতে নিৰানন্দ মনে মাধৱে নৈৰ ফালে চাই বহি আছে। নানা চিন্তাই তেওঁৰ মনত লুকা-ভাকু খেলিছে। মাতৃৰ আদ্যশ্ৰাদ্ধৰ দিনো আহি পালেহি। থকাৰ থান-থিত, হাতত ধন-বিত একোৱেই নাই। মাধৱ কিছু অস্থিৰ হ'ল। কৰ্মযোগী মাধৱ তেনেকৈ মন মাৰি বহি থকা দেখি শঙ্কৰদেৱ তেওঁৰ ওচৰ চাপি গ'ল। এনেতে এজন লোক আহি শঙ্কৰদেৱক সেৱা জনালেহি।

'পিছে ক'ৰপৰা অহা হৈছে? চিনিব পৰা নাই?' শঙ্কৰদেৱে সুধিলে।

'মোক বুঢ়া দলৈ বুলি কয়। নৈৰ পাৰৰ গাঁওখনতে বাস কৰোঁ। বাপ ঈশ্বৰৰ অনেক গুণ-গান শুনি আছোঁ। দৰ্শন কৰিবৰ মনেৰে আহিলোঁ। পিছে ইজনাকহে নিচিনিলোঁ। বৰ মন মাৰি আছে দেখোঁ।'

'বুঢ়া দলৈক লগ পাই আনন্দ পালোঁ। তোমাৰ গাঁওখন চাবলৈ যাম। এইজনৰ কথা সুধিছা? এওঁ মাধৱ, পৰম ভকত। আমাৰ পৰম বান্ধৱ। মাতৃৰ পৰলোক ঘটিল। দুই-এদিনতে আদ্যশ্ৰাদ্ধৰ দিন পৰিছে। দিহিঙে-দিপাঙে ঘূৰি ফুৰিব লগা হোৱাৰ বাবে শ্ৰাদ্ধ ভাগ ক'ত পাতিব, ক'ত থাকিব তাৰে উবাদিহ নাইকিয়া হৈ চিন্তিত হৈ পৰিছে।'

শঙ্কৰৰ কথা শুনি বুঢ়া দলৈয়ে 'বৰ ভাল হ'ল, বৰ সুযোগ মিলিল' বুলি আনন্দত জঁপিয়াই উঠিল।

তেওঁৰ ব্যৱহাৰত মাধৱে ভাল নাপালে। শঙ্কৰদেৱেও আচৰিত হৈ সুধিলে, 'আমাৰ অসুবিধা হোৱা দেখি বুঢ়া দলৈয়ে ভালহে পালে নেকি? কিনো সুযোগ মিলাৰ কথা কৈছে?'

'বাপ ঈশ্বৰ, পৰমভক্ত মাধৱক অকণমান সহায় কৰাৰ সুযোগ মিলাৰ কথা ভাবিয়েই বৰ ভাল পালোঁ। এই অধমৰ নকৈ সজা এটি ঘৰ আছে। মাধৱ আতাই তাতেই মাতৃ কৰ্মভাগ কৰিব পাৰিব আৰু যিমান দিন ইচ্ছা থাকিবও পাৰিব। বাপে আজ্ঞা দিলে কৰ্মও সম্পন্ন হ'ব, আমাৰো জীৱন সম্ফল হ'ব।' বিনম্ৰভাৱে দলৈৰে কোৱা কথা শুনি শঙ্কৰদেৱে মাধৱক ক'লে—

'শুনিছানে বঢ়াৰ পো, আজি বুঢ়া দলৈয়ে আমাক ভাল শিক্ষা দিলে। এয়াই ত্যাগৰ আনন্দ। তোমাক এই মহান বিপদত থান এখন দি তেওঁ আমাৰ হৃদয় আসনত চিৰদিনৰ বাবে স্থান লাভ কৰিলে। ভগৱন্তৰ কৃপাত তোমাৰ চিন্তা দূৰ হ'ল।' এইবুলি গুৰুজনে দলৈক হিয়া ভৰি আশিস দি বিদায় দিলে।

ৰামদাস-উৰ্বশী আৰু মাধৱক বুঢ়া দলৈৰ নকৈ সজা ঘৰতে থৈ সপৰিয়ালে শঙ্কৰদেৱ আৰু শিষ্যবৰ্গ গয়াজানেদি উজাই গৈ বৰপেটা বিলৰ পাৰত থকা চুণপোৰা নামে ঠাই পালেগৈ। শস্যে-মৎস্যে অনুপম ঠাই চুণপোৰা। অন্য নাম পালেংদি। সেই ঠাইতে ভকতসকলে হাবি-বন কাটি বাঁহ-বেত গোটাই লৈ বাসগৃহ সজাত লাগি গ'ল। গুৰুজন সেই ঠাইলৈ যোৱা শুনি ওচৰ-চুবুৰীয়া দুই-চাৰিজনে অহি ঘৰ-দুৱাৰ সজাত সহায় কৰিলেহি।

এদিন গুৰুজনৰ ঘৰটো সাজিবলৈ ওখকৈ ভেটি তুলি থাকোঁতে ৰামধন ভকতে তাৰে লোক এজনক সুধিলে, 'হয়নে আতৈ, এই ঠাইখনৰ নামনো কেনেকৈ চূণপোৰা হ'ল?'

'এই নামটোকে লৈ কেইবাটাও কাহিনী সৰু কালৰেপৰা শুনি আহিছোঁ। সেই বৰ পাৰলি গছজোপা দেখিছে? এইবুলি নাতি দূৰতে থকা গছজোপালৈ আঙুলিয়াই দেখুৱালে।

'দেখিছোঁ, পিছে কি হ'ল?'

ৰামধনে ক'লে, 'আমাৰ বোপা-ককাইঁতৰ দিনৰে পৰা এইজোপা গছ থিয় দি আছে। অনেক দেশী-বিদেশী চৰাই আহি ইয়াত বাঁহ লৈ লাদি তলখন চূণৰ দৰে বগা কৰি থয় বাবেই ঠাইখনৰ নাম চূণপোৰা হ'ল বুলি কোনোৱে কয়। আৰু এটা কাহিনী আছে। দ্বাৰকাৰ পৰা কৃষ্ণ আহি কুণ্ডিল কুঁৱৰী ৰুক্মিণীক হৰণ কৰি ৰথত তুলি লৈ যাওঁতে বাটত বৈ গুৱা ভোজন কৰিছিল। কিবা স্বৰূপে এই ঠাইত চূণখিনি পৰি গৈছিল বাবেই ঠাইখনৰ নাম চূণপোৰা হ'ল। এয়ে নে? আৰু আছে কাহিনী।' এই বুলি লোকজনে গাঁঠিৰ গুৱা এখন উলিয়াই মুখত ভৰালে।

এনেতে আনজনে মাত লগালে, 'খেনোৱে কয় বোলে ভাটীফালৰ কেইজনমান চমাৰ, হীৰা লোক আহি কোৰৰ চাব মাৰোঁতে বিৰিণা জোপা উভালি এচৰু পোৰা শামুকৰ চূণ ওলোৱাৰ বাবেই কালত ঠাইখনৰ নাম চূণপোৰা হ'ল।' কথা পাতি কাম কৰি থাকোঁতে ঢাপ তোলা কাম সম্পূৰ্ণ হ'ল।

এনেকৈ থলুৱা লোকৰ সহযোগত ভকতসকলে চূণপোৰাত নামঘৰ-মণিকূট, হাটী-বাতি নিৰ্মাণ কৰি উলিয়ালে। চূণপোৰা হাটৰ সমীপতে শঙ্কৰ-মাধৱেও নকৈ নাম-ধৰ্মৰ পোহাৰ মেলিলে। ভকতিৰ বেহা কৰিবলৈ আশে-পাশে থকা অনেক লোক আগবাঢ়ি আহিল। চূণপোৰা-পালেংদি অঞ্চল হৰিনামৰ ধ্বনিৰে ৰজনজনালে।

নানা ঘাত-প্ৰতিঘাত অতিক্ৰমি ঐদহে-বৈদহে ঘূৰি ফুৰিব লগা হোৱাৰ বাবে শঙ্কৰ-মাধৱ দুয়োজনৰে সৃষ্টি কাৰ্য স্থবিৰ হৈ পৰিছিল। চূণপোৰাৰ নতুন পৰিৱেশত শঙ্কৰদেৱৰ কাপেদি নিগৰিত হৈ কেবাখনো গ্ৰন্থই মূৰ্তৰূপ ধাৰণ কৰিলে। ভাগৱতৰ অষ্টম খণ্ডৰ মূল লৈ 'বলিছলন' কাব্য ৰচিলে। ৰচনা কৰিলে 'অনাদি পাতন' গ্ৰন্থ। আধৰুৱা হৈ থকা 'কালীয় দমন' নাটখনিও ইয়াতে মোখনি মাৰিলে। খোজতে খোজ মিলাই মাধৱদেৱেও গীত-পদ ৰচনাত মনোনিৱেশ কৰিলে।

## আঠ

হেমন্ত কাল। পথাৰত নকৈ গজি উঠা লাহি কোমল ধানগছবোৰ সেউজীয়া হৈ পৰিছে। বৰ সদাগৰ ভবানন্দৰ বৰনাও মানাহৰ সুঁতি এৰি চাউলখোৱা পাই তাৰ পৰা খোৱা নদীত সোমাল। ঘাটত নাও বান্ধিবলৈ মাঝিক নিৰ্দেশ দি সদাগৰ নামি ইফালে-

সিফালে চাই কিছু দূৰ গৈ পথাৰৰ মাজেদি বাট পোনালে। ধীৰ বতাহত কঁপি উঠা ধানপাতৰ বিনন্দীয়া দৃশ্যাই ভৱানন্দৰ দেহ-মন শাঁত পেলালে। কিবা এক অজান আনন্দত তেওঁৰ মন উৎফুল্লিত। আহি আহি বাটৰ কাষৰ খাগৰি ডৰাৰ কাষ পালেহি। হাবিৰ মাজৰ পৰা ভাহি আহিল এটি মধুৰ সঙ্গীতৰ সুৰ—

'নাৰায়ণ কাহে ভকতি কৰো তেৰা
মেৰি পামৰ মন মাধৱ ঘনে ঘন
ঘাটুক পাপ নাচোৰা।' —গীতৰ সুৰে ভৱানন্দক স্তব্ধ কৰিলে।

সাউদে কাণ উনালে, 'কাকু শঙ্কৰে কয়, কৰ কৰুণা নাথ .......' কি সুৰ, কি ভাৱ! কেনে বাচকবনীয়া শব্দৰ সংযোজন! কোন এই কায়স্থ শঙ্কৰ? ভাস্কৰ বিপ্ৰই কোৱা পণ্ডিত, ধৰ্মপ্ৰচাৰক শঙ্কৰদেৱ নেকি?'

ভৱানন্দ ভাবত বিভোৰ হৈ থাকোঁতেই খৰিকটীয়া দুজনে মূৰত খাগৰিৰ মুঠা দুটা লৈ হাবিতলীয়া বাটটোৱেদি ওলাই আহি সাউদৰ ওচৰ পাই তেওঁক দেখি থমকি ৰ'ল।

'খৰিকটীয়া ককাইহঁত, হাবিৰ মাজত তোমালোকে গীত গাইছিলা নেকি?'

সাজে-পাৰে ৰাজপুৰুষ যেন লগা সভাশুৱনি লোকজনৰ ফালে চাই শঙ্কিত দৃষ্টিৰে চাই তেওঁলোকে ক'লে—

'আমিয়েই গাইছিলোঁ, পিছে কিবা অপৰাধ হ'ল নেকি?'

নাই নাই, অপৰাধৰ কথাই নাই। তোমালোকৰ গীতে মোৰ মন-প্ৰাণ টানি নিছে। গীতটিৰ ৰচয়িতা কোন আৰু তেওঁ ক'ত থাকে তাকেহে জানিবলৈ মন কৰি সুধিলোঁ।'

গীতৰ প্ৰশংসা শুনি খৰিকটীয়া দুজনে মনে মনে ভাল পাই ক'লে, 'তাৰাই চুণপোৰা বৃক্ষৰ তলতে সত্ৰ পাতিছে। আমি সেই শ্ৰীমন্ত শঙ্কৰ গুৰুজনাৰে সেৱক। পিছে কিয় বা সোধা হ'ল?'

'ময়ো সিজনাক গুৰু ৰূপে পাবলৈ কামনা কৰিছোঁ, তোমালোকে মোক সহায় কৰি দিব পাৰিবানে?'

ভৱানন্দৰ কথা শুনি লোক দুজনে বৰ সুখ পাই ক'লে, 'আমিয়েই লৈ যাম গুৰুৰ কাষলৈ, ব'লক।' সাউদক লগত লৈ ভকত দুজন আগবাঢ়ি গ'ল।

মুকলি চ'ৰাত বহি শঙ্কৰদেৱে ধ্বজাক সাঁচিপাতৰ জোখ দি পুথিৰ জোখাৰে কাটিবলৈ দেখুৱাই আছে। নিমিনম সিদ্ধ পুথিখন লিখি সামৰিব লাগে। 'ভক্তি ৰত্নাকৰ' নামৰ সংগ্ৰহ পুথি এখনিও ৰচাৰ মানস কৰিছে। গীতো নতুনকৈ ভালেকেইটা ৰচা হ'ল। এৰা, বহুত আশা, বহুত সপোন এই সাঁচিপাতবোৰতে ৰূপ দিব লাগিব।

এনেতে গুৰুপত্নী ওলাই আহি ধ্বজাক কোৱাৰ চলেৰে শঙ্কৰদেৱক শুনালে— 'হয়নে ধ্বজা, তোমাৰ গুৰুক সোধাচোন পুথি লিখিয়েই পেট ভৰিবনে, খোৱা-লোৱাও কৰিব।'

'ভোজনৰ সময় হ'লেইনে এতিয়াই?' শঙ্কৰদেৱে মুৰ দাঙি সুধিলে।

'ভোজন কৰিবলৈ ঘৰত চাউল নাই, গিৰিহঁতৰ জানো খবৰ আছে?' এইবুলি ক্ষোভেৰে কালিন্দ্ৰী আই ভিতৰলৈ সোমাই গ'ল। সেইফালে চাই থাকি 'নাৰায়ণ' বুলি ঘূৰি পোন হৈ বহোঁতেই সমুখত আঢ্যৱন্ত পুৰুষ এজন আহি থিয় দিলেহি।

লগত অহাজনৰ হাতৰ পৰা দ্ৰব্য সম্ভাৰ লৈ শঙ্কৰদেৱৰ আগত থৈ সেৱা জনালে। শঙ্কৰদেৱে তেওঁক আশীৰ্বাদ কৰি মুখলৈ চাই তেওঁৰ সবিশেষ জানিবলৈ বিচাৰিলে। নম্ৰ ভাৱেৰে ভৱানন্দই ক'লে—

'মোৰ ঘৰ বগৰীগুৰি পৰগণাৰ হালধীআটি গাঁৱত। পিতৃ ধৰ্ম কায়স্থ। পিতৃ-মাতৃ প্ৰদত্ত নাম ভৱানন্দ। ৰজাৰ পৰা বৰসদাগৰ নাম পোৱা হ'ল। ভাস্কৰ মিশ্ৰৰ মুখত আপোনাৰ গুণ-কীৰ্ত্তন শুনি বিচাৰি আহি এইখিনি ওলাইছোঁহি। এতিয়া বাপজনাই কৃপা কৰিব লাগে।'

'বোপা ভৱানন্দ, তুমি আহি থিয় দিওঁতেই মোৰ মুখত নাৰায়ণ নাম ওলাল। সেয়ে আজিৰে পৰা তোমাৰ নাম নাৰায়ণ হ'ল। তুমি আপত্তি কৰিবা নেকি?' হাস্য বদনে শঙ্কৰে ক'লে।

ভৱানন্দই থৰ লাগি গুৰুজনৰ ফালে চাই আছিল। এনে সুশোভন ৰূপৰ গম্ভীৰ ব্যক্তিত্বৰ দেৱতুল্য পুৰুষ তেওঁ কোনোদিনে দেখা নাছিল। ভাগ্যৰ বলতহে এনেহেন মহান গুৰুৰ দৰ্শন হ'ল বুলি ভাবি থাকোঁতেই শঙ্কৰদেৱে তেওঁক প্ৰশ্নটো সুধিলে। আনন্দত তেওঁ কি কৰোঁ, কি নকৰোঁ লাগি ক'লে—

'বাপ ঈশ্বৰ, আজি মোৰ জীৱন ধন্য হ'ল। আপোনাৰ এই আশীৰ্বাদ শিৰ পাতি গ্ৰহণ কৰিলোঁ' বুলি সলোতক নয়নে চৰণ চুই সেৱা জনালে।

'বাপু মোৰ এজন পৰম ভকত বান্ধৱ আছে। দেখাই-শুনাই তোমাৰ নিচিনাই, নাম মাধৱ। তীক্ষ্ণ বুদ্ধিসম্পন্ন পৰম পণ্ডিত অথচ নিস্পৃহ লোক। তুমি লগ পালে ভাল পাবা।'

গুৰুৰ কথা শুনি মাধৱক লগ পাবলৈ ভৱানন্দ ব্যগ্ৰ হৈ পৰিল। প্ৰকাশ্যে ক'লে, 'সেইজনক লগ পোৱাৰ ভাগ্য মিলিবনে?'

'কিয় নিমিলিব? তোমালোক দুয়োৰে ইমান সাদৃশ্য অনুভৱ কৰিছোঁ যে তেওঁ থকা হ'লে দুয়োৰে সখ্য নিৰূপণ কৰি দিলোঁহেঁতেন, পিছে আজি তেওঁ ইয়াত নাই। তেওঁৰ মাতৃ বিয়োগ ঘটিল। বাৰাদিত তেওঁৰ বাসগৃহতে আদ্যশ্ৰাদ্ধৰ দিহা কৰিছে। দক্ষিণাৰ কাৰণে ধন ভঙাবলৈ পুবাতে ওলাই গ'ল।

শঙ্কৰদেৱৰ কথাত বিমৰ্ষ হৈ ভৱানন্দই ক'লে, 'এৰা মোৰহে ভাগ্য বেয়া। বন্ধু দৰ্শনৰ পৰা বঞ্চিত হ'লোঁ। যি হ'ল হ'ল, তেওঁ যদি ধন ভঙাব নোৱাৰে মোৰ নাৱতে ভঙাব পাৰিব। দয়া কৰি তেওঁক চুণপোৱা ঘাটলৈ পঠাই দিব। মই আশা কৰি ৰৈ থাকিম। এতিয়া বিদায়হে।'

বৰ সদাগৰ ভৱানন্দই নাৰায়ণ নাম লৈ ভক্তিত গদ্‌গদ হৈ সানন্দে বিদায় ল'লে। তেওঁ গুৰুলৈ আগবঢ়োৱা কণ জহাচাউল, কলাখাৰ, মাটিমাহ, বিবিধ মাহ, শাক-পাচলি, লোণ-তেলেৰে ভৰা ভাৰখন ধ্বজাই নি আই গোসাঁনীৰ আগত দিলেগৈ। এনেতে মাধৱ আহি সেৱা জনালে।

'বোপা, কাৰ্য সিদ্ধি হ'লনে?'

'নহ'ল বাপ, ক'তো ভঙনীয়া টকা নাপালোঁ। ভাইগে নাটিলে।'

'আমাৰ বঢ়াৰ পোৰ ভাগ্য উদয়হে হৈছে, নাটনি হোৱা নাই।' মৃদু হাঁহিৰে শঙ্কৰদেৱে ক'লে।

'সেইষাৰহে নুবুজিলোঁ বাপ।'

'সৎ সঙ্গ বা বন্ধু লাভৰ দৰে ডাঙৰ ভাগ্য কি হ'ব পাৰে? তোমাৰ তেনে সম্ভাৱনাই দেখা দিছে' বুলি গোটেই কথাখিনি বিবৰি ক'লে। গুৰুজনৰ অচিন ব্যক্তি এজনৰ লগত তেওঁক সখিত্ব কৰোৱাৰ ইচ্ছা দেখি মাধৱৰ সেই লোকজনক লগ পাবলৈ প্ৰবল ইচ্ছা জন্মিল। ব্যগ্ৰভাৱে সুধিলে—

'ঘাটলৈ গ'লে সাউদক নাৱতে লগ পোৱা যাব নেকি?'

'নাৱতে তেওঁ তোমালৈ বাট চাই থাকিব। তেওঁৰ তাতে টকা ভঙাব পাৰিবা বুলি কৈ তোমাক বৰকৈ মাতি থৈ গৈছে। সেয়েহে তুমি তালৈকে যোৱা ভাল হ'ব।'

ইফালে নাৰায়ণ ঠাকুৰে নাৱত বহি ব্যাকুল চিত্তে বন্ধু দৰ্শন পাবলৈ বাট চাই ৰৈ আছে। মাধৱক লৈ তেওঁ মানস চক্ষুত ভাহি উঠিছে অনেক কল্পনা। যিজন লোক মহাপুৰুষ শঙ্কৰদেৱৰ ইমান প্ৰিয়, গুৰুৱে যিজনাৰ বিষয়ে এনে উচ্চ মন্তব্য দিব পাৰে সেইজন নিশ্চয় সাধাৰণ পুৰুষ নহয়। এনেতে গহীন গম্ভীৰ এজন সুন্দৰ পুৰুষ ধীৰে ধীৰে নৈৰ ঘাটলৈ আহি থকা সাউদে দেখা পালে। তেওঁৰ মূৰত মেৰিয়াই থকা গামোচাখনে সদ্য মাতৃহীন পুত্ৰৰ চিহ্ন প্ৰকাশ কৰিছে।

হয়, হয় উজ্জ্বল চকুৰ, মোহনীয় ব্যক্তিত্বৰ নিশ্চয় এইজনেই মাধৱ। ভৱানন্দ নাৱৰ পৰা নামি আহিল। বন্ধু মিলনৰ আশা বুকুত লৈ মাধৱো আহি সেই ঠাই পালেহি। দুয়োৰে দৃষ্টি বিনিময় হ'ল।

'মোৰ যদি ভুল হোৱা নাই আপুনিয়েই নাৰায়ণ ঠাকুৰ, হয়নে?' মাধৱে কথাষাৰ সুধি আশাৰ দৃষ্টিৰে তেওঁলৈ চালে।

'হয়, সেই দাসময়েই' বুলি মাধৱক আঁকোৱালি ধৰিলে। আনন্দত দুয়োৰে চকু চলচলীয়া হ'ল। ভৱানন্দই আতৌ-পিতৌকৈ মাধৱক নাৱৰ ভিতৰলৈ নি গাৰ বৰকাপোৰখনকে দুতৰপীয়াকৈ পাৰি তাতে বহুৱাই ঠগীসহ গুৱাপাণ দি প্ৰণাম জনাই ক'লে, 'গুৰুৰ মুখত আপোনাৰ গুণানুকীৰ্ত্তন শুনি লগ পাবলৈ ব্যগ্ৰ হৈ পৰিলোঁ। তাতে গুৰুজনে বোলে আমাৰ দুয়োৰো সাদৃশ্য দেখা পালে আৰু আপোনাৰ অনুপস্থিতিতে দুয়োৰে

সখিত্ব নির্ণয় কৰিলে। গুৰুৰ কৃপাত আপোনাৰ দৰে নিস্পৃহ পৰম ভকতক সুহৃদ মানিবলৈ পালে আজি মই সম্পূৰ্ণ হ'ব পাৰিম। মোক গ্ৰহণ কৰক।' নাৰায়ণৰ সাদৰ বাণী শুনি মাধৱদেৱ অভিভূত হ'ল। লাহে লাহে ক'লে, 'সখি এয়া মোৰ ভাগ্যৰ বল আৰু গুৰুজনাৰ কৃপা। নহ'লেনো আপোনাৰ দৰে সজ পুৰুষক সখিৰূপে পাওঁনে? আজিৰে পৰা আমি দুয়ো অভিন্ন হ'লোঁ। আপোনাক পাই মোৰো জীৱন ধন্য হ'ল। পিছে, বৰ্তমান মই অতি চিন্তাক্লিষ্ট। তপাবৰিত থাকোঁতেই আৰাধ্যা মাতৃদেৱীৰ কাল হ'ল। পৰশুইৰ দিনালৈ আদ্যশ্ৰাদ্ধৰ দিন পৰিছে। দক্ষিণাৰ কাৰণে ধন ভঙাব নোৱাৰি মস্কিলত পৰিছোঁ। গতিকে আজিলৈ যাওঁ।'

'আপুনি মিছাতে ইমান কষ্ট কৰিলে। ধন ময়েই ভঙাই দিম।' শুনি মাধৱ আশ্বস্ত হ'ল। টোপোলাটো খুলি অলপ টকা নাৰায়ণৰ হাতত দিলে। নাৰায়ণে ধনখিনি গণি তাৰ দুগুণতকৈয়ো অধিক ভঙনীয়া পইছা মাধৱক দিলে।

'সখি ডাঙৰ সদাগৰ হৈয়ো গণনা শুদ্ধকৈ নকৰিলে। ভঙনীয়া বেছি হৈ আহিল।' মাধৱদেৱে অধিক হৈ অহা ভঙনীয়াখিনি নাৰায়ণ ঠাকুৰলৈ আগবঢ়ালে।

'সখিয়েই ক'লে দেখোন আমি দুয়ো অভিন্ন বুলি। আপোনাৰ মাতৃ জানো মোৰো মাতৃ নহয়। মাতৃশ্ৰাদ্ধৰ নিমিত্তে ইয়াত মোৰ ভাগটো দিছোঁ। গ্ৰহণ কৰিব লাগে।' নাৰায়ণৰ কথা শুনি প্ৰেম আৰু আনন্দত মাধৱৰ অন্তৰ উপচি পৰিল। টকা লৈ মাধৱে নিজ গৃহলৈ গ'ল। নাৰায়ণ ঠাকুৰে আগদিনাই অনেক দ্ৰব্য-সম্ভাৰসহ মহাকলীৰ পুতেক ৰামক সখি মাধৱৰ লগত থাকি লাচনি-পাচনি কৰি সহায় কৰি দিবলৈ পঠালে।

বাৰাদিত বুঢ়া দলৈৰ ন-কৈ সজা ঘৰটো পৰিষ্কাৰ-পৰিচ্ছন্ন কৰি মাধৱ আৰু ৰামদাসৰ পৰিয়াল থাকিবলৈ ল'লে। শ্ৰাদ্ধৰ বাবে ঘৰৰ সমুখত শণ খেৰ আৰু টকৌপাতৰ ৰভা এখনো দিয়ালে। নাৰায়ণ ঠাকুৰৰ নাৱৰীয়া মহাকালী ৰামে সকলো তদাৰক কৰিলে। ওচৰ-চুবুৰীয়া সকলোৱে তামোল-পাণ, গাখীৰ-কল, কোমল চাউল এদোণকৈ দি সহায় কৰিলে। আদ্যতিথিৰ দিনা নাম-কীৰ্ত্তনৰ ওজাপালি উঠিল। গায়ন-বায়নে ঘোষা কীৰ্ত্তন কৰিলে। গায়ন আৰু বায়নসকলৰ পদচালনা, হস্তচালনা দেখি ৰাইজ মুগ্ধ হ'ল।

ভকতসহ গুৰুজনো মাধৱৰ ঠাইলৈ গৈ আদ্যতিথিত উপস্থিত হ'ল। ৰাতিলৈ পত্নী প্ৰসাদ নাটৰ ভাওনা। লোকে লোকাৰণ্য হ'ল। সূত্ৰধাৰৰ গীত-ভটিমাৰ অন্তত 'হাতে গলে শিৰে ৰুদ্ৰাক্ষৰ ঝোটা-ঝোত। ভোবোকাৰ দাড়ি-গোঁফ চৰাচৰ ফোট' লৈ বিপ্ৰসকলে প্ৰৱেশ কৰি যজ্ঞ আৰম্ভ কৰিলে। মাধৱদেৱে সূত্ৰ সূচালে— 'অনন্তৰে ৰাম কৃষ্ণ গোপ গণ সহিতে যৈছে প্ৰকাশ কয়ল তা দেখহ, শুনহ, নিৰন্তৰে হৰি বোল হৰি'। আশোৱাৰী ৰাগৰ যতি তালৰ ভঙ্গীত মোহন মুৰুতি ধৰি নটবৰ কৃষ্ণ গোপ বালকৰ লগত ভাওনাৰ খলাত প্ৰৱেশ কৰিলে। ডবা-শঙ্খ, বৰতাল আৰু উৰুলি ধ্বনিত ৰভাঘৰ ৰজনজনাই গ'ল। আগবাঢ়িল নাটৰ কাৰ্য। মুগ্ধ দৰ্শকবৃন্দই গদ্‌গদ চিত্ত হৈ কৃষ্ণলীলা দৰ্শন কৰিলে। শেষত মাধৱে সূত্ৰ

সূচালে— 'আহে সামাজিক লোক, ঐচন প্ৰকাৰে শ্ৰীকৃষ্ণ অন্ন প্ৰাৰ্থনা চলে বিপ্ৰসৱক কম গৰ্ব দূৰ কৰল, বিপ্ৰপত্নীসৱক প্ৰসাদ দেলহ, ওহি পত্নী প্ৰসাদ নাম নাট সম্পূৰ্ণ ভেল। ইহা জানি কৃষ্ণ চৰণে সাৰ কয় কহো নিৰন্তৰে হৰি বোল হৰি।'

ভাওনাৰ অন্ত পৰিল। অন্ত পৰিল মাধৱদেৱৰ মাতৃৰ আদ্যতিথিৰ প্ৰথম দিনাৰ কাৰ্যসূচী। কিন্তু বাৰাদি আৰু তাৰ আশে-পাশে মানুহৰ মাজত ভাওনাৰ বিভিন্ন দিশৰ আলোচনা বহুদিনলৈকে অন্ত নপৰাকৈ চলি থাকিল। খোল-তালৰ বাজনা, গীতৰ সুৰ, অভিনয় আৰু নৃত্য ভঙ্গিমাই আলোড়ন তুলিলে মানুহৰ মনত হৃদয়ৰ নিভৃত কোণত।

এনেকৈয়ে নাট-ভাওনা, গীত-পদেৰে বোজাই দিয়া ভকতিৰ বৰনাওখন চুণপোৰা ঘাটতে বান্ধি সংসাৰ সমুদ্ৰ সুখেৰে পাৰ হোৱাৰ ব্যৱস্থা কৰিবলৈ থমকি ৰ'ল শঙ্কৰ-মাধৱ। লগ লাগিলেহি নাৰায়ণ দাস ঠাকুৰ আৰু অনেক। সামাজিকজনক 'কৃষ্ণ চৰণে সাৰ কয় কহোঁ নিৰন্তৰে হৰি বোল হৰি' বুলি ভক্তিধৰ্মলৈ আহ্বান জনালে।

ভাওনা চাই হাবিতলীয়া লুংলুঙীয়া বাটটোৰে সৰুধন, কণ্ঠি, মোলোকা আৰু অনেক লোক ঘৰমুৱা হৈছে। সিহঁতৰ মনবোৰ ভাওনাৰ কথাবোৰে উখল-মাখল লগাই আছে।

'হেৰৌ মোলোকা, ভাওনা কেনে দেখিলি?' সৰুধনে মোলোকাক সুধিলে।

'সুধিছহে? শঙ্কৰ-মাধৱৰ কৃপাতে আমি মানুহখনে কোনো কালে নেদেখা-নুশুনা বৈকুণ্ঠৰ ঈশ্বৰজনক, ঋষি-মুনিসকলক চকুৰ আগত দেখা পালোঁ। ভাইগৰ বলতহে বুজিছা?'

'হেৰৌ, কৃষ্ণ গোসাঁইজন তই বৈকুণ্ঠৰ পৰা অহা বুলি ভাবিছ হবলা? নহয় হেৰ, কৃষ্ণ ভাও লোৱাটো বাৰাদিৰ নৰেশ্বৰৰ পুতেক মণিহে। মূৰত ম'ৰা পাখি, কাণত কেৰু, হালধীয়া চুৰিয়া পিন্ধাই সজাই-পৰাই কৃষ্ণ যেন কৰি তুলিছে। গোপ-গোৱালবোৰো গাঁৱৰে বহাগু, নালীয়া, সোমনাথ, দণ্ডি — এই গৰখীয়া ল'ৰাসোপাহে।' সাজোন-কাছোনত সহায় কৰি দিয়া কণ্ঠিয়ে মোলোকাক বুজাবলৈ যত্ন কৰিলে।

'হ'লেও মোৰ সাক্ষাৎ ঈশ্বৰজন নামি অহা যেন লাগিছিল। সেৱাও এটা কৰিলোঁ।' মোলোকাই ক'লে।

'ভালেই কৰিলি। আমিও নকৰাকৈ থকা নাই। হেৰ' মোৰ পিছে 'ধিত্ তলৌ, ধিন তলৌ' কৈ বজোৱা খোলৰ বাজনাবোৰ আৰু ভৰি চলাই চলাই ইফালে-সিফালে যোৱা কথাটো বৰ মন খালে। অ'ই মাধৱ আতা বাৰাদিত থাকিলে আমিও এইবোৰ শিকিব পাৰিম নহয়নে?' সৰুধনে সৰু ল'ৰা এটাই সোধাৰ দৰে সুধিলে।

'কেলেই নোৱাৰিবি? শুনিছোঁ শঙ্কৰ গুৰুৰ ধৰ্ম ল'বলৈ ধনীও হ'ব নালাগে, ওপৰ জাতিও হ'ব নালাগে। তোৰ-মোৰ নিচিনা সকলোকে ধৰ্ম দিয়ে, গীত-মাত শিকায়।' কণ্ঠিয়ে ক'লে।

'হেৰৌ, সেই যে গীত গাইছিল, সেইজনেই ছোট আতা মাধৱ নেকি? আঃ কি সুৰ, কি মাত! শুনিলে শুনি থাকিবৰ মন যায়। এনেজন মুনিহ আহি আমাৰ ঠাইখনত বাস

কৰিছে, এয়াও কম ভাগ্যৰ কথা নহয় একা। মই মিছা ক'লোনে?'

'হয়, হয় কেলেই নহয়?' আটায়ে মোলোকাৰ কথা সমৰ্থন জনাই ঘৰৰ ফালে আগবাঢ়িল।

শঙ্কৰ-মাধৱৰ ধৰ্ম প্ৰচাৰৰ কথা, ধৰ্মকো গীতে-মাতে, খোলে-তালে, ভাওনাই-সবাহে সৰস কৰি ৰাইজৰ মাজত বিলাই দিয়াৰ কথা বনজুই বিয়পাদি গোটেই অঞ্চলতে বিয়পি পৰিল। শঙ্কৰদেৱৰ চুণপোৰালৈ অহা পাঁচ মাহ পাৰ হ'ল। ইতিমধ্যে নাৰায়ণ দাসৰ তত্ত্বাৱধানত নামঘৰ-মণিকূট নিৰ্মাণ কৰা হ'ল। দলে দলে লোক আহি নাম-কীৰ্ত্তনত অংশ গ্ৰহণ কৰিলেহি।

গছে-বনে সেউজীয়া এক শান্ত মধুৰ পৰিৱেশত থিয় হৈ আছে চুণপোৰাৰ কীৰ্ত্তনঘৰ। তাৰ পৰা কেইনলমান দূৰতে চুণপোৰা ঘাট। নাৱৰীয়াইঁতে ইয়াতে নাও বান্ধি বয়-বস্তু উঠায়-নমায়, বেচা-কিনা কৰে। সময়ে সময়ে অবাঞ্ছিত চিঞৰ-বাখৰ, অবাইচ মাতে নামঘৰৰ শান্তিময় শীতল পৰিৱেশ বিনষ্ট কৰে। চুণপোৰা হ'টলৈ বেচা-কিনা কৰিবলৈ অহা মানুহবোৰে ক্ষুদ্ৰ শৌচ, বৰ শৌচ দুইবিধ সম্পন্ন কৰি ঘাটটো অপবিত্ৰ কৰি তোলে। সেই ঘাটৰ দূষিত ঘোলা পানীৰেই নামঘৰৰ মাহপ্ৰসাদ ধোৱাৰ কাৰণেও ব্যৱহাৰ কৰিব লাগে। তদুপৰি গুৰুগৃহৰ ৰন্ধা-বঢ়াকে আদি কৰি যাৱতীয় কামত সেই পানীকে ব্যৱহাৰ কৰা হয়। কথাবোৰ মাধৱে ভাল  পোৱা নাই। গুৰুৰ আগত কম বুলিও ভাবিও কোৱা হোৱা নাই।

নিৰ্বিকাৰ শঙ্কৰদেৱ। নাৰায়ণ দাসৰ আগমনত তেওঁৰ মনোবল আৰু বাঢ়িল। ভক্তিধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰখনত এতিয়া নাৰায়ণ ঠাকুৰ আগৰণুৱা। তেওঁৰ ব্যক্তিত্ব আৰু আচৰণে মনত লগা বিধৰ। অনেকজনক আনি তেওঁ গুৰুজনৰ ওচৰত কৃষ্ণত শৰণ কৰাইছে। তেওঁৰ যত্নতে আহিল বৰনদী আৰু কমতাৰ মাজভাগতে থকা জয়ন্তী গাঁৱৰ বিশিষ্ট লোক মাধৱ। ভক্তিধৰ্ম গ্ৰহণ কৰি জয়ন্তীৰ মাধৱ শঙ্কৰ-মাধৱৰ সহযাত্ৰী হ'ল। আহিল দেৱীপূজক গোবিন্দ গৰমলি। বুঢ়াগোপাল নামৰ সজ লোকজনো আহি শঙ্কৰদেৱত শৰণ ল'লেহি। নাৰায়ণ ঠাকুৰ প্ৰতি দিনে মনদিয়াৰ পৰা আহি বাৰাদিত মাধৱৰ লগ হৈ প্ৰাতসতে গুৰুগৃহত উপস্থিত হয়হি।

নামঘৰৰ বাকৰিত আত্মস্থ শঙ্কৰদেৱ। ৰামদাস আহি ওচৰতে বহি গুৰুৰ মুখলৈ চাই আছে। অলপ পিছতে গুৰুজনে চকু মেলি সমুখত ৰামদাসক দেখিবলৈ পালে। তেওঁৰ ওঁঠেদি এটি মধুৰ হাঁহি বিৰিঙি গ'ল। ৰামদাস আৰু ভকতসকলক দেখা পাই সুধিলে—

'তোমালোক আহিলা?'

ৰামদাসে সেৱা জনাই কলে, 'অহাৰ সময় হ'ল বাপ। আপুনি ধ্যানস্থ হৈ থকা দেখি সুখানন্দ ভঙ্গ কৰিবলৈ সাহস হোৱা নাই।'

'সঁচাকৈয়ে মই পৰম সুখানন্দত নিমগ্ন হৈ আছিলোঁ। সৃষ্টিৰ আনন্দ, মহৎ সম্ভাৱনাই আনি দিয়া অনাবিল আনন্দ। এই আনন্দৰ প্ৰদায়কজন মাধৱ, তোমাৰ জেঠেৰি, ৰামদাস।'

অবাক দৃষ্টিৰে গুৰুলৈ চাই ৰামদাসে ক'লে, 'নুবুজিলোঁ বাপ।'

'বুজিবা। মই কওঁ শুনা, পৰশুইৰ দিনা প্ৰাতসতে দুজনমান ভকতসহ মাধৱ, নাৰায়ণ জয়ন্তীৰ মধাই আৰু মই নিজেও আইঁতগুৰি, মহুৰামুখ আদি গাঁবৰ ৰাইজৰ বা-বাতৰি ল'বলৈ আৰু যদুৰাম বৰনাম লগোৱাৰ ঘৰৰ কীৰ্ত্তনত যোগ দিবলৈ বুলি যাত্ৰা কৰিলোঁ। বৰলুইতেদি নাবেৰে ভটিয়াই গৈ থাকোঁতে গজিয়া ঘাটতে এটি মৰা মানুহ খৰি দি থকা দেখা পালোঁ। নৈৰ পাৰৰ বালিতে এজনী তিৰোতা, মৰাটোৰে পত্নী হবলা, ইনাই-বিনাই কান্দি থকা দেখি মাধৱক সুধিলোঁ—

'বঢ়াৰ পো, মৰা মৰিল, কিয়বা কান্দিছে?'

তেওঁ অলপ থমকি বৈ ক'লে, 'বাপ, যিজনে মৰিছে তেওঁ জীয়াৰ পৰাই মৰা। মৰাক লাগি যি কান্দিছে তেৱোঁ প্ৰায় মৰাই। জন্ম হওঁতেই প্ৰকৃতিৰ মায়াত আবৃত হৈ অজ্ঞান-আন্ধাৰত ডুব গৈ মৰাকে লাগি মৰাই কান্দিছে।'

'মই বোলোঁ হয়নে?' তেনেহ'লে বঢ়াৰ পো আমাৰো এফেৰি কন্দা যক।' আমাৰ কথা শুনি মাধৱে চকু মুদি কিছুপৰ ৰ'ল। পিছত আমাৰ ভৰি চুই কান্দি কান্দি গাবলৈ ধৰিলে—

'কিমতে ভকতি কৰিবো তোমাত হৰি এ
মই মূঢ়মতি নজানো তাৰ উপায়।।
মহা বলৱন্ত দুৰ্বাসনা ঘোৰ হৰি এ
আমাৰ মনক তেজিয়া দূৰ নযায়।।
............................................' — ভক্তি বিগলিত কণ্ঠেৰে মাধৱে

ভগৱন্তক কৰা আকুল কাকুতিয়ে আমাৰ সকলোৰে হৃদয় বিগলিত কৰিলে। কি ৰস, কি সুৰ, কি শব্দ প্ৰয়োগৰ কৌশল! মাধৱে আমাক আকণ্ঠ অমৃত পান কৰালে।'

মাধৱৰ প্ৰশংসা শুনি ৰামদাসে ভাল পালে যদিও কি ক'ব, কি নক'ব ভাবি নাপাই ক'লে, 'পিছে মহুৰামুখৰ পৰা সেইদিনা ঘূৰি আহিলেনে?'

'ৰ'বা, মোৰ কথা শেষ হোৱা নাই। আৰু আছে।' এনেতে মুকুন্দ, গোবিন্দ গৰমলি আদি দুজনমান ভকত আহি সেৱা জনাই ঠাইতে বহিলহি। গুৰুৱে আশিস প্ৰদান কৰি পুনৰ ক'বলৈ ধৰিলে।

'গজিয়াঘাট পাৰ হ'লোঁ। নামলগোৱাৰ ঘৰ পাবলৈ তেতিয়াও কেইনলমান বাকী। তেনেতে এটা দৃশ্যত সমন্তৱে চকু পৰিল। এজনী নিপোটল গাভৰুৱে নৈৰ পাৰত অৰ্ধ উলঙ্গ হৈ কাপোৰ খচিছে। তাকে দেখি দুজনমানে তলমূৰ কৰিছে; দুজনমানে মিচিকিয়াই হাঁহি আনফালে চাইছে। প্ৰমাণ চাবলৈকে মাধৱক সোধা হ'ল, 'বঢ়াৰ পো, কি দেখিছা?' তেওঁ ক'লে, 'বাপ, আপোনাত বাদে একো দেখা নাই।'

'ক'লৈ চাই আহিছিলা?' আমি সুধিলোঁ।

'মোৰ গুৰুজনাৰ অভয় পদ পঙ্কজলৈ।' মাধৱে নিৰ্লিপ্তভাৱে উত্তৰ দিলে। আমিও তেওঁৰ মুখলৈ চাই নিস্পৃহ ভকত মাধৱৰ মহত্ব উপলব্ধি কৰিলোঁ। কথা সুখত মত্ত হৈ গৈ আইঁতগুৰি পালোঁগৈ। তাত নামলগোৱাৰ ঘৰৰ কীৰ্ত্তনত যোগ দি পুৱাতে মহুৰামুখৰ ভকত গাঁৱৰ ৰাইজৰ মাজত ধৰ্মালাপ কৰি পুনৰ নৌকা যাত্ৰা আৰম্ভ কৰিলোঁ। আহি আহি বৰ চাপৰিটোৰ কাষ পাওঁতে কেইটামান চণ্ডালৰ ল'ৰাই গৰু চৰাই থকা দেখা পালোঁ। তেনেতে এটি ল'ৰাই নৈৰ পৰা আঁজলি পাতি পানী খাই 'বান্ধৱ কৃষ্ণ' বুলি ডাঙৰকৈ নাম লোৱা শুনি আনন্দত গা শিহ' ৰিত হ'ল। অন্ত্যজ গৰখীয়াৰ মুখত নাম শুনি আমাৰ 'নাহি ভকতিত জাতি অজাতি বিচাৰ' পদ ফাঁকিৰ সাৰ্থকতা দেখা পাই সন্তোষ পালোঁ। আমাৰ যাত্ৰা চমু চাপি আহিল। বঢ়াৰ পো, জয়ন্তীৰ মধাই আৰু নাৰায়ণ ঠাকুৰক ক'লোঁ, 'আজি গৰখীয়া ল'ৰাইঁতে আমাৰ সপোনৰ কৃষ্ণময় ৰাজ্যখনৰ আভাস চকুৰ আগত দেখুৱালে। এই আনন্দময় যাত্ৰাটো স্থায়ী কৰি ৰাখিবলৈ মন হৈছে, তোমালোকে সহায় কৰিবানে?'

'সেৱকইঁতক আজ্ঞা কৰক, বাপ।' জয়ন্তীৰ মধাইৰ কথা শুনি আমি ক'লোঁ, 'হয়নে বৰ সন্তোষ পালোঁ। তোমালোক তিনিও তেনেহ'লে একোটিকৈ কবিতা ভণিতা কৰা।' আমাৰ কথা শুনি তিনিও নীৰৱ হ'ল। আকস্মিক নিৰ্দেশত হয়তো বিমোৰতো পৰিল। বঠাৰ চপ্ চপ্ শব্দ তুলি নাও আগবাঢ়ি গৈ আছে। মাজে মাজে বৰলুইতৰ চাপৰিৰ পৰা ভাহি আহিছে চৰাইৰ মাত, ভাৱত নিমগ্ন তিনিজন হৰিভকত।

'ভকতসকল, তোমালোকৰ ভাবে মূৰ্ত্তৰূপ ল'লেনে? প্ৰকাশ কৰা। আমাৰ মাতত সাহস পাই জয়ন্তীৰ মধায়ে মাত লগালে—

'বাপ, সাক্ষাৎ গুৰুমূৰ্ত্তিৰ আগত কবিতা ভণিতা কৰিবলৈ আমি কোন কুটা? আজ্ঞা হৈছে যেতিয়া এফাঁকি গুৰু প্ৰশস্তিকে গাওঁ, দায়-দোষ ক্ষমিব।' বুলি জয়ন্তীৰ মধায়ে গালে—

'বাউ ধৰ নামৰ বাচৰু শ্ৰীশঙ্কৰৰ ঘাটে।

বাব নোৱাৰো নামৰ বাচৰু বঠা নাইকিয়া হাতে।'

বাকৰিত বহি থকা ভকতসকলৰ মাজত গুণগুণনি উঠিল। তেনেতে গোবিন্দ গৰমলিয়ে মাত দিলে, 'বাপ ঈশ্বৰ, সূৰুযৰ চোকা তাপ পালে বৰফ নগলাকৈ থাকেনে? গুৰুজনাৰ সঙ্গ পাই জয়ন্তীৰ মাধৱো কবি হ'ল বাপেকে।' সকলোৱে হাঁহিলে। গুৰুৱেও হাঁহি ক'বলৈ ধৰিলে, 'মধাইৰ প্ৰশস্তি শুনি সন্তোষ পালোঁ। কবিতাফাঁকি ভাল হৈছে। লাগি থাকিলে আৰু ভালকৈ লিখিব পাৰি।' বুলি কোৱাত মধাইৰ মুখখন উজ্জ্বলি উঠিল। তাৰ পিছত নাৰায়ণক সুধিলে, 'তোমাৰ একা?'

আমাৰ ভৰি চুই প্ৰণতি জনাই তেৰোঁ এটি গুৰু প্ৰশস্তি গালে—

'জয় জয় অনাদি শঙ্কৰ

মই তুৱা দাসৰো দাস।

উজানৰ হন্তে আসি

প্ৰাণ প্ৰভু নিকটতে লৈলা বাস।।'

আমি 'সুন্দৰ হৈছে, চেষ্টা নেৰিবা' বুলি কোৱাত উৎসাহ পাই নাৰায়ণে 'আশীৰ্বাদ কৰক' বুলি সন্তুষ্টি লভিলে।

'বঢ়াৰ পো, এইবাৰ তোমাৰ পাল' বুলি মাধৱৰ ফালে চোৱাত তেওঁ প্ৰণাম জনাই চকু মুদি স্বৰচিত কবিতা সুৰ লগাই গালে—

'জয় গুৰু শঙ্কৰ, সৰ্ব গুণাকৰ, যাকেৰি নাহিকে উপাম।

তোহাৰি চৰণকু, ৰেণু শতকোটি, বাৰেক কৰোহো প্ৰণাম।।

..................................................................।'

বৰলুইতৰ সোঁতত নাও আগবাঢ়িছে। আগবাঢ়িছে মাধৱৰ হৃদয় সৰোবৰত গুৰু আৰু ঈশ্বৰ একাকাৰ হৈ ৰূপ লোৱা ভাব আৰু ছন্দৰ সুৰ। বঠাৰ চপ্-চপ্ শব্দই তাৰেই তাল ৰাখি গতিময় কৰি তুলিছে সমস্ত পৰিৱেশ। বিমুগ্ধ নাওযাত্ৰী। চুণপোৰা ঘাট পাবলৈ এটা মাত্ৰ পাক থাকোঁতেই 'ধৰমক কৰমক গৰবক চুৰি ডাকি বোলহ ৰাম ৰাম।' বুলি মাধৱে ভনিতা পেলালে। মন্ত্ৰমুগ্ধ ভকত কেইজনে সম্বিত ঘূৰাই পালে। আমিও ভাৱসাগৰত আত্মবিস্মৃত হৈ পৰিছিলোঁ। কেইটামান মুহূৰ্ত পাৰ হৈ যোৱাৰ পিছত মাত লগালোঁ, 'শাস্ত্ৰত কৈছে যে অধমজনে কেৱল দোষ দেখে, মধ্যমজনে দোষ-গুণ বিচাৰ কৰি গুণটোক আদৰে আৰু উত্তমজনে গুণক লয় আৰু উত্তমোত্তমে গুণক দুগুণ কৰি গ্ৰহণ কৰে। উত্তমোত্তম মোৰ মাধৱ বান্ধৱে তেওঁৰ গুৰুৰ সাধাৰণ গুণকে দহগুণ কৰি তেওঁৰ মহত্ত্বৰহে চিনাকি দিলে। আচলতে আমি তেনেজন হয় জানোঁ? তোমালোক তিনিওৰে অন্তৰৰ ঐশ্বৰ্য আৰু মহত্ত্বই গুৰুক উচ্চ আসনত প্ৰতিষ্ঠা কৰিলে।'

শঙ্কৰদেৱে কথাখিনি কৈ শেষ কৰোঁতেই মাধৱ, নাৰায়ণ ঠাকুৰ আৰু জয়ন্তীৰ মধাই আহি গুৰু সেৱা জনালে।

'বাপ ঈশ্বৰে তিনিমূৰ্তি ভকতৰ অপযশ গাই থাকোঁতেই তিনিও আহি ওলালহি।' মুকুন্দ ভকতে ৰস কৰি ক'লে।

'আমাৰনো ইমান ভাগ্যনে যে গুৰুৰ শ্ৰীমুখেদি আমাৰ নাম ওলাইছে।' হাঁহি মুখীয়াকৈ মাধৱে উত্তৰ দিলে।

'শুনিলানে মুকুন্দ? সেয়েহে মই কওঁ গুৰু-ভকত আৰু ঈশ্বৰত মাধৱৰ হৃদয় লীন হৈছে বুলি।' গুৰুৰ মুখত নিজৰ প্ৰশংসা শুনি মাধৱ অপ্ৰস্তুত হ'ল। কথা সলাবলৈ উপস্থিত বুদ্ধি খটুৱাই মাধৱে ক'লে—

'বাপ, আমি আইমাতৃৰ ওচৰৰ পৰা আহিলোঁ। মাতৃৰ মন ভাল নহয়। ঘৰখনত আটাইৰে ইটোৰ পিছত সিটো অসুখ নুগুচা হ'ল। খাবলৈ ভাল পানীকণ নাপালে অসুখ নহ'ব কিয়? সেইবোৰ গুণী-গাথি আইৰ মন বেয়া। বাপে কিবা এটা চিন্তা কৰিব লাগে।'

'এৰা, কথাটো চিন্তা কৰিবলগীয়া। বিশুদ্ধ পানীৰ অভাৱত অসুখ-বিসুখবোৰ বেছি হৈছে। জীৱন ধাৰণৰ কাৰণে পৰিষ্কাৰ পানী টোপাৰ প্ৰয়োজনীয়তা আমি নুই কৰিব নোৱাৰোঁ। তদুপৰি কীৰ্ত্তন ঘৰৰ পৰা নাতিদূৰতে বেহা-বেপাৰ, হাটখন বহাৰ বাবেও চিঞৰ-বাখৰ, হাই-কাজিয়াবোৰে পৰিৱেশ বিনষ্ট কৰে, ঈশ্বৰ চিন্তাতো অসুবিধা হয়। আনহাতে চুণপোৰা ঠাইখন সকলো ফালৰ পৰা ভাল আছিল। এই ঠাইলৈ অহা এবছৰ হ'বৰ হ'ল। আমাৰো লক্ষ্যস্থান পাবলৈ বহুত বাকী। ধৰমৰ পথাৰখন বহলাবও লাগে। সেয়ে এই ঠাইৰ পৰা যোৱাৰ ব্যৱস্থা কৰা হওক। মাধৱ কি কোৱা?' শঙ্কৰদেৱে মাধৱৰ ফালে চাই সুধিলে।

'সজ কথা বাপ, কিন্তু ভাল ঠাই এখন ক'ত পোৱা যায়?'

এনেতে জয়ন্তীৰ মধায়ে মাত লগালে— 'কুমাৰকুছি ঠাইখন পানীয়ে নোপোৱা ওখ ঠাই, ইয়াৰপৰা দুখনমান তামোল খোৱাৰ বাটতে আছে। বাসৰো উপযোগী ঠাই। ইচ্ছা হ'লে চাব পাৰে ঠাইখন।'

'হয়নে? আমাৰ মধায়ে কৈছে যেতিয়া মাধৱ, নাৰায়ণ তোমালোকে খা-খবৰ কৰাইঁক।' আলোচনা সামৰি সকলো দিহাদিহি গ'ল।

ভকত-বৈষ্ণৱসহ সপৰিয়ালে গুৰুজন চুণপোৰাৰ পৰা যাবলৈ ওলোৱা শুনি মানুহৰ মাজত আলোচনা হ'ল।—

'হেৰৌ, গুৰুজন আমাৰ ঠাইৰ পৰা কুমাৰকুছিলৈ যাবলৈ ঠিক কৰিছে, গম পাইছনে নাই?' মতি কেওঁটে ক'লে।

'শ্ৰীবিষ্ণু, কি শুনালি হোঁ? দুজনা গুৰু আহি আমাৰ ঠাইখনলৈ সৰগৰ বতৰা কঢ়িয়াই আনি আমাৰ দৰে নদীয়াল মানুহখনৰ মাজত বিলালে। খোলে-তালে, গীতে-মাতে ঠইখন ৰজনজনালে। এতিয়া যাবলৈকে ওলালেনে? হেৰৌ, গুৰুৱে আমাৰ ৰাইজখনক কিবা বেয়া পালেনে কি অ' হয়নে?' নদাই কৈৱৰ্ত্তই দুখ মনেৰে ক'লে।

'এৰা, ঘাটৰ চিঞৰ-বাখৰ, অবাইচ মাত, হাই-উৰুমিত নামঘৰত কীৰ্ত্তন কৰাত অসুবিধা পালে হেনো, সেয়েহে গুৰুৱে আমাক এৰি যাবলৈ ওলাল হবলা। এই বিজতৰীয়া মানুহখনক ক'লেও নুবুজে নহয়।' যোগ হালৈয়ে আক্ষেপ কৰি ক'লে। সেই সময়তে নাৱৰ খবৰ-খাতি কৰিবলৈ নাৰায়ণ ঠাকুৰ আৰু মাধৱ আহি তেওঁলোকৰ কথোপকথন শুনি মাধৱদেৱে তেওঁলোকক বুজালে—

'তোমালোকে ভুলকৈ বুজিছা। গুৰুজনে কাকো বেয়া পাই যাবলৈ ওলোৱা নাই। তোমালোকৰ ঠাইখনত নাম-ধৰ্ম বিলাই অতদিন থাকিল। আন ঠাইতো ধৰ্ম বিলাব লাগে বাবেহে যাবলৈ ওলাইছে। তোমালোকে হয়তো শুনিছা যে শঙ্কৰ গুৰুজন ভূঞা ৰাজ্যৰপৰা অসম ৰাজ্যলৈ, তাৰ পৰা কামৰূপলৈ ধৰ্ম বিলাবলৈ আহিছে। ঠায়ে ঠায়ে অনেক ভকত-বৈষ্ণৱক এৰি থৈ আহিছে যদিও মানসিকভাৱে গুৰুজন সবাৰো মাজতে আছে। গুৰুৱে ৰাইজলৈ দি যোৱা নাম-কীৰ্ত্তন, গীত-নাট, এইবোৰৰ মাজতে আছে তাৰাৰ ধৰ্ম আৰু

সমাজ দৰ্শন। সেইখিনি অনাদৰ নকৰি গ্ৰহণ কৰিলে তাৰ মাজতে গুৰুক পাবা।' ঘাটত বৈ থকা নাবৰ টিঙটোত বহি মাধৱে কথাখিনি ক'লে। তেওঁৰ কথা শুনিবলৈ সেই ঠাইত অনেকজন গোট খালেহি। শঙ্কৰদেৱ যাবলৈ ওলোৱা কথাটো ইতিমধ্যে জনাজনি হ'ল।

সকলোৱে ইচ্-আচ্ কৰিলে। মাধৱে পুনৰ ক'লে—

'মহাপুৰুষ গুৰুজনে তোমালোকলৈ সৌ নামঘৰ, গুৰু আসন দি থৈ যাব। তাতে গুৰুজনাৰ প্ৰাণ প্ৰতিষ্ঠা হৈ আছে। নাম-কীৰ্ত্তন, গীত-মাত, ডবা-শঙ্খৰে ইয়াক সজীৱ কৰি ৰাখিবা। এয়ে আমাৰ ভাৰসা।' মাধৱ নিমাতে ৰ'লত নাৰায়ণ ঠাকুৰে ক'লে—

'ৰাইজ, গুৰুজন কুমাৰকুছিলৈহে যাব, বেছি দূৰলৈ নহয়। কুমাৰকুছি দুখন তামোলৰ বাটহে। মন কৰিলে মাজে-সময়ে যাব পাৰিবা।' বুলি দুয়োজনে বিদায় ল'লে।

কুমাৰকুছিত ঘৰ-দুৱাৰ সাজি গুৰুজনে থিতাপি ল'লেহি। এদিন-দুদিনকৈ চাই থাকোঁতেই কেবা মাহো পাৰ হৈ গ'ল। ইয়াৰ মানুহবোৰ সহজ-সৰল খোলা মনৰ। আচাৰ-আচৰণবোৰহে কিবা ধৰণৰ। এজন-দুজনকৈ আহি অনেক লোকে গুৰুত ধৰ্ম ল'লেহি। গুৰুৱে শৰণ-ভজনৰ লগতে আচাৰ-ৰীতি আৰু শিষ্টাচাৰৰ পাঠ দি তেওঁলোকক সংস্কাৰ কৰিবলৈ যত্ন কৰিলে। আপোনভোলা মানুহবোৰৰ সৰলতাখিনি গুৰুৱে ভাল পায়। তেওঁলোকক মৰম কৰে, গীত-মাত শিকাই-বুজাই যি পাৰে উত্তৰণৰ চেষ্টা কৰে।

পিছে গুৰু-পত্নীৰহে মনটো সিমান খোলোচা নহয়। বিশুদ্ধ পানীৰ অভাৱৰ বাবেই চুগপোৱাৰ পৰা গুচি আহিব লগা হ'ল, ইয়াতো তথৈবচ। তেওঁলোকে পানী খোৱা বিলখনতে গএগ লোকে সততে মাছ মাৰিবলৈ আহি পানীবোৰ ঘোলা কৰে। পানীৰ অভাৱত ঘৰে-ঘৰোৱালে কোনোবা দিনা লঘোণে থাকিবলগা হয়। পেটৰ অসুখ, গ্ৰহণীয়ে গুৰপত্নীকো জ্বলা-কলা কৰিছে। কেইদিনমানৰ পৰা ৰুক্মিণীৰো দিনত ঘূৰঘূৰীয়া জ্বৰ উঠি ৰাতিলৈ বেছি হয়। মাধৱদেৱে কথাবোৰ গম পাই সখিয়েক নাৰায়ণ ঠাকুৰক ক'লে, 'সখি কিবা এটা কৰা, আই মাতৃৰ বৰ কষ্ট হৈছে।'

গুৰুপত্নীৰ অসুবিধাৰ কথা শুনি নাৰায়ণ ঠাকুৰে কিবা এটা ব্যৱস্থা কৰাৰ মানসেৰে ওলাই গৈ ভবানীপুৰ পালেগৈ। তেওঁ ভবানীপুৰৰ বিশিষ্ট লোক গোপালক লগ কৰি সমস্যাটোৰ কথা ক'লে। সেই ঠাইৰ কুমাৰ আৰু হীৰাসকলৰ মাজত গোপালৰ যথেষ্ট প্ৰভাৱ। কথাৰ গুৰুত্ব বুজি কেইবাজনো কুমাৰ আৰু হীৰালোক আনি গুৰুগৃহৰ কাষত আৰু ভকতহাটীত দুটা পাটকুঁৱা খনাই দিয়ালে। গুৰুপত্নীয়ে গোপালক আশীৰ্বাদ দিলে।

পানীৰ সমস্যা দূৰ হ'ল। পিছে গুৰুঘৰত আন এটা সমস্যাই দেখা দিলে। গুৰুৰ বাসগৃহৰ ওচৰতে কেইঘৰমান হীৰা লোকৰ ঘৰ। মেকুৰীয়ে তেওঁলোকৰ উচ্ছিষ্ট মাছ আৰু কাঁইট আনি চৌকাত পেলায়হি। কোনোবাই ক'লে গালি-গালাজ পাৰি অশিষ্ট আচৰণ কৰে। নানা প্ৰকাৰে বুজাইও তেওঁলোকক তাৰপৰা আঁতৰাব পৰা নগ'ল। এই কথাই আইমাতৃক তিতা লগালে। এনেবোৰ অসুবিধা সত্ত্বেও গুৰু-ভকত কোনেও সেই ঠাই এৰি

যোবাৰ কথা ভবা নাছিল। কিন্তু, গুৰু পৰিয়ালত যিটো মৰণান্তিক ঘটনা ঘটিল তাৰ পিছত এই ঠাইত থাকিবলৈ কাৰো মন নোযোৱা হ'ল।

গুৰুজনাৰ অতি স্নেহৰ কন্যা ৰুক্মিণীৰ কাল হ'ল। অনেক বেজ-জ্ঞানী লগাই চিকিৎসা কৰিলে, কিন্তু সদায় উঠি থকা জ্বৰটো কমাব নোৱাৰিলে। খীণাই-শুকাই হাড়ে-ছালে লাগিল। আগৰ সেই মনোমোহা ৰূপ গুচি জঁকা ওলাল। অৱশেষত সকলোকে কন্দুৱাই ৰুক্মিণীৰ মৃত্যু হ'ল। কালিন্দ্ৰী আইৰ হিয়াভগা কান্দোনত সকলোৰে চকুলো ওলাল।

ৰুক্মিণীৰ কাঠ সংস্কাৰ কৰি আহি শোকাবিষ্ট শঙ্কৰদেৱে ওচৰতে ম্ৰিয়মান হৈ থিয় দি থকা মাধৱক ক'লে, 'বৰ্‌হাৰ পো, অনেকক 'অসাৰ সংসাৰ নাহি ইহাত বিশ্বাস। জানি হৰি ভকতিত কৰিয়ো অভ্যাস' বুলি উপদেশবাণী শুনাইছোঁ, নিজৰ বেলিকা এনে মানসিক বিহ্বলতাৰ কাৰণ কি? মই শোক সামৰিব পৰা নাই কিয়?'

বাপ, স্বয়ং ভগৱান কৃষ্ণয়ো সংসাৰ ধৰ্ম পালনৰ ক্ষেত্ৰত প্ৰেম-প্ৰীতি, আনন্দ-বিৰহ, সুখ-দুখৰ মাজত থাকিও নিৰ্লিপ্তভাৱ গ্ৰহণ কৰাৰ আদৰ্শ দেখুৱালে। আপুনিও তেনেজন। সংসাৰত থাকিও পদ্মপাত্ৰ হ'ব জল। মন দৃঢ় কৰিলেই কণ্টকীয়া বিষয় বিষ আঁতৰি যাব।'

মাধৱৰ কথাখিনি শুনি শঙ্কৰদেৱে নিস্পলক নয়নে মাধৱলৈ চাই এটা দীঘল হুমুনিয়াহ কাঢ়ি ক'লে—

'বৰ্‌হাৰ পো, ঘৰলৈ উলটি যাওঁ, ব'লা।'

ধেনুখন্দা বিলৰে কাষৰ এটুকুৰা মনোৰম আহল-বহল ঠাই বৰলচোং। বেলি পাটত উঠাৰ লগে লগে জাক জাক বনৰীয়া চৰাই আহি বিলখনৰ নীলবৰণীয়া পানীত পৰি কল-কাকলিৰে মুখৰিত কৰি তোলে। কাষত শাল, তমাল, শলখ আদি বৰ বৰ গছেৰে ভৰা ডাঠ সেউজীয়া বৰলচোং হাবিখন। হাবিখনৰ পূব ফালৰ বহল ঠাইখনৰ গছ-গছনি সেৰেঙা হ'লেও প্ৰাকৃতিক শোভা ৰমণীয়। শীতল বতাহে জলবায়ুও স্বাস্থ্যকৰ কৰি তুলিছে।

বৰলচোঙৰ পূব অংশৰ গছ-বন কাটি গুৰুজনা সেই ঠাইলৈকে যোৱাৰ সিদ্ধান্ত হ'ল। আগৰ দিনত সেই বৃহৎ অঞ্চলটোক বাউসী বুলি কৈছিল। পিছলৈ ঠাইখন পাটবাউসী নামেৰে জনাজাত হ'ল। পাটবাউসী নামটোৰ লগত অনেক লোককথা, উপকথা জড়িত হৈ আছে। দ্বাৰকাৰ শ্ৰীকৃষ্ণই ৰুক্মিণীক হৰণ কৰিবলৈ বেদনিধিক লগত লৈ ৰথত তীব্ৰ বেগেৰে গতি কৰোঁতে ৰথৰ বেগ সহিব নোৱাৰি বেদনিধি মূৰ্ছিত হৈ পৰিল। কৃষ্ণই সেই ঠাইতে ৰথ ৰখাই ধেনুৰে আঁক দি জল উলিয়াই তেওঁৰ মুখত দিলে আৰু তাতেই ধেনুৰ আকাৰ বিলখন হ'ল। তাকে পৃথিৱীয়ে আৱৰণ দি পাট মাৰি থৈছিল বাবেই বাউসী অঞ্চল পাটবাউসী হ'ল।

কোনোৱে আকৌ একালত এই ঠাইত ৰজাৰ পাটনগৰ আছিল কাৰণে ঠাইখনৰ নাম পাটবাউসী হ'ল বুলি কয়। সেই অঞ্চলত অনেক তাঁতী লোকে বাস কৰে। তাঁতীইঁতে বিধে বিধে পাট-মুগা কাপোৰ বৈ ব্যৱসায় কৰে। তাঁতশালত আশাৰ সপোন ৰচে। পাটকাপোৰৰ প্ৰাচুৰ্যৰ বাবেই পাটবাউসী বিখ্যাত হৈ পৰে।

ৰুক্মিণীৰ কাল হোৱাৰ পিছত কুমাৰকুছিত থাকিবলৈ কাৰো মন নোহোৱা হৈ ততালিকে পাটবাউসীলৈ যোৱাৰ সিদ্ধান্ত কৰিলে। মাধৱদেৱ আৰু নাৰায়ণ ঠাকুৰে যিমান পাৰে সোনকালে যাবলৈ যা-যোগাৰ কৰিলে।

দিনৰ দিনটো কামত ব্যস্ত থাকি সেইদিনা মাধৱৰ ভাগৰ লাগিল, সোনকালে পাটীত পৰিল। মাজৰাতি মাধৱে এটা সপোন দেখিলে। দপ্‌দপকৈ জ্বলি আছে একুৰা জুই, ৰুক্মিণীৰ চিতা জুই। মাধৱৰ মাতৃ মনোৰমাই নিষ্পলক দৃষ্টিৰে জুইকুৰালৈ চাই আছে। তেওঁৰ চকুৰেদি দুধাৰি লোতক বৈ গৈছে। লাহে লাহে নাৰীগৰাকীৰ ৰূপ সলনি হ'ল। মাতৃ মনোৰমা গুৰুপত্নী কালিন্দ্ৰীলৈ ৰূপান্তৰিত হ'ল আৰু অতি ক্ৰোধৰ দৃষ্টিৰে তেওঁলৈ চাই আছে। হঠাৎ মাধৱৰ টোপনি ভাগিল। 'মাধৱ, মাধৱ' নাম স্মৰণ কৰি পাটীত বহিল।

'কি স্বপ্ন দেখিলোঁ! এয়া সপোন নে দিঠক! নাই, এয়া সপোন নহয়। মোৰ মন মানসত উদ্ভৱ হোৱা সংঘাতে এয়া প্ৰতীক ৰূপত সপোনত ধৰা দিছে। তিনিগৰাকী নিষ্পাপ নাৰীৰ সৰলতাক অৱমাননা কৰাৰ ফলত এয়া অদৃষ্টৰ তীব্ৰ বক্ৰোক্তি!" মাধৱৰ মনপখী উৰা মাৰিলে অতীতৰ দিনবোৰলৈ। ঘাঘৰি মাঝিৰ ঘৰত খেতি কৰোঁতে অনেক গাভৰুক তেওঁ লগ পাইছিল। কিন্তু কাৰো প্ৰতি তেওঁ কোনো দুৰ্বলতা অনুভৱ কৰা নাছিল। ঘাঘৰ অঞ্চলত নাৱেৰে গাঁৱে-ভূঞে তামোল-পাণৰ বেহা কৰাৰ কালত, বণ্ডুকাত মজিন্দাৰী কৰি থকাৰ সময়ত অনেক নাৰীক তেওঁ লগ পাইছিল। কিন্তু কস্মিন কালেও কোনো নাৰীৰ প্ৰতি তেওঁৰ দৈহিক বা মানসিক আকৰ্ষণ হোৱা নাছিল। সেই কালত তেওঁ জানো তেজ-মঙহৰ পুৰঠ ডেকা নাছিল। তেওঁতো সেই কালত ভক্তিধৰ্ম গ্ৰহণ কৰা নাছিল। শাক্ত মাৰ্গৰ ভোগ-স্পৃহাৰ ওপৰত বিশ্বাস ৰাখিও কোনো নাৰীক তেওঁ মনৰ ভিতৰত ঠাই দিব পৰা নাছিল। ৰুক্মিণীৰ প্ৰতি তেওঁৰ মনৰ মণিকোঠাত কিবা এক দুৰ্বলতা আছিল নেকি? তেওঁক দেখিলে লাজুকী লতাৰ দৰে জই পৰি যোৱা ছোৱালীজনীলৈ তেওঁৰ মৰম আছিল। ফুলৰ দৰে ধুনীয়া ছোৱালীজনীয়ে তেওঁৰ মন আৱৰি ৰাখিছিল। কিন্তু এয়া তেওঁৰ নিষ্পাপ দুৰ্বলতা। কোনো কায়িক বাসনাৰ গোন্ধ তাত নাছিল। পূৰ্ণিমা ৰাতি জোনৰ সুবিমল ৰশ্মিয়ে দেহ-মন শীতল কৰিলেও জোনটো হাতত ল'বলৈ নিবিচৰাৰ দৰেই। সেই বাবেই গুৰু আৰু গুৰুপত্নীৰ একান্ত ইচ্ছা, মাতৃ মনোৰমা আৰু ভগ্নী উৰ্বশীৰ কথাকো আওকাণ কৰি ৰুক্মিণীৰ বিবাহ প্ৰস্তাৱ তেওঁ প্ৰত্যাখান কৰিছিল। তেওঁৰ এই নিৰ্মম প্ৰত্যাখান কোনেও সহজভাৱে ল'ব পৰা নাছিল। ৰুক্মিণীয়েও হয়তো মনোকষ্ট পাইছিল। যাৰ ফলত

তেওঁৰ শৰীৰ ভাগি পৰিছিল। তেন্তে তেওঁ ৰুক্মিণীৰ মৃত্যুৰ কাৰণ নেকি? সপোনটোৱে তাকেই সূচাইছে নেকি? ভাবি তেওঁৰ চকু সেমেকি গ'ল। অলপ পৰ বৈ মাধৱ প্ৰকৃতিস্থ হ'ল।

'নাই নাই, এইবোৰ মই কি ভাবিছোঁ? মায়াৰ সংসাৰত কালৰ হাতৰ পৰা কোনে হাত সাৰিব পাৰে? কচুপাতৰ পানীৰ দৰে অসাৰ জীৱন। কোনেও কাকো মাৰিব বা ৰাখিব নোৱাৰে। এয়া মোৰ ভ্ৰান্ত ধাৰণা। গুৰুজনৰ কৃপানুগ্ৰহত মই অসাৰ জীৱনৰ সাৰৱতা অনাৰ চেষ্টা কৰি যাম।' গৃহাশ্ৰম ধৰ্মত তেওঁৰ আসক্তি নাথাকিলেও আনক সংসাৰ ধৰ্ম পালনত তেওঁ কোনোদিনে বিৰোধিতা নকৰে। এনেকৈয়ে সীমাৰ মাজত থাকিয়েই তেওঁ গুৰুৰ সেৱা কৰিব, মানুহৰ মঙ্গলৰ কাৰণে কাম কৰি যাব। এইবোৰ দুঃস্বপ্ন, মনৰ খন্তেকীয়া দুৰ্বলতা' ভাবি ভাবি মাধৱ আত্মস্থ হয়। তেওঁৰ মন গহবৰৰ পৰা নিসৃত হ'ল এটি সুৰ, সৃষ্টি হ'ল এযাৰি ঘোষাৰ—

দুঃস্বপ্ন নাশন ইটো মাধৱ মাধৱ নাম
দুষ্ট গ্ৰহ ভয় বিনাশন।
পৰম মঙ্গল ৰূপ মাধৱ মাধৱ নাম
সৰ্বদায়ে কৰিয়ো স্মৰণ।।

ফেঁচাৰ কুৰুলিয়ে পুৱাৰ বতৰা দিলে। মাধৱদেৱে উঠি গৈ দুৱাৰখন খুলি দিলে। এচেৰেঙা মিঠা পোহৰে কোঠাটো পোহৰাই তুলিলে।

## ন

বাৰাদি, কুমাৰকুছি, চুণপোৰাৰ মানুহেৰে ভৰা গাঁওবোৰত নামধৰ্ম বিলাই সদলবলে শঙ্কৰদেৱ গুচি আহিল এই নতুন ঠাই পাটবাউসীলৈ। ধীৰে ধীৰে বতাহ বলিবলৈ আৰম্ভ কৰিলে। শান্ত-শীতল, বৈষ্ণৱ বতাহ। চৌদিশৰ পৰা মানুহ সেই শীতল বতাহত জুৰণি ল'বলৈ কাষ চাপি আহিল। পৰ্বত-ভৈয়ামৰ অনেক লোক আহি ভক্তিধৰ্ম গ্ৰহণ কৰিলেহি। নিৰক্ষৰ-চহা, বিদ্বান-পণ্ডিত, ব্ৰাহ্মণ-শূদ্ৰ সকলো আহিল। জয়ন্তীয়া মধাই, বুঢ়াগোপাল, মনদিয়াৰ নাৰায়ণ ঠাকুৰ আহি শঙ্কৰ-মাধৱৰ আদৰ্শ লৈ গতি আৰম্ভ কৰিলে।

পাটবাউসীৰ অনুকূল পৰিবেশে শঙ্কৰদেৱক প্ৰেৰণা যোগালে। ৰচনা কৰিলে কেইবাখনো নতুন শাস্ত্ৰ। ইয়াতে কীৰ্ত্তন-ঘোষাৰ বাকী থকা অধ্যায়কেইটা সমাপ্ত কৰিলে। দিনক ৰাতি, ৰাতিক দিন কৰি ভাগৱতৰ প্ৰথম, দ্বিতীয়, তৃতীয়, সপ্তম, অষ্টম, দশমৰ আদিছোৱা ভাগৱতৰ পদ ভাঙনি সম্পূৰ্ণ কৰিলে। তেওঁৰ কাপৰ পৰা নিগৰিত হ'ল কুৰুক্ষেত্ৰ কাব্য। সৃষ্টি হ'ল 'নিমি নৱ সিদ্ধ সংবাদ কাব্য', 'ৰুক্মিণী হৰণ নাট', 'ভক্তি প্ৰদীপ' শাস্ত্ৰ আৰু আৰম্ভ কৰিলে ভাগৱতৰ একাদশ, দ্বাদশ স্কন্ধৰ পদ ভাঙনিৰ কাম। গীত-নাট-পদ আদিৰে তাৰাৰ বিশাল সাহিত্য-সম্ভাৰৰ অধিকাংশই পাটবাউসীতে ৰচিত হ'ল।

সহযোগী পৰম বান্ধৱ মাধৱদেৱো বৈ নাথাকিল। কবি, নাট্যকাৰ, গীতিকাৰ মাধৱৰ কাপৰ পৰা নিসৃত হ'ল গীত-পদ, আৰু নাট্য-সম্ভাৰ। ছাঁটোৰ দৰে সকলো সময়তে গুৰুৰ লগত থাকি গুৰুসেৱা. নাম-কীৰ্তনাদি সম্পন্ন কৰাৰ উপৰিও গুৰুপদ নখচন্দ্ৰৰ বিমল ৰশ্মি স্নাত প্ৰপন্ন শিষ্য মাধৱে ৰচনা কৰিলে অনেক শাস্ত্ৰ। বাৎসল্য ৰসিক মাধৱে শিশু কৃষ্ণৰ বালসুলভ কাৰ্যকলাপ, চৌৰ্য-চাতুৰি, ভেম, অভিমানবোৰ গীত আৰু নাটত জীৱন্ত ৰূপ দিলে। পৰমব্ৰহ্ম কৃষ্ণ হৈ পৰিল সকলোৰে আপোনজন। জগতৰ ঈশ্বৰে গোৱালৰ ল'ৰা হৈ গোপিনীৰ ঘৰত লৱণু চুৰ কৰি খালে, যেন বৰলজাৰ গাঁৱৰ ভদীৰামৰ ঘৰৰ অঘাইটং শিশু কণল'ৰাটোহে। গোৱালৰ ল'ৰাৰ লগত ফটাকানিৰ ঢোপ খেলা, নাচি-বাগি আনন্দত উত্ৰাৱল হোৱা বালকৃষ্ণ যেন পাটবাউসীৰ সকলোৰে চিনাকি মৰমৰ ল'ৰা এটিহে। কৃষ্ণৰূপী সেই সৰু ল'ৰাটি গাঁওবাসীৰ আপোন হৈ পৰোঁতেই মাধৱদেৱে সকলোকে সকীয়াই দিলে।

তিনি গুণময় বেদ বন পৰি হৰা।
গোৱালীৰ ঘৰে গৈয়া ব্ৰহ্ম চিনি ধৰা।।

মাধৱৰ পাণ্ডিত্য, কবিত্ব আৰু ৰচনা প্ৰতিভাৰ কথা গুৰু শঙ্কৰে বাৰুকৈয়ে উপলব্ধি কৰিলে। কোনো পৰিৱেশ, পৰিস্থিতিত হঠাতে মাধৱৰ অন্তৰভেদি ওলোৱা ঘোষাৰ পংক্তিবোৰ শুনি গুৰুজন মুগ্ধ হয়।

বাৰাদিৰ পৰাই মাধৱদেৱে পাটবাউসীলৈ অহা-যোৱা কৰে। ইমান দূৰৰ পৰা নিতৌ আহি আকৌ ঘূৰি যাবলৈ তেওঁৰ যথেষ্ট কষ্ট হয়। বতৰ বেয়া হ'লে, বতাহ-ধুমুহা আহিলে মাধৱৰ দুখৰ সীমা নোহোৱা হয়। তথাপি দুখকে সুখ বুলি পুৱা আহি গুৰু সেৱাত ৰত হয়।

মাধৱৰ দূৰ সম্পৰ্কীয় মোমায়েক দীঘলা কায়স্থ পাটবাউসীৰ গুৰুজন থকা ঠাইৰপৰা কেইনলমান দূৰতে থাকে। মাধৱে এদিন তিতি-বুৰি অহা দেখি তেওঁৰ ঘৰৰ কোঠা এটাকে খালি কৰি থাকিবলৈ দিলে । কিছুদিন ভালেৰেই পাৰ হ'ল। মাধৱদেৱে ঢল পুৱাতেই উঠি নিত্য কৰ্ম, ভোজন সম্পন্ন কৰি গুৰুগৃহলৈ ওলাই যায়। তাকে দেখি গৃহস্থঘৰে ইটো-সিটো ৰন্ধা বস্তু আগবঢ়ায়। গৃহস্থ ঘৰৰ আচাৰ-ৰীতি তেনেই অপৰিষ্কাৰ। তাতে গুৰুমুখী হোৱা নাই বাবে তেনে দ্ৰব্য ল'বলৈ মাধৱৰ সত নাযায়। তেওঁলোকে দিয়া য'ৰ বস্তু ত'তে পৰি থাকে। ঘৈণীয়েকৰ মুখে কথাটো গম পাই দীঘলা কাইথে 'মোৰ ঘৰৰ বস্তু অশুচি হ'লে ঘৰটোও শুচি নহয়' বুলি ৰান্ধনিশালত সোমাই চৰু-হেতা দলিয়াই খাণ্ডাং কৰি পেলালে। গুৰুগৃহৰপৰা ঘূৰি আহি স্নান কৰি ভাগৰুৱা মাধৱে এমুঠি সিজাই খাবলৈ বুলি ৰান্ধনিঘৰ সোমাই সিচুৰ্তি খালে। 'কোনে এনে কাৰ্য কৰিলে!'

মাধৱৰ বুজিবলৈ আৰু বাকী নাথাকিল। এয়া ভগবানৰ ইচ্ছা বুলি পাভতি চাঙৰ ওপৰত আঁৰি থোৱা বৰতমণি কল আখিৰ পৰা দুটা কল আৰু পানী এবাটি খাই অলপ বৈ পুনৰ গুৰুগৃহলৈ বাট লৈ শঙ্কৰদেৱে জিৰণি লৈ থাকোঁতেই মাধৱ গৈ পালেগৈ।

'সোনকালে আহিলা, চাউল সিজোৱা হ'ল নে নাই?'

শঙ্কৰদেৱে মাধৱদেৱৰ মুখলৈ চাই সুধিলে—

'নহ'ল বাপ।' মাধৱে তলমূৰকৈ ক'লে।

'কিয় নহ'ল? আহাৰ নল'লে দেহত শক্তি ক'ৰপৰা হ'ব? শক্তি নহ'লে ভক্তিও সুসম্পন্ন নহয়।' গুৰুৱে ক'লে।

'কথাটো হয়। কিন্তু ........ অলপ অসুবিধা হোৱাৰ বাবেহে এনে হ'ল' বুলি দীঘলা কাইথৰ ঘৰৰ বৃত্তান্ত বৰ্ণনা কৰিলে। কথাষাৰ শুনি গুৰুপত্নীয়ে মাধৱক মাতি নি আলৌ-আথৌ কৰি দৈ-চিৰা ভোজন কৰালে।

শঙ্কৰদেৱে মনত দুখ পালে। কবি, তত্ত্বদৰ্শী, ভক্ত মাধৱৰ এখন নিজঞ্জাল ঠাইৰ প্ৰয়োজন। নিজৰ ধন-ঐশ্বৰ্য, মান-সন্মান বৃদ্ধি কৰিবলৈ নহয়, খাটি খোৱা, নিৰক্ষৰ মানুহবোৰক সজ পথৰ চিনাকী দিবলৈ, কুসংস্কাৰ, অন্ধবিশ্বাসকে ধৰ্ম বুলি মানি সাবটি থকা সৰল-সহজ মানুহবোৰক পোহৰ বিলোৱাত গুৰুক সহায় কৰিবলৈ। একালত জীৱন নদীৰ চাকনৈয়াত পৰি থকা-সৰকা হোৱা মাধৱে ব্যক্তিত্ব আৰু পুৰুষত্বৰে নিজস্ব কৰ্ম ক্ষমতাৰ পৰিচয় দিব পাৰিছিল। ধন-সম্পদ, মাটি-বাৰী, মজিন্দাৰ পদবী নিজ গুণে আয়ত্ত কৰিবলৈ সক্ষম হৈছিল। কিন্তু বিষয়ৰ প্ৰতি অনাসক্ত মাধৱে বৰ্তমান সকলো বিসৰ্জন দি চৰম সত্য সন্ধানত ৰত হৈছে। তেওঁ লাভ কৰা জ্ঞান গীতে-পদে-নাটকে, তেওঁৰ জীৱন কৰ্মৰে সমাজত বিলাই দিবলৈ তেওঁ প্ৰয়াস কৰিছে। এনেহেন নিস্পৃহ, ত্যাগী ভক্তজনৰ কথা মনুহে বুজা উচিত। কিন্তু নুবুজিলেনো আমি কি কৰিব পাৰোঁ।'

ভাবি-চিন্তি শঙ্কৰদেৱে মাধৱৰ কাৰণে নতুন ঘৰ এটা ঠিক কৰি দিয়াৰ কথা মানস কৰিলে। জলপান খাই মাধৱ আহি চ'ৰাত বহিলহি।

'বঢ়াৰ পো, দীঘলা কাইথৰ ঘৰত তুমি থাকিব নালাগে। গোবিন্দৰ মুখে গম পালোঁ কাইথৰ ঘৰৰ পৰা অলপ দূৰতে চন্দ্ৰ গণকে এটা পামঘৰ সাজি থৈছে। বলা যাওঁ, খবৰ এটাকে কৰি আহোঁ।'

দুয়োজন গৈ চন্দ্ৰ গণকৰ বাৰী পাই পামঘৰটো প্ৰত্যক্ষ কৰিলে। নিৰিবিলি পৰিৱেশ। চাৰিওফালে বেৰা-কুৰা দি থৈছে। পৰিষ্কাৰ পানীৰ পুখুৰী এটাও আছে। লগত যোৱা আতৈয়ে গণকক গুৰুজন অহা বুলি খবৰ দিলেগৈ। খবৰ পাই গণকে ততাতৈয়াকৈ আহি গুৰুজনক সেৱা জনালে।

'বাপজনাই কিয়বা আমাৰ ঠাইত পদধূলা দিলেহি।' চন্দ্ৰ গণকে আচৰিত হৈ সুধিলে।

'বিশেষ কাৰণত অহা হ'ল। সপৰিবাৰে মঙ্গলে আছানে?'

'হয় বাপ, আপোনালোকৰ আশীৰ্বাদত সকলো ভালেই আছে। পিছে .......।'

'পিছে এয়া পামঘৰসহ বাৰী তোমাৰে বুলি শুনিছোঁ। ইয়াত বাস কৰিবলৈকে মানস কৰিছা নেকি?' শঙ্কৰদেৱে সুধিলে।

'খেতিৰ দিনত দুই চাৰি দিন থাকিম বুলিয়েই সাজিলোঁ। কিন্তু মানুহে পাঙে, বিধাতাই ভাঙে। ঘৰৰ মানুহজনীৰ একাঙ্গী বেমাৰে বাঁহ ল'লে, এৰিবই নোৱাৰি। গতিকে ইয়াত থকা নহ'ব আৰু। কিয়বা সুধিলে!'

'ঘৰটো আমাক দিয়া। আমাৰ মাধৱ বান্ধৱ ইয়াতে থাকিব, হৰিনাম কীৰ্তন কৰিব। শুনি ভনি তোমালোকেও সুখ পাবা। উচিত মূল্যও পাবা।'

শঙ্কৰদেৱৰ কথা শুনি চন্দ্ৰ গণকে বৰ আনন্দ পালে। জগতগুৰুজনে তেওঁক ঘৰ বিচাৰিছে বুলি গৌৰৱবোধো কৰিলে।

'বাপ এই ঘৰ-বাৰী আপোনাৰ অভয় পদত সমৰ্পণ কৰিলোঁ।' —এইবুলি গণকে পুনৰ সেৱা জনালে। শঙ্কৰদেৱে আশীৰ্বাদ দি তেওঁৰ হাতত এতোলা সোণ গুজি দিলে। সন্তোষ মনেৰে গণকে শঙ্কৰ-মাধৱক ঘৰ-বাৰী চমজাই দিলে।

সেইদিনাৰে পৰা মাঁধৱদেৱ সেই ঘৰত থাকিবলৈ ল'লে। মহাকালী ৰামে দীঘলা কাইথৰ ঘৰৰ পৰা তেওঁৰ বস্তু কেইপদ আনি থান-থিত লগাই দিলেহি। নিৰ্জন ঠাই, পুথি লিখাৰ পৰিৱেশ আছে। মাধৱ সুখী হ'ল। নাৰায়ণ ঠাকুৰ মন দিয়াৰ পৰা আহি ইয়াতে লগ হৈ দুয়ো গুৰুগৃহলৈ যাবলৈ সুবিধা হ'ল।

তেতিয়াৰে পৰা মাধৱ থকা ঠাইখনৰ নাম হ'ল গণককুছি। মাধৱৰ জীৱন চৰ্যাত গণককুছিয়ে প্ৰভাৱ পেলালে। ভকত মাধৱৰ বিগলিত হৃদয়ত নীৰৱ প্ৰাৰ্থনা অনুৰণিত হ'ল গণককুছিৰ গছে-পাতে, আকাশে-বতাহে—

অসতো মা সদ্গময়
তমসো মা জ্যোতিৰ্গময়
মৃত্যুৰ মা অমৃতং গময়।
অমৃতৰ সন্ধানত আগবাঢ়িল ভকত মাধৱ।

বান্ধৱ মাধৱক কাষত লৈ শঙ্কৰদেৱৰ জীৱনৰ চাৰিকুৰি দহোটা সংঘাতপূৰ্ণ বছৰ পাৰ কৰিলে। তেওঁৰ সুদীৰ্ঘ জীৱন পৰিক্ৰমাত অনেকে অনেক দিলে, অনেক পালে। জীৱনে সময়ৰ বুকুত ৰূপালী-সোণালী হয়তো কেতিয়া এঙাৰ ক'লাকৈ আঁকি গ'ল মচিব নোৱাৰা ৰেখা। সময়ৰ পাখিলগা কাঁড়ৰ লগত ফেৰ মাৰি আগবাঢ়ি গৈছে শঙ্কৰৰ কৰ্ম-শিখা। সাধনাৰ অন্ত নাই। ধন্য ধন্য ভাৰত বৰিষত নৰতনু ধন্য কৰিব লাগে। ছাঁটোৰ দৰে গাত লাগি বৰাৰপো মাধৱে সহায় কৰিছে। শঙ্কৰ প্ৰদত্ত নব্যচেতনাৰে সৰু সৰু মানুহৰ জীৱনত মহত্বৰ বোল সানিব লাগিব। এই মানুহবোৰৰ মুখত গীত দিব লাগিব।, নতুন ছন্দ, নতুন সুৰেৰে স্পন্দিত কৰিব লাগিব মানৱ জীৱন। সংকল্পবদ্ধ মাধৱ। শঙ্কৰ-মাধৱৰ আশা আৰু উদ্দেশ্যক সঁহাৰি জনাবলৈ আগবাঢ়ি আহিল ৰামদাস, নাৰায়ণ ঠাকুৰ, মুকুন্দ, মধাই, ৰাম, বলৰাম, গোবিন্দ, বুঢ়াগোপাল আদি অনেকজন। আহিল মুছলমান দৰ্জী চান্দসাঁই।

যুদ্ধৰ সময়ত পাঠান সেনাপতিৰ কাপোৰ সীয়া দৰ্জীৰূপে অসমলৈ অহা চান্দসাঁই সপৰিয়ালে যুদ্ধৰ পিছত কামৰূপতে বৈ গ'ল।

ইছলাম ধৰ্মীয় লোক চান্দসাঁই। ওখ-পাখ আঢ়ৈ কুৰি বছৰীয়া এজন সুশ্ৰী পুৰুষ। শ্ৰীশঙ্কৰৰ চোলা সীবলৈ অহা চান্দসাঁইৰ মন সৰ্ব গুণাকৰৰ গুণৰাশিয়ে সী থকা-সৰকা কৰিলে। অৱশেষত শঙ্কৰক গুৰু মানি ভক্তিধৰ্ম গ্ৰহণ কৰিলে।

বতাহ বলিল। কেউফালে প্ৰৱাহিত হ'ল নামধৰ্মৰ সুবাস। গুৰু শঙ্কৰৰ উদ্যম আৰু কৰ্মশক্তিয়ো অনুপ্ৰাণিত কৰিলে মাধৱদেৱক। এদিন গুৰুৱে প্ৰাণৰ শিষ্য মাধৱক মাতি কাষতে বহুৱাই ক'লে—

'বঢ়াৰ পো, তুমি বয়সত অনেক গুণে সৰু হ'লেও পৰম সুহৃদ, প্ৰাণৰ বান্ধৱ। মোৰ বয়স পৰি আহিছে। তোমাক কেইটামান কথা কওঁ গুৰুত্ব দিবা। প্ৰথমে সজ গুৰু হ'বলৈ কেনে গুণৰ প্ৰয়োজন সেই কথাকে কওঁ শুনা—

যিজনৰ দেহ-মন নিকা, যিজন কৰ্মঠ, শিক্ষিত, সু-স্বাস্থ্যৰ আৰু পূৰ্ণতাপ্ৰাপ্ত তেনেজন ব্যক্তিয়েহে সদ গুৰুৰ দায়িত্ব পালন কৰিব পাৰে। গীতা আৰু উপনিষদত সৰ্বাঙ্গীন উৎকৰ্ষ সাধনৰ কথা কয় । ভগৱৎ প্ৰাপ্তিৰ বাবেও পবিত্ৰ দেহ-মনৰ প্ৰয়োজন। সেয়েহে কিছুমান নীতি-নিয়ম, সদাচাৰ ধৰ্মৰ লগত, শৰণ-ভজনৰ ক্ষেত্ৰত অবিচ্ছেদ্যভাৱে সংযোগ কৰি দিয়াৰ প্ৰয়োজন হয় যাতে সেইবোৰ অৱশ্য কৰ্তব্য ৰূপে শৰণীয়াসকলে পালন কৰে। নিত্য কৰ্ম ৰূপে দন্তমৰ্জন, শৌচ শুদ্ধি, স্নান আদিয়ে বাহ্যিক শৌচ, অৰ্থাৎ দেহ পবিত্ৰ কৰি, শৰণ মন্ত্ৰৰে ভগৱন্তক হৃদয়ত ধাৰণ কৰি মন পবিত্ৰ কৰাৰ উপদেশ দিয়া হয়। গুৰুয়ে শিষ্যজনক পুত্ৰৱৎ জ্ঞান কৰিব লাগে। ধৰ্মপুত্ৰ আৰু বীৰ্যপুত্ৰ সমান বুলি সেয়েহে কোৱা হয়। তোমাৰ মাজত সেই ব্যক্তিজন প্ৰতিভাত হোৱা দেখা পাইছোঁ। সেয়েহে কথাখিনি ক'লোঁ।' এই বুলি মৰমসনা দৃষ্টিৰে মাধৱলৈ চালে। সন্তুষ্টিত গুৰুজনাৰ মন উজ্বলি উঠিল।

মাধৱ গহীন হৈ পৰিল। তেওঁৰ বুকুখন কঁপি উঠিল। গুৰুৱে কি ক'বলৈ বিচাৰিছে!

'বাপ, আপুনি ঈশ্বৰ অংশী মহাপুৰুষ। আপোনাৰ দাসৰো দাস মূৰুখ মাধৱক এই মহান দায়িত্বৰ কথা কিয় সকীয়াইছে? আমাক পথ দেখুৱাবলৈ, সমাজত পোহৰ বিলাবলৈ মোৰ বাপজনা আৰু শত বছৰ জীয়াই থাকিব লাগিব।' মাধৱৰ কথা শুনি হাঁহি মাৰি শঙ্কৰদেৱে ক'লে—

'ক্ষণস্থায়ী মানৱ জীৱন। মই এজন সাধাৰণ মানুহ হে মাধৱ। তোমালোকৰ অন্তৰৰ ঐশ্বৰ্যইহে মোৰ ওপৰত ঈশ্বৰত্ব আৰোপ কৰিছে। আমাৰ ৰচিত গীতত 'অথিৰ ধন-জন, অথিৰ জীৱন, অথিৰ এহু সংসাৰ' বুলি কোৱা হৈছে যদিও আচলতে আমি কৰ্মৰ মাজেদি অথিৰ জীৱনৰ সাৰৱতা অনাৰ পথহে দেখুৱাবলৈ বিচাৰিছোঁ। আৰু সেইবাবেই কালে হানি কৰিব নোৱাৰা বস্তু ৰাইজক দি যাবলৈ চেষ্টা চলাইছোঁ। শাস্ত্ৰ ৰচিছোঁ, গীত-বাদ্য, স্থাপত্য-

ভাস্কৰ্যৰ প্ৰকাশ ঘটাইছোঁ আৰু তোমাকো গীত-পদ-নাট ৰচনা কৰি গৈ থাকিবলৈ উপদেশ দিওঁ।'

'বাপ, আপোনাৰ আশিস শিৰ পাতি গ্ৰহণ কৰিলোঁ।' মাধৱে বিনম্ৰভাৱে ক'লে।

'বঢ়াৰ পো, তুমি এনে এখন মহৎ গ্ৰন্থ ৰচনা কৰিবা, যাৰ প্ৰাণ হ'ব ভক্তি-তত্ত্ব। স্থাৱৰ- অস্থাৱৰ সমস্ত জগত ইয়াৰ মাজত থাকিব আৰু জগতৰ আদৰ্শ দেখুৱাই তোমাৰ গুৰুকো ইয়াতে এচুকত ঠাই দিবা। কোৱা মাধৱ। পাৰিবানে?' মাধৱে থতমত খাই কিছুপৰ তলমূৰকৈ ৰৈ ক'লে— 'এনেহেন বলে নোৱাৰা শিল এই মূৰুখমতিয়ে কিদৰে লৰাম বাপ?'

'পাৰিবা মাধৱ, পাৰিবা। মই এনেয়ে তোমাক বঢ়াৰ পো বুলি কওঁ? আমাৰ বলবীৰ্য সমস্তই দিছোঁ, লৰোৱাই নহয়, কালত শিলটো ভাঙিবও পাৰিবা।'

'গুৰুজনাই এই মাধৱক এনেকৈ ভাবেনে? তেওঁ জানো ইমানৰ উপযুক্ত?' ভাবি মাধৱ অভিভূত হৈ পৰিল। ভক্তিত গদ্‌গদ হৈ তেওঁৰ চকুলো ওলাল। গুৰুৰ চৰণ যুগলত সাৱটি ধৰি ক'লে, 'বাপ, আপোনাৰ আদেশ শিৰ পাতি লৈ জীৱনভৰ চেষ্টা চলাম।'

মাধৱে নতশিৰে গুৰুবাক্য পালনৰ সংকল্প দৃঢ় কৰিলে।

* * *

কথাষাৰ শুনি নাৰায়ণ ঠাকুৰে বৰ আনন্দ পালে। সখিয়েক মাধৱক বৰ উদ্বিগ্ন হৈ সুধিলে।

'সখি, দামোদৰ নামৰ ব্ৰাহ্মণ লোক এজনেও গুৰুধৰ্ম গ্ৰহণ কৰিছে বুলি শুনিলোঁ। ক'ৰ লোক সেইজন?'

'অলপ দিন হ'ল তেওঁ ধৰ্ম লোৱা। আপুনি গম পোৱা নাই হবলা?' মাধৱে ক'লে।

'আপুনি দেখোন জানেই অলপ দিন মই মন দিয়াৰ পৰা আঁতৰি আছিলোঁ বুলি। গুৰুধৰ্ম প্ৰচাৰ কাৰ্যতে ঘূৰি ফুৰিছিলোঁ। ৰামপৰীয়াৰ পুতেক সেই অধৰমী পৰমা বোলাটোক গুৰুধৰ্মলৈ আনিবলৈ কমখন যত্ন কৰিব লগা হোৱা নাই। ঈশ্বৰৰ ইচ্ছা কাৰ্য সিদ্ধি হ'ল। শৰণ লৈ পৰমানন্দ ভকত হ'ল। খীড়া মৰলৰ পুতেক তিনিটাও প্ৰথমে মান্তি হোৱা নাছিল। গুৰুধৰ্মৰ মহত্ব, ইয়াৰ প্ৰয়োজনীয়তাৰ কথা বঢ়াই- বুজাই সিহঁতকো ভকত কৰা হ'ল। সেইবোৰত লাগি ফুৰোঁতে কেবাদিনো পাৰ হৈ গ'ল। আহিয়েই শুনিলোঁ বোলে দামোদৰ বিপ্ৰয়ো ভক্তিধৰ্ম গ্ৰহণ কৰিলে। সেয়েহে আপোনাক সুধিছোঁ।' —নাৰায়ণ ঠাকুৰে ক'লে।

'সখি, নামধৰ্ম প্ৰচাৰৰ কাৰণে আপুনি যি কৰিছে তাৰ তুলনা নাই। সাক্ষাৎ গুৰুৱেও আপোনাৰ গুণৰ কথা স্বীকাৰ কৰে। বাৰু এতিয়া ন-কৈ অহা ভকতজনৰ বিষয়ে কওঁ শুনাক—

তেওঁৰ নাম দামোদৰ। গুৰুজনাৰ উপৰি পুৰুষ চণ্ডীবৰ ভূঞাৰ লগতে তেওঁৰ প্ৰপিতামহ ৰঘুপতি আচাৰ্য কামৰূপ দেশলৈ আহিছিল। সেই ৰঘুপতিৰ তৃতীয় পুত্ৰ সনাতনৰ পুতেক দামোদৰ বিপ্ৰ। পাটবাউসীৰ পূব কোণত সপৰিয়ালে বাস কৰি থাকে। ব্ৰাহ্মণ মানুহ হালবাব নোৱাৰে। কোৰেৰে চহাই কেইহালিচামান মাটিত খেতি কৰে। ঘৰৰ সাতোটা প্ৰাণীয়ে কোনোমতে দুখে-কষ্টে চলে। পিছে কীৰ্তনৰ সুৰে তেওঁৰ মন টানিলে। নামঘৰৰ কাষেদিয়েই পথাৰলৈ যাবলৈ ল'লে আৰু আহোঁতে যাওঁতে যেতিয়াই সুবিধা হয় তেতিয়াই নামঘৰৰ পদূলিত খন্তেক ৰৈ নাম শুনে। অনেক দিন এনেকৈ নাম শুনি থকা ভকতসকলে দেখা পাই গুৰুত জনালে। শঙ্কৰদেৱে তেওঁক মতাই আনি বহিবলৈ ক'লে।

দামোদৰ বিপ্ৰক দেখি গুৰুজনাই বৰ আনন্দ পালে। বহুতদিন বিচাৰি থকা সম্পদ এটি হাতত পোৱাৰ দৰে তেওঁৰ মন প্ৰফুল্লিত হ'ল। সন্তুষ্ট মনেৰে দামোদৰলৈ দৃষ্টি দিলে। ৰ'দ-বতাহ, দেহৰ কষ্টকো কষ্ট নুবুলি খেতি কৰাৰ বাবে শৰীৰ কৃশ আৰু মুখ মলিন হৈ পৰিলেও তেওঁৰ বুদ্ধিদীপ্ত চকুজুৰিয়ে মনৰ গভীৰতাৰ প্ৰকাশ ঘটাইছে। সাদৰেৰে শঙ্কৰদেৱে সুধিলে—

'বাহিৰত থিয় হৈ নাম-কীৰ্তন শুনিব লাগে কিয়? ভিতৰলৈ আহি অংশ ল'ব পৰা হয় দেখোন।'

কথা শুনি দামোদৰে বিনম্ৰভাৱে ক'লে— 'গীত-মাত, নাম-প্ৰসঙ্গ শুনি সোৱাদ পাওঁ, পিছে বহি শুনি থাকিবলৈহে ভাগ্যই নাটে। পৰিয়ালৰ ভৰণ-পোষণৰ বাবে ব্যস্ত থাকিব লাগে। সমুলি আজৰি নাপাওঁ।'

ব্ৰাহ্মণজনৰ কথা-বাৰ্তা আৰু আচৰণত শঙ্কৰদেৱ সন্তুষ্ট হৈ ক'লে— 'কালিৰে পৰা নিতৌ আহি নাম-কীৰ্তন শ্ৰৱণ কৰি পথাৰলৈ যাবা। ভগৱন্তৰ কৃপা দৃষ্টি হ'লে সেই খেতিৰেই জোৰা মৰিব।'

'এনেজন মহৎ পুৰুষৰ আশ্বাসবাণী শুনি দামোদৰ অভিভূত হ'ল। নিতৌ নামঘৰলৈ আহিবলৈ ল'লে। কীৰ্তনৰ সুৰ-ধ্বনিয়ে তেওঁৰ হৃদয় তন্ত্ৰীত জোকাৰ তুলিলে। দামোদৰৰ গভীৰ ভক্তি দেখি গুৰুজনেও অপাৰ আনন্দ লাভ কৰিলে। দামোদৰে শৰণৰ ইচ্ছা কৰাত ৰামৰাম গুৰুৰ যোগেদি তাৰাক ভগৱন্তত শৰণ কৰোৱা হ'ল। দামোদৰ বিপ্ৰ সকলোৰে দুহৃদজন হৈ পৰিল। ভকতসকলেও তেওঁক সম্ভ্ৰম কৰিবলৈ ধৰিলে। দামোদৰ হৈ পৰিল সকলোতে শ্ৰদ্ধাৰ দামোদৰদেৱ।

মাধৱদেৱৰ মুখৰপৰা কথাখিনি শুনি নাৰায়ণ ঠাকুৰে বৰ সুখ পালে। সন্তোষ মনেৰে দুয়ো গুৰুগৃহলৈ ৰাওনা হ'ল। আহি থাকোঁতে এঠাইত নাৰায়ণ ঠাকুৰৰ হাঁহি উঠিল। মাধৱে তেওঁলৈ চাই সুধিলে।

'সখিৰ মন আজি প্ৰসন্ন যেন পাইছোঁ। মুখৰ হাঁহি নুগুচাই হ'ল।'

'আপুনি ঠিকেই ধৰিছে সখি; এই ঠাইখন পালেই মোৰ সেই হালোৱা ৰামলৈ মনত পৰে। সেয়েহে হাঁহি ওলাল। হালবাই থকা মানুহটোৰ পিছে পিছে 'ৰাম বোল, ৰাম বোল'কৈ মইনো কমখন ঘূৰি ফুৰিলোনে?'

নাৰায়ণৰ কথা শুনি মাধৱৰ মনত পৰিল সেই দিনাৰ কথালৈ। মন দিয়াৰ পৰা নাৰায়ণ ঠাকুৰ তেওঁৰ লগ হৈ পাটবাউসীলৈ বুলি আহি থাকোঁতে পথাৰত এটা হালোৱাই হেঃ হেঃ কৈ হালবাই থকা দেখা পালে। কাষৰ বকিয়াটোতে বৈ সখি নাৰায়ণে ৰিঙিয়াই ক'লে, 'হে'ৰা হালোৱা ককাই, তুমি কি হেঃ হেহাই আছা? 'ৰাম', 'ৰাম' বুলি কোৱা। হালোৱাৰ খবৰ নাই। সি হেঃ হেঃ কৈ হাল বাবলৈ ধৰিছে। নাৰায়ণ পথাৰলৈ নামি গৈ পুনৰ ক'লে, 'ককাই, হেঃ হেঃ বোলাতকৈ 'ৰাম', 'ৰাম' বুলি গৰুহাল খেদোৱাচোন। বৰ সুত লাগিব। হালোৱাটোৰ খং উঠি এচাৰিডাল দাঙি নাৰায়ণৰ ফালে পোন্দোৱাকৈ চাই পুনৰ হালবোৱাত নিমগ্ন হ'ল। তাকে দেখি মাধৱদেৱে ক'লে, 'বৰ বৰ জেঙা লাগিল। সি ৰাম নুবুলিলে আমাৰ হে নামৰ দশ অপৰাধৰ এটা সিজিব। ইফালে ত'ত চাগৈ গুৰুজনে বাট চাই আছে। মই যাওঁ। তুমি তেওঁক ৰাম নাম বোলাইহে আহিবা।' বুলি কৈ খৰখেদাকৈ গুৰুগৃহলৈ বাট পোনালে।

ঠাকুৰে হালোৱাটোৰ পিছে পিছে 'ৰাম বোল', 'ৰাম বোল'কৈ ঘূৰিবলৈ ধৰিলে,। হালোৱাই ৰাম নোবোলে, ঠাকুৰে নেৰে।

'হেৰৌ বোপাই, এবাৰ ৰাম বুলি ক'চোন।' নাৰায়ণ ঠাকুৰে কাওবাওকৈ ক'লে।

হালোৱা অতিষ্ঠ হ'ল। 'হেৰৌ ই আজি মোক কিহে পালে, কি হে খালে? বুলিলোঁ 'ৰাম' যা। তাৰ পৰা মোৰ কি লাভ হ'লহে?

'বৰ ভাল হ'ব।' আজিৰে পৰা ৰাম নাম লৈ হাল বাবা, তোমাৰ মঙ্গল হ'ব।' বুলি নাৰায়ণ ঠাকুৰে লৰালৰিকৈ মাধৱদেৱক খবৰ দিবলৈ গ'ল। ৰাম নামে গাৰো সম্প্ৰদায়ৰ হালোৱাজনৰ মনত ক্ৰিয়া কৰিলে। তেওঁৰ মুখৰপৰা ৰাম নাম নুগুচা হ'ল। নাৰায়ণ ঠাকুৰৰ মুখে মাধৱদেৱে খবৰ পাই গুৰুত জনালে। শঙ্কৰদেৱে তেওঁক মতাই আনি কৃষ্ণত শৰণ দি গোবিন্দ নাম দিলে। তেতিয়াৰে পৰা তেওঁ গাৰোৰ গোবিন্দ আতৈ নামে পৰিচিত হ'ল।

বাৰাদিৰ বুঢ়া দলৈয়ে নাম এষাৰ গোৱাবলৈ মানস কৰি মাধৱদেৱক নিমন্ত্ৰণ কৰিলে। দলৈৰ নিমন্ত্ৰণ প্ৰত্যাখান কৰিব নোৱাৰি প্ৰাতসতে আহি গুৰুক কথাষাৰ জনাই যাবলৈ ওলাল।

'এৰা, মাতিলে ৰণলৈও যাব লাগে, নামলৈ নাযাবা কিয়? তোমাৰ লগত আৰু কোন যাব?' শঙ্কৰদেৱে সুধিলে।

'চাৰিহাটীৰ চাৰিজনক লগ লৈছো।' মাধৱে ক'লে।

'ভাল কথা। যোৱা, মাথোঁ তাত অলপ সাৱধান হ'বা। চাবা, কিবা অশুভ পৰিস্থিতিৰ উদ্ভৱ নহয় যাতে? নাম শেষ হ'লে ইয়ালৈকে আহিবা।' বুলি গুৰুৱে মাধৱক বিদায় দিলে।

বুঢ়াদলৈৰ ঘৰত নাম-কীৰ্তন আৰম্ভ হ'ল। মাধৱৰ সুমিষ্ট কণ্ঠৰ কীৰ্তনৰ সুৰে সকলোকে মুগ্ধ কৰিলে। সৎসঙ্গ আৰু নাম মহিমাৰে সন্তুষ্ট মাধৱ ভকত কেইজনৰ লগত বাৰাদিৰ পৰা পাটবাউসীলৈ বুলি আহি থাকোঁতে বুঢ়াদলৈৰ ভায়েকে আগভেটি ধৰি ক'লে—

'হে'ৰ ভণ্ড তপস্বী, বৰ ভকত বোলাবলৈ আহিছ ? মোৰ ককাইক ভকত সাজি নষ্ট কৰিলি। আজি ক'ত সাৰিবি ?' এই বুলি খেদি আহি গালি-গালাজ পাৰিবলৈ ধৰিলে। গালি শুনি মাধৱদেৱে থিয় দি থকা ঠাইতে ৰাম নাম জপ কৰি ৰ'ল। মতা মানুহটোৱে হাত-ভৰি জোকাৰি অবাচ্য বচনেৰে গালি পৰা দেখি ভকত কেইজন ভয়ত কঁপিবলৈ ধৰিলে। ধুমুহাই লৰাব নোৱাৰা নিকম্প তৰুৱৰে মাধৱ থিয় হৈ থকা দেখি ভকতসকলেও নাম ল'বলৈ ধৰিলে। লগৰে এজনে গুৰুক খবৰ দিবলৈ ঢাপলি মেলিলে।

গালি পাৰি পাৰি মানুহটো ভাগৰি পৰিল। অথচ সি মাধৱৰ কোনো প্ৰতিক্ৰিয়া হোৱা দেখা নাপালে। তেওঁৰ শান্ত, সৌম্য, নিৰ্বিকাৰ মূৰ্তি দেখি সি মনে মনে ভয় খালে। 'এওঁ নিশ্চয় মানুহ নহয়, কোনোবা দেৱতাহে। ইমান গালি-শপনি পাৰি অত্যাচাৰ কৰা সত্ত্বেও এওঁৰ গাতে নালাগিল। মানুহ ইমান ধৈৰ্যশীল হ'ব পাৰেনে! নাই, নাই এওঁ সাধাৰণ লোক নহয়, পৰম মহন্ত। এওঁৰ মন্দ আচৰি মই পাপী ৰসাতলে গ'লোঁ' বুলি ভাবি মাধৱদেৱৰ চৰণত পৰি ক্ষমা ভিক্ষা কৰিলে।

মাধৱদেৱে প্ৰসন্ন চিত্তে ক'লে, 'বাপু, মনৰ কথা খুলি কৈ তোমাৰ চিত্ত শুদ্ধ হ'ল। আশাকৰোঁ ভগৱন্তই তোমাৰ মঙ্গল কৰিব।'

মাধৱে ভকতসহ পুনৰ যাত্ৰা কৰিলে। ইফালে ভকতজনে গৈ মাধৱৰ বিপদৰ কথা গুৰুক জনালেগৈ। চিন্তিত হৈ শঙ্কৰদেৱ আগবাঢ়ি আহি বাটতে মাধৱক লগ পাই ঘটনাৰ কথা সুধিলে। মাধৱে ক'লে, 'বাপ, আপোনাৰ অনুমান সত্য হ'ল। বুঢ়াদলৈৰ দুৰ্দান্ত ভায়েকটোৱে এক অশুভ পৰিস্থিতিৰ সৃষ্টি কৰিছিলেই। অৱশ্যে হৰিৰ কৃপা আৰু আপোনাৰ চৰণৰ প্ৰসাদত বাধা-বিঘিনি অতিক্ৰম কৰি আহিব পৰা হ'ল।'

মাধৱৰ মুখে ঘটনাৰ বিৱৰণ শুনি মাধৱৰ সহনশীলতা, ধৈৰ্য আৰু ভগৱন্তৰ প্ৰতি অগাধ ভক্তিভাব দেখি গুৰুজন আপ্লুত হ'ল। বুঢ়াদলৈৰ ভায়েকৰ যোগেদি ভগৱন্তই একান্ত ভকতৰ পৰীক্ষা কৰিলে আৰু মোৰ বঢ়াৰ পো সেই পৰীক্ষাত উত্তীৰ্ণ হ'ল।' এই বুলি কৈ আত্মতৃপ্তিৰে খলখলকৈ হাঁহি মাধৱৰ লগত পাটবাউসীলৈ উভতি আহিল।

এদিন দুদিন কৈ পাৰ হৈ গৈ আছে পাটবাউসীৰ ব্যস্ততাপূৰ্ণ দিনবোৰ। গীত-নাট, নাম-কীৰ্তনৰ ধ্বনিৰে, পুৱা-গধূলি ধৰ্ম আলোচনাৰে মুখৰ হৈ পৰিল পাটবাউসীৰ আকাশ-বতাহ। নতুন শিক্ষা, নৱ সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ হৈ পৰিল বৰলচোং নামেৰে জনাজাত পাটবাউসী। ভকতিৰ বৰনাওখনৰ গুৰিবঠা ধৰিবলৈ আগবাঢ়ি আহিল সহযোগী মাধৱদেৱ। সঙ্গী হ'ল ৰামৰাম, নাৰায়ণ ঠাকুৰ, গোবিন্দ, গৰমলি, বলৰাম, চান্দসাঁই আদি ভকত-বৈষ্ণৱসকল। ধাননিত ধান দাই থকাৰে পৰা ৰাম আহি ধৰ্ম লৈ নিস্বাৰ্থ-নিস্পৃহ ৰাম

আতাত পৰিণত হ'ল। লগ লাগিলেহি ব্যাস কলাই, দামোদৰদেৱ, হৰিদেৱ আদি বৈষ্ণৱসকল। এক নতুন প্ৰেৰণা, নতুন উদ্দীপনাত উদ্বুদ্ধ হ'ল মাধৱৰ মন। গুৰুৰ লগে লগে ন ন শাস্ত্ৰ প্ৰণয়ণত নিজকে মনোনিবেশ কৰিলে।

শঙ্কৰদেৱৰ কৰ্মদক্ষতা দেখি মাধৱ অভিভূত হ'ল। ইতিমধ্যে কীৰ্ত্তন পুথিৰ শেষ খণ্ডটি ৰচনা কৰি সামৰণি মাৰিলে। টোটয়, চপয় ৰচনা কৰাৰ উপৰিও অনেক সংখ্যক গীত ৰচিলে। তিনিখন নাট লিখি সম্পূৰ্ণ কৰাৰ সংকল্প কৰিলে।

সংসাৰৰ মাজতে থাকিও সন্ন্যাসী শঙ্কৰৰ ঘৰখনত কি আছে, কি নাই একোৰে খবৰ নাই। সদা সতৰ্ক মাধৱ। এইজন মহাপুৰুষক ভালেৰে ৰাখিব লাগিব। ধৰ্ম-সংস্কৃতি আৰু সমাজৰ মঙ্গলৰ বাবে, জাতিটোৰ গতিময়তা প্ৰদানৰ কাৰণে এনেজন মহাপুৰুষৰ নিৰবিচ্ছিন্ন সাধনাত সঁহাৰি জনোৱাত সমাজৰ সকলোৰে দায়িত্ব আছে। দাসৰো দাস মাধৱে যেনেকৈ পাৰে সেই দায়িত্ব পালনৰ চেষ্টা চলায়।

ন-ধানৰ আৰৈ চাউলৰ ভাত খালে গুৰুৰ পেটত ধৰে। মাধৱে কথাষাৰ গম পাই কাউৰীয়ে কা নৌকৰোঁতেই চৰু পাতি ধান বঢ়াই শুকুৱাই বৰ পাচিত ভৰাই গুৰু পত্নীক চমজাই দি সেয়া ধানৰ চাউল সিজাই গুৰুক দিবলৈ খাটনি ধৰে। খৰিৰ নাটনি হ'লে ধধৰজাৰ লগ হৈ খৰি ফালি দম কৰি দিয়ে। কত জন্মৰ সাধনাৰ বলত এনে হেন গুৰুজনৰ সামান্য সেৱা কৰাৰ সৌভাগ্য মিলিছে বুলি মাধৱে আত্মসন্তুষ্টি লাভ কৰে।

শাওণ মাহ শেষ হৈ ভাদত সোমাল। বতৰ নদঙাই হ'ল। কেইবাদিনো নেৰানেপেৰা বৰষুণ। চাৰিহাটীৰ ভকতৰ খোৱা-পিন্ধাত বৰ অসুবিধা হৈছে। ভকতে তিতা কাপোৰ জুইত সেঁকি ধুতি পিন্ধিব লগা হৈছে। গুৰুৰ ঘৰৰো তথৈবৰ্চ অৱস্থা। নামসেৱা প্ৰসঙ্গৰ সময়ত পিন্ধা কাপোৰ বৰষুণৰ বাবে শুকুৱাব পৰা নাই। গুৰুৱে তিতা কাপোৰ পিন্ধা কথাষাৰ শুনি মাধৱ বিপাঙত পৰিল। তেওঁ থাকোঁতে যদি গুৰুৱে তিতা কাপোৰ পিন্ধি নামসেৱা কৰিব লগা হয়, বৰ বেয়া কথা হ'ব। নাই, এনে হ'বলৈ দিব নোৱাৰি। কিবা এটা কৰিব লাগিব।

সেইদিনা পাটবাউসীৰ পৰা সোনকালে গৈ সন্ধ্যাতে এমুঠি সিজাই খাই অকলশৰে ঘৰৰ বাহিৰ ওলাল। মহাকালী ৰাম আৰু ৰাম আতাৰ টোপনি গ'ল। অন্ধকাৰ ৰাতি, তাতে বৰষুণৰ বতৰ। হাবিয়ে-বনে আববা বাটটোৰ ঠায়ে ঠায়ে একঁকাল পানী। সেইবোৰ পাৰ হৈ যাওঁতে মহে-ডাঁহে, জোকে-পোকে খাই মাধৱৰ শৰীৰ ৰঙা কৰিলে। তথাপি মৰ সাহ দি নিশা তিনিপৰত দিবাকৰ মৰলৰ ঘৰ পালেগৈ। মাত দিয়াত দিবাকৰ মৰল উঠি আহি মাধৱক দেখি বিচুৰ্তি খালে।

'ছোট আতা, এনেহেন ৰাতি তাতে বৰষুণে প্ৰলয় আনিছে, কিয়বা অহা হ'ল আমাৰ ঠাইলৈ? কিবা বিপদ নেকি?'

'বিপদ ডাঙৰেই, ভুনি-পচৰা এজোৰ দিয়া। পুৱা গুৰু বাপে সলাবলৈ কাপোৰ নাই। সেয়ে অহা হ'ল।' মাধৱে ক'লে।

মৰলে আতৌ-পিতৌকৈ ছোট আতাক ভিতৰলৈ নি নতুন কাপোৰ এসাজ সলাবলৈ দি জুই ধৰি গা সেকি টনকিয়াল কৰিলে। গুৰুৰ বাবেও এসাজ নতুন পাট-ভূনি দি নৌকাৰে আনি মাধৱদেৱক গণককুছিত থৈ গ'লহি। ঢল ফাট নৌদিওঁতেই স্নান গুৰুসেৱা কৰি মাধৱে খোজ ল'লে পাটবাউসীলৈ শঙ্কৰদেৱে নিত্যকৰ্মৰ অন্তত স্নান কৰি গা মচি থাকোঁতেই মাধৱে আহি পাই শৰাইত ভুনি-পচৰা জোৰ থৈ 'এয়া কাপোৰ সলাওক' বুলি আগত দিলেহি। শঙ্কৰদেৱে তিতা কাপোৰকে পিন্ধিব লাগিব বুলি অস্বস্তিত পৰিছিল। মাধৱৰ কাৰ্য দেখি বিস্ময় মানি সুধিলে, 'কালি বিয়লি পৰত পাটবাউসীৰ পৰা গণককুছিলৈ গৈ কোন পৰত কেনেকৈ গৈ ক'ৰপৰা এইযোৰ আনিলা?' মাধৱে ৰাতিৰ ভিতৰতে গৈ দিবাকৰ মৰলৰ ঘৰৰপৰা কাপোৰ অনাৰ কথা কোৱাত গুৰুৱে খঙত গৰ্জি উঠিল।

'মই তোমাক কেতিয়া পাচিছিলোঁ? দুৰ্যোৰ অন্ধকাৰ বৰষুণৰ ৰাতি মৰসাহ দি যাবলৈ তোমাক কিহে পাইছিল? নাপাই, নাপাই। এনে মৰসাহ ভাল নহয়। বাঘে-ঘোঙে ধৰা হ'লে কি হ'লহেঁতেন?'

'বাপে পাচিব লাগে কিয় ? স্বামীৰ কাৰ্য বুজি দাসে নিজেই গৈছোঁ। আৰু সাহস পালোঁ মোৰ গুৰুজনৰ পৰা বাপ ঈশ্বৰ—

'মাধৱ মাধৱ নাম বচনত উচ্চাৰয়
মাধৱ মাধৱ হৃদয়ত।
নিৰন্তৰে সাধুসৱে মাধৱ মাধৱ নাম
উচ্চাৰয় সমস্ত কাৰ্যত।।
পৰম্ মঙ্গল ৰূপ মাধৱ মাধৱ নাম
যিটো মহাজনে উচ্চাৰয়।
তাৰ অমঙ্গল ৰূপ গুচয় সংসাৰ ভয়' — মানি গুৰুৰ

উপদেশ আৰু ভগৱন্তৰ নামৰ সাহসতে যোৱা হ'ল।' এই বুলি মাধৱে সেৱা জনালে।

কাপোৰ সাজ সলাই শঙ্কৰদেৱ পীৰাত বহিল। তাৰাৰ দুচকুৰেদি লোতক বৈ গ'ল।

'মাধৱ, প্ৰকৃতাৰ্থত তুমি বঢ়াৰ পো। তুমি মোক হৰুৱালা বাপু। তোমাৰ মুখৰপৰা ওলোৱা পৰমাৰ্থ সাৰ এই ঘোষা ফাঁকি তোমাক ৰচিবলৈ দায়িত্ব দিয়া পুথিখনিত ঠাই দিবা। এটি মিচিকি হাঁহিৰে শঙ্কৰৰেৰ মুখখন উজ্বলি উঠিল।

ভকতসকলেৰে পৰিবেষ্টিত শঙ্কৰদেৱে ভক্তিধৰ্মৰ ব্যাখ্যা প্ৰসঙ্গত কৈছে— 'হে মোৰ প্ৰিয় ভকত-বৈষ্ণৱবৃন্দ। শ্ৰৱণ, কীৰ্তন, অৰ্চন, বন্দন, দাস্য, সখিত্ব, পদসেৱন, আত্মা এই নৱিধ ভক্তিৰ ভিতৰত শ্ৰৱণ আৰু কীৰ্তনেই শ্ৰেষ্ঠ পন্থা। সদ গুৰুৰ ওচৰত কৃষ্ণত শৰণ লৈ ভগৱন্তৰ গুণানুকীৰ্ত্তন কৰিব লাগে। ভক্তিৰ তিনিটা ভাগ নিৰ্গুণা, অন্তৰঙ্গা আৰু কেৱলা ভক্তি। নিৰ্গুণা বা ভাগৱতী ভক্তিৰ মূল দৰ্শন হৈছে সমস্ত প্ৰাণীক দেখিবেক আত্মাসম। যিহেতু আত্মাৰূপে সমস্ত প্ৰাণীতে ভগৱন্ত বিৰাজ কৰিছে সেয়ে

সকলো প্ৰাণীকে আত্মজ্ঞান কৰা উচিত। এনে ভাৱ অন্তৰত লৈ শ্ৰৱণ আৰু কীৰ্তনৰ মাজেৰে পৰমজনক লাভ কৰিব পাৰি। আকৌ ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল, দাতাত চোৰত যাৰ দৃষ্টি একতুল।। অৰ্থাৎ ভক্তিৰ ক্ষেত্ৰত জাত-কুল, উচ্চ-নীচ ভেদাভেদ নাৰাখি সকলোকে এক জ্ঞান কৰিব পৰা জনৰে অন্তৰঙ্গা ভক্তি প্ৰাপ্ত হয়। ভকতসকলৰ বোধগম্য হৈছেনে আমাৰ কথা?'

'হৈছে বাপ, কৈ যাওক' সমস্বৰে ভকতসকলে ক'লে। এনেতে মাধৱ আহি পাই গুৰুক সেৱা জনালেহি।

'আজি দেখোন বৰাৰ পো এবেলা যোৱাত হে পালাহি। কিবা কথা' ........গুৰুৱে মুখলৈ চাই সুধিলে।

'বাপ বাটত আহিথাকোঁতে হঠাতে মোক এজনে আগবাঢ়ি আহি সুধিলে তোমাৰ গুৰু কোন?' মই বোলো আমাৰ গুৰু তাৰা, মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰ ঈশ্বৰ পুৰুষ।

লোকজনে পুনৰ সুধিলে, 'তেওঁৰনো গুৰু কোন? মই বিপাঙত পৰিলোঁ।' অলপপৰ তভক মাৰি ৰৈ আহিব খুজিলত মানুহজনে পুনৰ বাটভেটি ধৰিলে। বোলে, 'ক'লেহে যাব পাৰিবা।' ভাবি-চিন্তি ক'লোঁ যে তাৰাৰ গুৰু কোন আমি ভু নাপাওঁ। সোধাও নাই। তেওঁ গৈ তাৰাত সুধিলে জানিব পাৰিব আৰু আমিও জানিম। এইবুলি কৈহে এৰাই আহিলোঁ। বাপ, দায়-দোষ হ'লে মৰিষণ কৰিব।' মাধৱে ক'লে।

'কিয়, কৃষ্ণদেৱেই মোৰ গুৰু বুলি নক'লা? বঢ়াৰ পো, আচলতে সৰ্বতত্ত্ব ভকতক মই গুৰু মানো। ভকত গুৰুত পৰে আনক নাজানো। বায়ু আৰু আকাশৰ মাজত ভিন্নভাৱ নথকাৰ দৰে পৰম ভকত জনেৰে আমিও অভিন্ন।'

'বাপ, মোৰ পৰম গুৰু, আপুনি মহান' —বুলি আবেগিক ভাৱে মাধৱে গুৰুৰ চৰণত দীঘল দি পৰিল।

'উঠা মাধৱ, তোমাৰ লগত আলাপ কৰোঁতে আমাৰ আলোচনাত যতি পৰিল। ভকতসকল, আমি ক'ত এৰিছিলোঁ।'

'বাপ অন্তৰঙ্গা ভক্তিৰ কথা কোৱা হৈছিল।' বুঢ়াগোপালে মাত লগালে।

'হয়, আমাৰ গোপাল ভকতে ঠিকেই কৈছে। অন্তৰঙ্গা ভক্তিৰ বলত স্থাৱৰ-অস্থাৱৰ সকলোতে হৰিময় দেখা পায়। আকৌ ভক্তি লাভৰ বাবে ভক্তি সাধনা কৰাকে কেৱলা ভক্তি বোলে। কেৱলীয়া ভকতজন মুক্তিত নিস্পৃহ। তেওঁৰ বাবে চাৰিবিধ মুক্তিও কাম্য নহয়, ভক্তিহে কাম্য। তেওঁ সুখ-দুখ, জয়-পৰাজয় সকলোতে সমভাৱাপন্ন।

হে মোৰ প্ৰিয় ভকত-বৈষ্ণৱসব, তোমালোকে জানিবা ভক্তি সাধনৰ বাবে সৎসঙ্গৰ প্ৰয়োজন অতি বেছি।'

'বাপ ঈশ্বৰ, সৎ সঙ্গনো আমি ক'ত বিচাৰি পাম?' লখাই ভকতে চুচুক-চামাককৈ সুধিলে।

আমাৰ লখায়ে বৰ প্ৰয়োজনীয় প্ৰশ্ন এটা কৰিলে। সৎ সঙ্গ বিচাৰি আমি দূৰলৈ যাব নালাগে। শ্ৰৱণ-কীৰ্তনৰ দ্বাৰা মন পবিত্ৰ কৰা ভকতসকলেই আমাৰ সৎসঙ্গ। চমুকৈ ভগৱন্তত আস্থা ৰাখি সজ কৰ্ম, সজ কথা, সজ আচৰণ আৰু সৎ চিন্তাত থকাজনেই সৎলোক। লখাইৰ মনৰ সংশয় দূৰ হ'লনে?'

'হৈছে বাপ।' — তলমূলৰকৈ লখায়ে ক'লে।

'মহন্তৰ ক্ষমাসে ভূষণ, কেৱলীয়া ভকতজন মুক্তিতো নিস্পৃহ।' — মনে মনে মাধৱে আওৰালে। গুৰুৰ কথাই তেওঁৰ মন-প্ৰাণ টানি নিলে। গুৰুমুখনিসৃত বাণী তেওঁৰ প্ৰেৰণাৰ উৎস হওক' বুলি মনতে ভাবিলে।

মিষ্টভাষী, সদালাপী, পৰোপকাৰী মাধৱ হৈ পৰিল পাটবাউসীৰ সকলোৰে প্ৰিয়জন। মাধৱৰ উত্থানে কোনোৰ মনত ঈৰ্ষাৰ সৃষ্টি নকৰাকৈ নাথাকিল। কবি, নাট্যকাৰ, গায়ক, শিল্পী আদি বহুমুখী ব্যক্তিত্বৰ গৰাকী পুৰুষজনৰ বাটৰ বগৰী জেং হ'বলৈ বিচৰা দুই এজন লোকো ওলাল।

এদিন শৰীৰ অসুস্থ হোৱাৰ বাবে মাধৱদেৱে শাস্ত্ৰালাপত যোগ দিবলৈ পাটবাউসীলৈ আহিব নোৱাৰিলে। চৰ্চাৰ অন্তত গুৰুজনে 'আজি দেখোন মাধৱ নাহিল। কি বা অসুবিধা হ'ল' বুলি ভকতসকললৈ চাই সুধিলে। নেত্ৰ, মধুৰাম আৰু বোধেশ্বৰে মাধৱৰ বিৰুদ্ধে কথন-মথন কৰি আছিল। গুৰুৰ কথা সুবিধা পাই ক'লে— 'এ বাপ, আজিকালি তাৰাই গণককুছিতে হৰিকথাৰ মেল পাতিবলৈ লৈছে, ইয়ালৈ কেলৈ আহিব?'

বোধেশ্বৰৰ কথাত যোগ দি মধুৰামে ক'লে, 'হয় আতা ঈশ্বৰ ছোট আতাই লাহে লাহে ইয়ালৈ আহিবলৈকে এৰিব, ক'লো একা।' এইবুলি আত্মসন্তুষ্টিৰ হাঁহি মাৰিলে।

কথা শুনি শঙ্কৰদেৱে মনত বৰ দুখ পালে। 'হৰি হৰি, কি শুনিলোঁ। জীৱৰ মঙ্গলৰ বাবে নামধৰ্ম বিলালোঁ, ভাবিছিলোঁ মনৰ উৎকৰ্ষ সাধন হ'ব। পিছে কথা তেনে নহ'ল। এওঁলোকে বিৰূপভাৱে অ'ৰ কথা ত'ত লগোৱা, ইজনৰ বিপক্ষে সিজনৰ কথা কোৱা শিকনিহে ল'লে। প্ৰচাৰিত ভাগৱত ধৰ্মৰ অসাৰ্থক প্ৰয়োগ দেখি দুখ পাই গুৰু মৌন হৈ ৰ'ল। ভকতসকলে ইচ্ ইচ্, আচ্ আচ কৰিবলৈ ধৰিলে।

নেত্ৰ, মধুৰাম আৰু বোধেশ্বৰৰ চেতনা আহিল। 'হাঁয় হাঁয়। আমি কি কৰিলোঁ!' বুলি গুৰুৰ চৰণতে দণ্ডৱতে পৰিল।

'মাধৱৰ বিপক্ষে কূট কথা কৈ তোমালোকে তেওঁৰহে দোষ লগালা, এতেকে তেওঁক ক্ষমা খোজাগৈ।' শঙ্কৰদেৱে তেওঁলোকক গণককুছিলৈ পঠাই দিলে। নৰিয়াত পৰি মাধৱ শয্যাতে শুই আছিল। তেওঁলোক গৈ সকলো কথা বিবৰি কৈ কাতৰ হৈ ক্ষমা-প্ৰাৰ্থনা মাগিলে।

মাধৱে ক'লে, 'তোমালোকে মোৰ দায় লগোৱা নাই। এই অধমৰ হেলা আৰু গৰ্বভাৱ হৈছিল, বৰঞ্চ জ্ঞান চক্ষুহে মুকলি কৰি দিলা। তোমালোক পৰম মিত্ৰ, সুহৃদজন বাবেহে এনে কৰিলা' এইবুলি কৃতজ্ঞতা প্ৰকাশ কৰিলে।

ভকতকেইজন আহি শঙ্কৰদেৱক জনোৱাত তেওঁ ক'লে, 'শুনিলানে? উত্তমোত্তমজনে অল্প গুণকে বিস্তৰ কৰে, দোষকো গুণ বুলিহে ধৰে। অধম জনেহে কেৱল দোষকে দেখে। উত্তম ভকত হ'বলৈ সাধনাৰ প্ৰয়োজন। সাধনাৰ যোগেদি আমি সিদ্ধি লাভ কৰিব পাৰোঁ। তোমালোক সমস্ত ভকতক ভাগৱত ধৰ্ম সাধনাৰ যোগেদি উত্তম স্থিতি লাভ কৰিবলৈ আহ্বান জনালোঁ।'

শঙ্কৰ-মাধৱৰ দ্বাৰা প্ৰচাৰিত নামধৰ্মৰ কথা কামৰূপ, কমতা, কোচবিহাৰ পৰ্যন্ত বিয়পি পৰিল। নৱবৈষ্ণৱ ধৰ্ম আৰু শিক্ষাৰ প্ৰাণকেন্দ্ৰ হৈ পৰিল পাটবাউসী থান। দুৰ্বাৰ কৰ্মশক্তিৰ গৰাকী শঙ্কৰদেৱে ৰচনা কৰিলে ইখনৰ পিছত সিখনকৈ শাস্ত্ৰ সম্ভাৰ। প্ৰতিদিনে কৃষ্ণ কথা শ্ৰৱণ-কীৰ্তন, আলাপন কৰাৰ উপৰিও বন্তিৰ পোহৰত ৰাতি দুপৰলৈকে গ্ৰন্থ অধ্যয়ন আৰু পুথি ৰচনাৰ্ত মনোনিবেশ কৰে। স্তম্ভিত হয় মাধৱ, নাৰায়ণ ঠাকুৰ আদি ভকতসকল। সকলোৰে মাজত আলোচনা হয় 'মানুহৰ বাবে এনে কৰ্ম সম্ভৱ হ'ব নোৱাৰে, নিশ্চয় এইজন ঈশ্বৰ অংগী মহাপুৰুষ।' কথাবোৰ ৰাইজৰ মাজতো প্ৰচাৰিত হ'বলৈ ধৰে।

গুৰুজনাৰ ৰচিত গ্ৰন্থ সম্ভাৰ দেখি এদিন নাৰায়ণ ঠাকুৰে মাধৱক সুধিলে, 'সখি, গুৰুজনে প্ৰতিদিনে নিয়মীয়াকৈ স্নান, দান, নাম-কীৰ্তন, আহাৰাদি গ্ৰহণ কৰাৰ উপৰিও ভকতৰ লগত শাস্ত্ৰালাপ কৰোঁতে দিনটো যায়। শাস্ত্ৰ ৰচনা কেতিয়া কৰে?'

'সখি, পাৰাপাৰহীন গভীৰ সাগৰ আমাৰ বাপ ঈশ্বৰ। ময়েই পাৰ নাপাওঁ, আপোনাক কেনেকৈ কওঁ? আপুনি এদিন ৰাতি আহি চাবহি, মোকো ক'ব।' — হাঁহি মাৰি মাধৱে উত্তৰ দিলে।

নাৰায়ণ ঠাকুৰৰ কৌতূহলৰ সীমা নাই। গুৰুজনৰ দুখ-ভাগৰ, টোপনি একো নাই নেকি! 'সখি, আজিয়েই চাম।' এই বুলি সন্ধ্যা প্ৰসঙ্গৰ অন্তত মাধৱৰ লগত আহাৰ লৈ উঠি আহি হাতত সাৰে ভৰিত সাৰে কীৰ্তন ঘৰ পালেহি। কৰা পাটতে মাধৱক এৰি নাৰায়ণ ঠাকুৰে বেৰৰ জলঙাইদি জুমি চালে। নাৰায়ণ ঠাকুৰ স্তম্ভিত হ'ল। শান্ত সমাহিত এজন পুৰুষে কাপ-মৈলাম লৈ একান্ত মনে সাঁচি পাতত আঙুলি বুলাইছে। বন্তিৰ পোহৰত উদ্ভাসিত মুখমণ্ডল, তৰা জিলিকাদি জিলিকি উঠিছে দুটি উদ্দীপ্ত চকু। ডাঁৱৰ পিছত ডাঁৱকৈ সময় পাৰ হৈ গৈছে নিবিষ্ট মনে পুৰুষজনাই লিখি আছে, লিখিয়েই আছে।

'কি অদ্ভুত শক্তি! কি মনোৰম কান্তি!' অবাক দৃষ্টিৰে চাই থাকি নাৰায়ণ ঠাকুৰৰ চকু থৰ লাগিল। এনেতে কীৰ্তন ঘৰৰ ভিতৰৰ পৰা এটি গম্ভীৰ কণ্ঠ ভাহি আহিল— 'ভিতৰলৈ সোমাই আহাঁ।' নাৰায়ণে থতমত খাই ভাবিলে, 'মই জুমি চাই থকাৰ কথা গুৰুৱে কেনেকৈ জানিলে! চুচুক-চামাককৈ ভিতৰলৈ সোমাই গৈ গুৰুৰ চৰণ চুই সেৱা জনালে।

শঙ্কৰদেৱে পুথিৰ ওপৰত চকু ৰাখিয়েই ক'লে— 'নাৰয়ণ, সাক্ষাতে নাহি তেনেদৰে জুমি চাইছিলা কিয়?'

নাৰায়ণ অপ্রস্তুত হ'ল। শঙ্কিতভাৱে মাত লগালে— 'বাপ, আপোনাৰ কৰ্ম আৰু সাধনাই আমাৰ মনত কৌতূহলৰ সৃষ্টি কৰিছে। দিনটো প্রাত্যহিক কৰ্ম আৰু ধৰ্ম আলোচনাতে ব্যস্ত থকা গুৰু বাপে কিদৰে অপাৰ শাস্ত্ৰ ৰচনা কৰিলে বুলি ভাবি। সেই কৌতূহল দমাব নোৱাৰিয়েই জুমি চাইছিলোঁ। দোষ মৰিষণ কৰক বাপ, আমাৰ এটি প্রশ্নৰ উদয় হৈছে। এই ৰাতি দুপৰলৈকে কাৰ বাবে আপুনি ইমান কষ্ট কৰিছে আৰু আপোনাৰ বা কি লাভ হৈছে?' এইবুলি কঠ এখন লৈ নাৰায়ণ ওচৰতে বহিল।

'বাপু নাৰায়ণ, তুমি মোৰ দেহৰ কষ্টৰ কথা ভাবিছা? দেহৰ সামান্য কষ্ট কৰি যদি মোৰ সমাজখনলৈ কিবা এটা দি যাব পাৰোঁ, তাতকৈ আৰু কি আনন্দৰ কথা থাকিব পাৰে? কিন্তু দিব পাৰিছোঁ কি? তহানিৰ সত্যদ্রষ্টা ঋষি-মুনিসকলে দি যোৱা সত্য-শিৱ-সুন্দৰৰ সন্ধানকে কিছু নতুন ৰূপত মোৰ বান্ধৱ মাধৱৰ সহায়ত, তোমালোকৰ সহযোগত সমাজত দাঙি ধৰিছোঁ, তেওঁলোকে বুজিব পৰাকৈ পুথি ৰচনা কৰিছোঁ, সিবোৰৰ জ্ঞান প্রত্যক্ষৰূপে ভাওনাৰ মাজেৰে, গীত-নৃত্যৰে দাঙি ধৰিছোঁ। ইয়াতকৈ অধিক লাভ মোক কি লাগিছে?' —নাৰায়ণ ঠাকুৰলৈ মৰমৰ দৃষ্টিৰে চাই শঙ্কৰদেৱে ক'লে।

'ক্ষমা কৰক বাপ, অল্প বুদ্ধিৰ নৰ হৈ আপোনাৰ মহানুভৱতাৰ কথা কি বুজিম?' গুৰুজনাক ঠাকুৰে সেৱা জনালে।

শঙ্কৰদেৱে মৃদু হাঁহি মাৰি নাৰায়ণক ওচৰলৈ মাতি আনি হাতত চাৰিখন তামোল দি বিদায় দিলে। দুই হাত পাতি তামোল কেইখন লৈ গুৰুৰ চৰণ চুই সেৱা জনাই নাৰায়ণ বাহিৰলৈ ওলাই আহিল আৰু মাধৱৰ কাষ পাই সকলো বৃত্তান্ত বিৱৰি ক'লে।

মাধৱদেৱে সুধিলে— 'সখি, এতিয়া বুজি পালানে গুৰুৱে সময় ক'ৰপৰা উলিয়ায়? মোৰ বাপজনাই মানুহৰ বাবে জীৱনৰ সকলো ত্যাগ স্বীকাৰ কৰি দিহিঙে-দিপাঙে ঘূৰি ফুৰি ধৰ্ম বিলালে। তাৰাৰ কৃপাতে দুখীয়া-নিছলা, হজুৱা মানুহবোৰেও নাম ধৰ্ম লৈ সমাজৰ মাজৰে এজন বুলি চিনাকি দিবলৈ সাহস পালে। সিহঁতৰ মাজৰ পৰাই গায়ক-বাদক, নটুৱা, অভিনেতাৰ সৃষ্টি হ'ল। ক বুলিব নজনাজনেও ভাওনাৰ বচন সলসলীয়াকৈ আওৰাব পৰা হ'ল। তাতোতকৈ আৰু তাৰাৰ কি লাভৰ কথা আছে?'

'সখি, গুৰুক লাভালাভৰ কথা সুধি মহাপাপ আচৰিলোঁ যদিও এই নৰাধমে গভীৰভাৱে উপলব্ধি কৰিলোঁ যে সিজনাৰ এই সাধনা, এই ত্যাগ মানুহৰ বাবে, মানুহক গুণী-জ্ঞানী কৰি সুন্দৰৰ সাধক কৰাই কৰ্মযোগী সাধকজনৰ মুখ্য উদ্দেশ্য। আৰু, আৰু তাৰ সমভাগী মোৰ প্রাণৰ সখি মাধৱদেৱ' বুলি নাৰায়ণ ঠাকুৰে মাধৱক আঁকোৱালি ধৰিলে।

তামোল কেইখন দুয়ো আগ্ৰহেৰে ভগাই খালে।

* * *

পাটবাউসীৰ সুখময় পৰিৱেশে শঙ্কৰদেৱৰ জীৱনলৈ পূৰ্ণতা আনিলে। জীৱনলব্ধ অভিজ্ঞতা আৰু ধৰ্মৰ মৰ্মবাণী গ্ৰন্থৰ মাজেৰে বিলাই দিবলৈ অহোপুৰুষাৰ্থ সাধনাত ব্যস্ত হ'ল শ্ৰীশঙ্কৰদেৱ। লগতে সোণত সুৱগা চৰাই মাধৱদেৱেও ৰচনা কৰিলে ৰাগ সম্বলিত সুমধুৰ ভাষাৰ আৰু ছন্দৰ গীতসমূহ, ঝুমুৰা আদি ৰচনাৱলী। গঢ়লৈ উঠিল এখন কৃষ্ণময় সমাজ। গৰখীয়া, চণ্ডাল, মাছমৰীয়া আদি সৰ্বসাধাৰণ মানুহৰ মুখত হৰিনাম শুনি শঙ্কৰ-মাধৱৰ মন আনন্দেৰে উপচি পৰিল। পাটবাউসীক কেন্দ্ৰ কৰি বৈ যোৱা বৈষ্ণৱ বতাহজাক কামৰূপ, কমতাৰ পৰা কোচবিহাৰলৈকে বিয়পিল।

সময় সদায় একেদৰে নাযায়। কেতিয়াবা বা-মাৰলীয়ে জীৱন কোবায়। সময়ে শঙ্কৰৰ জীৱনলৈ বিভ্ৰাট আনে। তাৰাৰ জীৱনস্বৰূপ বটবৃক্ষজোপা বা-মাৰলীয়ে লৰাব নোৱাৰিলেও ডাল-পাত খহায়। প্ৰজ্ঞাস্নাত সাধকজনৰ জীৱনৰ কৰ্মগতি ক্ষন্তেকৰ বাবে হ'লেও থমকি ৰয়।

শঙ্কৰৰ কনিষ্ঠ পুত্ৰ কমললোচন। পিতৃৰ দৰে দীৰ্ঘদেহী সুদৰ্শন পুৰুষ। মাত-কথা, আচাৰ-আচৰণতো পিতৃসদৃশ। কাণ সমনীয়া এই ডেকা ল'ৰাটিক মাধৱে বৰ মৰম কৰিছিল। কিন্তু কালৰ আহবানত দুদিন নৰিয়াত পৰি এই ডেকাটিয়ে অনন্তধামলৈ গতি কৰিলে। হৰিজোঁৱাইৰ নিৰ্মম মৃত্যুৰ পিছত স্নেহৰ কন্যা ৰুক্মিণীৰ কাল হ'ল। এইবাৰ কণিষ্ঠ পুত্ৰ কমললোচনৰ মৃত্যুত শঙ্কৰদেৱ বিচলিত নহ'লেও তেওঁৰ দেহ-মনত জোকাৰ পৰিল।

কমললোচনৰ মৃত্যুৱে মাধৱকহে বেছি বিচলিত কৰিলে। শ্মশানত নশ্বৰ দেহা চিতাৰে আগুৰি ধৰোঁতে বাষ্পাকুল নেত্ৰৰে আকাশমুখী জুইৰ শিখালৈ চাই থাকোঁতে মাধৱৰ মনত পৰিল সেই ঘটনাটোলৈ। গুৰুপুত্ৰ ৰামানন্দ ঠাকুৰৰ বিয়াৰ পিছৰ কথা। শঙ্কৰদেৱে নতুন মিতিৰ কামচৌধুৰীৰ ঘৰলৈ গৈ ঘূৰি আহোঁতে ঘটনাটো ঘটিছিল। পৰেকিয়াত ৰামানন্দৰ শহুৰৰ ঘৰত ৰাতিটো থাকি কুমাৰকুছি বিলৰ কাষেদি নাৱত মাধৱ আৰু দুজন ভকতসহ গুৰুজন আহি থাকোঁতে পানীত হাউলি পৰি থকা আঁহত গছ এজোপাৰ ডালত বহি শঙ্কদেৱৰ খুৰাক ৰতিকান্তই যোগ সাধনা কৰি থকা দেখা পালে। অলপ পিছতে পানীত নামি আহ্নিক তৰ্পণৰ অন্তত উৰ্ধ্বহস্ত হৈ সূৰ্যক প্ৰণাম জনালে। নিজৰ বংশৰ লোক হৈও নামধৰ্মৰ প্ৰতি বিৰাগ ভাৱ আৰু হিংসা অসূয়াত প্ৰবৃত্ত লোকজনৰ ভণ্ডামি দেখি শঙ্কৰৰ পুতৌ জন্মিল।

তেনেতে নাওখন তেওঁৰ কাষেদি পাৰ হৈ গ'ল আৰু বঠা মাৰোঁতে পানী গৈ তেওঁৰ চকুৰে-মুখে পৰিল দেখি ভকতকেইজনৰ হাঁহি উঠিল। ৰতিকান্তই খণ্ডত একো নাই হৈ গালি-গালাজ পাৰি শঙ্কৰৰ উচটনিত পৰি ইহঁতে এনে কাম কৰিছে বুলি ভাবি 'শঙ্কৰৰ বংশ ছেদ হওক' বুলি অভিশাপ দিলে। ৰতিকান্তৰ শাওপাতৰ বাবেই এনে হ'ল নেকি! সঁচাই গুৰু বাপৰ বংশছেদ হ'ব নেকি! ভাবি ভাবি অলপ সময়ৰ বাবে মাধৱৰ মন অস্থিৰ হ'ল।

'নাই, নাই। এইবোৰ অন্ধ বিশ্বাস, মনৰ দুৰ্বলতা। জন্ম হ'লে মৃত্যু হবই।' গুৰুজনে লিখিছে— 'আজি মৃত্যু হওক নতুন শতেক অন্তৰ। অৱশ্যে মৰণ আছে সব জগতৰ।' কথাষাৰ ভাবি মাধৱ শান্ত হ'ল। গণককুছিলৈ ঘূৰি আহি মন পাতলাবৰ বাবে গীতা শাস্ত্ৰখন মেলি ল'লে।

* * *

শঙ্কৰদেৱে কেলিগোপাল নাটখন ৰচনা কৰি চকু ফুৰাবলৈ মাধৱৰ হাতত দিলে। কাষত নাৰায়ণ ঠাকুৰ, হৰিগুৰু, বুঢ়াগোপাল আদি ভকতসকল বহি আছে। নাটখনিৰ ভাষা সুমধুৰ, গীতসমূহ আৰু ভক্তিৰসৰ বিমল প্ৰৱাহত ডুব গৈ মাধৱ আত্মহাৰা হৈ পৰিছে। এনেতে কোৰোলা বাঢ়ৈ আহি গুৰুক সেৱা জনালেহি। তেওঁক আশীৰ্বাদ দি ভাল-বেয়া সোধাৰ অন্তত গুৰুৱে ক'লে—

'বাঢ়ৈ, কথা এটা শুনিছোঁ, সঁচানে?'

'কওক বাপ ঈশ্বৰ।' বাঢ়ৈয়ে ত লমূৰ কৈ ক'লে।

'তুমি বোলে সংসাৰ ধৰ্ম পালনত কিবা অনাচাৰ কৰা? হয়নে কথাটো?'

'বাপৰ ৰচিত পদত দেখোন পাইছোঁ, বোলে,

লোভ মোহ কাম-ক্ৰোধ বিষয় আক্ৰোশ।

মোৰ ভকতক নোচোৰে একো দোষ।। আকৌ বোলে— দুৰাচাৰো ভক্ত নুহি নষ্ট। —সেয়েহে কেতবোৰ নীতি-নিয়ম পালন কৰা নহয়। ভকতৰ সেইবোৰ কোনো প্ৰয়োজন নাই বুলি ভাবি।' কোৰোলা বাঢ়ৈয়ে ক'লে।

'অ' তুমি তেনেকৈহে বুজিলা? আমি অনেক প্ৰবন্ধ কৰি পদ কৰিছোঁ জীৱ তৰিবৰ কাৰণে। এনেকৈ বুজিলে জীৱ দুখতহে পৰিব। তাৰ ব্যৱস্থাহে কৰিব লগা হ'ল। এইবুলি ভিতৰলৈ চাই গুৰুৱে মাত দিলে—

'ৰামানন্দৰ মাক, একাদশ শাস্ত্ৰখনি দি পঠোৱা। ভকতসকল, পদফাঁকি কাটি গুচাই পেলোৱা হওক। নে কি কোৱা?'

শঙ্কৰদেৱৰ কথা শুনি ওচৰতে বহি থকা নাৰায়ণ ঠাকুৰে হাতযোৰ কৰি ক'লে, 'বাপ, পদ কাটি নুগুচাব। সেয়াইহে ৰাখি আছে আমাক।'

'হয়নে? বৰ ভাল কথা। বাৰু সেই পদৰ অৰ্থ কেনেদৰে গ্ৰহণ কৰিছাঁ কোৱাচোন।'

'পৰৰ ঘিউ, মৌ, চেনী আনি অনেক দ্ৰব্যৰে নদন-বদন হ'লেও আমি তাক বিচাৰিলে পামনে? সেয়ে নিজৰ যি আছে, লাগিলে তিতা-শোকোতাই হওক তাকে খাই লোভ সামৰি থাকিব লাগে। আনৰ বস্তু দেখি মোহে ধৰিলে নিজৰ সোণ-ৰূপ, কাঁহ-পিতল, গৰু-গাই যি য'ত আছে তাকে লৈ মোহ দূৰ কৰিব লাগে। দেহজ কামনা উদ্ভৱ হ'লে নিজ বিবাহিতা পত্নীতে সাম্ফলিব লাগে আৰু নিজৰ যি ধন-বিত আছে তাকে ভাঙি-ছিঙি মনৰ

কামনা সিদ্ধি কৰা উচিত। ক্ৰোধ উৎপত্তি হ'লে নিজ ভাৰ্যা, পুত্ৰ, দাস-দাসীকে ভৰ্ৎসনা কৰি ক্ৰোধ সামৰিব পাৰি।'

নাৰায়ণ ঠাকুৰে লোভ, মোহ, কাম-ক্ৰোধ, বিষয়-আক্ৰোশৰ ক্ষেত্ৰত ব্যক্তিবিশেষে কি কৰা উচিত তাৰ ব্যাখ্যা কৰিলে। সকলো ভকতে 'সজ কৈছে', 'সজ কৈছে' বুলি শলাগিলে। কিন্তু আত্মনিমগ্ন হৈ মাধৱ নিমাতে থাকিল। তাকে দেখি শঙ্কৰদেৱে সুধিলে—'বড়াৰ পো, তুমি দেখোন একো নামাতিলা।'

'এৰা বাপ, সখিৰ কথাত মই হয়ভৰ দিব নোৱাৰিলোঁ। তেখেতৰ মতে তেখেতৰ ভাৰ্য্যা-পুত্ৰ, দাস-দাসী, ধন-সম্পদ, সোণ-ৰূপ, গৰু-গাই সকলো আছে বাবে তাতে সাম্ফলিব। আমাৰ দৰে লাওটো আৰু ফটাকানিখন থকা লোকে ক'ত সাম্ফলিম?' মাধৱে ক'লে।

গুৰুৱে অৰ্থপূৰ্ণ হাঁহি মাৰি মাধৱলৈ চাই সুধিলে—

'তেন্তে আমাৰ বঁৰাৰ পো বা কিদৰে সাম্ফলাৰ কথা ভাবে?'

'বাপ ঈশ্বৰ, মহামোহে তেওঁৰ চাৰিপাত্ৰ লোভ, মোহ, কাম, ক্ৰোধৰ লগত আলচকৈ বিবেকৰ ৰাজ্য দখল কৰিব খোজে। বিবেকৰ মন্ত্ৰীসকল হ'ল তুষ্টি, সন্তোষ, ধৈৰ্য আৰু ক্ষমা। বিবেক ৰজাই তেওঁৰ মন্ত্ৰীসকলক লোভ, মোহ, কাম, ক্ৰোধক কিদৰে পৰাজয় কৰিব সুধিলে। ৰজাৰ প্ৰশ্নৰ উত্তৰত প্ৰথমে তুষ্টিয়ে ক'লে, 'মহাৰাজ, লোভে যুদ্ধ কৰিবলৈ আহিলে মই সন্তুষ্টিৰে লোভক দমন কৰিম।'

বিবেক ৰজাই পুনৰ সুধিলে, 'মোহে খেদি আহিলে আমাৰ কোনজনে আগবাঢ়ি যাবা?'

সন্তোষে বোলে, 'মহাৰাজ মই পাৰিম। মোহক বিৰকত লগাই নিশ্চয় জয়ী হ'ব পাৰিম।'

এইবাৰ ৰজাই আকৌ সুধিলে, 'কাম সেনাপতি যদি ৰণলৈ আহে, কোনে যুঁজিবা?'

'মই তাক চম্ভালিব পাৰিম, মহাৰাজ। ধৈৰ্যৰ আগত কাম কোন চাৰ?' গহীন গহীনকৈ ধৈৰ্যই ক'লে। কথাষাৰ শুনি ৰজাই বৰ ভাল পালে। কিন্তু আটাইতকৈ শক্তিশালী, বিধ্বংসী বীৰ ক্ৰোধ৷ তাৰ অখণ্ড প্ৰতাপ, সি নিমিষতে সকলোকে চূৰ্ণাকৃত কৰিব বুলি ভাবি বিবেক ৰজা চিন্তিত।

সেয়ে সুধিলে— 'বীৰসকল, ক্ৰোধৰ লগত যুদ্ধ কৰিবলৈ কোন আগবাঢ়ি যাব পাৰিবা? আছেনে তোমালোকৰ ইমান বীৰত্ব আৰু সাহস?'

'চিন্তা নকৰিব মহাৰাজ, মোৰ আগত তাৰ বীৰত্ব স্তম্ভিব নোৱাৰিব। ক্ষমাৰ দ্বাৰাই তাক পৰাজয় কৰিব পৰা হ'ব।'

মাধৱদেৱে প্ৰসঙ্গক্ৰমে মহামোহ আৰু বিবেকৰ যুদ্ধখনৰ পৰিকল্পনাৰ কথা সোৱাদ লগাকৈ বৰ্ণনা কৰিলে। সকলো ভকতে কাণপাতি শুনি আছে। কথাখিনি শেষ কৰি অলপপৰ ৰৈ মাধৱে গুৰুৰ চৰণত চকু স্থিৰ কৰি ক'লে—

'বাপ, এনেকৈয়ে মন ইন্দ্ৰিয়ক দমন কৰি গুৰুসেৱা খাণ্ডা আৰু বৈৰাগ্য কুঠাৰেৰে মায়াক ছেদন কৰি শ্ৰৱণ-কীৰ্তনৰ দ্বাৰা পৰমপদ লাভ কৰাৰ শিক্ষাকে মোৰ পৰম গুৰু বাপে দিছে বুলি গ্ৰহণ কৰা হৈছে।

মাধৱৰ কথাত শঙ্কৰদেৱৰ দেহ-মন সন্তুষ্টিৰে উপচি পৰিল। নাৰায়ণ ঠাকুৰলৈ চাই ক'লে, —'নাৰায়ণ, বঢ়াৰ পোৰ ত্ৰিখাল খাণ্ডা হেন বাক্যৰ আগত তোমাৰ আমাৰ কচুৰ বাওঁ হেন বাক্য কোন চাৰ ? তথাপি হে ভকত-বৈষ্ণৱবৃন্দ! আমাৰ মাজত আশ্ৰমী বা উদাস দুয়ো প্ৰকাৰৰ লোক আছে। আজি মই তোমালোকক উপদেশ দিওঁ, যদি উদাস হোৱা বৰাৰ পোৰ দৰে চিত্তৰ হ'বাহঁক আৰু আশ্ৰমীজন নাৰায়ণ ঠাকুৰৰ দৰে হ'বলৈ যত্ন কৰিবা।

পাটবাউসীৰ বৰনামঘৰত ভাওনা পাতিছে। অৰ্জ্জুন ভঞ্জন নাটৰ ভাওনা। ভাওনা বুলিলে পাটবাউসীৰ মানুহৰ গাত গোসাঁই নাইকিয়া হয়। মতা-তিৰোতা, ডেকা-বুঢ়া, ল'ৰা-ছোৱালী সকলোবোৰ হিলদল ভাঙি ভাওনা চাবলৈ আহে। 'অৰ্জ্জুন ভঞ্জন' নাটখনি ৰচনাৰ আঁৰত এটি কাহিনী—

এদিনৰ কথা। মাধৱদেৱ গুৰুৰ কাষতে বহি আছে। গুৰুজনাই শাস্ত্ৰ চৰ্চি থাকোঁতে ৰামানন্দ ঠাকুৰৰ সন্তান পুৰুষোত্তমে বোকাই-পানীয়ে চুঁচৰি আহি ককাকৰ কোলাত উঠিলেহি। বোকা পানীৰে পাটভুনি তেনেই লেটিপেটি হ'ল। শঙ্কৰদেৱে নাতি-ল'ৰাক কোলাত তুলি লৈ মুৰ শুঙি চুমা এটি খাওঁতেই গুৰুপত্নী ওলাই আহি ককাকৰ কাপোৰত বোকা লগা দেখি খং কৰি ক'লে—

'দুষ্ট ল'ৰা ক'ৰবাৰ .? দেখিছানে ? ককাকৰ কাপোৰযোৰ কেনেকৈ নষ্ট কৰিলে ?' বুলি কোলাৰ পৰা টানি আনিব খোজোঁতে গুৰুৱে ক'লে, 'বোপাক খং নকৰিবা ৰামানন্দৰ মাক।' জানিবা নাতিত মোৰ আশ।' এইবুলি পুৰুষোত্তমৰ গালে-মুখে হাত ফুৰাই নমাই দিলে। কাষতে বহি থকা বাৎসল্য ৰসিক মাধৱে পোনাটিক আথে-বেথে কোলাত তুলি লৈ চুমা খালে। পুৰুষোত্তমৰ মাজত মাধৱে কপট গোপৰূপী শিশু কৃষ্ণক যেন বিচাৰি পালে। ল'ৰাটিক আইতাকৰ কোলাত দি মাধৱ আত্মস্থ হ'ল। তেওঁৰ কল্পনা দিগন্তলৈ প্ৰসাৰিত হ'ল। সৰল শিশুপ্ৰীতিৰ মাজেদি মোক্ষৰ পথ নিৰ্দেশনাৰ সংকল্প তেওঁ গ্ৰহণ কৰিলে। গুৰুজনাৰ নাট্য চিন্তাৰ আদৰ্শেৰে, নতুন ৰূপত 'অৰ্জ্জুন ভঞ্জন' নাটখনি ৰচনা কৰিব লাগিব য'ত লৰণু চোৰ কৃষ্ণই পুৰুষোত্তম ঠাকুৰৰ দৰে চুঁচৰি, বগুৱা বাই গৈ অৰ্জ্জুন গছ ভাঙিব। হয় হয়, আজিয়েই ৰচনাৰ কাম আৰম্ভ কৰিব লাগিব।'

আনন্দত মাধৱৰ মন উৎফুল্লিত হৈ পৰিল। সেইদিনা গণককুছিলৈ গৈ সোনকালে এমুঠি সিজাই খাই কাপ-মৈলাম আৰু সাঁচিপাত লৈ ৰচনাত নিমগ্ন হ'ল। পুহমহীয়া দীঘল ৰাতিৰ হাড় কঁপোৱা জাৰকো আওকাণ কৰি মাধৱে নাট লিখিছে, লিখিয়েই আছে। ৰাতিপুৱাবলৈ দুই দণ্ডমান সময় আছে। মাধৱে কল্যাণ ৰাগৰ খৰমান তালৰ গীতটি ৰচিছে—

জয় জয় জগ জন তাৰণ কাৰণ
নাৰায়ণ বৰ দেৱং।
হৰ চতুৰানন আদি অমৰ গণ
কৰু যাকৰ পদ সেৱং।। — গীতটি লিখি সূত্ৰ সূচালে।

শেষত মোখনি মাৰিলে।

ইতি অৰ্জ্জুন ভঞ্জন ঃ দধিমথন নাম নাটকং সমাপ্তম্‌ইতি ।লগে লগে ৰাতিপুৱাল।

সেইখন নাটৰে ভাওনা পাতিছে। সন্ধিয়া হোৱাৰ আগৰে পৰা কঠ, ঢাৰি, পাৰি মানুহ বহিল। গায়ন-বায়ন, সূত্ৰধাৰ ওলোৱাৰ পিছত কণ্ঠীৰামৰ পুতেক আঠ বছৰীয়া মদন কৃষ্ণ হৈ যশোদাৰ লগত প্ৰৱেশ কৰিলে। গায়ন-বায়নে সিন্ধুৰা ৰাগৰ গীত গালে—

আৰে বালক কানু কয়ো পৰাসাৰ।
সঙ্গে যশোৱা মাঁই কৰত বিহাৰ।।

কোমল মতীয়া সুন্দৰ চেহেৰাৰ মদনে যশোদাৰ লগত একতালত বিভিন্ন ভঙ্গীত নৃত্য আৰম্ভ কৰিলে। ডবা, শঙ্খ, হৰিধ্বনি আৰু উৰুলিৰে সভাঘৰ ৰজনজনাই গ'ল। ইয়াৰ পাছতে খোলৰ ছেৱে ছেৱে নন্দ আৰু উপনন্দৰ বেশত শঙ্কৰদেৱ আৰু মাধৱদেৱে ভাওনাৰ খলাত প্ৰৱেশ কৰিলে। দুয়োজনৰ দেৱতাৰ দৰে ৰূপ, পদচালনা, হস্তভঙ্গী আৰু অভিনয় দেখি স্তম্ভিত দৰ্শকবৃন্দৰ চকু থৰ লাগিল। নন্দ-যশোদাৰ কাজিয়াখনে সাধাৰণ ৰাইজক বৰ আমোদ দিলে। নাটৰ অন্তত নাট্যকাৰে প্ৰতিপন্ন কৰিলে যে সাধাৰণ গোৱালৰ ল'ৰা হৈও কৃষ্ণ সাধাৰণ শিশু নহয়, তেওঁ বিশ্ব-ব্ৰহ্মাণ্ডৰ গৰাকী সাক্ষাৎ ভগৱান। এনে আনন্দৰস পান কৰি দৰ্শক ৰাইজ বিস্ময়াভিভূত হৈ ঘৰলৈ উলটিল।

এনেকৈয়ে ভক্ত কবি মাধৱদেৱে বাৎসল্য ভাৱৰ গীত-নাটৰ মাজেৰে সৰল ভক্তিৰ পথ দেখুৱালে। সেই পথত নাই দৰ্শন-বিজ্ঞানৰ তৰ্কজাল, আছে মাথোঁ গভীৰ ভক্তিৰ উপলব্ধি।

* * *

কোচ ৰাজ্যৰ মহাপ্ৰতাপী ৰজা নৰনাৰায়ণ। তেওঁৰ সুযোগ্য সেনাপতি আৰু যুৱৰাজ চিলাৰায় দেৱান। কোচ ৰাজ্যৰ বিস্তাৰ আৰু ৰক্ষাৰ দায়িত্ব সাহসী বীৰ, নিপুণ যোদ্ধা ৰাজভ্ৰাতৃ চিলাৰায় দেৱানৰ।

শঙ্কৰদেৱৰ ভ্ৰাতৃ ৰামৰায়ৰ কন্যা ভুবনেশ্বৰী চিলাৰায় দেৱানৰ ধৰ্মপত্নী হোৱাৰ সূত্ৰে ৰামৰায় আৰু লগতে শঙ্কৰদেৱ ৰজাশহৰ হ'ল। চিলাৰায় বৈষ্ণৱসকলৰ প্ৰিয়ভাজন হৈ পৰিল। শঙ্কৰদেৱৰ প্ৰৱৰ্তিত নামধৰ্মই চিলাৰায়ৰ পৃষ্ঠপোষকতাত আৰু সমৰ্থনত বিকাশ লাভ কৰাৰ সুবিধা পালে।

ৰজা নৰনাৰায়ণ নিজেও শাস্ত্ৰজ্ঞ পণ্ডিত লোক আৰু সংস্কৃত শাস্ত্ৰৰ পণ্ডিতসকলক তেওঁ শ্ৰদ্ধাৰ দৃষ্টিৰে চাইছিল, তেওঁলোকৰ বুদ্ধি-পৰামৰ্শ মানি চলিছিল। ইতিমধ্যে কামৰূপ,

কমতা, কোচবিহাৰ পৰ্যন্ত শঙ্কৰদেৱৰ প্ৰভাৱ আৰু জনপ্ৰিয়তা হোৱা দেখি বিৰুদ্ধাচাৰী এক শ্ৰেণীৰ লোক ক্ষুব্ধ আৰু ক্ষুণ্ণ হৈ পৰিছিল। বৈষ্ণৱ ধৰ্মৰ উত্থানত বাধা প্ৰদান কৰিবৰ বাবে তেওঁলোকে নানা প্ৰকাৰে কূট-কৌশল অৱলম্বন কৰিবলৈ চেষ্টা চলাইছিল। বৈষ্ণৱ মতবাদে প্ৰজাৰ মাজত বিৰোধ সৃষ্টি কৰি ধৰ্ম বিভ্ৰাট ঘটাইছে বুলি তেওঁলোকে ৰজাক লগাইছিল।

কোনো এক নিৰ্দিষ্ট ধৰ্মমতক লৈ প্ৰজাৰ মাজত অনৈক্যৰ সৃষ্টি হোৱাতো ৰাজ্যৰ বাবে ক্ষতিকাৰক বুলি ৰজাই উপলব্ধি কৰিছিল। আনহাতে ভ্ৰাতৃ চিলাৰায়ৰ মুখৰ পৰা শঙ্কৰদেৱ প্ৰচাৰিত নামধৰ্মৰ মহত্ব আৰু জনপ্ৰিয়তা, ইয়াৰ প্ৰতি সাধাৰণ ৰাইজৰ আকৰ্ষণৰ কথা শুনি আহিছিল। পৰস্পৰবিৰোধী দুই প্ৰকাৰ বাতৰিয়ে ৰজাক বিমোৰত পেলাইছিল। আন এখন ৰাজ্যৰ পৰা অহা এজন ধৰ্মপ্ৰচাৰকৰ নতুন মতবাদে যাতে তেওঁৰ ৰাজ্যত বিভেদ আৰু অশান্তিৰ সৃষ্টি নকৰে তাৰ বাবে তেওঁ সদাসজাগ আছিল। ৰজাই ভু লৈ শঙ্কৰদেৱৰ কবিত্ব, পাণ্ডিত্য আৰু সহজ-সৰল ধৰ্ম বিতৰণৰ কথা গম পাইছিল যদিও বৈষ্ণৱবিৰোধী কৰ্মকাণ্ডী লোক কিছুমানৰ লগনীয়া কথাই ৰজাক সময়ে সময়ে বিভ্ৰান্ত কৰি তুলিছিল।

এদিন চিলাৰায় দেৱানে তেওঁৰ প্ৰিয়তমা পত্নী কমলাপ্ৰিয়াৰ মুখত শঙ্কৰদেৱৰ ৰচিত গীত 'পামৰ মন ৰাম চৰণে চিত্ত দেহু' ধনশ্ৰী ৰাগৰ এই গীতটি শুনি অভিভূত হৈ তেওঁক গুৰু মানিবলৈ ইচ্ছা কৰিলে আৰু অতি সন্তৰ্পণে শঙ্কৰদেৱক পাটবাউসীৰ পৰা ডিঙা নগৰলৈ অনাই ঘৰ-দুৱাৰ সাজি ভকতসহ থকা-মেলাৰ সুবিধা কৰি দিলে। অলপ দিনৰ ভিতৰতে সেই ঠাইত শঙ্কৰদেৱে নিজ ব্যক্তিত্ব আৰু পাণ্ডিত্যৰ পৰিচয় দিব পাৰিলে।

সেই কালতে ৰজাৰ সভাপণ্ডিত দলৈ জ্যোতিষীয়ে পুথি-পাঁজি চাই ৰজাক জনালে যে তেওঁৰ বেহাৰ নগৰত শনিৰ কোপদৃষ্টি পৰিছে। সেই ঠাই এৰি ৰজা সত্বৰে আন ঠাইলৈ যাব লাগে। নতু ৰজাৰ ছত্ৰভঙ্গ হ'ব আৰু বিপদ মিলিব। এই কথা শুনি জ্যোতিষত অগাধ বিশ্বাসী মল্ল নৃপতিয়ে ভয় খাই কোচবিহাৰ এৰি আসাম ৰজাৰ ৰাজ্য কামৰূপলৈ আহি তাত বৰনগৰ নামে এখন বিতোপন নগৰ পাতি তালৈ ৰাজধানী স্থানান্তৰ কৰিলে। অসম ৰজাই নিজ ৰাজ্যৰ মাটি কোচ ৰজাই অধিগ্ৰহণ কৰাৰ বাতৰি পাই খণ্ডত একো নাই হৈ নৰনাৰায়ণৰ বিপক্ষে যুদ্ধ কৰিবলৈ ফৌজ পঠালে। সেই যুদ্ধত প্ৰধান সেনাপতি চিলাৰায়ৰ প্ৰতাপ সহিব নোৱাৰি আহোম সেনাপতি পিছ হুঁহকি গ'ল। ফলত চামধৰা গড় আহোম আৰু কোচ ৰাজ্যৰ সীমা ৰূপে নিৰ্ধাৰিত হ'ল।

ইতিমধ্যে শঙ্কৰদেৱৰ ৰচিত গীত-মাত সৰ্বত্ৰ প্ৰচাৰিত হৈ মানুহৰ মুখে মুখে প্ৰচলিত হৈছিল। এইবোৰ শুনি-ভনি ৰজা নৰনাৰায়ণৰ শঙ্কৰদেৱক লগ পাবলৈ, আলাপ-আলোচনা কৰি তেওঁৰ পাণ্ডিত্যৰ বুজ ল'বলৈ ইচ্ছা হ'ল। ভ্ৰাতৃ চিলাৰায়ে ৰজাৰ মনৰ কথা উমান পাই শঙ্কৰদেৱক জনালেগৈ। এদিন যুৱৰাজে শঙ্কৰদেৱক ৰাজসভালৈ লৈ গৈ নৰনাৰায়ণৰ

লগত সাক্ষাত কৰালে। ৰজাই এজন পণ্ডিত ধৰ্মগুৰুৰ প্ৰতি দেখুৱাব লগীয়া সকলো সন্মান দি বহিবলৈ আসন দিয়ালে আৰু তেওঁৰ লগত নানা কথা আলাপ কৰিলে। ৰজাৰ প্ৰশ্নৰ উত্তৰ ক্ৰমে শঙ্কৰদেৱে বিষ্ণু আৰু বৈষ্ণৱৰ কথা, বৈকুণ্ঠৰ বিবৰণ, গোকুল-বৃন্দাবনৰ কৃষ্ণ আৰু গোপ-গোপীসকলৰ বৃত্তান্ত, ভগৱান শ্ৰীকৃষ্ণৰ লীলাসমূহ সুন্দৰ ভাষাৰে সহজ-সৰলকৈ ৰজাৰ আগত দাঙি ধৰিলে। শঙ্কৰদেৱৰ মুখত আখৈ ফুটাদি ফুটা বৰ্ণনাই ৰজাক আপ্লুত কৰিলে। ৰজাৰ মানস চকুত উদ্ভাসিত হ'ল বৃন্দাবনৰ কল্পচিত্ৰ। বৃন্দাবন লীলাৰ বাঙ্ময় স্বৰূপটো চিত্ৰপটত নিজে প্ৰত্যক্ষ কৰিবলৈ আৰু আন দহজনকো দেখুৱাবলৈ ধৰ্মপ্ৰাণ মল্লৰজাৰ হেঁপাহ জন্মিল আৰু সেয়া সম্ভৱ হ'বনে নহয় শঙ্কৰক ৰজাই সুধিলে।

'চেষ্টা কৰিলে আৰু মহাৰাজৰ সহায়-সহযোগ পালে সেয়া অসম্ভৱ নহ'ব' বুলি শঙ্কৰদেৱে উত্তৰ দিলে। ৰজাই সন্তোষ পাই সকলো দ্ৰব্য যোগাৰ কৰি দিবলৈ পাত্ৰক আদেশ দিলে। সেইদিনাৰে পৰা শঙ্কৰদেৱক তাঁতীকুছি আৰু ওচৰ-পাঁজৰ অঞ্চলৰ বৰভূঞা পদত অধিষ্ঠিত কৰিলে।

তাঁতশালত সোণালী সপোন ৰচা ঠাইখনেই হৈছে তাঁতীকুছি। অনেক পাৰদৰ্শী শিপিনীৰ বাসস্থান। শিপিনীহঁতে মকৰাৰ আঁহ যেন ছাঁতে শুকোৱা, মুঠিতে লুকুৱা পাটকাপোৰ বিধে বধে বৈ উলিওৱাৰ উপৰিও কাপোৰত চিত্ৰ-বিচিত্ৰ ফুল বাছিব, লতা কাটিব, চৰাইনখীয়া কেচ বাছি কপাহী, এড়ি, পাট, মুগা, মেজাঙ্কৰী আদি সূতাৰে ৰিহা-মেখেলা, চাদৰ, বৰকাপোৰ, থনীয়া-চেলেং আদি বিধে বিধে কাপোৰ বৈ চকুত চমক লগাব পাৰে। তাঁতীকুছিৰ অনেক লোকে ইতিমধ্যে শঙ্কৰদেৱৰ শিষ্যত্ব গ্ৰহণ কৰিছে। প্ৰপন্ন শিষ্য বুঢ়াগোপাল আদি কেবাজনো ভকতৰ মুখত শঙ্কৰদেৱে এইবোৰ কথা শুনিছে। পাটবাউসীৰ গুৰু আসনলৈ আগবঢ়োৱা বৰফুলৰ গোসাঁই কাপোৰ কেইখনো তাঁতীকুছিৰ শিপিনীয়েই বোৱা।

সেয়েহে শঙ্কৰদেৱে কাপোৰত বৃন্দাবনৰ চিত্ৰ বৈ উলিয়াবলৈ সাহস কৰিলে। কিন্তু তাৰ বাবে লাগিব সুচিন্তিত পৰিকল্পনাৰ উপৰিও অনেক দ্ৰব্য। ৰঙা, সেউজীয়া, গাঢ়নীলা, ক'লা, কলপতীয়া, হালধীয়া আদি নানা ৰঙৰ সূতা আৰু লাগিব দৃশ্যবোৰ ফুলকাঠিৰে বাছি উলিয়াব পৰা ভালেমান সুনিপুণ শিপিনি-শিপিনীৰ দল। ছবিবোৰ আঁকি কাঠিত বাছিবলৈ শিকাব লাগিব। সময় যথেষ্ট লাগিব। শঙ্কৰদেৱে ডিঙা নগৰৰ পৰা পাটবাউসীলৈ আহি মাধৱৰ লগত আলোচনা কৰি দুয়ো তাঁতীকুছিলৈ গৈ তাঁতীহঁতৰ লগত কথা পাতি সকলো ঠিক-ঠাক কৰিলে। কৃষ্ণ কথা ৰসেৰে সাঁচিপাত বিধৌত কৰা প্ৰজ্ঞা স্নাত সাধকজনে চৰাইপাখিৰ লিখনি কিছুদিনৰ বাবে সামৰি থৈ তাঁতত কৃষ্ণকথা ৰূপ দিয়াৰ সিদ্ধান্ত কৰিলে।

নিতৌ তাঁতীকুছিলৈ গৈ তাঁতীহঁতক নিৰ্দেশ দিয়ে। তাঁতীয়ে কাপোৰ বয়, ফুল বাছে। শঙ্কৰদেৱে কোনখন ছবিত কি ৰঙৰ সূতা বব লাগিব তন্ন তন্নকৈ শিকাই দিয়ে। পুনৰ সন্ধ্যা ঘৰলৈ ঘূৰি আহে। মাধৱদেৱ বিস্ময়াভিভূত, কি দুৰ্বাৰ কৰ্মশক্তি, অদম্য মনোবল!

শতেকোৰ্ধৰ এজন ব্যক্তিৰ বাবে এয়া কি সম্ভৱ! তাৰা নিশ্চয় মানুহ নহয়, ঈশ্বৰ শক্তি পুৰুষ।'

কেন্দুগুৰি কাৰ্ষণালৈ গুৰুৰ লগত মাধৱ গৈ দেখে এডাল এডালকৈ সূতা বৈ একো একোটি চিত্ৰ বিশেষভাৱে ফুটাই তুলি প্ৰতিদিনে এবেগেত কৈ কাপোৰ বোৱা হয়। এনেকৈ তুলি গৈছে কৃষ্ণ জন্ম, শিশুলীলা, কালিদমন, গোৱৰ্ধন ধাৰণ, বস্ত্ৰহৰণ, ৰাসলীলা আদি কৃষ্ণৰ মহাত্ম্য প্ৰকাশক চিত্ৰসমূহ। এদিন শঙ্কৰদেৱৰ শৰীৰ অসুস্থ হোৱাত মাধৱক তাঁতীকুছিৰ কাৰ্ষণা ঘৰলৈ যাবলৈ পাচিলে। গুৰুৰ কথা মতে মাধৱ গৈ সেইদিনা কৃষ্ণৰ 'ব্ৰহ্মা মোহন' লীলা অংশ বোৱালে। আনদিনা শঙ্কৰদেৱে এবেগেত কাপোৰ বোৱায়, মাধৱৰ তদাৰকত তাঁতীয়ে ইমান খৰকৈ ফুলৰ কাঠি বাছিলে যে সেইদিনা কাপোৰ এবেগেত চাৰি আঙুল বোৱা হ'ল।

সন্ধ্যা সময়। মাৰল ঘৰত শঙ্কৰদেৱ বহি আছে। ওচৰতে বহি গুৰুপত্নীয়ে তামোল যতনাই দিছে। এনেতে কাৰ্ষণাৰ পৰা মাধৱ আহি পাই সেৱা জনালে। গুৰুৱে মাধৱক সবিশেষ সুধি সেইদিনা এবেগেত চাৰি আঙুল কাপোৰ বোৱা হ'ল বুলি শুনি খলখলকৈ হাঁহি গুৰুপত্নীৰ পিনে চাই ক'লে, 'শুনিছানে ৰামানন্দৰ মাক। মাধৱ মোতকৈ একাঠি চৰা। মই বোওৱাতকৈ চাৰি আঙুল বঢ়াইহে বোৱালে। এনেয়ে মই 'বঢ়াৰ পো' নাম দিছোঁ নেকি? আজিৰে পৰা এই নাম আৰু দৃঢ় হ'ল। মাধৱে লজ্জিত হৈ তলমূৰ কৰিলে।

এনেকৈয়ে অসীম ধৈৰ্য আৰু শ্ৰমেৰে দিনে এবেগেত কৈ কাপোৰ বোৱাই কেবা মাহৰ অন্তত বৃন্দাবনী বস্ত্ৰখনি সম্পূৰ্ণ হ'ল। কৃষ্ণৰ ঐশ্বৰ্যময়, বৈচিত্ৰময় লীলাৰ বৰ্ণময় চিত্ৰই জীৱন্ত ৰূপ ধাৰণ কৰিলে। দীঘলে ছকুৰি হাত আৰু পথালিয়ে তিনিকুৰি হাত বৃহৎ আকাৰৰ বস্ত্ৰখনি মেলিবলৈ আৰু ইফাল-সিফাল কৰিবলৈ ভালেসংখ্যক মানুহৰ প্ৰয়োজন হয়। প্ৰথমে কাপোৰখন তাঁতীকুছিৰ কাৰ্ষণাৰ পৰা পাটবাউসীলৈ অনা হ'ল। বৃন্দাবনী বস্ত্ৰ দৰ্শন কৰিবলৈ তাঁতীকুছিৰ ৰাইজ উবুৰি খাই পৰিল। সূতা আৰু ৰঙৰ যাদুৰে নমাই অনা গকুল-বৃন্দাবনৰ অমৰ কাহিনী, ৰূপ আৰু স্পৰ্শৰ বৰ্ণময় গাঁথা দেখি সকলো লোক বিস্ময়ত হতবাক হ'ল। ইজনে-সিজনে আলোচনা কৰিলে মানুহে জানো এনে কাম কৰিব পাৰে? এইজন দৈৱশক্তিৰ গৰাকী ঈশ্বৰ পুৰুষ, সেয়েহে পাৰিছে। বিমুগ্ধ মাধৱে সুৰ ধৰি গালে—

'ত্ৰিভুবন বন্দন দৈৱকী নন্দন
যো হৰি মাৰল কংস।
জগজন তাৰণ দেৱ নাৰায়ণ
শঙ্কৰ তাকেৰি অংশ।।'

আধ্যাত্মিক আনন্দত নিমগ্ন হ'ল শঙ্কৰদেৱ। কোচৰজা নৰনাৰায়ণৰ ৰজাসভাত সকলোৰে উপস্থিতিত কাপোৰখন মেলি দিয়া হ'ল। শঙ্কৰদেৱৰ ৰূপ কল্পনা আৰু শিল্প

প্ৰতিভা দেখি ৰজা নাৰায়ণে আৰু চিলাৰায় দেৱানে বিস্ময় মানিলে আৰু অকুণ্ঠ চিত্তে দুয়ো ভাই-ককায়ে শলাগ ল'লে।

শঙ্কৰদেৱৰ অভূতপূৰ্ব কাৰ্য আৰু সাধনা দেখি ভকত-বৈষ্ণৱসকলৰ গুৰুভক্তিত গদ্‌গদ্‌হৈ শিৰ দোঁ খালে। ৰজাই শঙ্কৰদেৱক নানা উপঢৌকন আৰু বিষয়বাব দি মান কৰা দেখি চিলাৰায় আৰু কমলাপ্ৰিয়াই আনন্দ লাভ কৰিলে। ঘৰলৈ আনি সেৱা-সৎকাৰ কৰিলে। আগৰেপৰা বৰআতাকে কমলাপ্ৰিয়াক বৰ মৰম কৰে। কাষতে তাই ইটো-সিটো কথা পতাৰ পিছত কমলাপ্ৰিয়াই ক'লে, 'বৰআতা, মই এটা অনুৰোধ কৰিম ৰাখিবনে ?'

'বাৰু কোৱাচোন, ৰাখিব পাৰোঁনে নে নোৱাৰোঁ চাওঁ ।'

'মোৰ এখন শাস্ত্ৰ পঢ়িবলৈ মন গৈছে, য'ত ঈশ্বৰৰ উৎপত্তি, লীলা আৰু প্ৰলয়ৰ কথা থাকে। দিবনে তেনে এখন পুথি ৰচনা কৰি ?' — সৰু ছোৱালী এজনীৰ দৰে আৱদাৰৰ সুৰত কমলাপ্ৰিয়াই ক'লৈ।

ভতিজা জী কমলাৰ মানসিক উচ্চতাৰ উমান পাই শঙ্কৰদেৱে সন্তুষ্ট হৈ ক'লে, —'মই পাটবাউসীলৈ গৈ লওঁ। তোমাৰ মনৰ বাঞ্ছা সিদ্ধি কৰিবলৈ যত্ন কৰা হ'ব।'

শুক্লধ্বজে তেওঁৰ হাউলিৰ পৰা ভকতসহ স-সন্মানে শঙ্কৰদেৱক পাটবাউসীত থোৱালে। কেইদিনমানৰ পিছত শঙ্কৰদেৱে মাধৱক কাষলৈ মাতি আনি কমলাপ্ৰিয়াৰ আশা পূৰ্ণ হোৱাকৈ এখন পুথি ৰচনা কৰিবলৈ কোৱাত ক'লে,' বাপ, ভাগৱতৰ ২য় স্কন্ধত আপুনি সৃষ্টিৰ বৰ্ণনা, ভগৱানৰ লীলা অৱতাৰ, ভগৱানৰ নাভিৰ পৰা ব্ৰহ্মাৰ সৃষ্টি, দশবিধ সৃষ্টিৰ বিৱৰণৰ বৰ্ণনা সুন্দৰ আৰু সাৱলীল ভাষাত ভাঙনি কৰিছে। ইয়াৰ পিছত এই অধমক বা কিয় বলে নোৱাৰা দায়িত্ব দিয়া হ'ল ?' -

'বুজিছা মাধৱ, হাতীয়ে তাৰ বৃহৎ শৰীৰটো দেখা নাপায় আৰু তাৰ শক্তিৰ কথাও অনুভৱ নকৰে, তুমিও তেনে। তোমাৰ প্ৰতিভা আৰু শক্তিৰ কথা মই জানো। তুমি পাৰিবা। ভগৱন্তৰ সৃষ্টি ৰহস্যখিনিৰে সংক্ষিপ্ত আকাৰত এখন পুথি ৰচনা কৰা। কৰ্ষণ কৰিলেহে প্ৰতিভাৰ বিকাশ ঘটে।'

গুৰুৰ আদেশ আৰু প্ৰেৰণা পাই মাধৱৰ উৎসাহ বাঢ়িল। পিছদিনাৰ পৰা নেৰানেপেৰাকৈ অধ্যয়ন, চৰ্চা আৰু লিখন কাৰ্য আৰম্ভ কৰিলে। কম দিনৰ ভিতৰতে মাধৱে 'জন্ম ৰহস্য' নাম দি ৰচনা কৰা পুথিখন আনি গুৰুজনৰ হাতত দিলেহি। তিনিশ পদেৰে ৰচনা কৰা সৰু পুথিখন পঢ়ি চাই শঙ্কৰদেৱে আচৰিত হৈ ক'লে, 'মাধৱ তোমাৰ প্ৰতিভা দেখি মই বিস্ময় মানিছোঁ। মই বহলাই লিখিবহে পাৰোঁ। তুমি বঢ়াবও পাৰা, টুটাবও পাৰা। যথাৰ্থতে তুমি বঢ়াৰ পো। বোপা মাধৱ, মোৰ এতিয়া এশ বছৰ পূৰ্ণ হ'বৰ হ'ল। এজন মনুষ্যৰ বাবে আৰুনো কিমান দিন বাকী। মোৰ লগত তোমাক ভিন্ন বুলি নাভাবোঁ। মই এখন পুথি ৰচনাৰ দায়িত্ব তোমাক অৰ্পণ কৰিছিলোঁ, তোমাৰ বাৰু মনত আছেনে ?'

'আছে গুৰু বাপ। দুই এটি পদ মাজে সময়ে ৰচনা কৰি থকাও হৈছে। আশীৰ্বাদ কৰক। আপোনাৰ শক্তিৰ সহস্ৰ কোটি কণাৰ এটি কণা পালে ৰচনা কৰিব পৰা হ'ব বুলি ভাবিছোঁ।'

'মাধৱ, তোমাৰ শক্তি মোতকৈ কোনো গুণে কম নহয়। আৰু হ'লেও মোৰ সমস্ত শক্তি ভক্তি তোমাতে অৰ্পণ কৰিছোঁ।'

'বাপ, দাসক অপৰাধী নকৰিব।' কৈ মাধৱে গুৰুৰ চৰণ যুগল সাৱটি ধৰিলে। শঙ্কৰদেৱেও মাধৱক দুই হাতে আঁকোৱালি ধৰিলে।

সেইদিনা ৰাতি মাধৱৰ টোপনি নাহিল। বিছনাত পৰিয়েই তেওঁৰ মন পখী উৰা মাৰিলে অতীতৰ ঘাত-প্ৰতিঘাতেৰে ভৰা দিনবোৰলৈ। দুৰ্ভিক্ষত জুৰুলা হৈ আশ্ৰয় বিচাৰি বংশ-পৰিয়াল, জ্ঞাতি-কুটুম্বৰ ঘৰে ঘৰে ফুৰি অনাদৰ-অবহেলাত জৰ্জৰিত হোৱাৰ বিপৰীতে মনত পৰিল তেজৰ সম্পৰ্কহীন উচ্চ মনৰ ঘাঘৰি মাঝিৰ কথা। যিজনে মাধৱৰ দুৰ্দশাগ্ৰস্ত পৰিয়ালটোক আশ্ৰয় দিয়াই নহয়, প্ৰচুৰ সম্ভাৰেৰে ভৱিষ্যৎ নিৰাপত্তাৰো চিন্তা কৰিলে। বণ্ডুকাত ককায়েক দামোদৰৰ চেষ্টাত মজিন্দাৰ গিৰী কৰা কালছোৱাত জীৱন সম্পৰ্কে অনেক অভিজ্ঞতা তেওঁ লাভ কৰিলে। শিক্ষা-দীক্ষা, কৃষি, বেহা-বেপাৰ, সকলো কৰিও মাধৱৰ অঘৰী জীৱনে জানো পূৰ্ণতা লাভ কৰিলে! কিন্তু এইজন ঋষিতুল্য মহাপুৰুষৰ সান্নিধ্যই তেওঁৰ জীৱনত সঁচা অৰ্থ প্ৰদান কৰি মহত্বৰ বোল সানিলে। জীৱনৰ নতুন অৰ্থ, নতুন সত্য উদ্‌ঘাটন হ'ল। সিজনাৰ মহত্বৰ আগত মাধৱ তেনেই ক্ষুদ্ৰ। কিন্তু তথাপি তেওঁৰ অনুভৱ হ'ল গুৰুৱে এই ক্ষুদ্ৰজনৰ ওপৰত যেন এখন গুৰুভাৰ অৰ্পণ কৰিবলৈ মানস কৰিছে। তাৰেই পূৰ্বাভাস তাৰাৰ কথাই-কামে প্ৰকাশ ঘটিছে।

শেতেলিত বহি গুৰুৰ মূৰ্তি ধ্যান কৰি মাধৱ আত্মস্থ হ'ল। মন দৃঢ় কৰি মাধৱে ভাবিলে। হয়, হয়, গুৰুৰ বাক্য পালন কৰি তেওঁ এখন গ্ৰন্থ লিখিব য'ত তেওঁৰ পৰম আৰাধ্য গুৰু শঙ্কৰদেৱ, গুৰুৰো গুৰু কৃষ্ণদেৱ আৰু দাসৰো দাস ৰূপে নিজেও এচুকত থাকিব। গুৰুজনাৰ ধৰ্ম-সাহিত্যৰ কীৰ্তিস্তম্ভ কীৰ্ত্তন ঘোষাৰ পিছত ঠাই দিব পৰাকৈ এইখনি গ্ৰন্থৰ নাম হ'ব 'নামঘোষা'।

'নামঘোষা' শব্দটো ডাঙৰকৈ উচ্চাৰণ কৰি মাধৱদেৱৰ মুখত হাঁহি বিৰিঙি উঠিল। মনৰ পৰা বিশৃঙ্খল ভাৱবোৰ আঁতৰি গ'ল। পুৱাৰ বিমল আভা ৰুদ্ৰাক্ষৰ জালেদি আহি মাধৱৰ কোঠাত সোমাল। সাৰ পাই উঠিল চৰাই-চিৰিকতি, সাৰ পালে মাধৱৰ কবি মন। কোমল অনুভূতি শব্দ হৈ মুখেদি নিগৰিত হ'ল—

'তেজৰে কমলাপতি পৰভাতে নিন্দ।
তেৰি চান্দ মুখ পেখো উঠৰে গোবিন্দ।।'

প্ৰচলিত সংস্কাৰৰ ভেটিত জোকাৰণি তোলা নৱবৈষ্ণৱবাদৰ মহত্বৰ কথা মাধৱদেৱে গভীৰভাৱে উপলব্ধি কৰিলে। তেওঁৰ মনলৈ আহিল গুৰুজনে ইমান সুদূৰ

প্ৰসাৰী চিন্তাৰ সমল ক'ৰপৰা পালে! কেৱল গুৰুগৃহত আয়ত্ত কৰা ধৰ্ম-জ্ঞান, জ্যোতিষ-কলা আদি জ্ঞানেই ইয়াৰ কাৰণে যথেষ্ট নে! নিশ্চয় নহয়। জন্মস্থান বৰদোৱা আলি পুখুৰীৰ পৰা আৰম্ভ কৰি বৌতা, গাংমৌ, বেলগুৰি, কোমোৰাকটা, কুমাৰকুছি, পাটবাউসী আদি ঠাইৰ জনজীৱনৰ চাক্ষুস অভিজ্ঞতাই তেওঁক মানুহৰ কথা, আৰু ঈশ্বৰৰ কথাৰে সমৃদ্ধ জীৱনৰ উত্তৰণ ঘটোৱাৰ কথা ভাবিবলৈ অৱকাশ দিলে। তাৰ লগত সংযোগ হ'ল সুদীৰ্ঘ কাল তীৰ্থ ভ্ৰমণত লাভ কৰা অভিজ্ঞতা। কথাবোৰ নিজৰ মনৰ মাজতে অগা-ডেৱা কৰি থাকোঁতেই ৰামৰাম গুৰু আৰু নাৰায়ণ ঠাকুৰ আহি ওলালহি।

'দুয়োজন উচিত সময়তে ওলালহি। অনেক দিনৰ পুৰণি কথা আজি মোৰ মনলৈ আহিল, গুৰুজনাৰ তীৰ্থ ভ্ৰমণৰ কথা। ৰামৰাম গুৰুও তাৰাৰ সহযাত্ৰী আছিল নহয়, তীৰ্থ ভ্ৰমণৰ কথা আকৌ এবাৰ শুনিবৰ মন গ'ল।' মাধৱে ৰাম ৰাম গুৰুলৈ চাই ক'লে।

'বঢ়াৰ পোক আমি এইবিষয়ে কৈছিলোঁৱেই। দুকুৰি দহ বছৰ মান পাৰ হৈ গ'ল। কথাবোৰ সৌ সিদিনাৰ যেনহে লাগি আছে। মন কৰিছা যেতিয়া শুনা।' এইবুলি ৰামৰাম গুৰুৱে ক'বলৈ ধৰিলে—

'শঙ্কৰদেৱে, নৰোত্তম, কন্দলি গুৰু, সৰ্বজয়, বলৰাম, পৰমানন্দ আদিৰে মোকে ধৰি সোতৰজন ভকত লগত লৈ ঘৰ-বাৰী এৰি ওলাই গৈ অনেক নদ-নদী, সৰোবৰ, হাবি-বন, নগৰ-চহৰ খোজ কাঢ়ি গৈ অতিক্ৰম কৰি বাৰাণসী, প্ৰয়াগ, বৃন্দাবন, মথুৰা, কুৰুক্ষেত্ৰ, সেতুবন্ধ, জগন্নাথ, বদৰিকাশ্ৰম আদি মহাতীৰ্থসমূহ ভ্ৰমণ, দৰ্শন কৰিলে। বাৰবছৰ কাল এনেকৈয়ে অনেক তীৰ্থ, অনেক সাধু-সন্ন্যাসী, পণ্ডিত আদিক দৰ্শন আৰু তেওঁলোকৰ লগত আলাপ-আলোচনা কৰি অনেক শিকিলে, যি পাৰে আনকো শিকালে। আমিও ঢোলৰ লগৰ টেমেকাটো হৈ অনেক অভিজ্ঞতা লাভ কৰি ঘূৰি আহি বৰদোৱা পালোঁহি। সেই দিনবোৰৰ কথা মনত পৰিলে এতিয়াও উৰা মাৰি যাম যেন লাগে।'

'সখি, গুৰু বাপৰ কথা শুনি মোৰ পাখি গজিলেই। বাপ ঈশ্বৰৰ আগত আজি কথাষাৰ উলিয়াম, কেনে হ'ব?' নাৰায়ণ ঠাকুৰে উলাহতে কথাখিনি ক'লে। তেনেতে শঙ্কৰদেৱ আহি আসনত উপবিষ্ট হ'ল। সকলোৱে সেৱা জনালে।

'ভকতসকল, তোমালোকে গম পাইছানে নাই?' —এইবুলি শঙ্কৰদেৱে সকলোলৈকে দৃষ্টি দিলে। তেওঁলোকে গম পোৱা নাই যেন দেখি পুনৰ ক'লে। 'দৈলে জ্যোতিষীয়ে এইবাৰ গণনা কৰি মল্ল মহাৰাজৰ শনিৰ দশা অন্ত পৰিল বুলি সংবাদ দিয়াত ৰজা পাৰিষদবৰ্গৰে সৈতে কোচবিহাৰৰ পুৰণি ৰাজধানীলৈ প্ৰত্যাগমন কৰিলে। এতিয়া আমিও কিছুমান দায়িত্বৰ পৰা অব্যাহতি পালোঁ। এয়া আমাৰ বাবে সুখবৰ। বৈ যোৱা আদি দশমথন সোনকালে শেষ কৰিব পৰা হ'ব। খৰখেদাকৈ আৰু কেইটামান কাম হাতত লোৱাৰ মানস কৰিছোঁ।'

ইতিমধ্যে ৰামৰাম গুৰু আৰু নাৰায়ণ ঠাকুৰৰ মাজত হোৱা কথোপকথনৰ কথা ভকতৰ মাজত জনা-জনি হৈছিলেই। সুবিধা বুজি নাৰায়ণ ঠাকুৰে মাত লগালে— 'বাপ ঈশ্বৰ, আমাৰ তীৰ্থ দৰ্শনৰ ইচ্ছা হৈছে। বাপৰ কৃপা অবিহনে আমাৰ ইচ্ছা পূৰ্ণ নহয়। তাকে চাই কৃপা কৰিব লাগে।'

শঙ্কৰদেৱে কথা শুনি ভকতসকললৈ দৃষ্টি দিলে আৰু মধুৰ হাঁহি এটা তেওঁৰ ওঁঠত বিৰিঙি উঠিল। এইয়া যে তেওঁৰ অন্তৰাত্মাৰ আহবান। মনৰ মণিকোঠাত এনে এটি বাসনা পুঞ্জীভূত হৈ আছিল, তাকে নাৰায়ণৰ মুখেদি ব্যক্ত হ'ল। শঙ্কৰদেৱে সন্তোষ মনেৰে ক'লে—

'বৰ ভাল কথা। তীৰ্থ দৰ্শনৰ দ্বাৰা সাতকাৰ্য সাধন হয় — ১। আধ্যাত্মিক চিন্তাৰ সুযোগ ২। সাধু-সঙ্গ লাভ ৩। ন ন ঠাই দৰ্শন ৪। ভাব বিনিময়ৰ যোগেদি ভাৰতৰ লগত সংযোগ স্থাপন ৫। সৃষ্টিৰ মহিমা দৰ্শনৰ দ্বাৰা মন সতেজকৰণ ৬। দৈনন্দিন ধৰা-বন্ধা কৰ্মৰ পৰা অব্যাহতি লৈ কৰ্মৰ পদ্ধতি পৰিবৰ্তন আৰু তাৰ দ্বাৰা ৭। বিমল আনন্দ লাভ। তোমালোক মানসিকভাৱে প্ৰস্তুত হ'লে ময়ো আনন্দিত হ'ম। আমাৰ বঢ়াৰ পোৱে বা কি কয়?'

মাধৱদেৱৰ বুকু কঁপি উঠিল। মনতে ভাবিলে, এই বয়সত গুৰুৱে এয়া কি সিদ্ধান্ত ল'লে! শত বছৰীয়া বৃদ্ধ গুৰু বাপে খোজ কাঢ়ি তীৰ্থ দৰ্শন কৰিবলৈ সক্ষম হ'বনে! ফুটাই মাধৱে ক'লে—

'বাপ, ভূ-ভাৰতত নোহোৱা-নোপজা কাম কৰি বিৰল দৃষ্টান্ত দেখুওৱাতকৈ স্বাস্থ্যৰ ফালেহে মন দিবৰ হ'ল। বয়স হৈছে, অলপ জিৰণিৰ প্ৰয়োজন। অধিক পৰিশ্ৰমে দেহাত কষ্ট দিয়ে বুলি ভয় পাইহে কোৱা হৈছে।' নম্ৰভাৱে মাধৱে ক'লে।

'যি কামে দেহ-মনৰ সতেজতা আনিব পাৰে, তেনে কাম স্বাস্থ্যসম্মত। কৰ্ম পৰিবৰ্তনো একপ্ৰকাৰ জিৰণিয়েই মাধৱ। সেয়েহে কওঁ, তোমালোকে চিন্তা এৰি যোৱাৰ ব্যৱস্থা কৰা।' —শঙ্কৰৰ কথাত সকলো উৎফুল্লিত হৈ পৰিল।

যাবলৈ ওলোৱা ভকতসকলৰ খদমদম লাগিল। উৎসাহৰ পাৰ নাই, পিছে গুৰুপত্নী কালিন্দ্ৰী আইৰ মনটো মৰা। তেওঁৰ বৃদ্ধ স্বামী তীৰ্থলৈ গ'লে সুস্থ শৰীৰে পুনৰ ঘূৰি আহিব পাৰিব জানো। নাই, নাই এই বয়সত এনেহেন বৃদ্ধজনক খোজ কাঢ়ি ঐদহে-বৈদহে ঘূৰি ফুৰিবলৈ পঠাব নোৱাৰি। কিন্তু, তেওঁৰ স্বামীয়ে শুনিব জানো তেওঁৰ কথা। কথাবোৰ আয়ে ভাবিবলৈ ধৰিলে।

যোৱাৰ দিন ওচৰ চাপি অহাৰ লগে লগে চিন্তাই আইৰ মন আকুল কৰিলে। মাধৱক মাতি আনি ক'লে, 'বোপা মাধৱ, গোসাঁইক ৰখাব নোৱাৰিলোঁ। সকলো ভাৰ তোমাকে গতালোঁ। মোক অনাথিনী কৰিবলৈকে ওলালে নেকি?' বুলি কালিন্দ্ৰী আইয়ে উচুপি উঠিল।

'আইমাতৃ, আপুনি চিন্তা নকৰিব। বয়স হ'লেও মোৰ গুৰু বাপ সুন্দৰ স্বাস্থ্যৰ গৰাকী। তাৰাৰ মহত্বৰ কথা আয়ে জানো অত কাল বুজি পোৱা নাই?' এইবুলি মাধৱে কথাটো পাতলালে।

'বুজিছোঁ বাবেই কৈছোঁ। তেখেতে যদি বৃন্দাবনলৈ যায়, তাৰাপুনৰ উলটি নাহে। তোমাৰ কথা মানিব। তাৰাক বৃন্দাবনলৈ যাবলৈ বাৰণ কৰিবা।' মাধৱে গুৰুপত্নীৰ বাক্য ৰখাৰ আশ্বাস দিলে।

মাধৱদেৱ, নাৰায়ণ ঠাকুৰ, ৰামৰাম, গোবিন্দ, পৰমানন্দ, শ্ৰীৰাম, উদাৰগোবিন্দ, গোকুলচান্দ আদি ছকুৰি ভকত লগত লৈ শঙ্কৰদেৱে দ্বিতীয়বাৰ তীৰ্থযাত্ৰা আৰম্ভ কৰিলে। নানা ঠাই অতিক্ৰম কৰি আগবাঢ়ি গ'ল তীৰ্থযাত্ৰীৰ দল। নতুন ঠাই, নতুন মাত-কথা আৰু বিবিধ মানুহৰ সংস্পৰ্শই ভকত যাত্ৰীসকলৰ মনলৈ আনিলে নতুন উদ্যম।

যাত্ৰাপথত সকলো সময়তে মাধৱে গুৰুৰ লগত ছাঁটোৰ দৰে থাকি গুৰু শুশ্ৰূষা কৰে। আসন-বসন, খোৱা-লোৱাৰ যোগাৰ কৰি দিয়াৰ অন্তত শয্যা পাৰি দি ভৰিত তেল-টেঙা ঘঁহি গুৰুক শুৱাই আহাৰ গ্ৰহণ কৰে। শীত কালি বাপজনাই কষ্ট পাব বুলি য'তেই আশ্ৰয় লয়, তাতেই অ'ৰ-ত'ৰ পৰা খৰি বিচাৰি আনি জুই ধৰি দিয়ে। উম পাবলৈ গুৰুৰ শয্যাৰ অলপ নামনিতে শয্যা পাৰি একেজাপ কাপোৰকে লৈ শয়ন কৰে। এনেকৈ য'তেই সুবিধা হয়, ত'তেই ৰাতি বঞ্চি পুনৰ যাত্ৰা কৰে। থানে থানে সৎসঙ্গৰ লগত শাস্ত্ৰালাপ হয়।

শঙ্কৰদেৱৰ শাস্ত্ৰৰ ব্যাখ্যা শুনি লোকসকল মুগ্ধ হয়। এদিন এখন গাঁৱৰ মাজেদি গৈ থাকোঁতে এদল লোক গোট খাই থকা দেখা পালে। ওচৰলৈ গৈ দেখিলে যে এজন পণ্ডিতে সোঁমাজতে বহি শাস্ত্ৰৰ অৰ্থ ব্যাখ্যা কৰিছে আৰু সকলোৱে একান্ত মনে শুনি আছে। মাধৱলৈ চাই শঙ্কৰদেৱে ক'লে, 'দেখিছানে ভকতসকল, বাটে-পথে শাস্ত্ৰৰ মেল, বঢ়াৰ পো, আমাৰো মেলা এখন পতা হওক।'

মাধৱে গুৰুৰ ইচ্ছাৰ কথা বুজি পালে। আন এজনে গছৰ তলত গুৰুক বহিবলৈ দিলে। মাধৱো বহিল। কিছুপৰ আত্মস্থ হৈ থাকি মাধৱে চকু মেলি ভক্তি বিগলিত কণ্ঠে গীত গাবলৈ ধৰিলে—

'শুনলো পণ্ডিত।
হৰি পদ সেৱা ৰসে থিৰ কৰা চিত ।।
অনন্ত নিগম বন গহন অপাৰ।
ভৈলা ক্ষীণ বুদ্ধি অৰ্থ কৰিতে বিচাৰ।।
তিনিগুণ ময় বেদ বন পৰি হুৰা।
গোৱালীৰ ঘৰে গৈয়া ব্ৰহ্ম চিনি ধৰা।।'

'শ্যাম গোড়া' ৰাগত মধুৰ সুৰেৰে গোৱা গীতৰ সুৰে সকলোৰে মন-প্ৰাণ কাঢ়ি নিলে। গছৰ তলত শাস্ত্ৰ শুনি থকা লোকসকল আহি মাধৱক বেঢ়ি ধৰিলেহি। মাধৱে ভনিতা পেলালে।

'ভকতি সমান বলী নাহি নাহি আৰ, কহয় মাধৱ গতি নন্দৰ কুমাৰ।' মাধৱে চকু মেলিলে। আত্মানন্দত নিমগ্ন শঙ্কৰদেৱে সকলোলৈকে সন্তুষ্টিৰে চালে। কাষত বৈ থকা লোকসকলে প্ৰণাম জনাই আঁতৰি গ'ল। পথযাত্ৰীসকলৰ ক্লান্তি ক'ৰবালৈ গ'ল। আনন্দতে পুনৰ যাত্ৰা আৰম্ভ কৰিলে। ক'ৰবাত বেহা-বেপাৰ কৰা মানুহ লগ পালে, হাট-বজাৰ দেখিলে শঙ্কৰদেৱে ভকতিৰ বেহা মেলিবলৈ মাধৱক মৰমৰ আদেশ শুনায়। ভক্ত কবি মাধৱৰ কণ্ঠৰ পৰা নিগৰিত হয়—

বেসায়ো ভাৰতে হাট, আউৰ বেলি নাটে।
চলিতে নিকট ভয়ো ভৰা দিয়া আণ্টে।।
ভাৰত হাতৰ নৰ নাও পচি যায়।
হুয়ো সাৱধানে কৃষ্ণ কিঙ্কৰে গায়।'

ক'ৰবাত ঢোলৰ মাত শুনিলে সেই শব্দই বুকুত ঠেকা খাই জিৰ্‌জিৰকৈ ভকতিৰ নিজৰা বয়—

'মুকুন্দ মাধৱ মুৰাৰি মধুৰিপু।
জগত জীৱন ৰাম।।'

ঢোলৰ ছেৱৰ লগত মাধৱৰ গীতৰ সুৰে তাৰ লগত তাল মিলাই আগবাঢ়ে ছকুৰি ভকতৰ দল, যেন কোনো এক আনন্দ উৎসৱৰ শোভাযাত্ৰাহে। য'তেই ৰাতি হয় সুবিধাৰ ঠাই বিচাৰি বিশ্ৰাম কৰে। মাধৱে প্ৰাণ ভৰি গুৰুৰ আলপৈচান ধৰে। পদব্ৰজে গৈ গৈ ভকতসকল গঙ্গাৰ তীৰ পালেগৈ। গঙ্গাৰ পবিত্ৰ জলধাৰা দৰ্শন আৰু স্নান-পানে ভ্ৰমণৰ কষ্ট দূৰ কৰে। পুনৰ যাত্ৰা, অবিৰাম যাত্ৰা। মানুহক জানিবলৈ, বিভিন্ন ঠাইৰ ধৰ্ম-সংস্কৃতিৰ বুজ ল'বলৈ ঋষি শঙ্কৰৰ অনন্ত যাত্ৰা। বাটে বাটে ৰাম-কথা, কৃষ্ণ-কথা আলোচনাৰ অমৃতময় স্বাদ লৈ আগবাঢ়িল তীৰ্থযাত্ৰীসকল। ডাৱৰে ওন্দলোৱা বতৰ, শিল-বৰষুণ, বতাহ, ঘাত-প্ৰতিঘাত সকলো নেওচি পাৰ হৈ যায় গাঁৱৰ পিছত গাঁও, নদ-নদী, পৰ্বত-পাহাৰ। কোনো ঠাইত শ্যামলিমা প্ৰকৃতিৰ দৃষ্টিনন্দন ৰূপ দেখি আত্মবিভোৰ হয় শঙ্কৰ-মাধৱ প্ৰমুখ্যে তীৰ্থযাত্ৰীসকল। শত বছৰ বয়সে গৰকা কৰ্মযোগীজনৰ ৰোৱাৰ সময় নাই। সৰ্বব্যাপী ভগৱন্তৰ সৃষ্টিৰ মাণিক বুটলি, তাৰ এক বিন্দু বিলাই মানুহক ক্ষুদ্ৰতাৰ পৰা মহত্বৰ সন্ধান দিবলৈ ভাৰতবৰ্ষৰ প্ৰান্তে প্ৰান্তে সন্ধান বিচৰা অনন্ত প্ৰয়াসী শঙ্কৰদেৱ বৈ থাকিব নোৱাৰে। বয়স প্ৰতিবন্ধক বা পৰিপন্থী নহয়। বয়সে জীৱন স্পৃহা বা জীৱনৰ মহত্ব হ্ৰাস নকৰে, বৰঞ্চ অভিজ্ঞতাৰ সমষ্টিৰে বুদ্ধিৰ প্ৰসাৰণ ঘটায়।

গহীন পৰ্বত, গঙ্গা-যমুনাৰ সুনিৰ্মল জলৰাশিয়ে মাধৱৰ কবি মন তোলপাৰ লগালে। মনৰপৰা নিগৰিত হ'ল কেইবাটাও সুন্দৰ কবিতা। মাধৱৰ সৃষ্টি প্ৰতিভা দেখি গুৰু শঙ্কৰদেৱ আৰু সখি নাৰায়ণে বিস্ময় মানিলে। কথা এটাইহে মাধৱক দুখ দিলে। হেঁপাহত তীৰ্থলৈ অহা নাৰায়ণৰ ৰোগাক্ৰান্তৰ খুৰাক চৈতন্যৰ ৰোগ বেছি হোৱাত তেওঁক লৈ নাৰায়ণ ঠাকুৰ ঘূৰি যাব লগা হ'ল। শঙ্কৰ-মাধৱে মনত দুখ পালে, কিন্তু ৰোৱাৰ সময় নাই। গৈ গৈ গঙ্গাৰ পাৰৰ জঙ্গিনপুৰত নিশা বঞ্চিবলৈ ঠিক কৰিলে। তাত গকুলৰ পৰা অহা যাত্ৰীসকলে বঙালী ভাষাত কৃষ্ণ-কীৰ্তন কৰিছে—

'যমুনাৰ তীৰে তীৰে যদুৰায়।
ব্ৰহ্মাণ্ডৰ ঈশ্বৰে ধেনু চৰায়।'

এই গীত ফাঁকি কেইবাজনো মিলি উচ্চৈস্বৰে গোৱা শুনি গুৰুজনে সন্তোষ পালে। বোলে, 'বঢ়াৰ পো, পূৰ্ণানন্দ কৃষ্ণৰ মেলা আমাৰো খোলা হওক।' গুৰুৰ মনোভাৱ মাধৱে বুজি পালে। গীত এটি ৰচি কামোদ ৰাগত বাটে বাটে গাই গ'ল আৰু যাত্ৰীসকলে লগত যোগ দিলে।

'আজু গোপীনাথ পেখলো আখি।
যমুনাৰ তীৰে ফিৰে ধেনু ৰাখি।।'

গীত গাই গাই যাত্ৰীসকল জগন্নাথ পুৰীলৈ যাত্ৰা কৰিলে। বাটৰ কাষতে থকা চুফী সাধক ধৰ্মপ্ৰচাৰক পৰমভক্ত কবীৰৰ মঠত তাৰাৰ নাতিনীয়েকক লগ কৰি তেওঁৰ মুখৰ পৰা ভক্ত কবিজনৰ সমস্ত বৃত্তান্ত শুনিলে আৰু ভক্তসহ কবীৰৰ সমাধি ক্ষেত্ৰলৈ গৈ সভক্তিৰে প্ৰণাম জনালে। তাৰ পৰা আঠাৰনলা চকিত বৈ ভোজন কৰি বিশ্ৰাম কৰিলে। জগন্নাথৰ পাণ্ডাই গম পাই মহাপ্ৰভুৰ প্ৰসাদ আনি তাতে দি শ্ৰীক্ষেত্ৰলৈ আগবঢ়াই নিলে। ভকত-বৈষ্ণৱসকলে তেওঁলোকৰ চিৰ আকাঙ্ক্ষিত জগন্নাথ মহাপ্ৰভুক দৰ্শন কৰি নিজকে ধন্য মানিলে। ভক্তি বিগলিত মাধৱৰ হৃদয় সৰোবৰৰ পৰা নিগৰিত হোৱা শব্দৰ তৰঙ্গই ৰূপ পালে। আঁঠুকাঢ়ি মাধৱে ভাটিয়ালি ৰাগত গীত জুৰিলে—

'মোক দেখি শুনা কেনে আসে জগন্নাথ।
মই বৰ পাপেৰ পাপী।
সংসাৰ কূপত পৰিয়া তোমাৰ
চৰণে নধৰো চাপি।।'

সকলোৰে শ্বেতগঙ্গা, মাৰ্কেণ্ডেয় হ্ৰদ, ইন্দ্ৰদ্যুম্ন, চন্দন সৰোবৰ, লোকনাথ আদি স্থান দৰ্শন কৰিলে। সাগৰত স্নান কৰোঁতে শঙ্কৰদেৱে সাগৰজুলি বস্ত্ৰ পাই সকলোকে ভগাই দিলে। জগন্নাথ মহাতীৰ্থত সমবেত হোৱা ভাৰতৰ বিভিন্ন প্ৰান্তৰ ধৰ্মগুৰুসকলৰ লগত ধৰ্মমত বিনিময় আৰু আলাপ-আলোচনা কৰি শঙ্কৰদেৱ কৃতাৰ্থ হ'ল। যাত্ৰীসকলে তেওঁলোকৰ জীৱন সাৰ্থক হোৱা বুলি ভাবি আত্মানন্দ লাভ কৰিলে।

এইবাৰ হ'ব বৃন্দাবন যাত্ৰা। ৰামদাস, ৰামৰাম আদি ভকতসকল উৰুলিকৃত হৈ পৰিল। স্নানাদিৰ অন্তত শঙ্কৰদেৱে বৃন্দাবনলৈ বুলি বাট পোনালে। কিন্তু মাধৱৰ উজনিৰ ফালে যোৱাৰহে লক্ষণ দেখা গ'ল। শঙ্কৰদেৱে আচৰিত হৈ সুধিলে—

'আমি বৃন্দাবনলৈ বাট পোনাইছোঁ, মাধৱে দেখোন গতি বিপৰীত ফালে লৈছে। কথাটো কি?'

'বাপ, তোম্রাই দশম শাস্ত্ৰৰ বৃন্দাবনৰ বৰ্ণনাই আমাৰ মন-প্ৰাণ ভৰপূৰ কৈ ৰসে ওপচাই থৈছে। তাতোকৈ আৰু কি লাগিছে? শুনিবলৈ পাইছোঁ বৃন্দাবন এতিয়া সেই তাহানিৰ গতত নাই। তাত কালৰ মামৰ লাগিল, তেনেই সলনি হ'ল। শংকা উপজিব পাৰে, সেয়ে যাবলৈ মন কৰা নাই। বাপকো নাযাবলৈ প্ৰাৰ্থনা জনালোঁ।'

'তোমাৰ যদি মন নাই, বঠাহীন এই নাওখন কিদৰে চলিব? তাতে ৰচদ-পাতিও কমি আহিছে আৰু মানুহবোৰো ক্লান্ত হৈ পৰিছে। এতেকে উজানৰ ফালেই বাট লোৱা হওক। অৱশ্যে ইচ্ছা থকাসকলে তালৈ গ'লে আমাৰ আপত্তি নাই।' ভকত সমন্বিতে শঙ্কৰ-মাধৱ উজনিলৈ গতি কৰিলে। কিমান অভিজ্ঞতা, কিমান অনুভৱ। যাত্ৰা কালত এদিন বলৰামক দুটা খটে ধৰি নি নানা শাস্তি দিলে । বলৰামৰ চিএৰ শুনি গুৰুৱে ভকত পঠাই তেওঁক এৰুৱাই খট দুটাক ধৰি বান্ধি আনি শঙ্কৰদেৱৰ ওচৰ পোৱালেহি। ভকতসকলে সিহঁত দুটাক মাধ-ধৰ কৰিবলৈ লোৱা দেখি গুৰুৱে বাৰণ কৰিলে।

'ৰ'বাহঁক, সিহঁতে বলৰামৰহে অপকাৰ কৰিছে, তেওঁক সোধা হওক সিহঁতক কি শাস্তি বিহিব লাগে।'

গুৰুৰ কথা শুনি বলৰামে ক'লে, 'বাপ, এই অধমৰ অদৃষ্টৰ লিখন, কষ্ট পাব লাগে পালোঁ। সিহঁত দুটাক এৰি দিলেই ভাল হয়।' বলৰামৰ কথা মতে খট দুটাক এৰি দিয়া হ'ল।

'শুনিলানে ভকতসকল, প্ৰকৃত বৈষ্ণৱে নিজৰ সুখ-দুখ আওকাণ কৰিও সৰ্বদা ভূতদায়া আচৰণ কৰে। দুষ্ট খটৰ প্ৰহাৰ পায়ো বলৰামে সিহঁতৰ অপকাৰ চিন্তা নকৰি এৰি দিবলৈ গৈ নিজে নিজে ধন্য হ'ল।'

আহি আহি কৰিমগঞ্জ, জঙ্গিনপুৰ আদি ঠাইত বৈ পদ্মানদী পাৰ হৈ পুখুৰীগঞ্জতে ৰাতি কটাই কালিন্দ্ৰী গঙ্গাৰ পাৰৰ দিনাজপুৰ পালেহি। তাতে ৰাতিটো থাকি পুনৰ আহি কৰতীয়া গঙ্গাৰ পাৰৰ গোবিন্দপুৰত ৰ'ল। তাৰ পৰা তিস্তা নৈৰ পাৰৰ ঘোৰাঘাট পালেহি। ইয়াৰ পৰা পুনৰ খোজ লৈ গৌৰাঙ্গ নৈ পাৰ হৈ শিঙিয়াজান পাই নিজৰ ঠাই পালোঁহি বুলি মানুহবোৰৰ আনন্দত পাৰ নাইকিয়া হ'ল।

সুখে-দুখে, নানা ঘাত-প্ৰতিঘাতৰ মাজেদি কেতিয়াবা শুদা পেটে, কোনো সময়ত কাৰোবাৰ অনুগ্ৰহত পেট ভৰাই খাই খোজ কাঢ়ি আহি নিজ দেশ পাই যাত্ৰীসকলৰ ঘৰ-সংসাৰৰ চিন্তা মনলৈ আহিল। বিদেশৰ পৰা কঢ়িয়াই অনা সুখ আৰু আনন্দময় অভিজ্ঞতাৰ

ৰৰপাছিটো পৰিয়াল পৰিজনৰ আগত উবুৰিয়াবলৈ তেওঁলোক ব্যাকুল হ'ল। অৱশেষত সুদীৰ্ঘ নকুৰি দিনৰ অন্তত একোটা বহল উদাৰ মন লৈ বহাগ মাহৰ মধুৰ আবেলি যাত্ৰী সমন্বিতে আহি পাটবাউসী পালেহি। পাটবাউসীত উখল-মাখল লাগিল। ইমান দিনৰ মূৰত ৰাইজৰ মৰমৰ গুৰু বাপ জনা ছোট আতাসহ দৰ্শন পাই আদৰণি জনাই ৰাইজে হৰ্ষধ্বনি কৰিলে। খোলে-তালে আদৰি গুৰুজনাক নিজ গৃহলৈ নিলে।

মাধৱদেৱে গুৰুপত্নীক সেৱা জনাই 'আইমাতৃ, গুৰুবাপক গতালোঁ। আমি আজিৰ পৰাহে দায় সাৰিলোঁ।' বুলি হাঁহি মাৰিলে।

'বাপু, তোমাৰ যহতে মোৰ গোসাঁইক অবিকলে পালোঁ। তোমাক কি বুলি আশীৰ্বাদ দিম? ঈশ্বৰে তোমাক লগ দিয়ক। এই কেইটা দিন মৰাপ্ৰায় হৈ আছিলোঁ। আজিহে যেন জীৱ ঘূৰাই পালোঁ।'

কৃতজ্ঞতা আৰু সন্তুষ্টিৰভাব কালিন্দ্ৰী আইৰ চকুৱে-মুখে প্ৰকাশ পালে। স্বামীৰ চৰণ পখালি সপৰিয়ালে সেৱা জনালে।

নতুন উদ্যমেৰে শঙ্কৰদেৱে আধৰুৱা কাম সমাপ্ত কৰাত ব্যস্ত হৈ পৰিল। মাধৱদেৱো সৃষ্টি কাৰ্যত নিমগ্ন হ'ল। নতুন-গীত, নতুন সুৰ আৰু ভাব প্ৰতিধ্বনিত হ'ল পাটবাউসীৰ আকাশত, বতাহত আৰু মানুহৰ হৃদয়ত।

'কংস বধ' ভাওনা পাতি নাটধেমালি, বৰধেমালিৰ বিচিত্ৰ পদচালনা, হস্ত প্ৰদৰ্শনেৰে অভিভূত কৰিলে হাজাৰজনক। জন্ম হ'ল একো একোটি নতুন শিল্পী প্ৰতিভাৰ, ৰাইজৰ মাজতে সৃষ্টি হ'ল স্বভাবসিদ্ধ এদল গায়ক-বাদকৰ। দলে-বলে লোক আহি ধৰ্ম গ্ৰহণ কৰিলে।

কথাবোৰে বিসম্বাদীসকলৰ মনত শেল হানিলে। শঙ্কৰদেৱৰ সৃষ্টি বৃন্দাবনীয়া বস্ত্ৰ দেখি সন্তুষ্ট হৈ ৰজাই শঙ্কৰক মান-সন্মানসহ উপঢৌকন দিয়া দেখি কৰ্মকাণ্ডী ব্ৰাহ্মণসকলৰ ঈৰ্ষা হৈছিল। ক্ৰমান্বয়ে শঙ্কৰ-মাধৱৰ প্ৰভাব সমাজত বাঢ়ি যোৱা দেখি ভক্তিধৰ্মৰ শান্তিময় পথত কাঁইট পুতিবলৈ তেওঁলোক উঠি-পৰি লাগিল। বিদ্যাবাগীশ চক্ৰৱৰ্তীৰ নেতৃত্বত এদল লোক গৈ ৰজাৰ ওচৰত শঙ্কৰৰ বিৰুদ্ধে এইবুলি গোচৰ দিলেগৈ—

'মহাৰাজ, শঙ্কৰদেৱে ধৰ্ম প্ৰচাৰৰ নামত আপোনাৰ দেশলৈ তেনেই সৰ্বনাশ আনিলে। তেওঁ নিজে বেদ, গীতা, ভাগৱত একো নামানে। যাগ-যজ্ঞ, পূজা-পাতল, দেৱ-দেৱী নামানে, পিতৃ-মাতৃৰ শ্ৰাদ্ধাদিও নামানি পাষণ্ড আচাৰ প্ৰৱৰ্তিছে আৰু আনকো উদগণি জগাই তেনে কাৰ্য প্ৰৱৰ্তাই ৰাইজখনক তেনেই নষ্ট কৰিলে, মহাৰাজ।'

'মই জনাত শঙ্কৰদেৱ পৰম ধাৰ্মিক আৰু নিস্বাৰ্থ ধৰ্মপ্ৰচাৰক। তোমালোকে তোলা অভিযোগবোৰৰ প্ৰমাণ দিব পাৰিবানে?' ৰজাই গহীন মাতেৰে সুধিলে।

'পাৰিম মহাৰাজ। আথৰে আথৰে প্ৰমাণ দিম। তেওঁৰ কোনো আচাৰ-বিচাৰ, জাতি-কুল, ভেদাভেদ নাই। নিজে অব্ৰাহ্মণ হৈ অনেক ব্ৰাহ্মণক শৰণ দিছে, বেদ ধৰ্মৰ

বিৰুদ্ধাচৰণ কৰি একশৰণীয়া নামধৰ্ম প্ৰচাৰ কৰিছে। ফলত প্ৰজা ভ্ৰষ্টাচাৰী হৈছে, ধৰ্মৰ ব্যভিচাৰ ঘটিছে। ৰাজ্যত ধৰ্ম ব্যভিচাৰ হ'লে, অনীতি সোমালে ৰজাৰ ছত্ৰভঙ্গ হয়। প্ৰজাই নিকাৰ ভুঞ্জিব। গতিকে মহাৰাজ শীঘ্ৰে ইয়াৰ বিচাৰ কৰিব লাগে।'

আগৰেপৰা নৰনাৰায়ণ ৰজাই শাস্ত্ৰজ্ঞানী ব্ৰাহ্মণ আৰু জ্যোতিষীক শ্ৰদ্ধা কৰে। জ্যোতিষৰ প্ৰতি তেওঁৰ দুৰ্বলতা অধিক। তদুপৰি নিজ পদবী ৰক্ষাৰ কাৰণে ৰাজনীতিয়ে বা ৰজাই কৰিব নোৱাৰা কাম একো নাই। ৰাজসভাত ব্ৰাহ্মণসকলে প্ৰকাশ্যে ৰজাৰ ছত্ৰভঙ্গ হোৱাৰ ইঙ্গিত দিয়াত ৰজাৰ বুকু কঁপি উঠিল। উচ্চস্বৰে ক'লে—

'মন্ত্ৰী, মানুহ পঠাই শীঘ্ৰে শঙ্কৰক ধৰাই আনা। এইবাৰ শঙ্কৰক বিনাশ কৰা হ'ব। শঙ্কৰৰ ছালেৰে ডামামা ছোৱাম আৰু হাড়েৰে বজাম।'

এয়াই ৰাজনীতি! এয়াই ৰজাৰ ৰাজত্ব। কোনো সাক্ষ্য বা প্ৰমাণ নোপোৱাকৈ টুটকীয়াৰ কথাত নৰনাৰায়ণৰ দৰে জ্ঞানী-গুণী, পণ্ডিত ৰজাৰো মতিভ্ৰম ঘটিল। ৰাজপদ লৰাৰ ভয়ত বিনা বিচাৰে এজন সাধক, একনিষ্ঠ ধৰ্মগুৰুক অশোভনীয় বাক্যৰে থকা-সৰকা কৰি ধৰি আনিবলৈ গৰমলি পঠালে।

কথাষাৰ বনজুই বিয়পাদি বিয়পি গ'ল। গুৰুজনাক ৰজাৰ চন্তৰীয়ে ধৰি লৈ গ'ল। হয় অ' হয়। সাতোটা নোদোকা ৰজাৰ দূত আহি আমাৰ গুৰু বাপক ৰাতিয়েই লৈ গ'ল। বৰঠাকুৰ ৰামানন্দও লগতে গ'ল। পদূলিয়ে পদূলিয়ে দলে দলে লোক গোট খাই কথোপকথন কৰিলে। পাটবাউসীৰ ৰাইজৰ কাৰো মনত সুখ-শান্তি নাই। কেইবাদিনো গুৰুৰ ঘৰৰ চৰুৰ তললৈ জাল যোৱা নাই। কান্দি-কাটি কালিন্দ্ৰী আইৰ চকু উখহিল। মাধৱে নানা প্ৰকাৰে সান্ত্বনা দি বুজালে—

'আইমাতৃ, ছোটৰজা চিলাৰায়ে চন্তৰী পঠিয়াই গুৰুক লৈ যোৱাত নিশ্চয় কিবা পাক আছে। মই জনাত তেওঁ কেতিয়াও গুৰুজনাৰ অপকাৰ চিন্তা নকৰে, বৰঞ্চ কোনোবাই অহিত চিন্তা কৰিলে ৰক্ষণাবেক্ষণ হে দিব। মোৰ হ'লে বুকু ডাঠ, আপুনি নিচিন্তে থাকক।'

'এৰা, চিলাৰায়ৰ ভাল ভাব থকাৰ কথা গোসাঁইৰ মুখত শুনিছিলোঁ। হ'লেও ৰজাৰ ভ্ৰাতৃহে। ৰজাৰ কথাত কি সজাত আছে? খন্তেকতে ৰোষ, খন্তেকতে বিৰোষ। এবাৰ মতাই নি সোধ-পোচ কৰাৰনো কিমান দিন হ'ল? যিজন লোকৰ শাস্ত্ৰজ্ঞান দেখি, বৃন্দাবনী বস্ত্ৰ বোৱাই প্ৰশংসাত শতমুখ হৈছিল, সেইজনকে আকৌ দূত পঠাই ধৰাই নিলে। এইবাৰ ৰজাৰ মেৰপাকৰ পৰা গোসাঁই জানো অবিকলে ঘূৰি আহিব?' কালিন্দ্ৰী আইয়ে উচুপি উঠিল।

'হেৰৌ, ভিতৰে লটপট, বাহিৰে ভকত বুজিছ? সেই যে তাঁতীকুছিৰ কাৰ্যণাত বৃন্দাবনী কাপোৰ বোৱাইছিল, সূতা কিনাৰ চলেৰে অনেক ধন শঙ্কৰে আত্মস্যাৎ কৰিলে আৰু সেই লেঠাতে চিলাৰায় দেৱানে শঙ্কৰক ধৰি নিলে। এইবাৰ ধৰ্মধ্বজে ভালকৈ এসেকা পাব।' —জয়চন্দ্ৰ, কবি সৰস্বতীহঁতৰ মেলত এই কথাবোৰ ৰতনা চলিল।

গুৰু পৰিয়ালক নানা কথাৰে সান্ত্বনা দি আছিল যদিও ভিতৰি মাধৱৰ মন অস্থিৰ হৈ পৰিল। গুৰু পৰিয়ালক এনে চিন্তা সাগৰত পেলাই থৈ ন দহ দিনৰ বাবে বেহাৰলৈ যাবগৈ নোৱাৰে। ভাবি-চিন্তি কীৰ্তন ঘৰৰ ফালে গৈ থাকোঁতে ৰাম আতৈ আৰু মহাকালীৰামক উদ্বিগ্নভাৱে খৰখেদাকৈ অহা দেখি মাধৱ ৰ'ল। কালীৰাম আগবাঢ়ি আহি সুধিলে—

'ছোট আতাই কিবা খবৰ পালে নেকি?'

'কি খবৰৰ কথা ক'লা?' —মাধৱে সুধিলে।

'মনদিয়াৰ পৰা ভকত দুজন আহি খবৰ দিলেহি বোলে গুৰুজনক নিয়াৰ পিছদিনাই গুৰুগৃহলৈ বুলি অহা নাৰায়ণ ঠাকুৰ আতা আৰু গকুলচান্দ আতৈ নিখোজ হ'ল। আজি সাত দিনে ঘৰলৈ ঘূৰি যোৱা নাই। খবৰ-খাটি কৰি ক'তো নাপাই পৰিয়ালত হুৱা-দুৱা লাগিছে।'

মাধৱ চিন্তিত হৈ ক'লে, 'কথাবোৰ কিবা ৰহস্য যেন লাগিছে। সখি নাৰায়ণ আৰু গকুলচান্দ ক'লৈ গ'ল? তেওঁলোকৰ সন্ধান বিচাৰি মাধৱদেৱ আৰু ভকতসকলে কেউফালে দিহাদিহি গ'ল। কিন্তু ক'তো একো খবৰ নাপালে। এদিন দুদিনকৈ কুৰি দিন পাৰ হৈ গ'ল। গুৰুজন আৰু ভকত দুজনৰ মঙ্গলৰ কাৰণে উপায়হীন মাধৱে নামঘৰত শৰাই এভাগি আগবঢ়ালে। সকলো ভকতে আকুলভাৱে প্ৰাৰ্থনা কৰি গালে—

'ত্ৰাহি হৰি পৰিলো পাই
উপায় পৰমানন্দ দিয়া।
নসহে সংসাৰ তাপ
আউৰ মোৰ হিয়া।'

এয়া যেন গুৰুৰ সন্ধানত ভকতৰ আৰ্ত হৃদয়ৰ করুণ আৰ্তনাদ। নামৰ অন্ত পৰিল। সকলোৱে সেৱা জনাই হৰিধ্বনি কৰিলে।

তেনেতে চান্দসাইৰ লগত দুজন লোক আহি সেৱা জনালে। আঁঠুকাঢ়ি চান্দসায়ে ক'লে, 'ছোট আতা, এই লোক দুজনে আমাৰ গুৰু বাপৰ সংবাদ লৈ বেহাৰৰ পৰা আহিছে।'

'আতৈয়েনো ক'ত লগ পালা আৰু খবৰ কি সোনকালে ব্যক্ত কৰা।' মাধৱে ব্যগ্ৰভাৱে ক'লে।

'কিনো ক'ম আতা? গুৰুৰ খবৰ নাপাই দেহ-মন জ্বলে বিহ্বাদি বিন্ধি আছিল। দিহিঙে-দিপাঙে অনাই-বনাই ঘূৰি ফুৰি মুদৈ বেপাৰীহঁতৰ পৰা কিবা সম্ভেদ পাওঁ বুলি ভাবি নৈৰ ঘাট পালোঁগৈ। ইখনৰ পিছত সিখনকৈ নাৱৰ মুদৈহঁতক সোধা-পোচা কৰি থাকোঁতে এখন নাৱৰ পৰা এই লোক দুজন নামি অচিনাকি ভাৱেৰে ইফালে-সিফালে চাই থকা দেখি গম লৈ তেওঁলোকে গুৰুৰ বাৰ্তা লৈ আহিছে বুলি জানিলোঁ। গুৰুজন চিলাৰায় দেৱানৰ ফুলবাৰীত মঙ্গলে আছে বুলি জানি গাত তৎ আহিল। তেওঁলোকক লগত লৈ খবৰ দিবলৈ ততাতৈয়াকৈ আহিছোঁ।' এইবুলি চান্দসাই আতৈ নীৰৱ হ'ল।

আমাৰ চান্দ আতৈয়ে সাৰ্থক ভকতৰ কাম কৰিলে। তোমালোকে আমাৰ গুৰু বাপৰ কি বাতৰি আনিছা শীঘ্ৰে কোৱাহঁক। লোক দুজনলৈ চাই মাধৱে ক'লে। লোক দুজনে প্ৰণাম জনাই ক'বলৈ ধৰিলে—

'শঙ্কৰ গুৰুজনাক ৰজাই ধৰি নিবলৈ দূত পঠোৱা কথা গম পাই চিলাৰায় দেৱানে কথা বিষম যেন দেখি ৰজাৰ দূত গৈ পোৱাৰ আগেয়ে তাঁতীকুছিত কাৰ্যণাত সূতা কিনাৰ কিবা জগৰ লাগিল' বুলি কৈ নাৱত তুলি ৰাতিয়েই লৈ আহিবলৈ আঠোটা বিশ্বাসী চন্তৰী পঠালে। ৰজাৰ দূত আহি নৌপাওঁতেই তেওঁলোকে গুৰুজনাক আঁতৰাই নিলে। শঙ্কৰদেৱক নাপাই চন্তৰীকেইটাই খণ্ডত একো নাই হৈ বাটত নাৰায়ণ ঠাকুৰ আৰু গকুলচান্দক পাই ধৰি নি ৰজাৰ আগত হাজিৰ কৰিলে। ৰজাই তেওঁলোকক 'শঙ্কৰ ক'লৈ গ'ল ক' বুলি ভয় দেখুৱাই সুধিলে। তেওঁলোক দুয়োজনে একো নামাতি কৃষ্ণক চিন্তি থাকিল। ৰজাই আকৌ সুধিলে— 'শঙ্কৰে বেদ ব্ৰাহ্মণ, গীতা-ভাগৱত আদি শাস্ত্ৰ নামানি সনাতন হিন্দুধৰ্মৰ নীতি উলংঘা কৰিছে বুলি বিপ্ৰসকলে গোচৰ দিছে। এই কথা সঁচানে নে মিছা, শঙ্কৰে ধৰ্ম নষ্ট কৰিছেনে নাই ক'হঁক।'

'মহাৰাজ, আমাৰ গুৰুজনে বেদ, গীতা-ভাগৱতৰ শুদ্ধ, সত্য ধৰ্মহে প্ৰচাৰ কৰিছে। ধৰ্ম ৰক্ষাহে কৰিছে, নষ্ট কৰা নাই, মহাৰাজ। সেইসকলে গুৰুজনাৰ বিপক্ষে কূট কথা ৰতি পাপহে সঞ্চয় কৰিছে।' হাতযোৰকৈ তেওঁলোকে ৰজাক ক'লে। ৰজাৰ মানুহে কোবাই-কিলাই হাৰাশাস্তি কৰিও শঙ্কৰদেৱৰ বিপক্ষে এষাৰ মাতো উলিয়াব নোৱাৰি দুয়োকে নি ছকুৰি টকাত ভোটত বেচিলেগৈ। ৰজাৰ গৰমলিয়ে শঙ্কৰৰ কথা উলিয়াবলৈ তেওঁলোকক লোৰ শিকলিৰে বান্ধি কুন্দা গৰকাৰে শাস্তি দিয়াতো তেওঁলোক দুজনে দেহৰ অবৰ্ণনীয় কষ্টকো আওকাণ কৰি অহৰ্নিশে গুৰুক স্মৰণ কৰি ৰামনাম লৈ থকা দেখি হামা আৰু গামা নামৰ ভোট লোক দুজনে বিচুৰ্তি খাই মূৰ আচন্দ্ৰাই কৰি চকুৰে নেদেখা হ'ল। এইকেইটা দেও মানুহ, ইহঁতক নিব নোৱাৰি বুলি গৰমলিৰ হাতত গতাই ভোট দুজন গুচি গ'ল। ভকত দুজনৰ ধৈৰ্য, গুৰুভক্তি আৰু ঈশ্বৰৰ প্ৰতি আস্থা দেখি গৰমলি অত্যন্ত অনুতপ্ত হৈ নাৰায়ণ আৰু গকুল চান্দক ক্ষমা ভিক্ষা মাগিলে আৰু ৰজাৰ আগলৈ লৈ গৈ সকলো কথা বিৱৰি ক'লে। ৰজাই সকলো বৃত্তান্ত শুনি বিস্ময় মানি তেওঁলোকক মুক্ত কৰি দিলে।

আনহাতে ৰজাৰ ভ্ৰাতৃ যুৱৰাজ চিলাৰায় দেৱানে শঙ্কৰদেৱক তেওঁৰ আশ্ৰয়ত ৰখিছে বুলি গম পাই দূত পঠাই শঙ্কৰদেৱক ৰাজসভালৈ মাতি পঠালে। শঙ্কৰদেৱৰ কোনো ধৰণৰ অন্যায় নকৰোঁ বুলি ৰজাই কথা দিয়াত চিলাৰায় দেৱানে গুৰুজনাক ৰাজসভালৈ পঠালে।

নিৰ্দিষ্ট সময়ত ভকত সমন্বিতে শঙ্কৰদেৱ গৈ ৰজাৰ চন্দন চঁৰাৰ সমুখত থিয় হ'ল। দীৰ্ঘ দেহী, প্ৰশস্ত মূৰ্তিৰ দেৱতা যেন পুৰুষজন আগবাঢ়ি আহি সাত খলপীয়া

সিংহাসনৰ ভেটিৰ ওচৰত থমকি ৰ'ল। ৰজাই ইঙ্গিত দিয়াত গম্ভীৰ খোজেৰে ওপৰলৈ উঠি গ'ল। তেওঁ কণ্ঠ ভেদি নিনাদিত হ'ল এক মধুৰ সঙ্গীত—

'মধু দানৱ দাৰণ দেৱ বৰং।
বৰ বাৰিজ লোচন চক্ৰধৰং।।
ধৰণীধৰ ধাৰণ ধ্যেয় পৰং।
পৰমাৰ্থ বিদ্যা শুভ নাশ কৰং।।'

ৰাজসভা কঁাহ পৰিজীণ গ'ল। গীতৰ ভাব, সুৰ আৰু কণ্ঠ মাধুৰ্যই ৰজা প্ৰমুখ্যে সমস্ত সভাসদক মন্ত্ৰমুগ্ধ কৰি তুলিলে। এখোজ-দুখোজকৈ শঙ্কৰদেৱ সিংহাসনৰ ওচৰ পাই 'জয় জয় মল্ল নৃপতি সুজানা। যাকেৰি গুণ-গান নাহি সমানা।' বুলি ভটিমা গাই ৰজাক আশীৰ্বাদ কৰিলে। শঙ্কৰৰ মোহনীয় ব্যক্তিত্বত ৰজা মুগ্ধ হ'ল, তেওঁ কৰা পূৰ্বৰ ব্যৱহাৰৰ কাৰণে অনুতপ্তও নোহোৱাকৈ নাথকিল।

ৰজাৰ অনুৰোধক্ৰমে ৰাজসভাত তেওঁ গোৱা টোটয়টিৰ অৰ্থ ভঙাই শুনোৱাৰ উপৰিও গুচৰীয়াসকলে তেওঁৰ বিৰুদ্ধে অনা অভিযোগবোৰ এটা এটাকৈ খণ্ডন কৰিলে। ৰজাৰ প্ৰশ্নৰ উত্তৰত শঙ্কৰদেৱে মল্ল নৃপতিক সাৱলীলভাৱে বুজাই ক'লে যে ভক্তিধৰ্ম কেনো নতুন বা অশাস্ত্ৰীয় ধৰ্ম নহয়। বেদৰ একেশ্বৰবাদ, গীতাৰ একশৰণ, ভাগৱতৰ সৎ সঙ্গ আৰু সহস্ৰ নামৰ নামৰ উপৰিও সাত্বত তন্ত্ৰ, পঞ্চৰাত্ৰ তন্ত্ৰ, বেদ-বেদান্তৰ সাৰ গ্ৰহণ কৰি ভাৰতবৰ্ষৰ সনাতন ধৰ্মকে সহজ-সৰল ৰূপত যুগধৰ্মৰ উপযোগীকৈ প্ৰচাৰ কৰা হৈছে। শঙ্কৰৰ পাণ্ডিত্যপূৰ্ণ সাৰগৰ্ভ বক্তব্য শুনি ৰজা সন্তুষ্ট হ'ল। শঙ্কৰৰ মত শুদ্ধ, এনেজন পণ্ডিত, গীতিকাৰ, সুৰকাৰ, সৰ্বগুণাকৰ পুৰুষ তেওঁৰ ৰাজ্যত থকাটো পৰম সৌভাগ্যৰ বিষয়। এনেজন লোকৰ বিপক্ষে অভিযোগ অনাসকলক ভৱিষ্যতে এনে কাৰ্যৰ পৰা বিৰত থাকিবলৈ ৰজাই তেওঁলোকক সতৰ্ক কৰি দিলে।

শঙ্কৰদেৱক নিতৌ ৰাজসভালৈ আহিবলৈ ৰজাই আমন্ত্ৰণ জনালে। শঙ্কৰদেৱৰ কৃতিত্ব কথা শুনি চিলাৰায় দেৱান আৰু কমলাপ্ৰিয়াই অপাৰ আনন্দ লাভ কৰিলে।

গুৰুৰ বিজয়বাৰ্তা শুনি মাধৱৰ মন-প্ৰাণ আনন্দত উপচি পৰিল। ঘৰলৈ গৈ কিছুপৰ ধ্যানস্থ হৈ গুৰুৰ চৰণত আত্মনিমগ্ন কৰিলে। বহুদিন চৰণ সেৱা কৰিবলৈ নোপোৱাৰ বেদনাই মাধৱক আকুল কৰিলে। তাৰাৰ পাণ্ডিত্য আৰু গুণ গৰিমা প্ৰকাশক কাহিনীবোৰ মনলৈ আহিল। এদিন গুৰুজন গৈছিল মাণ্ডৱিৰ কণ্ঠভূষণৰ ঠাইলৈ। তাত ভাগৱত আলোচনা প্ৰসঙ্গত কণ্ঠভূষণে বন্ধ-মুকুতিৰ বিষয়ে চৰ্চিছিল। কিন্তু অৰ্থ নোলায় হে নোলায়। পাণ্ডিত্যৰ অভিমানত শঙ্কৰদেৱকো নোসোধে। পিছে গুৰুজনে নিজেই কণ্ঠভূষণৰ আগত বন্ধমুকুত, জীৱন্ত মুকুত, সত্য মুকুত, পৰম মুকুত, মহা মুকুত, সূক্ষ্ম মুকুত — এই ছয় প্ৰকাৰ মুক্তিৰ বিষয়ে ভাগৱত আৰু অন্যান্য পুৰাণ, গীতা আদি শাস্ত্ৰৰ মাধ্যমেৰে চৰ্চা কৰি কণ্ঠভূষণক শুনালে। স্তব্ধ হ'ল কণ্ঠভূষণৰ তথাকথিত পাণ্ডিত্যৰ গৰ্ব। লাঞ্ছিত কণ্ঠভূষণে শঙ্কৰদেৱক তৰ্কত হৰুৱাবৰ মানসেৰে

বেদান্ত অধ্যয়ন কৰিবলৈ ভটিয়াই গ'ল। এনেহেন সাগৰ সদৃশ পাণ্ডিত্যৰ আগত জাত্যাভিমানী, গৰ্বী ব্ৰাহ্মণ কোন চাৰ! ভাবি ভাবি মাধৱৰ মুখমণ্ডল উজ্বলি উঠিল।

পাৰ হৈ গ'ল পাটবাউসীত গুৰুবিহীন দিনবোৰ ।

এদিন ৰাম আতৈয়ে চোতালত শুকাই থকা খৰি মুঠা গোটাই লৈ জুইৰ কাষতে থৈ মাধৱদেৱৰ কাষতে বহি সুধিলে, 'ছোট আতা, আমাৰ গুৰুজনাই বোলে জগত জিনিলে। মহামান্য কোচ ৰজাই তাৰাৰ যুক্তিত ভোল গৈ ৰাজ কবিৰ সম্মান দিলে। হওক তেও এবাৰ ৰজাঘৰে-প্ৰজাঘৰে সৰ্বত্ৰ নামধৰ্মৰ মহাত্ম্য প্ৰকাশ হ'ল। পিছে ৰজাই গুৰুজনৰ কথাবোৰ মানি ল'লেনে?

'আমাৰ বাপজনাই কথাই-কামে প্ৰমাণ কৰি দেখুৱালে যে তাৰাই ৰাজ্য বা সমাজৰ অহিত চিন্তা কৰা নাই, বৰঞ্চ মানুহৰ মাজত দয়া, প্ৰেম, সুকুমাৰ কলা আদি প্ৰবৃত্তিবোৰ জগাই তুলিবলৈ, তেওঁলোকৰ মন পৰিশোধন কৰিবলৈ সংস্কৃত শাস্ত্ৰত থকা সজ কথাবোৰ পদেৰে, গীত-নৃত্যেৰে, অভিনয়েৰে মানুহৰ মাজত বিলাই দিবলৈহে চেষ্টা চলাইছে। ৰজায়ো সেই কথা বঢ়িয়াকৈ বুজি পাই মানি ল'লে। অকল সেয়েনে? আৰু আছে। শুনা ৰাম আতৈ। এদিন মল্ল ৰজাই সভাপণ্ডিত সকলক কোনে ভাগৱত শাস্ত্ৰখনৰ সাৰোদ্ধাৰ কৰি একেদিনাই শুনাব পাৰিব সুধিলে।ব্ৰাহ্মণসকলে বৃহৎ ভাগৱত শাস্ত্ৰখন একেদিনাই শুনোৱাতো ভুৰুকাত হাতী ভৰোৱাৰ দৰে অসম্ভৱ কাৰ্য বুলি ৰজাক জনালে। আমাৰ গুৰুজনাক সোধাত চেষ্টা কৰি চাওঁ বুলি ৰজাক জনালে।'

'হয়নে? পিছে আমাৰ গুৰু বাপে কি কৰিলে' বিস্ময়েৰে ৰাম আতাই সুধিলে।

'তাকেহে ক'বলৈ গৈছোঁ। ৰাতিটোৰ ভিতৰতে আমাৰ বাপজনাই বৃহৎ ভাগৱত শাস্ত্ৰখনি মথি কণমানি 'গুণমালা' নামৰ গ্ৰন্থখন ৰচি পিছদিনা ৰজাক দিলেগৈ। সঁচাকৈয়ে শঙ্কৰদেৱে হাতী মাৰি ভুৰুকাত ভৰালে বুলি বিস্ময় বিমুগ্ধ হৈ গুৰুজনাক অনেক বঁটা-বাহন দি বিদায় দিলে।'

মাধৱৰ কথা শুনি ৰাম আতৈয়ে উলাহেৰে ক'লে— 'আতা ঈশ্বৰ, কথাতে কয় বোলে মৰে উৰুলিপুঙা, মৰে পদুলিশুঙা, মৰে অলপ পানীৰ মাছ। দেখিলেনে? অলপ পানীৰ মাছবোৰ কেনেকৈ ঢেলপুঙা দিলে? আমাৰ বাপজনা ক্ষীৰ সাগৰত জিলিকি থকা শশধৰ, সদায় জিলিকি থাকিব। থপিয়াবলৈ গৈ মৰিব অলপ পানীৰ মাছবোৰহে।' বুলি ৰাম আতৈয়ে হাঃ হাঃকৈ হাঁহিবলৈ ধৰিলে।

কোনোবা সময়ত আহি ওচৰতে বহি থকা কালীৰামেও হাঁহি হাঁহি ক'লে, 'হওক তেও জোকৰ মুখত চুণ পৰিল।'

মাধৱদেৱেও হাঁহিত যোগ দিলে।

শঙ্কৰদেৱ পাটবাউসীৰপৰা বেহাৰলৈ গৈ তাত থকা চৈধ্যটা মাহত গুৰুৰ অনুপস্থিতিত মাধৱদেৱৰ ওপৰত সম্পূৰ্ণ দায়িত্ব পৰিল। হাটীৰ ভকত-বৈষ্ণৱসকলৰ খা-

খবৰ ৰখা, নিয়মিত প্ৰসঙ্গ আদিৰ তত্বাৱধান কৰাৰ উপৰিও গুৰুগৃহৰ সকলো দায়িত্ব স্ব-ইচ্ছাৰে মাধৱদেৱে কান্ধ পাতি ল'লে। ৰজাই গুৰুৰ বিশ্বাসত লৈছে বুলি শুনি আছে যদিও কেতিয়া ৰজাৰ মনৰ পৰিবৰ্তন হয়, বিশ্বাস নাই বুলি ভাবি গুৰুজনাক লৈ সময়ে সময়ে মাধৱৰ মন চিন্তিত হৈ পৰে। পিছে মাধৱৰ দুৰ্ভাৱনাৰ অন্ত পেলাই শঙ্কৰদেৱ আহি পাটবাউসীত উপস্থিত হ'ল। শঙ্কৰদেৱৰ প্ৰতিভা দেখি বেহাৰ ৰজা মুগ্ধ হৈ অনেক বঁটা-বাহন দি শঙ্কৰদেৱক সম্মান জনাই পাটবাউসীলৈ উলটি যাবলৈ অনুমতি দিলে। শঙ্কৰদেৱক লৈ কমলাপ্ৰিয়াৰ গৌৰৱ বাঢ়িল। চিলাৰায় দেৱানে মানে-সৎকাৰে ভকতসহ শঙ্কৰদেৱক বৰনাৱত তুলি নিজে কিছুদুৰ আগবাঢ়ি আহি পাটবাউসীলৈ পঠালে।

## দহ

ব্ৰহ্মানন্দ সন্ন্যাসীয়ে বাৰাণসীত ছাত্ৰসকলক ভাগৱতৰ শিক্ষা প্ৰদান কৰিছে। আলোচনা আগবাঢ়ি গৈ ব্ৰহ্মাস্তুতি অংশ পাইছেগৈ। সেই স্তুতি অংশৰ ব্যাখ্যা আগবঢ়াওঁতে কিবা খোকোজা লাগিল। অৰ্থ নোলাইহে নোলায়। গুৰু ব্ৰহ্মানন্দ থমকি ৰ'ল। তাকে দেখি দূৰত বহি থকা কণ্ঠভূষণে চুচুক-চামাককৈ শঙ্কৰদেৱৰ ৰচিত ব্ৰহ্মাস্তুতিৰ পদফাঁকি 'অনেক বিভূতি, কৃষ্ণৰ মূৰুতি, দেখিয়া বিচুৰ্তি, ব্ৰহ্মা ভৈল ভীতি/ যেন ঘৃতৱত, পৰিল হংসত, নাহি আৰ তত, চেতনা গাৱত' সুৰ ধৰি ডাঙৰকৈ গালে। ইমান কঠিন শ্লোকৰ এনে সৰস পদ কোনে ৰচনা কৰিছে বুলি পণ্ডিতজনে আচৰিত হৈ সোধাত কণ্ঠভূষণে শঙ্কৰদেৱৰ পৰিচয় দি উত্তৰ-পূব ভাৰতত ধৰ্মপ্ৰচাৰ কৰি থকাৰ কথা ব্যক্ত কৰিলে আৰু তেওঁৰ লগত তৰ্কত জিনিবৰ উদ্দেশ্যেই শাস্ত্ৰ পঢ়িবলৈ তেওঁ বাৰাণসীলৈ আহিছে বুলিও ক'লে। পদৰ লালিত্য আৰু ভাব মাধুৰ্য দেখি পণ্ডিত ব্ৰহ্মানন্দ অভিভূত হৈ ক'লে, 'শুনা কণ্ঠভূষণ, পূব দেশৰ নিৰোদক বনত শঙ্কৰ পদ্ম উপজিল, তৰ্কবাদ কৰাৰ আশা পৰিহাৰ কৰি নিজ দেশলৈ গৈ ক্ষমা প্ৰাৰ্থনা খোজাগৈ।'

ব্ৰহ্মানন্দৰ তেওঁৰ গুৰু বিষ্ণুপুৰী সন্ন্যাসীৰ কথা মনত পৰিল। লৰালৰিকৈ ভিতৰলৈ গৈ ওপৰত তুলি থোৱা পেৰাটোৰ পৰা ৰত্নাৱলী শাস্ত্ৰখন উলিয়াই গুৰুৰ আজ্ঞাৰ কথা কৈ শঙ্কৰদেৱক ক্ষণজন্মা অৱতাৰী পুৰুষ বুলি জ্ঞান কৰি প্ৰণামসূচক চাৰিটা শ্লোকসহ শাস্ত্ৰখনি শঙ্কৰদেৱলৈ প্ৰেৰণ কৰিলে।

চ'ৰাঘৰত ভকতসহ শঙ্কৰ-মাধৱ বহি শাস্ত্ৰালাপ কৰি থাকোঁতেই কণ্ঠভূষণ আহি পুথিখন অৰ্পণ কৰি আনেক কাকুতি-মিনতি কৰিলে। পুথিখন পাই ভালদৰে নিৰীক্ষণ কৰি শঙ্কৰদেৱে মন্তব্য কৰিলে, 'বঢ়াৰ পো, এইখনি অঙ্গ-প্ৰত্যঙ্গৰে পূৰ্ণ দিব্য পুৰুষ যেন, পিছে মাথাটিহে নাই।'

'কথাবাৰ বোধগম্য নহ'ল বাপ ঈশ্বৰ।' —মন্তব্য বুজি নাপাই মাধৱে ক'লে।

'মূল সম্পদ একশৰণেই ইয়াত নাই। সেয়ে হোৱা হ'লে জগতত শ্ৰেষ্ঠ গ্ৰন্থৰ তুল্য হ'লহেঁতেন। তুমি আকৌ এবাৰ মন কৰাচোন।' বুলি মাধৱলৈ পুথিখন আগবঢ়াই দিলে।

কিছুপৰ মাধৱ নিস্তব্ধ হ'ল। একান্ত মনেৰে এখন-দুখনকৈ পাতবোৰ লুটিয়াই গ'ল। মাধৱৰ চকু-মুখ উজ্বলি উঠিল।

'বাপ পালো। সাৰ বস্তু ভাণ্ডাৰৰ তলিত গোপ্য কৈ ৰাখি থৈছে। সমস্তৰ শেষত 'শৰণ বিৰচন' আছে।' পুথিখন আন্ত-বেন্তকৈ গুৰুলৈ আগবঢ়াই দিলে।

'শৰণ-বিৰচন' অংশ চাই ডাঙৰকৈ হাঁহি শঙ্কৰদেৱে ক'লে, 'বুজিছা, বৰাৰ পো, বৰ সদাগৰে তাম সদৃশ আন দ্ৰব্যসমূহ ডলাত মেলি থয়। সোণ-ৰূপ, হীৰা আদি জপাৰ তলিত সযতনে ৰক্ষিত কৰে। মহাবুদ্ধিমন্ত, পৰমহংস বিষ্ণুপুৰীয়েও তাকেই কৰিছে।' — এইবুলি পণ্ডিতজনলৈ ভক্তিভাৱেৰে প্ৰণাম জনাই শাস্ত্ৰখনি শিৰত তুলি ল'লে।

এই ৰত্নভাগ আগেয়ে পোৱা হ'লে কষ্ট কৰি আমাৰ 'ৰত্নাকৰ' শাস্ত্ৰখন নকৰিলোঁহেঁতেন।

দুদিনমানৰ পিছত শঙ্কৰদেৱ 'ৰত্নাৱলী' পুথিখনৰ পদ ভাঙনি কৰিবলৈ লৈ দুটি মাত্ৰ পদ ভাঙোতে 'মহা বিশ্ব দ্ৰোহী তৰে যাৰ নাম লৈলে' পদফাঁকি চকুত পৰি প্ৰেমভক্তিত গদ্‌গদ হৈ হাতৰ কাপ খহি পৰিল। পূৰ্ণ বস্তু শঙ্কৰ প্ৰেমানন্দত আপ্লুত হ'ল। কিছুপৰ ধ্যানস্থ হৈ থাকি কাপ-মৈলাম সামৰি থৈ ক'লে, 'ৰামানন্দৰ মাক, পুথিখন সামৰি থোৱাগৈ। এইখনি শাস্ত্ৰ মোৰ বঢ়াৰ পোৰ হস্তেহে সম্ভৱ হ'ব।' পিছদিনা মাধৱক মাতি আনি শাস্ত্ৰখন ৰচনাৰ দায়িত্ব অৰ্পণ কৰিলে।

গুৰুৰ আজ্ঞা শিৰত লৈ কম দিনৰ ভিতৰতে মাধৱদেৱে 'ভক্তি ৰত্নাৱলী' শাস্ত্ৰখন ৰচনা কৰি আনি গুৰুৰ হাতত দিলেহি। ভক্তি বিশ্লেষণ, সৎসঙ্গৰ মহিমা আৰু বিষ্ণুৰ শ্ৰেষ্ঠত্ব প্ৰদৰ্শনেৰে সাৱলীলভাৱে নানা ছন্দেৰে ৰচনা কৰা পুথিখন দেখি শঙ্কৰদেৱ আনন্দিত হ'ল।

'বঢ়াৰ পো, তুমি অসাধ্য সাধন কৰিলা। আমাৰ হস্তে ইমান নহ'লহেঁতেন।' মাধৱক হিয়া উবুৰিয়াই আশীৰ্বাদ দিলে।

কেইদিনমানৰ পিছৰ কথা। গণককুছিত সমুখত লিখন সামগ্ৰী লৈ মাধৱদেৱ আত্মমগ্ন হৈ বহি আছে। তেওঁৰ দুচকুৰেদি দুধাৰি লোতক বাগৰি গৈছে। তেনেতে নাৰায়ণ ঠাকুৰ আহি সখিয়েকক ধ্যানস্থ অৱস্থাত থকা দেখি কিছুপৰ নীৰৱে ৰ'ল। মাধৱে চকু মেলা দেখি নাৰায়ণে সুধিলে, 'সখি, আপোনাৰ চকুত চকুলো দেখিলোঁ। কি শাস্ত্ৰই আপোনাক ইমান আকুল কৰিলে, ক'ব নে?' নাৰায়ণ গৈ কাষতে বহিল।

'সখি, আমি সাধাৰণ নৰমনিচে গুৰুজনাৰ মহত্ত্বৰ কথা বুজি নাপালোঁ। কিন্তু বাৰাণসীৰ পণ্ডিত ব্ৰহ্মানন্দ সন্ন্যাসীয়ে তাৰাৰ মহত্ত্ব বুজি চাৰিটা শ্লোকেৰে প্ৰণাম জনাইছে। তাৰেই অনুবাদ কাৰ্য সম্পন্ন কৰি মোৰ সমস্ত সত্তা গুৰু ভাৱনাত আকুল হৈ পৰিছে।' শান্ত-সমাহিতভাৱেৰে মাধৱদেৱে কথাখিনি ক'লে।

'শ্লোক কেইটিৰ বিষয়ে জানিবলৈ বৰ ইচ্ছা হৈছে। আমাৰ প্ৰতি বান্ধৱৰ কৰুণা হ'বনে?' নাৰায়ণে আশাৰ দৃষ্টিৰে মাধৱলৈ চালে।

'কৰুণাৰ কথা নহয়, মোৰ বান্ধৱৰ আদেশ। চৰ্চিবলৈ পালে ময়ো ভালেই পাম। গতিকে শুনক' এইবুলি মাধৱদেৱে লেছাৰি পদত ভাঙনি কৰা শ্লোককেইটিৰ অৰ্থ কৈ গ'ল।

সেহি ধন্য লোক শুচিমন্ত সৰ্বগুণে শ্ৰেষ্ঠ বিদ্যাৱন্ত
যজ্ঞে তপে আতি সি সিজন শুদ্ধমতি।
সি সিজন মহা দাতা জ্ঞানী সি সি সত্যবাদী মহামানী
পুৰুষোত্তমত আছয় যাৰ ভকতি।।

প্ৰথমটি শ্লোক লেছাৰি ছন্দত আমি মূৰুখমতিয়ে এনেকৈয়ে ভাঙিছোঁ। অৰ্থাৎ পুৰুষোত্তম হৰিৰ প্ৰতি দৃঢ়ভক্তি ধাৰণকাৰী বিদ্বান, সত্যবান, মান্যবড়, জ্ঞানদাতা, শুচিমন্ত পুৰুষজন ধন্য। যজ্ঞ, তপ আচৰণ কৰি যিমান পবিত্ৰ হ'ব পাৰে, তাৰা সিমানেই পবিত্ৰ। শ্লোকটিৰ অৰ্থ প্ৰকাশ ঘটিছেনে?' নাৰায়ণলৈ চাই মাধৱদেৱে সুধিলে।

'শুকক কোনে ভাগৱত পঢ়ুৱাব, সখা? আপুনি হেন ৰসিক সুজান তত্ত্ববেত্তাজনে এই নিৰ্বোধৰ পৰা কি সদুত্তৰ পাব? তথাপি কওঁ তোমাৰ লেছাৰি ছন্দত বন্দিত গুৰুভাৱনা আৰু প্ৰশংসাসূচক কবিতা ব্ৰহ্মানন্দৰ শ্লোকৰ ওপৰত উঠিছে। দ্বিতীয়টি শ্লোকৰ ভাঙনিও শুনো। কি কয়?' নাৰায়ণে মাধৱৰ মুখলৈ আগ্ৰহেৰে চালে।

'শুনক, সি দিশত একান্ত ভকতসকলে কমললোচন হৰিৰ গুণানুকীৰ্তন কৰি সন্তোষ লাভ কৰে, সেই দিশলৈ প্ৰণাম জনাই পণ্ডিতজনে কৈছে যে সেইজনে দুৰ্ঘোৰ সংসাৰৰ হাত সাৰি ভগৱন্তৰ স্বৰূপ লাভ কৰিব পাৰে। তাকেই আমি লেছাৰি ছন্দত এনেদৰে প্ৰকাশ কৰিছোঁ —

যি দিশত মহাভক্তসবে শ্ৰীমন্ত কমললোচনক
পৰম সন্তোষে কীৰ্ত্তন যিটো কৰয়।
সি দিশক নমস্কাৰ কৰি দুৰ্ঘোৰ সংসাৰ সুখে তৰি
আপুনি অচ্যুত স্বৰূপ সিটো হোৱয়।।

এনেদৰে মাধৱদেৱে লেছাৰি ছন্দত ৰচনা কৰা চাৰিওটা শ্লোকৰ অৰ্থ সৰলীল ভাষাৰে নাৰায়ণ ঠাকুৰৰ আগত ব্যক্ত কৰিলে। নাৰায়ণে বাষ্পাকুল নেত্ৰে মাধৱলৈ কিছুপৰ চাই থাকি আকুল চিত্তে ক'লে—

'সখি আজি মোৰ জীৱন ধন্য হ'ল। সেই মহান গুৰু বাপজনাৰ কৃপাত আপুনি হেন সৎসঙ্গ লাভ কৰিলোঁ। এয়া মোৰ ক'ত জন্মৰ ভাগ্য।' এইবুলি মাধৱক জোৰেৰে সাৱটি ধৰিলে।

মাধৱে শ্লোককেইটাৰ ভাঙনি গুৰুক দেখুওৱাত শঙ্কৰদেৱে প্ৰশংসা কৰি হ'বলগা ঘোষা শাস্ত্ৰখনিত ঠাই দিবলৈ উপদেশ দিলে।

কেউফালৰ অনুকূল পৰিবেশে মাধৱক প্ৰেৰণা যোগালে। সৃষ্টি কৰিলে ন ন গীত-পদৰ। বিনয়ী, পৰোপকাৰী, সহনশীল, ব্যক্তি মাধৱৰ প্ৰতি পাটবাউসীৰ সামাজিকজন আকৃষ্ট হ'ল। গুৰুজনাৰ বঢ়াৰ পো মাধৱজন হ'ল ভকতৰ ছোট আতা, সৰু আতাজন, গুণাকৰ, খনিকৰ, আত্মাৰাম, বলাই, হলায়ুধ, মহাপুৰুষ আদি নানা নামেৰে, নানা পৰিচয়েৰে মাধৱ সোমাই পৰিল মানুহৰ মাজত, হৃদয়ৰ নিভৃত কোণত।

কীৰ্তনঘৰত ৰামকথাৰ আলোচনা চলিছে। মূল খুঁটাত শঙ্কৰদেৱ বহি আছে। নাৰায়ণ ঠাকুৰ, উদাৰ গোবিন্দ, ৰামৰাম গুৰু, ৰামদাস, শ্ৰীৰাম আতৈ, মহাকালী ৰাম আদি ভকতসকল যথাস্থানত বহি আছে। নাৰায়ণ ঠাকুৰে শঙ্কৰদেৱৰ ফালে চাই ক'লে, 'বাপ, আমাৰ মনত খোকোজা লাগিল। পাঠত শুনিলোঁ 'সপ্তকাণ্ড ৰামায়ণ পদবন্ধে নিবন্ধিলো' অৰ্থাৎ এইফাঁকি পদে পূৰ্ব কবিজনাই সাতোটি কাণ্ড ৰচনা কৰাৰ ইঙ্গিত দিয়া নাই জানো? আমি দেখোন পাঁচোটা কাণ্ডহে আছে বুলি গুৰুৰ মুখে শুনিছোঁ বা পাঠ কৰাৰ ভাগ্যত কেতিয়াবা মিলিছে। কথাটোহে বুজি নাপালোঁ।'

ঠাকুৰ রোপাই সজ প্ৰশ্ন কৰিছে। ভকতসৱ, শুনা। আমাৰ পৰম নমস্য পূৰ্ব কবি মাধৱ কন্দলিয়ে সাতোটা কাণ্ডই ৰচনা কৰিছিল যেন লাগে। পিছে কালৰ গ্ৰাসত পৰি হয়তো আদি আৰু উত্তৰা কাণ্ড হেৰাল। বৰ্তমান হাতত পোৱা পাঁচোটি কাণ্ডৰ যি মনোৰম বৰ্ণনা তাৰ তুলনা নাই। শব্দ, অলঙ্কাৰ, চিত্ৰ, ৰস আৰু চৰিত্ৰ সৃষ্টিৰে এক অপূৰ্ব সম্পদ আমালৈ সেই মহান কবিজনাই দি থৈ গৈছে। পিছে এটি কথা মনলৈ আহিছে', এইবুলি শঙ্কৰদেৱে সকলোলৈকে দৃষ্টি দিয়াত মাধৱত দৃষ্টি স্থিৰ কৰিলে।

'কি কথা বাপ?' মাধৱে আগ্ৰহেৰে সুধিলে।

'এৰা, এনে হেন শাস্ত্ৰখানি আধৰুৱাকৈ ৰাখিব নোৱাৰি। অনন্ত কন্দলিয়ে মহাকবি জনাক তুচ্ছ কৈ ৰচনা কৰাত আমি সুখ পোৱা নাই। সেয়ে হেৰোৱা কাণ্ড দুটি আমি নকৈ ৰচনা কৰোঁ। বঢ়াৰ পোৱে আগে ধৰক, অমুকাই গোৰে ধৰো। ভকতসকলে কি বোলা?'

সকলো ভকতে 'সজ কথা বাপ, সজ কথা' বুলি সম্মতি প্ৰকাশ কৰিলে। মাধৱৰ তেজস্বী মন উৎফুল্লিত হৈ উঠিল। নব্য সৃষ্টিৰ তাড়নাই উজ্জীৱিত কৰিলে মাধৱৰ কবিসত্তা।

গুৰুৰ ইচ্ছামতে মাধৱদেৱে আদিকাণ্ড ৰামায়ণ ৰচনাত হাত দিলে। শঙ্কৰদেৱে উত্তৰা কাণ্ড ৰামায়ণ ৰচনা কৰি ভক্তিৰ উপদেশেৰে আঁচু ফুল বাচি ৰামায়ণখনি সম্পূৰ্ণ কৰিলে। এনেকৈয়ে পাৰ হৈ গ'ল শঙ্কৰদেৱৰ জীৱনৰ ব্যস্ততাপূৰ্ণ এশ পোন্ধৰটা বছৰ। মূল ভাগৱতৰ দশম স্কন্ধ প্ৰথমৰ পৰা উনপঞ্চাশতম্ অধ্যায়লৈকে ভাঙনি কৰি শেষ কৰিলে। নিজৰ সৃষ্টিত প্ৰকাশ ঘটা বালক কৃষ্ণৰ প্ৰেমভক্তিত আপ্লুত হ'ল শঙ্কৰদেৱ। এইবাৰ মধ্যম ভাগ হাতত দিয়াৰ মানসেৰে শঙ্কৰদেৱে আহাৰ গ্ৰহণৰ বাবে ভিতৰলৈ গ'ল।

সেই সময়তে পণ্ডিত কবি অনন্ত কন্দলি আহি চ'ৰাঘৰত উপস্থিত হ'লহি। ধৰুৱাৰ মুখে গুৰুজনে ভোজন কৰি থকা কথা গম পাই তেওঁ গুৰুৰ উচ্ছিষ্ট ভোজনৰ আশাৰেহে

দুপৰ কাল আহিছে বুলি জনাবলৈ ক'লে। কথা শুনি শঙ্কৰদেৱে কিছুপৰ থমকি ৰ'ল। পুনৰ হাঁহি মাৰি 'দিয়া হ'ব' বুলি জনাবলৈ ক'লে।

ভোজনৰ অন্তত চ'ৰালৈ আহি অনন্ত কন্দলিৰ বাঞ্ছা সিদ্ধি কৰিলে। শঙ্কৰদেৱে ৰচনা কৰি থকা দশম পুথিখন আধাতে সামৰি মধ্যম আৰু শেষ দশম ছোৱা 'উচ্ছিষ্ট ভোজন' ৰূপে তেওঁক ৰচনা কৰিবলৈ দিলে।

কৃষ্ণময়, সৌন্দৰ্যময় পৃথিৱী গঢ়াৰ প্ৰত্যয়েৰে শঙ্কৰ-মাধৱ আগবাঢ়ে। মাজে মাজে নৰনাৰায়ণ ৰজা আৰু চিলাৰায়ৰ আন্তৰিক আহবান উপেক্ষা কৰিব নোৱাৰি কোচ বেহাৰলৈ যায়। চিলাৰায়ে সাজি দিয়া ফুলবাৰীৰ বহাতে থাকি ৰাজসভালৈ গৈ ৰজা আৰু সভাসদসকলৰ লগত শাস্ত্ৰ কথ আলাপন হয়। শঙ্কৰৰ শাস্ত্ৰ ব্যাখ্যা শুনি ৰজা মুগ্ধ হয়। নানা প্ৰশ্ন সোধে, শঙ্কৰদেৱে সাৱলীল ভাষাৰে সকলো উত্তৰ দিয়ে।

কেবামাহো বেহাৰত কটোৱাৰ পিছত শঙ্কৰদেৱ পাটবাউসীলৈ ঘূৰি আহিল। পাটবাউসী থান পুনৰ আনন্দমুখৰ হৈ পৰিল। ছকুৰি ভকতৰ সঙ্গত কথাসুখত পুনৰ নিমগ্ন হ'ল শঙ্কৰদেৱ। জীৱনৰ সুদীৰ্ঘ পাঁচকুৰি ঊনৈশটা বছৰ অতিক্ৰম কৰিও তাৰাৰ সুন্দৰ মুখাবয়ৱ, পৌৰুষদীপ্ত চেহেৰা ম্লান পৰা নাই। গুৰুজন আঁতৰত থাকিলে মাধৱে শূন্য অনুভৱ কৰে। চিন্তাত মাধৱৰ মন অস্থিৰ হয়। বৰপুত্ৰ ৰমানন্দ আৰু সেৱক কেইজনে গুৰুৰ সেৱা-শুশ্ৰূষা নিয়মিতভাৱে কৰে যদিও শতেকোৰ্ধ বয়সে গৰকা দেহাটিত ক'ৰবাত কিবা খুঁট লাগে বুলি মাধৱৰ চিন্তা। বেহাৰত থাকোঁতে এই বয়সতো ৰামায়ণৰ নাট কৰিছে বুলি গম পাই মাধৱৰ বিস্ময়ৰ সীমা নোহোৱা হ'ল। এয়াও সম্ভৱনে! এৰা ক্ষণজন্মা অৱতাৰী পুৰুষজনৰ বাবে কি অসম্ভৱ হ'ব পাৰে! তথাপি এদিন মাধৱে সুধিলে, 'বাপ ঈশ্বৰ ৰামায়ণৰ নাট এখনি ৰচনা কৰা বুলি শুনিলোঁ।'

'কৰা হ'ল। ছোট দেৱানে প্ৰাৰ্থনা কৰিলে নাটখন ৰচিবলৈ। 'ৰাম বিজয়' নাম দি সূত্ৰ, গীত, ভটিমাৰে আমাৰ শেষ ৰচনাখনিৰ সামৰণি মাৰিলোঁ।'

গুৰুৰ কথা শুনি ভকতসকলৰ হৃদয় কঁপিল। মাধৱ মৰ্মাহত হ'ল। 'এয়া মোৰ বাপজনাৰ জীৱন নাটৰ সামৰণি মৰাৰ ইঙ্গিত নহয়তো? নাই, নাই সদাহাস্যময়, সুপুৰুষজনৰ জীৱন ক্ষয় হ'ব নোৱাৰে।' মাধৱে মনে মনে ভাবিলে। প্ৰকাশ্যে গুৰুৰ ফালে চাই ক'লে—

'বাপ, আপোনাৰ ৰত্ন ভাণ্ডাৰত আৰু এটি ৰত্নৰ সংযোগ ঘটিল। আমাক আৰু লাগে। ৰচনা সামৰাৰ কথানো কিয় ভাবিব লগা হ'ল?'

মৃদু হাঁহিৰে শঙ্কৰদেৱে ক'লে—

'সকলোৰে এটা সীমা থাকে। মনুষ্যৰ আয়ুস শত বৰিষ। সংখ্যাত মোৰ দেখোন এশ ঊনৈশ বছৰ পাৰ হ'ল। মায়ো জগতৰ এই নিয়মৰ ব্যতিক্ৰম নহয়। অৱশ্যে শাৰীৰিক বা মানসিকভাৱে অক্ষম হৈ পৰা বুলি ভবা নাযায় আৰু সক্ষম হৈ থাকোঁতেই ধৰ্ম-কৰ্মৰ

ভাৰ ভকতসমাজক সোধোবাৰহে মানস কৰিছোঁ। বাৰু, বঢ়াৰ পো, ৰাজসূয় কাব্যখনি ৰচনা কৰা হ'লনে?'

মাধৱদেৱে কি ক'ব ভাবি থতমত খালে। শাস্ত্ৰখনি ৰচনা কৰিবলৈ লওঁতেই শঙ্কৰদেৱৰ খুৰাকৰ পুত্ৰ ৰতিকান্তই উপহাস কৰি 'দাদা শঙ্কৰে শাস্ত্ৰ ৰচা দেখি 'এগাক দেখি উঠিল গা, কেতুৰিয়ে বোলে মোকো খা' হ'ল হ'ব পায় ? চাবা, মানুহৰ হাঁহিয়াতৰ পাত্ৰ হ'বা, ক'লোঁ একা' বুলি ঠাট্টা-বিদ্ৰূপ কৰা দেখি মনত আঘাত পাই সামৰি থ'লে। গুৰুৱে সোধাত কওঁ-নকওঁকৈ উত্তৰ দিলে।

'বাপ, কাপ-মহী যুগুত কৰি লোৱা হ'ল। পিছে........।'

'পিছে আমাৰ ভ্ৰাতৃ ৰতিকান্তৰ কথা শুনি সামৰি থ'লা ? বঢ়াৰ পো, অজ্ঞ লোকে নাজানি-নুশুনি কৰা পৰিহাসলৈ কাণ দিব নালাগে। আজিৰেপৰা গীত-নাট, পদ ৰচনাৰ সমস্ত দায়িত্ব তোমাতে অৰ্পণ কৰিলোঁ। কেইদিনমানৰ ভিতৰতে দীৰ্ঘ দিনৰ কাৰণে মই বেহাৰলৈ যাম।'

আৱেগিকভাৱে কোৱা কথাখিনি শুনি মাধৱ, নাৰায়ণ ঠাকুৰ আদি ভকত-বৈষ্ণৱসকল বিহ্বল হ'ল। ধৈৰ্য্য ধৰি নাৰায়ণ ঠাকুৰে সুধিলে, 'গুৰু বাপ, কিয়নো বেহাৰলৈ যাব লাগে? আমাৰ কাষত সদায় থাকি আজ্ঞা কৰক, আমি নতশিৰে পালন কৰিম।'

'ঠাকুৰবোপা, জন্ম-মৃত্যু চিৰন্তন সত্য। এদিন আমি ইজনে সিজনৰ পৰা আঁতৰি যাবই লাগিব। তথাপি মই কৈ যাম যে মোৰ গ্ৰন্থৰাজিৰ মাজত, বিশেষকৈ কীৰ্তন-ঘোষাতে মোক বিচাৰি পাবা। হৰিভকতসকল, মোৰ শক্তি-ভক্তি, বল-বিক্ৰম সকলো মাধৱত অৰ্পণ কৰিলোঁ। তেওঁৰ মাজত আৰু মোৰ পৰম প্ৰিয় ভকত বন্ধুসৱৰ মাজত মই লীন হৈ থাকিম। হৰিনাম সম্পদৰ বাহিৰে তোমালোকক দিবলৈ মোৰ একো নাই। সেই সম্পদটি আদৰকৈ ৰাখি সকলো প্ৰাণীৰে হৃদয়ত থকা হৰিক চিন্তিবলৈ যত্ন কৰিবাহঁক। তোমালোক মোৰ অতি মৰমৰ। মোকো তোমালোকৰ মাজত ঠাই দিবা। ভকতৰ মাজত গুণগুণনি উঠিল। তেওঁলোকৰ অতি মৰমৰ, শ্ৰদ্ধাৰ গুৰুবাপজনা বেহাৰলৈ যাবগৈ। আগতেও ৰজাৰ আহ্বানত গুৰুজন বেহাৰলৈ যায়, কিন্তু এনেদৰে বিদায় লৈ নাযায়। গুৰুজনাৰ কথা-বাৰ্তাত নৰনাট সামৰাৰ লক্ষণ দেখা পাই ভকতসকলৰ চকু অশ্ৰুসিক্ত হৈ পৰিল। 'বাপ, আমাক বঞ্চিত নকৰিব, আমাৰ সৰ্বদোষ মৰিষণ কৰক' বুলি হুকহুকৈ কান্দি সকলোৱে সেৱা কৰিলে।

মাধৱৰো শোকবহ্নি উথলি উঠিল। প্ৰাণতো অধিক গুৰু বাপজনাৰ চৰণ যুগল সাৱটি আবেগ-বিহ্বল কণ্ঠেৰে গালে—

'হৰি মোৰ হৰি মোৰ এ দীন দয়াল।
কে জানিতে পাৰয় তোমাৰ ঠাকুৰাল।।
তুমি প্ৰভু নিৰ্গুণ্ গুণৰ সীমা নাই।

নির্গুণ হোৱয় জীৱ সোহি গুণ গাই।।
কহয় মাধৱ মেৰি ওহি আশা মনে।
সহজে পীৰিতি মাগো তোমাৰ চৰণে।।'

কাঁহ পৰি জীণ গ'ল ভকতসমাজ। সুমধুৰ সুৰত গোৱা স্বৰচিত ভাটিয়ালী সুৰৰ গীতটোৱে গুৰু প্ৰমুখ্যে সকলোৰে হৃদয় পৰশিলে।

দীৰ্ঘ দিনৰ কাৰণে শঙ্কৰ গুৰু বেহাৰলৈ যাবলৈ ওলাইছে বুলি শুনি চাৰিওফালৰ ভকত-বৈষ্ণৱসকল আহি গুৰু দৰ্শন কৰিলেহি। শোক বিহ্বল ভকতসকললৈ চাই উদ্দাত্ত কণ্ঠে শঙ্কৰদেৱে ক'লে —

'হৰিভকতসৱ, তোমালোকৰ মৰম-চেনেহ এৰি আঁতৰি যাবলৈ দুখ পাইছোঁ। কিন্তু সময়ৰ আহ্বান আৰু ভুক্তিধৰ্মৰ খাতিৰত যোৱাৰ প্ৰয়োজন আহি পৰিছে। হে মোঁৰ প্ৰাণাধিক ভক্ত-বৈষ্ণৱসকল, তোমালোকৰ সহযোগিতাৰ বাবেই আমাৰ চিন্তা আৰু সাধনাই অনুকূল পৰিবেশ লাভ কৰিলে। নাম-কীৰ্ত্তন, গীত-মাত, ভাওনা, অভিনয়েৰে তোমালোকেই পাটবাউসীক বৈকুণ্ঠপুৰীত পৰিণত কৰিলা। অমাৰ অবৰ্তমানত এই থানখনি উজ্বলাই ৰখাৰ দায়িত্ব তোমালোকৰ। বড়াৰ পোৱে তোমালোকৰনেতৃত্ব দিব। আমাৰ দুয়োৰে মাজত অভেদ জ্ঞান কৰি তেওঁৰ মাজতে আমাকো পাবা। ভিন্ন ভাব নানি মানি চলিবা। তোমালোকক একো দিব নোৱাৰিলেও নামমন্ত্ৰ হৃদয় উজাৰি দিলোঁ। ভগৱন্তত একান্ত বিশ্বাস ৰাখি সৎ পথেৰে তোমালোক আগবাঢ়ি যাবা। এই ভক্তিপথত গতি কৰিবলৈ উচ্চ-নীচ, কৃষক-বনুবা, হালোবা-হজুৱা সকলোৰে অবাধ গতি, সমান অধিকাৰ। নিজৰ হৃদয়ত থকা ভগৱন্তক বিচাৰিব জানিলে সকলোৰে মাজত থকা ঈশ্বৰজনক চিনি পাবা। শাস্ত্ৰত কৈছে —

'সমস্ত ভূতত ব্যাপী আছো মই হৰি।
সবাকে মানিবা তুমি বিষ্ণু বুদ্ধি কৰি।।' — ভয় পৰিহাৰ কৰি ভক্তিপথত আগবাঢ়ি যোৱা। দৈৱকীনন্দন কৃষ্ণ তোমালোকৰ সহায় হ'ব। কৃষ্ণ।' দীঘলীয়াকৈ কথাখিনি কৈ শঙ্কৰদেৱ মৌন হ'ল। ভকতপ্ৰাণ গুৰুজনৰ দুচকু বাষ্পাকুল হোৱা দেখি ভকতৰ মাজত কান্দোনৰ ৰোল উঠিল। সেৱা জনাই দগ্ধ হৃদয়েৰে সকলো দিহাদিহি গ'ল।

এই কেইদিন মাধৱে ছাঁটোৰ দৰে গুৰুৰ লগত লাগি ফুৰিছে। পূৰ্বৰ দৰে প্ৰাতসতে গণককুছিৰ পৰা আহি গুৰুসেৱাত নিমগ্ন হৈছে। চৰণ ধুৱাই তেল মৰ্দ্দন কৰি থাকোঁতে এদিন গুৰুজনে ক'লে, 'বড়াৰ পো, ধৰ্ম বিলাবৰ কাৰণে চাৰিওফালে চাৰিজন পঠালো, তিনিজন আহি পালে, ইজনৰহে সম্ভেদ নাই। মোক তেওঁ নাপাব, সেই ভাৰ তোমাক দিলোঁ।'

গুৰুৰ ইঙ্গিত বুজি মাধৱৰ হৃদয়ত বিজুলী সঞ্চাৰিত হ'ল। চৰণযুগল দুই হাতে সাবটি ধৰি ক'লে, 'বাপ, আপোনাৰ দাসৰো দাস এনে মহান দায়িত্বৰ উপযুক্তনে?'

'ক'লোৱেই দেখোন, মোৰ শক্তি-ভক্তি তোমাতে অৰ্পিলোঁ বুলি। মোৰ বাছনি ভুল হোৱা নাই। মোৰ এয়া শেষ বিদায়। ৰমানন্দৰ মাকক এই কথা নক'বা, অন্তৰত দুখ পাব।' এইবুলি হাঁহি মাৰি পুনৰ সুধিলে, 'পূৰ্বে মই কোৱা কথাকেইটা মনত পৰিছেনে, সেই কথা কাৰ্যত পৰিণত কৰাৰ সময় উপস্থিত। মই কালিলৈ গণককুছিলৈ গৈ তাতে ৰাতিটো কটাম, প্ৰাণখুলি কথা পাতিম। তুমি আজিয়েই গৈ আমাক বিদায় দিয়াৰ যা-যোগাৰ কৰাগৈ।'

কথা শুনি মাধৱৰ মন উগুল-থুগুল লাগিল। সেৱা জনাই গণককুছিলৈ গ'লগৈ। পিছদিনা নাৰায়ণ ঠাকুৰে সময়মতে নাওখনি ঘাটত লগালেহি। ভকত-বৈষ্ণৱসকলে গুৰুজনাক বাসগৃহৰ পৰা গায়নে-বায়নে পাটবাউসীৰ কীৰ্ত্তন ঘৰলৈ আদৰি নিলে। যাবৰ বেলা পৰিয়ালসহ কালিন্দ্ৰী আয়ে সেৱা কৰিলে। ৰামানন্দৰ লগত তেওঁৰ বৃদ্ধ স্বামী পুনৰ বেহাৰলৈ যাব বুলি শুনি কিবা ভাবত, কালিন্দ্ৰী আই পেঁপুৱা লাগি আছিল। ফুলবাৰী বহাত গৈ তেওঁৰ স্বামী আগতেও বহুতবাৰ আছেগৈ। কিন্তু এইবাৰৰ দৰে সকলোকে দিহা-পৰামৰ্শ দি বিদায় লৈ যোৱা মনত নপৰে। সেয়েহে আশংকাত দুৰু দুৰু কম্পমান তেওঁৰ অন্তৰাত্মা। বিদায়ৰ চৰম মুহূৰ্তত কালিন্দ্ৰী আই ভাগি পৰি চকুৰ পানীয়ে চৰণ তিয়ালে। তেওঁক আশ্বাস দি শঙ্কৰদেৱে মূৰত ধৰি তুলি দিলে।

কীৰ্ত্তন ঘৰ প্ৰাঙ্গন। গায়ন-বায়নে গীত জুৰিলে —

'কি কহব উদ্ধৱ কি কহব প্ৰাণ।
গোবিন্দ বিনে ভয়ো গকল উছান।।'

পৰিতালৰ গান বাজনাৰ ছেৱে ছেৱে গুৰুজনাক আগত লৈ ছন্দময় গতিৰে ঘাটৰ ফালে আগবাঢ়িল অগণন গুণমুগ্ধ ৰাইজ। গীতৰ কৰুণতাই বিচ্ছেদৰ বেদনা তীব্ৰ কৰিলে। গৌৰবৰ্ণৰ দীৰ্ঘদেহী পুৰুষজন এখোজ দুখোজকৈ আগবাঢ়ি গৈ গৰাত উঠিল। গায়নে-বায়নে ঘাট পেলালে—

'গকুলৰ মাণিক কানু নৱনিধি।
হাতে হৰল নিকৰুণ বঙ্ক বিধি।।'

সকলোৱে সেৱা জনালে। শঙ্কৰদেৱে সকলোকে আশীৰ্বাদ কৰিলে। সিপাৰে প্ৰতিধ্বনিত হ'ল কান্দোনৰ সুৰ। নাৰায়ণ ঠাকুৰ আৰু মাধৱে গুৰুক আগবঢ়াই নি নাৱত তুলিলে। আগবাঢ়ি গ'ল ৰমানন্দ ঠাকুৰসহ হৃষীকেশ, ছোট বলৰাম, বলভদ্ৰ আদি গুৰুৰ লগত যাবলৈ ওলোৱা সাতজন ভকত।

## এঘাৰ

মাধৱদেৱৰ বাসস্থান গণককুছি স্থান। প্ৰিয় শিষ্যজনৰ প্ৰতি গুৰুৰ অকৃত্ৰিম ফলশ্ৰুতিতেই গঢ় লৈ উঠি মাধৱদেৱৰ এই স্থান। বাৰাদিৰ পৰা পাটবাউসীলৈ এবেলাৰ বাট। তাৰ পৰা নিতৌ গুৰুগৃহলৈ আহিবলৈ মাধৱৰ জাৰে-জহে বৰ কষ্ট হোৱা যেন

দেখি চন্দ্ৰ গণকক গুৰুৱে খাটনি ধৰি এতোলা সোণ দি বাৰীখন লৈ সৰুকৈ ঘৰ এটা সাজি মাধৱক থাকিবলৈ দিলে। তেতিয়াৰে পৰা মনদিয়াৰ নিজ ঘৰৰ পৰা নাৰায়ণ ঠাকুৰ আহি গণককুছিতে সখিয়েক মাধৱৰ লগ হৈ গুৰুগৃহলৈ আহে! পিছত মাধৱে আহল-বহলকৈ ঘৰটি সাজি ডাঠকৈ শণ খেৰেৰে ছোৱাই ল'লে। গুণাকৰ, খনিকৰ মাধৱৰ সোণকাঠিৰ পৰশত গছে-গছনিয়ে, ফল-ফুলে মাধৱৰ গণককুছি থান ঠন ধৰি উঠিল। পূবে ঢল ফাট দিয়াৰ আগতেই মাধৱে শয্যা ত্যাগ কৰি পুৱাৰ ৰাগৰ গীতৰ ৰাগিণী তোলে—

'উঠৰে উঠ বাপু গোপাল হে
নিশি পৰভাত ভৈল।
কমল নয়ন বুলি ঘনে ঘন
যশোৱা ডাকিতে লৈল।।'

প্ৰভাতৰ জাননী পাই গছ- বিৰিখত জিৰণি লৈ থকা চৰাইবোৰে সাৰ পাই বিবিধ কল-কাকলিৰে মাধৱৰ লগত সঙ্গীতৰ উজান দিয়ে। মুখৰিত হয় গণককুছিৰ প্ৰকৃতি। ধনুখন্দা বিলত ফুলি থকা পদুমৰ শোভা দেখি মাধৱৰ কবি প্ৰাণ মুঞ্জৰিত হয়। গণককুছিৰ নৈসৰ্গিক শোভাৰ মাজত মাধৱে বিচাৰি পায় গকুল বৃন্দাবনৰ প্ৰকৃতিৰ চিত্ৰৰূপ। কবি মাধৱৰ কল্পনাই বাখৰুৱা ৰূপ লয়—

'শতপত্ৰ বিকশিক ভ্ৰমৰ উৰায়।
ব্ৰজবধু দধি মথে তুৱা গুণ গায়।'

তিমিৰ ফাৰিয়া বাজ হোৱা ৰবিৰ কিৰণে শাস্ত্ৰজ্ঞ পণ্ডিত, ভক্ত মাধৱৰ মাজত প্ৰস্ফুটিত হয় কবিতাৰ মৌবাহ।

বৈ থকাৰ সময় নাই। যাৰ আদৰ্শ, কৰ্মযোগী, অতি মানৱ শঙ্কৰদেৱ, যিজন গুৰুৱে ধৰ্ম-কৰ্মৰ যোগেদি মানৱ জীৱনত সাৰৱতা অনাৰ শিক্ষা দিলে, সিজনাৰ বাণী আৰু আদৰ্শৰে সমগ্ৰ সত্তা আবৰি আছে শিষ্য মাধৱৰ। মাধৱে ৰচনা কৰিলে জন্মৰহস্য, ভক্তি ৰত্নাৱলী আদি তত্বমূলক গ্ৰন্থ, ভালেমান গীত-পদ-নাট আৰু ৰামায়ণৰ আদিকাণ্ড। সময়ে সময়ে পৰিবেশ-পৰিস্থিতি লৈ ৰচনা কৰিলে যোবাৰ পটল। আজৰি পৰত সঙ্গীতৰ আলাপন, সুৰৰ আৰোহণ, নিত্য নতুন বাজনাৰ উদ্ভাৱন। সময়ৰ গতিৰ লগে লগে আগবাঢ়িল মাধৱৰ কৰ্মগতি। সকলোৰে প্ৰিয়পাত্ৰ সুজান ৰসিক মাধৱৰ হাস্যবদনযুক্ত নিৰহঙ্কাৰ ব্যক্তিত্ব দেখি সকলো মুগ্ধ হ'ল। গুৰুৰ আদেশ নাইবা শৰীৰৰ বিসঙ্গতি নহ'লে তেওঁ কোনো দিন প্ৰাণতোধিক গুৰুজনাৰ সেৱা-শুশ্ৰূষাত ব্যতিক্ৰম নকৰে।

তেনে হেন গুৰুজন আজি মাধৱৰ গণককুছি থানলৈ আহিব হয়তো শেষবাৰৰ কাৰণে। আগতে অনেকবাৰ গুৰুজন আহিছে যদিও এইবাৰৰ কথা বেলেগ। গুৰুৰ পদৰজেৰে ৰঞ্জিত হ'ব গণককুছি থান। অভ্যৰ্থনাৰ সকলো আয়োজন কৰি বাট চাই ৰ'ল ভকত সমন্বিতে মাধৱদেৱ। শঙ্কৰদেৱ ধনুখন্দা জানেদি ভটিয়াই আহি গণককুছি ঘাটৰ

সম্মুখত নামিলেহি। গলে বস্ত্র ধৰি সেৱা জনাই মাধৱদেৱে ৰমানন্দ আৰু ভকতসহ গুৰু বাপক আগবঢ়াই নিলেহি। আগচ'ৰাত কাপোৰ পাৰি বহিবলৈ দি ঠগীত গুৱা-পাণ, বস্ত্রসহ অৰিহণা আগবঢ়াই আথে-বেথে মাধৱে সেৱা জনাই আঁঠুকাঢ়ি সুধিলে—

'গুৰুবাপ, আপোনাৰ মঙ্গলনে ? পাটবাউসীত পুত্র-পৰিবাৰ, ভকত-বৈষ্ণৱসকল কুশলে আছেনে?'

মাধৱৰ প্রশ্ন শুনি শঙ্কৰদেৱে আচৰিত হৈ ক'লে—

'কালি সকলো জানি-শুনি আহিও আজিবা কিয় সোধা হ'ল ?'

'বাপ, ক্ষণিক শৰীৰ নাহি ইহাত বিশ্বাস।'

'বঢ়াৰ পোৱে যুগুত কথা ক'লা, এনে পৰিচয় ঘটাৰ পিছতহে জীৱৰ প্রকৃত পৰিচয় সম্ভৱ হয়। এয়া বেদান্তৰ সাৰ' বুলি শঙ্কৰদেৱে ঈষৎ হাঁহি মাৰিলে। মাধৱ-বান্ধৱৰ সান্নিধ্যত শঙ্কৰদেৱৰ দেহ-মন সন্তুষ্টিৰে ভৰি পৰিল। ভক্তিধর্ম গ্রহণ কৰাৰ পিছৰে পৰা মাধৱে প্রায় দুকুৰি বছৰ কাল গুৰুজনাৰ লগত অতিবাহিত কৰিলে। কিন্তু ইমান সন্তুষ্টি ভৰা প্রসন্ন ৰূপ মাধৱে আন দিনা দেখা মনত নপৰে। অস্তমিত সূৰ্য্যৰ হেঙুলী ৰহণে সোণসেৰীয়া সৌন্দর্যৰ সৃষ্টি কৰাৰ দৰে 'বিনা অঙ্গ ভূষণ, পেখি সুশোভন, গহীন গম্ভীৰ ধীৰ মতি' শঙ্কৰৰ ৰূপ-জেউতিয়ে উজ্বলালে গণককুছি থান। গুৰুৰ মেঘগম্ভীৰ বাণী শুনি মাধৱৰ অন্তৰ ভৰিল, যিমান পাৰে সিমান সেৱা-শুশ্রূষা কৰি কৃতার্থ হ'ল দাসৰো দাস মাধৱদেৱ।

গণককুছিলৈ সন্ধ্যা নামিল। মাধৱে বিভিন্ন সম্ভাৰ গোটাই শঙ্কৰদেৱক চাউল সিজাবলৈ আহ্বান জনালে। শঙ্কৰদেৱে ক'লে, 'মাধৱ, মই আজি একো নোখোৱাকৈয়ে সন্তুষ্ট। তথাপি অতিথিক তুমি যিহেতু আপ্যায়ন নকৰিলে ভাল নাপাবা, সেয়ে তুমিয়েই চাউল সিজোৱা, আমি গ্রহণহে কৰিম।'

'বাপ, তেনে আদেশ নকৰিব। অপোনাক ৰান্ধি খুৱাবলৈ গ'লে দাসৰ জীৱন ধন্য হ'লহেঁতেন। কিন্তু ........।'

'কিন্তু কি?' শঙ্কৰদেৱে সুধিলে।

'বাপজনাৰ বংশ-পৰিয়ালে গম পালে সৰেও পাচিব। বাপৰ আজ্ঞাৰ ধর্মবস্তু প্রচাৰত হীন-ডেঢ়ি হ'ব বুলি ভয় হয়। সেয়ে বৰঠাকুৰ ৰমানন্দই সিজাওক, আমি আলপৈচান ধৰোঁ।'

মৃদু হাঁহিৰে শঙ্কৰদেৱে সম্মতি জনালে। ভকত-সমন্বিতে শঙ্কৰ-মাধৱ দুয়োজনাই বিবিধ ব্যঞ্জন সম্ভাৰেৰে আনন্দ মনেৰে ভোজন কৰিলে। মাধৱ আপ্লুত, অভিভূত। গুৰুৰ সান্নিধ্যৰ প্রতিটো ক্ষণেই হীৰা-মুকুতাতকৈও বেছি মূল্যবান ৰূপত তেওঁৰ আগত ধৰা দিছেহি। বিদায়ৰ প্রাক্কালত প্রাণসম গুৰুজনাৰ স্নেহ সান্নিধ্যক তেওঁ কিদৰে ধৰি ৰাখিব ভাবি মাধৱৰ অনুভূতিত খলকনি উঠিল।

মুখশুদ্ধি কৰি উঠাৰ পিছত শয্যা পাৰি দি মাধৱে ক'লে—

'বাপ, বেলা হ'ল, শয়ন কৰিব লাগে।'

'আমি দুয়ো আজি একেলগে শয়ন কৰিম। বাপু ৰমানন্দ, সেইমতে শয্যা পাৰা।' শঙ্কৰদেৱে ৰমানন্দলৈ চাই ক'লে।

মাধৱদেৱে গুৰুৰ ভৰিত তেল-টেঙা ঘঁহি দি তাৰাৰ ইচ্ছাতে একেখনি শয্যাতে চৰণৰ কাষতে মূৰ থৈ প্ৰণাম জনাই শুবলৈ দিহা কৰি মাধৱে —

'অপৰাধ বিনাশন তযু নামে নাৰায়ণ
জানি নামে পশিলো শৰণে।
আন গতি নাহিকে মৰণে।।
অপৰাধ ক্ষমা কৰি তুমি দয়াশীল হৰি
মোক ৰক্ষা কৰিও চৰণে। ' বুলি ঘোষা গাই থোকাথুকি

মাতেৰে মাধৱে ক'লে—

'বাপ, দীনহীন এই দাসে আপোনাৰ মহানুভৱতাৰ ধাৰ কিদৰে শুজিম? আপুনি দাসৰ ইহকাল পৰকাল ধন্য কৰিলে। বিনিময়ত এই মূৰুখমতিৰ দিবলৈ একো নাই।'

ভক্তিপ্ৰেমত গদ্‌গদ্ হৈ শঙ্কৰদেৱে মাধৱৰ শিৰত হাত থৈ ক'লে—

'কৈছোঁৱেই, তুমিয়ে-আমিয়ে অভিন্ন। তুমি মোৰ পৰম বান্ধৱ। ধাৰ শুজাৰ কথা আহিব নালাগে। আজি এই নিৰিবিলি নিশা হৃদয় উবুৰিয়াই তোমাক কথা কম। কিবা সংশয় থাকিলে তুমিও সুধিব পাৰা।' এইবুলি শঙ্কৰদেৱে বিষ্ণু-বৈষ্ণৱৰ নাম চৰ্চিলে—

'ব্ৰহ্মা মনু হৰ কপিল কুমাৰ শুক ভীষ্ম বলিৰাই।
যম জনক নাৰদ প্ৰহলাদ বাৰজন সমুদায়।'

মাধৱ, এই ব্ৰাহ্ম্জন পৰম বৈষ্ণৱ। বিষ্ণু-বৈষ্ণৱৰ কোনো পাৰ্থক্য নাই। ভগৱন্তই দুৰ্বাসাৰ আগত কৈছে—

'শুনিও দুৰ্বাসা মই নোহে স্বতন্ত্ৰৰ।
কেৱল অধীন মই বৈষ্ণৱজনৰ।।' —আমাৰো তেনে। মনত দুৰ্বলতা নানিবা বাপু। সাহসেৰে সৰ্বস প্ৰতিপাল কৰিবা।

নীৰৱ-নিতাল ৰাতি। কেনিও সাৰ-সুৰ নাই। নীৰৱতা ভঙ্গ কৰি প্ৰজ্ঞাস্নাত মহাপুৰুষজনাই ধীৰে ধীৰে কৈ গৈছে। গুৰুপ্ৰাণ শিষ্য মাধৱৰ কৰ্ণপথে গৈ অমৃতবাণীয়ে হৃদয় পৰশিছে। কিছুপৰ নীৰৱ হৈ পুনৰ শঙ্কৰদেৱে ক'লে—

'বঢ়াৰ পো, তুমি জানাই যে আমাৰ জীৱনলৈ প্ৰথমা পত্নী সূৰ্য্যৱতী, কন্যা ৰুক্মিণী, তেজস্বী সন্তান কমললোচন আহিল আৰু কালৰ আহ্বান পাই গুচি গ'ল। বৰ্তমানেও দুই পুত্ৰ ৰমানন্দ, হৰিচৰণৰ পৰিয়াল আৰু পত্নী কালিন্দ্ৰীৰে পৰিপূৰ্ণ এখন সংসাৰৰ গৃহস্থ মই। তুমি বাৰু কেতিয়াবা ভাবা নেকি যে তোমাৰ গুৰুৱে এইখন সংসাৰকে সৰ্বত্ৰ মানি সাংসাৰিকতাত আচ্ছন্ন হৈ পৰিছে বুলি?'

'বাপ, বোকাত ফুলিলেও পদুম বোকাৰ উৰ্ধ্বত। সংসাৰিকতাৰ মাজত থাকিলেও সংসাৰে আপোনাক স্পৰ্শ কৰিব পৰা নাই বাপ, আপুনিহে প্ৰকৃতাৰ্থত উদাসীনজন।'

'তুমি ঠিকেই কৈছা, এইখন সংসাৰৰ প্ৰতি মোৰ কোনো লালসা নাই। পৰমাৰ্থিক জীৱনৰ সঙ্গী মাধৱ বান্ধৱ, ৰামৰাম, নাৰায়ণ ঠাকুৰ, চান্দসাই আদি ভকতৰ সংসাৰখনহে মোৰ মনৰ আপোন সংসাৰ। আজিৰে পৰা এইখন সংসাৰৰ দায়িত্ব তোমাকে অৰ্পণ কৰিলোঁ। মোৰ শক্তি-ভক্তি, বল-বীৰ্য সকলো তোমাতে অৰ্পিলো। তথাপি ঐহিক সংসাৰখন অস্বীকাৰ কৰা নাযায়। তেনে কৰিলে বাস্তৱক অস্বীকাৰ কৰা যেন হ'ব। কিছু দিনৰ বাবে মই এৰি যোৱা পুত্ৰ-পৰিবাৰৰ দায়িত্ব তোমাৰ ওপৰতে দিলোঁ। ভক্তিধৰ্মৰ ক্ষেত্ৰখনত আমাৰ নাতিতহে আশ। সময়ত ভক্তি প্ৰচাৰৰ দায়িত্ব হয়তো ল'ব পাৰিব।' কথাখিনি কৈ শঙ্কৰদেৱ নীৰৱ হ'ল। গুৰুৰ টোপনি ধৰিছে বুলি ভাবি মাধৱে ভৰি দুখনিৰ পৰা হাত এৰুৱাই বৰখনীয়াখন গাৰ ওপৰত মেলি দিলে।

'বঢ়াৰ পোৰ টোপনি ধৰিছে নেকি?' শঙ্কৰদেৱে সুধিলে।

'নাইধৰা বাপ ঈশ্বৰ, আপুনিহে ভাগৰুৱা হৈছে, অলপ জিৰণিৰ প্ৰয়োজন। সেয়ে শুই থাকক।'

'মই টোপনি অনুভৱ কৰা নাই বাপু। তোমাক ইমান ওচৰত পোৱাৰ সময় হয়তো নহ'বও পাৰে। সেয়ে অন্তৰৰ সকলো কথা তোমাক ক'বলৈহে মন গৈছে।' গুৰুজনাৰ কথাৰ ভাও দেখি গুৰু বিচ্ছেদৰ আশঙ্কাই মাধৱৰ হৃদয় তোলপাৰ লগালে। থোকাথুকি মাতেৰে ক'লে—

'এই ভৃত্যই মোৰ বাপজনক সদায় কাষত পাই কথামৃত পান কৰিবলৈহে বিচাৰোঁ। আমাক তাৰহে উপায় দিব লাগে।

'বাপু, কীৰ্ত্তন-দশমৰ মাজতে মই সৰ্বকাল থাকিম। তদুপৰি ভকত-বৈষ্ণৱসকলৰ মাজত, নামঘৰ মণিকূট, গুৰু-আসনৰ মাজত মোক বিচাৰিলে সদায় পাবা।'

'হৃদয় আসনত গুৰুক কিদৰে স্থাপন কৰিম বাপ?' মাধৱে সুধিলে।

'ভক্তিধৰ্ম গুৰুমুখী। কাম, ক্ৰোধ, লোভ, মোহ, দম্ভ, দেষ্য, অহঙ্কাৰ, অসূয়া, অনীতি গুৰুবাক্যে খণ্ডন কৰিবা। সত্য, শৌচ, দয়া, ক্ষমা এই চাৰিটা খুঁটাত প্ৰেম, দয়া, স্নেহ, মমতা এই চাৰি চলি পাত পাৰি দি কায়, বাক্য, মন আৰু চিত্তেৰে গজাল মাৰি শুদ্ধ ধৰ্মকে গাৰুকৈ হৃদয় আসনত গুৰুক স্থাপন কৰিবা। গুৰু চিৰদিন তোমাৰ হৃদয়তে বাস কৰিব। সেই অৱস্থা প্ৰাপ্ত হ'ব পাৰিলে গুৰু, দেৱ, নাম, ভকত একাকাৰ হৈ ভগৱন্তক পাবা।'

নিস্তব্ধ নিশা, নিমাওমাও পৰিৱেশ। মাধৱে প্ৰশ্ন কৰিছে, গুৰুৱে এটা এটাকৈ উত্তৰ দি গৈছে। মাধৱৰ প্ৰশ্নৰ উত্তৰ গুৰু-শিষ্যৰ স্বৰূপ সম্পৰ্কে কৃষ্ণ-অৰ্জুন, উদ্ধৱ-কৃষ্ণৰ সবিশেষ বৰ্ণনা, গোপ-গোপীসৱৰ প্ৰেমভক্তি, বৈকুণ্ঠ, পৃথিৱী, পাতাল আদিৰ সৃষ্টিৰ ৰহস্য, নৱধা ভক্তিৰ স্বৰূপ আৰু শ্ৰৱণ-কীৰ্ত্তনৰ মাহাত্ম্যৰ বিষয়ে তত্ত্বগধুৰ আলোচনা

দাণ্ডি ধৰিলে। অমৃত পান কৰি মাধৱ ধন্য হ'ল। তেনেতে শয্যাত বহি লৈ গুৰুৱে মাধৱক সুধিলে—

'বাপু, তোমাক ৰচনা কৰিবলৈ কোৱা সেই বিশেষ শাস্ত্ৰখনিৰ কথা কিদৰে ভাবিলা?'

'বাপ, সময়ে সময়ে স্থান-কাল আৰু পৰিৱেশৰ মতে কেইটিমান পটল ৰচা হৈছে। পিছে, ক'ৰপৰা আৰম্ভ কৰা হয় তাৰহে মোৰ পোৱা নাই।'

মাধৱৰ কথাত অলপ হাঁহিমুৱাকৈ শঙ্কৰদেৱে ক'লে,—

'মোৰ এবাৰ কথা মনত পৰিছে। কিছুদিনৰ আগতে জয়হৰি ভকতক ভোজন কি প্ৰকাৰে হ'ল বুলি সুধিলোঁ। ভকতে বোলে, গুৰুবাপ, উত্তম প্ৰকাৰে হ'ল। এটি দণিকনা মাছ পাই তাকে শাকে-পাতে মিহলাই ৰান্ধি লগৰ সাতজন ভকতক দি যি অৱশিষ্ট থাকিল তাকে ভোজন কৰা হ'ল। বাপু, এই উত্তম ভোজন কৰাজনেই নিস্পৃহ ভকত। তুমিও তেনে। সৰ্বসুখ ত্যাগ কৰি গুৰু আৰু ঈশ্বৰকে সৰ্বস মানিলা । সেয়েহে বঢ়াৰ পো, শাস্ত্ৰখনিৰ মূৰটো অমিয়েই লগাওঁ। কাপ আৰু মহীপাত আনা।' — আনন্দেৰে মাধৱে সকলো আনি যতনাই দিলে। শঙ্কৰদেৱে হাতত কাপ লৈ মনে মনে গুণ গুণালে—

যে মুক্তাৱপি নিস্পৃহাঃ প্ৰতিপদ প্ৰোন্মীলদা নন্দদাং
য়ামাস্থায় সমস্থ মস্তকমণিং কুৰ্ব্বন্তি যং স্বেৱশে....

আৰু মাধৱৰ মুখলৈ চাই হাঁহিমাৰি সাঁচিপাতত বোলাই গ'ল—

'মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময় মাগোহো ভকতি।...

মাধৱ, তোমাৰ দৰে সুজান ভকতি ৰসিকজনে চোৱাচোন কেনে দেখিছা? মাধৱে চাই গুৰুৰ ভাব আৰু ৰহস্য বুজি বিস্ময় মানিলে। 'মোৰ বাপ ঈশ্বৰ, আপুনি এয়া কি কৰিলে? তাৰাই ভকতকহে শ্ৰেষ্ঠ স্থান দিলে। নাই, নাই গুৰুজনক বাদ দি ভকতক আগ কৰিব নোৱাৰি।' ভাবি বিনম্ৰভাৱে মাধৱে ক'লে, 'বাপ ঈশ্বৰ, কাপটি আমাৰ ফালে দিয়ক' বুলি কাপটি লৈ দ্বিতীয় চৰণ

সমস্ত মস্তক মণি নিজ ভকতৰ বশ্য
ভজো হেনে দেৱ যদুপতি।।

...লিখি গুৰুক দেখুৱাই ক'লে, 'বাপ এইবাৰহে অৰ্থ প্ৰকট হ'ল যেন পাওঁ।' চাই শঙ্কৰদেৱে ধন্য মোৰ মাধৱ বান্ধৱ, তোমাৰ সাহচৰ্যই আমাকো ধন্য কৰিলে। তুমি গুৰুদেৱ, নাম, ভকত এই চাৰি বস্তুক অভিন্ন ৰূপত গ্ৰহণ কৰিব পাৰিছা। তুমি এই তত্ত্ব যোৱা শাস্ত্ৰৰ মাজেদি জগতত বিলাবা। তত্ত্বগধুৰ গ্ৰন্থখনি পকা কণৰীটোৰ দৰে হ'ব। বাহিৰৰ ৰসাল অংশৰ সোৱাদ যাতে সৰ্বজনে ল'ব পাৰে। ভিতৰৰ কঠিন গুটিটি ভাঙিবলৈ অলপ যত্ন লাগিব।'

ৰাতি তিনি প্ৰহৰ পাৰ হৈ গ'ল। সৃষ্টি, স্থিতি, প্ৰলয়, অতীত, বৰ্তমান, ভৱিষ্যৎ সম্পৰ্কে মাধৱে প্ৰশ্ন কৰিছে, নিৰ্বিকাৰভাৱে গুৰুজনে উত্তৰ দিছে। ব্যাখ্যা কৰিছে, সংসাৰ স্বৰূপ কুৰুক্ষেত্ৰ যুদ্ধখন বিজয়ী হ'বলৈ ভগবান কৃষ্ণই অৰ্জুনক উপদেশ দিয়াৰ দৰে। অৱশেষত ৰাতি পুৱাল। গুৰুৰ চৰণত প্ৰণাম জনাই মাধৱে পুৱাৰ গীত জুৰিলে। পখীৰ গুঞ্জন, নানাবিধ ফুলৰ সুবাসেৰে শঙ্কৰদেৱক বিদায় সম্ভাষণ জনাবলৈ গণককুছিৰ প্ৰকৃতিৰ উখল-মাখল লাগিল।

নাৰায়ণ ঠাকুৰ প্ৰাতসতে আহি নাৱত গুৰুজন বহা, শোৱা আৰু আঠ-দহদিন কোনো অসুবিধা নোহোৱাকৈ আহাৰ কৰিবৰ বাবে সমস্ত দ্ৰব্য-সম্ভাৰ যোগাৰ কৰি নিজ হাতে সকলো থান-থিত লগাই দিলে। নিত্য প্ৰসঙ্গ, নামকীৰ্ত্তন সামৰি শঙ্কৰদেৱে আনন্দ মনেৰে ভকতৰ সঙ্গত ভোজন কৰিলে। গণককুছিৰ সকলো ভকতৰ মন আকাশখনহে বেদনাৰ ডাৱৰে গোমা কৰিলে।

যাত্ৰাৰ কাৰণে শঙ্কৰদেৱ সাজু হ'ল। নাৰায়ণ ঠাকুৰসহ ভকতসকলেও কান্দি-কাটি সেৱা জনালে। নাৰায়ণে ক'লে, বাপ ঈশ্বৰ, পতিব্ৰতা নাৰীৰ স্বামীয়েই জীৱ-প্ৰাণ। দাসসবৰ বাবে আপুনিও তেনে। নেদেখি কি ৰূপে বৰ্তিম? সেৱকসকলৰ শোক দেখি গুৰুজন বিহ্বল হ'ল। দুখ-বেদনা ঢাকি তেওঁলোকক আশ্বাস দি ক'লে, 'হৰিভকতসকল, খেদ পৰিহাৰ কৰা। আমি নাহোঁ মানে শ্ৰদ্ধা-প্ৰীতিসহ মাধৱক আমি হেন মানিবা।' এইবুলি নাৱলৈ খোজ দিওঁতেই গুৰুৰ চৰণ যুগল সাৱতি ধৰি মাধৱে চকুলোৰে চৰণ তিয়াই ক'লে— 'বাপ, আমাকো আপোনাৰ পুত্ৰসবৰ এজন বুলি মানিব।'

শঙ্কৰদেৱে তেওঁৰ মূৰত হাত দি তুলি ধৰি ক'লে, 'বঢ়াৰ পো, তুমি মোৰ প্ৰাণৰ বান্ধৱ। ভাৰ্য্যা-পুত্ৰ, ধন-জন সকলো অনিত্য। অনিত্যৰ সমান তুমি কিয় হ'বা?' এই বুলি আলিঙ্গন কৰি মূৰত চুমা দি প্ৰেমাকুলভাৱে বিদায় লৈ নাৱত উঠিল। বঠাৰ চপ্‌চপ্ শব্দ তুলি শঙ্কৰদেৱক কোলাত লৈ খেল নাও ভটিয়াই গ'ল। নিৰ্বাক নিস্পন্দভাৱে সেইফালে সকলোৱে থৰ লাগি চাই ৰ'ল। শঙ্কৰদেৱে নাৱৰ কুম্ভিত ঠিয় দি মণিব নোৱাৰা হোৱালৈকে ভকতসকলৰ ফালে দৃষ্টি দি গ'ল।

বেদনাসিক্ত হৃদয়েৰে সকলো স্ব-স্থানলৈ উভতিল।

বিষণ্ণ বদনে আগচ'ৰাত বহি আছে মাধৱদেৱ। বেদনা-বিধুৰ কেইৰাতিও উজাগৰী নিশা পাৰ হৈ যোৱাৰ পিছতো মনৰ পটৰ পৰা এক মুহূৰ্তৰ বাবেও গুৰুৰ স্মৃতি আঁতৰাব পৰা নাই। ঘনে ঘনে মনত পৰিছে বিদায়ৰ আগদিনা কথা ৰসেৰে ওপচাই দিয়া বিনিদ্ৰ মধুৰ নিশাটোলৈ। পাটবাউসী, গণককুছি, গুৰুৰ বাসগৃহ সকলোতে গভীৰ শূন্যতা। ন যযৌ ন তস্থৌভাৱে অসহায় দৃষ্টিৰে সন্মুখৰ পলাশ জোপালৈ চাই মাধৱ বহি আছে। তেনেতে দীঘল পদূলিটোৰেদি কোনোবা এজন আহি থকা মাধৱে দেখা পালে। এয়া দেখোন ৰতিকান্ত। শঙ্কৰ গুৰুৰ খুৰাকৰ পুত্ৰ ৰতিকান্ত, বিজনে বাৰম্বাৰ মাধৱৰ পথত

হেঙাৰ দি আহিছে। এতিয়া বা কি অভিসন্ধি লৈ ইয়ালৈ আহিছে। মাধৱ বিৰক্ত হ'ল। ৰতিকান্তই চঞ্চল গতিৰে সোমাই আহি চৰা এখন লৈ বহিল। মনৰ ভাব প্ৰকাশ নকৰি মাধৱদেৱে সুধিলে—

'ৰতিকান্ত আহিলা, কি সকামত বা ?'

'তোমাৰ ওচৰত ক্ষমা ভিক্ষা কৰিবলৈ আহিলোঁ। মই এতিয়াহে বুজি পালোঁ তুমি যে পৰম মহন্ত । মই অন্ধলাই তোমাক নুবুজি উপহাস কৰিলোঁ। আচলতে দাদা শঙ্কৰ আছিল হিমালয়সদৃশ। হিমালয়ৰ উচ্চতাৰ বাবে কাঞ্চনজঙ্ঘা পৰ্বতলৈ চকু নপৰাৰ দৰে কথা। দাদা থাকোঁতে তোমাক নুবুজি শাস্ত্ৰ ৰচনা কৰাত উপহাস কৰিছিলোঁ। এতিয়া মোৰ চকু মুকলি হ'ল। দোষ মৰিষণ কৰি শাস্ত্ৰ ৰচনাত মন নিয়োগ কৰা। এয়ে আমাৰ অনুৰোধ।'

ৰতিকান্তৰ কথাই মাধৱদেৱক অবাক কৰিলে। মনত পৰিল কেইদিনমানৰ আগতে গুৰুজনে 'বাপু, ৰাজসূয় কাব্যখনি ৰচনা কৰা হ'লনে ? লোক পৰিহাসলৈ কাণ দিব নালাগে। আজিৰে পৰা গীত-পদ, নাট ৰচনাৰ সমস্ত দায়িত্ব তোমাৰ।' বুলি কোৱা কথাখিনিলৈ। কিবা এক অজান শিহৰণত আলোকিত হ'ল মাধৱৰ সমস্ত শৰীৰ। ৰতিকান্তক বিদায় দি মাধৱদেৱ পদূলিলৈ উঠি গ'ল। কাষৰ ফুলনিবাৰীৰ পৰা অহা মিশ্ৰিত সুবাস আহি মাধৱৰ নাকত লাগিলহি। গুৰু পদ ৰজেৰে ৰঞ্জিত গণককুছি থানখন মাধৱে আজি নতুন ৰূপত দেখা পালে। প্ৰাণাধিক গুৰুজনাৰ বিশ্বাস আৰু আশ্বাসেৰে প্লাবিত হ'ল মাধৱৰ মন। পবিত্ৰ হ'ল গণককুছিৰ শ্যামল প্ৰকৃতি। প্ৰেৰণাৰে উজ্জীৱিত হৈ ভিতৰলৈ গৈ আধাখনীয়াকৈ এৰি থোৱা ৰাজসূয় কাব্যখন ৰচনা কৰিবলৈ সাঁচিপাত আৰু মহীচুঙা উলিয়াই ল'লে।

শঙ্কৰদেৱৰ খেল নাও ভটিয়াই গৈ ঠায়ে ঠায়ে জিৰণি লৈ বেহাৰ পাই চিলাৰায়ৰ ঘাটত নাও বান্ধিলে। যুৱৰাজ চিলাৰায় দেৱানে লগত অনেক লোক লৈ তেওঁক আদৰি আনি ফুলবাৰীৰ ঘৰত থাকিবলৈ দিলে। ৰজাই দূত পঠাই শঙ্কৰদেৱক ৰজাসভালৈ মাতি নি যথাযোগ্য সাদৰ সম্ভাষণ জনাই নিতৌ সভালৈ আহিবলৈ আহ্বান জনালে।

এদিন দুদিনকৈ শঙ্কৰদেৱৰ বেহাৰত কেইবা মাহো পাৰ হৈ গ'ল। নিতৌ আগবেলা ৰাজসভালৈ গৈ পণ্ডিতসকলৰ লগত নানা শাস্ত্ৰ আলোচনা কৰে। ৰজাই কেতিয়াবা বৃন্দাবনী বস্ত্ৰখন অনাই শঙ্কৰদেৱক কোনো এটা দৃশ্যৰ ব্যাখ্যা কৰিবলৈ অনুৰোধ কৰে। শঙ্কৰদেৱৰ সাৱলীল ব্যাখ্যা শুনি ৰজা মুগ্ধ হয়। শঙ্কৰদেৱৰ শাস্ত্ৰজ্ঞান, যুক্তি প্ৰদৰ্শন আৰু প্ৰকাশ ভঙ্গীয়ে ৰজাক মোহিত কৰে, তেওঁৰ লগত আত্মীয়তা গঢ়ি উঠে। এনে কথাই স্বাভাৱিকতে আন এচাম পণ্ডিতক ক্ষুণ্ণ কৰে। শঙ্কৰদেৱৰ লগত বাদ কৰি তেওঁক হৰুৱাবলৈ ভাটী দেশৰ পণ্ডিত আমদানি কৰে। সেই সকলো শঙ্কৰদেৱৰ যুক্তি যুদ্ধত তিষ্ঠিব নোৱাৰি পলায়ন কৰে। মল্ল ৰজা নৰনাৰায়ণৰ হৃদয়ত শঙ্কৰ সান্নিধ্যই কৃষ্ণপ্ৰেম উদ্ৰেক কৰে।

পাটবাউসীত কৰ্মযোগী মাধৱৰ কৰ্মব্যস্ততাৰ অন্ত নাই। সত্ৰ পৰিচালনা, নামকীৰ্ত্তন, পুথি প্ৰণয়ন নিয়মিতভাৱে কৰাৰ উপৰিও দুই চাৰিদিনৰ অন্তৰে অন্তৰে গুৰুগৃহলৈ গৈ

হৰিচৰণ ঠাকুৰক গৃহস্থী চলোৱাৰ নানা উপদেশ দিয়ে। আইমাতৃয়ে যাতে একো অভাৱ অনুভৱ নকৰে তাৰ বাবে মাধৱ সদা সতৰ্ক। কালিন্দ্ৰী আয়ে কেইবাদিনো মাধৱক দেখা নাপালে শূন্য অনুভৱ কৰে। নাৰায়ণ ঠাকুৰ, কালীৰাম, শ্ৰীৰাম আতাই মাধৱৰ কৰ্মব্যস্ততা দেখি বিস্ময় মানে। গণককুছিত পুথি ৰচনাত ব্যস্ত হৈ থকা মাধৱক এদিন নাৰায়ণ ঠাকুৰে সুধিলে, 'সখি, আগেয়ে গুৰুবাপ জনাৰ কৰ্মগতি দেখি বিস্ময় মানি কৌতূহলবশতঃ বেৰৰ জলঙাই দি জুমি চাই অপৰাধ কৰিছিলোঁ। কিন্তু আজি আপোনাৰ মাজত সেই মহান কৰ্মযোগীজন প্ৰতিবিম্বিত হোৱা দেখা পাইছো। আপুনি ক'ত ইমান শক্তি পাইছা?'

'মোৰ কৃপালু গুৰুজনাৰ আশীৰ্বাদৰ পৰা। যিজন মহামতিয়ে ভক্তিতত্ত্বৰ উপদেশেৰে দুখময় সংসাৰৰ আনন্দময় পথ দেখুৱালে সিজনাৰ কৃপাকণিকা শিৰত লৈ বহি থাকিলে জানো গুৰুঋণ শুজা হ'ব। সখি, গুৰুবাপলৈ মনত পৰিলে উৰা মাৰি কাষত পৰিবৰ মন যায়। মন তাপৰিব নোৱাৰি এই ঘোষাফাঁকি লিখিছোঁ চাওকচোন।' নাৰায়ণে পঢ়ি চাই সুৰ ধৰি ডাঙৰকৈ গালে

যিটো মহামতি গুৰুজনে ভক্তিতত্ত্ব গ্ৰন্থ উপদেশ
দিয়া দুঃখময় সংসাৰ পাৰ কৰে।
হেনয় কৃপালু গুৰুঋণ সুজিবাক প্ৰতি জানা নিষ্ঠ
অন্যত্ৰ উপায় নাহি অঞ্জলিত পৰে।।

'সখি, আপোনাৰ গুৰু ভাৱনাই মোকেই নহয়, সৰ্বজনকে চিৰকাল আপ্লুত কৰিব। স্বৰূপতে আপুনি পৰম যোগ্যজন। আপোনাৰ অধ্যয়ন, চিন্তন আৰু মনন শক্তি অতি গভীৰ। শাস্ত্ৰও ৰচিলে অনেক। সখি, আপোনাৰ অৰ্জুন ভঞ্জন নাটখনিত গুৰুজনাই নন্দৰ ভাও লোৱাৰ কথা মনত আছেনে?'

'আছে, আছে। কিয় নাথাকিব ? কেনে সুন্দৰ, কেনে জীৱন্ত আছিল সেই ভাও। মাজে মাজে মনপটত ভাহি উঠে।' মাধৱে ক'লে।

'আপুনিও উপনন্দ হৈছিল নহয়। আপোনাৰ ভাও দেখি ৰাইজখন বিমুগ্ধ হৈছিল। আৰু এখন নাটৰ ভাওনা পতা হওক। মনটোও ভাল লাগিব। নে কি কয়?'

দুয়ো বন্ধুৰ আলোচনা চলি থাকোঁতেই শ্ৰীৰাম আতা আৰু কালীৰাম আতে আহি কলঠকৰাৰ কঠ দুখন লৈ ওচৰতে বহি আছিল। ভাওনাৰ কথা শুনি কালীৰাম আতৈয়ে ৰং মনেৰে ক'লে, 'ঠাকুৰ আতাই ভাল কথাটো উলিয়ালে। আমাৰ ছোট আতাই মন মাৰি থকা দেখিলে আমি বৰ দুখ পাওঁ। ভাওনা এখন পাতিলে সকলোৱে আনন্দ পাব।'

'হওঁতে আমাৰ সৰু আতাই মন কৰিলে ছল হ'ব। আমিবোৰ আছোঁ, চাৰিহাটীৰ ভকতসকল আছে, নিতৌ গীত-মাত, খোল-তালৰ চৰ্চন হৈয়ে আছে। আতাপুৰুষে নাটখনি কাটি গুৰি ধৰিলে আমি খিতি-তাখি-তাক্ ঠেই-তাক্ ধেই-তাক ধেই, ধেনি তাখি তাও

বুলি খোজ চলাব পাৰিম' বুলি কৈ ৰাম আতাই মুখতে বাজনা বজাই এপাক ঘূৰিলেই। নাৰায়ণ ঠাকুৰ আৰু মাধৱৰ মুখত হাঁহি বিৰিঙিল।

ইতিমধ্যে মাধৱদেৱে 'ৰাস ঝুমুৰা', 'ভূষণ হৰণ' আৰু নাট ঝুমুৰা ৰচনা কৰিলে। 'কোটোৰা খেলা' ঝুমুৰাখনিও দুই চাৰিদিনৰ ভিতৰতে লিখি শেষ কৰিবৰ কথাটো গম পাই নাৰায়ণ ঠাকুৰে সুধিলে, 'সখি, আপুনি নৰকৈ লিখা 'ভূষণ হৰণ' ঝুমুৰাখনৰ ভাওনা কৰিলে কেনে হ'ব?'

'বেয়া নহয়। নিচেই সৰু নাট। দিন ভাওনা পাতিব পৰা যাব। ঘৰত উদ্ভণ্ডালি কৰাত মাকে শাস্তি দিয়াৰ ভয়ত পলাই আহি কৃষ্ণই অকলশৰে কদম্বৰ তলত শুই আছিল। ৰাধা নামৰ গোপীজনীয়ে পানী আনিবলৈ আহি মাণিক পুতলী কৃষ্ণক গছৰ তলতে টোপনিত লালকাল দি থকা দেখি গাৰ অলঙ্কাৰবোৰ কোনোবা চোৰে লৈ যাব বুলি সোলোকাই আনি মাকৰ হাতত দিলেগৈ। কৃষ্ণই অনেক চাতুৰি কৰি গোপীক হাৰাশাস্তি কৰা বৰ্ণনা নাটখনত আছে।

'হ'ব সখি, দিন ভাওনা কৰিবলৈ বঢ়িয়া হ'ব। পিছে সখি, এই নাট কেইখনক ঝুমুৰা বোলা হয় কিয়?' নাৰায়ণে সুধিলে।

'তাৰ কাৰণ নথকা নহয়। সংস্কৃত নাটৰ আৰ্হিৰে একোখনি পূৰ্ণাঙ্গ নাট ৰচনা কৰিবলৈ একোটা পূৰ্ণ কাহিনী, অনেক চৰিত্ৰ, ৰস আদিৰ প্ৰয়োজন। আমাৰ সৰু নাট কেইখনিও ভগৱান শ্ৰীকৃষ্ণৰ শিশু কালৰ কোনো মুহূৰ্ত একোটিৰহে ৰূপ দিবলৈ যত্ন কৰা হৈছে। ঝুমুৰি ছন্দৰ দৰে ছুটি হোৱাৰ বাবেই লোকে এই নাটকেইখনিকে ঝুমুৰা বোলে।'

'নাট কেইখনিৰ বিষয় বা কি?' পুনৰ নাৰায়ণে সুধিলে।

'সখি, ভগৱনাৰ শিশু ৰূপটোৱে এই দাসক বৰকৈ আকৰ্ষণ কৰে। ঝুমুৰাৰ নায়ক শিশু কৃষ্ণ। পৰম ব্ৰহ্মা ভগৱন্তই শিশু ৰূপ লৈ গোৱালীৰ ঘৰত গাখীৰ চুৰ কৰি খালে, গৰু চৰালে, গোপীৰ লগত চাতুৰি কৰিলে, ফটাকানিৰে ঢোপ খেলিলে, নাচিলে-বাগিলে আদি কৃষ্ণৰ দুষ্টালি, অভিমানবোৰেই ইয়াৰ বিষয়বস্তু।

'সখি আপুনি মহান। ঈশ্বৰ পুৰুষ শ্ৰীমন্ত শঙ্কৰ গুৰুজনাৰ কলা অংশ তুমি। গুৰুজনাই দি যোৱা খাটি বস্তুকে আপুনি নতুন ৰূপ দিলা। আপোনাৰ নাটৰ শিশুকৃষ্ণ গণককুছি, পাটবাউসীৰ চিনাকি শিশু এটি হৈ সকলোৰে বুকুত সোমাব, সকলোৰে অন্তৰ কৃষ্ণময় হ'ব।' কৈ কৈ ভাৱত বিভোৰ হৈ নাৰায়ণ থমকি ৰ'ল।

এনেতে ৰাম আতাই মাত লগালে, 'আমাৰ সৰু আতাই গীতত কৈছেই দেখোন'—

তিনি গুণময় বেদ বন পৰিহৰা।
গোৱালীৰ ঘৰে গৈয়া ব্ৰহ্ম চিনি ধৰা।।

আৰুনো কি ক'ব লাগিছে, হয়নে আতৈ? কালীৰাম আতৈলৈ চাই সুধিলে।

'নহয় কেলৈ? ছোট আতাৰ গীত গাবলৈ পালে মোৰ গাটো সাতখন-আঠখন লাগে। সেই যে গীতটি' বুলি সুৰ ধৰি কালিৰামে গাবলৈ ধৰিলে—

গোপাল, গোৱালী পাৰাত নাচে
চৰণ চলাই নূপুৰ বজাই
মাধুৰি মাধুৰি হাসে।।

বহাৰ আটাইকেইজন ভকত ওলাই আহি খোল-তাল লৈ বহিল। সুৰে সুৰে ৰাম আতা আৰু কালীৰাম আতৈয়ে খোজ চলায় নাচিবলৈ ধৰিলে।

আশীৰ উৰ্দ্ধৰ পাহোৱাল ডেকা মাধৱদেৱৰ এতিয়া আৰু ৰোৱাৰ সময় নাই। কেউফালে মেলি দিছে ভকতিৰ বেহা। মূল ধন সহজ সৰল হোজা মানুহৰ সমাজখন। সময়ে সময়ে ভকতৰ লগত তাঁতীকুছিৰ ভিতৰুৱা গাঁও অঞ্চললৈ গৈ ৰাইজৰ মাজত অস্থায়ী বাহৰ পাতি থাকি ধৰ্ম বিলায়। আচাৰ-ৰীতি, পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ শিক্ষা দিয়ে। জাতি-জনজাতি সকলোৰে মাজত মাধৱ হৈ পৰে পৰম বান্ধৱজন। বাৰাদি পালেংদি, বহেখোৱাবড়ি আদি অনেক ঠাই কেতিয়াবা নাৱেৰে, কেতিয়াবা পদব্ৰজে ঘূৰি-পকি 'ৰাম বুলি তৰে মিৰি অহম কছাৰী' বাণীৰে সকলোকে সাহস দি মূল্যবোধ জগাই তোলে। গুৰুক হৃদয়ত ধৰি মাধৱে ভক্তিধৰ্ম প্ৰচাৰত আত্মনিয়োগ কৰিলে।

চাওঁতে চাওঁতে গুৰুজন বেহাৰলৈ যোৱা বছেৰেক হ'লহি। কথাষাৰ মনত পৰি গুৰুক লগ পাবলৈ মাধৱৰ মন উদ্বাউল হৈ পৰিল। দুই চাৰিজন বেপাৰী মুদৈৰ মুখে দুই এটা বতৰা পোৱাৰ বাহিৰে অনেক দিন সবিশেষ জানিবলৈ পোৱা নাই। গুৰুৰ চৰণ যুগল স্পৰ্শ কৰিবলৈ মাধৱ ব্যাকুল হ'ল।

বাণ্ডুকাৰ ঘৰখনলৈও তেওঁৰ কেতিয়াবা মনত পৰে। ককায়েক দামোদৰ এতিয়া মানে বুঢ়াই হ'ল চাগৈ। বয়স বাঢ়িল কিন্তু দেহাৰ মুক্তিৰ বাবে ককায়েকৰ চিন্তা নহ'ল। মনত পৰিল ককায়েকৰ ঘৰত থকা 'বুঢ়া দশম' পুথিখনলৈ। সেই আপুৰুগীয়া শাস্ত্ৰভাগ ক'ত আলাই-আথানি হৈ পৰি আছে চাগৈ তাৰ হিচাপ নাই। নাই, এনে সম্পদ নষ্ট হ'বলৈ দিব নোৱাৰি। কেইদিনমানৰ ভিতৰতে তালৈ যাব লাগিব। এইবুলি ভাবি পিছদিনা ভকতসকলৰ লগত যোৱাৰ কথা আলচ কৰিলে। গণককুছি থানভাগ চাবলৈ কালীৰাম আতৈ আৰু ৰাম আতা আছেই। পাটবাউসীৰ ভাৰ ৰামৰাম গুৰু, বুঢ়া গোপাল, চান্দসাই, উদাৰ গোবিন্দৰ বাহিৰেও নাৰায়ণ ঠাকুৰে সকলো চম্ভালিব। নিত্য-নৈমিত্তিক কামখিনি কৰিবলৈও নামলগোৱা, পাঠক, দেউৰী, বিলনীয়া, মেধি আদিয়ে নিজ নিজ কাম নিয়াৰিকৈ ক'তো আউল নলগাকৈ কৰিয়েই থাকে। সেয়ে যোৱাৰ সকলো দিহা কৰি নাৰায়ণ ঠাকুৰক চমজাই মাধৱদেৱে ক'লে, 'সখি, গুৰুজনক দৰ্শন কৰাৰ উপৰিও 'বুঢ়া দশম' পুথিখন আনিবৰ বাবে ওলালোঁ। নাহো মানে সমস্তকে চম্ভালিবা।'

'সেই বিষয়ে চিন্তা এৰি আপুনি গুৰুৰ কাষলৈ যাওঁক। আমাৰো শতকোটি সেৱা জনাব।' নাৰায়ণ ঠাকুৰে সখিয়েকক বিদায় দিলে। মাধৱদেৱে আইমাতৃৰ পৰা বিদায় লৈ নাৱেৰে যাত্ৰা কৰিলে। নাৱেৰে গৈ বৈটামাৰিত শূদ্ৰা পাটগিৰীৰ ঘাটত নামিল। তেওঁ পৰম শ্ৰদ্ধাৰে মাধৱদেৱক তিনিদিন ৰাখিলে। ঘৰৰ সম্মুখত যিটো শিলত মাধৱ আতাই স্নান কৰিছিল পিছত পাটগিৰীয়ে অতি শ্ৰদ্ধা সহকাৰে সেই ঠাইত হৰিগৃহ সাজিলে। তাৰ পৰা গৈ হাকামত বৈ মালকচাৰ জামাল কছাৰীৰ ঘৰ পালেগৈ। তাতো ৰাতিটো কটাই ওচৰ-চুবুৰীয়া ৰাইজৰ মনৰ বুজ লৈ মাধৱে পুনৰ যাত্ৰা কৰিলে। খোজ কাঢ়ি গৈ থাকোঁতে বাটৰ কাষত দেৱদত্ত অধ্যাপকে ছাত্ৰক শব্দ, ধাতু, সূত্ৰ, সন্ধি আদি শিক্ষা দিছে আৰু দূৰলৈকে শব্দবোৰ প্ৰতিধ্বনিত হৈছে। মাধৱদেৱেও কেইদিনমানৰ আগতে পঢ়া 'স্মৰহু গোবিন্দ' শ্লোকটিলৈ মনত পৰি গুণগুণালে। এৰা ছাত্ৰইতে ব্যাকৰণৰ সূত্ৰ নাজানিলে বাক্য কিদৰে শুদ্ধ কৰিব। হৰিনাম শ্ৰৱণ-কীৰ্ত্তন-স্মৰণেই ভক্তি ব্যাকৰণৰ মূল সূত্ৰ। সেই সূত্ৰবোৰ গ্ৰহণ কৰিব জানিলে মূঢ়জনেও ভক্তিলাভ কৰিব পাৰিব। ভাবি মাধৱদেৱৰ মনটো ভাল লাগিল। সেই শ্লোকটিৰ আধাৰতে মনতে ঘোষা ৰচিলে—

স্মৰহু গোবিন্দ মূঢ় ভজহো গোবিন্দ মূঢ়
বোলহু গোবিন্দ সৰ্বক্ষণে।
মৰণ সময় পাইলে গোবিন্দেসে ৰাখিবন্ত
নাৰাখিবে দুঃকৃএঃ কৰণে।।

গুণগুণাই ঘোষাফাঁকি গাই মাধৱৰ মন তৃপ্তিৰে উপচি পৰিল। পুনৰ খোজ চলাই পথ-উপপথেৰে গৈ সোণকোষ নদী পাৰ হৈ কোঁচবিহাৰ পালেগৈ। ইজন-সিজনক সোধ-পোচ কৰি মাধৱ গৈ গুৰুস্থান দূৰৰ পৰা দেখাৰ লগে লগে সাষ্টাঙ্গে প্ৰণিপাত জনালে।

ভকতসকলৰ লগত কথাসুখত নিমগ্ন শঙ্কৰদেৱ। তাৰা যি ঠাইতে নাথাকক তাতেই অনেক লোকে শৰণ-ভজন লৈ ভক্তিধৰ্ম গ্ৰহণ কৰে আৰু গুণমুগ্ধসকলে আৱৰি থাকে। সেইদিনা শঙ্কৰদেৱৰ মন উগুল-থুগুল। ঘনে ঘনে দূৰলৈ চাই আছে। এনেতে মাধৱ আগবাঢ়ি আহি কিছুপৰ থৰ হৈ ৰ'ল। দীৰ্ঘদিনৰ অন্তত প্ৰাণপ্ৰিয় গুৰুজনক দেখা পাই আবেগ-বিহ্বলভাৱে গুৰুৰ চৰণৰবিন্দত মূৰ গুজি চকুলোৰে চৰণ তিয়াই মাধৱে সেৱা জনালে।

প্ৰেম বিগলিত কণ্ঠেৰে শঙ্কৰদেৱে সুধিলে, 'বঢ়াৰ পো, আহিলা ? তোমাৰ বাবে বাট চাই আছিলোঁ।'

'বাপ, দাস আহিব বুলি আপুনি কেনেকৈ জানিলে ?' মাধৱে কাষতে বহি সুধিলে।

'মোৰ অন্তৰাত্মাই কৈছিল। বাৰু কোৱাচোন ত'ত আমাৰ ভকত-বৈষ্ণৱসকল, আমাৰ পুত্ৰ-পৰিবাৰ কুশলে আছেনে ?'

'হয় বাপ, সকলো কুশলে আছে। আপোনাৰ কৃপাত কীৰ্ত্তন ঘৰত নিয়মিতভাৱে প্ৰসঙ্গ চলি আছে। সখি নাৰায়ণে প্ৰচাৰ কাৰ্যত যিমান পাৰে সিমান আত্মনিয়োগ কৰিছে।

আমাৰ ফালৰ পৰা আজ্ঞা পালনৰ ত্ৰুটী কৰা নাই।' মাধৱৰ মুখত পাটবাউসীৰ সমস্ত বৃত্তান্ত শুনি শঙ্কৰদেৱ সন্তুষ্ট হ'ল। তাৰাৰ অবৰ্তমানত আই গোসাঁনীকে মুখ্য কৰি পৰিয়ালৰ আটাইকেইটা প্ৰাণী কুশলে আছে বুলি জানি শঙ্কৰদেৱ আশ্বস্ত হ'ল।

ৰাতি আহাৰ গ্ৰহণৰ অন্তত শঙ্কৰদেৱে সুধিলে, 'বঢ়াৰ পো, কি মনকৈ বেহাৰলৈ আহিলা?'

'শ্ৰীচৰণ দৰ্শনৰ অৰ্থে। তদুপৰি বগুৰুকালৈও যাওঁ বুলি ভাবিছোঁ। আমাৰ বংশ পৰিয়াল যি য'ত আছে তেওঁলোকক ধৰ্ম বিলাব পাৰোৱেইবা?'

'যাব খুজিছা যোৱা, পিছে সাৰ্থক নহ'ব। অৱশ্যে হৰ্ষ-বিষাদ দুয়োটাই পাবা। চিন্তা নকৰিবা।'

আৰু এটা উদ্দেশ্য আছে, পাটবাউসীত থাকোঁতে বাপজনাক কৈছিলো 'বুঢ়ী দশম' শাস্ত্ৰখনি দাদাৰ তাত থকাৰ কথা। অপাত্ৰত অনাদৰত থকাতকৈ লৈ অনাৰ কথা ভাবিছোঁ।'

'হয়নে? ভাল কথা। পিছে ঘোষা শাস্ত্ৰখনি কিমান আগবাঢ়িছে? পূৰ্ণৰূপত চাবলৈ নাপাম। তথাপি শুনোচোন।'

'বাপ ঈশ্বৰৰ আদেশ শিৰত লৈ মহাভাৰত, গীতা, ভাগৱত, পদ্মপুৰাণ, গড়ুৰপুৰাণ, বিষ্ণুপুৰাণ, নাৰদ সংহিতা, বৈষ্ণৱামৃত লহৰি আদি পুথিৰ শ্লোক ভাঙি ছকুৰিমান ঘোষা আৰু নিজাববীয়াকৈও কিছু কৰা হ'ল। ছবি, দুলড়ী, লেছাৰি, শৰণ, ভজন, উপদেশ, নমস্কাৰ আদি বিভাগেৰে পটলসমূহ ভাগ কৰাৰ কথা ভবা হৈছে।'

মাধৱৰ বৰ্ণনাত শঙ্কৰদেৱ আপ্লুত হ'ল। 'বাপু, সৰ্বশাস্ত্ৰ সাৰ এই মহান গ্ৰন্থখনি নিশ্চয় অপূৰ্ব আৰু অদ্বিতীয় হ'ব। এই অমূল্য শাস্ত্ৰ শ্ৰৱণ-কীৰ্ত্তন কৰি নৰদেহ সাৰ্থক কৰিব পাৰিব। তোমাৰ দৰে ভকতি ৰসিক পৰম সুজানজনক শিষ্যৰূপে, বান্ধৱৰূপে পোৱাও পৰম ভাগ্যৰ ফল। আশীৰ্বাদ কৰিছোঁ সফল হোৱা।'

মাধৱদেৱৰ চকু চলচলীয়া হ'ল। একো নকৈ শুৱলা সুৰেৰে এফাঁকি ঘোষা মাতিলে—

'মই অনাথক দায়া কৰাহা পৰমানন্দ
দাস বুলি ধৰিয়ো মনত।
থৈয়ো নিজ ভৃত্যৰ সঙ্গত।।'—আৰু চৰণত প্ৰণাম জনাই

গুৰু লগত একেখনি শয্যাতে শয়ন কৰিলে।

পিছদিনা পুৱাতে গুৰুৰ পৰা বিদায় লৈ বাণ্ডকালৈ যাবলৈ ওলাওঁতে শঙ্কৰদেৱে শৃয়ান লস্কৰৰ ঘৰত সোমাই যাবলৈ উপদেশ দিলে। এদিনৰ বাট গৈ মাধৱদেৱ শৃয়ান লস্কৰৰ ঘৰ পালেগৈ। লস্কৰে তেওঁক আগবঢ়াই নি বহিবলৈ আসন দি ক'লে—

'ছোট আতা, আপুনি নিৰ্বিকাৰ, নিৰহঙ্কাৰ বুলি গুৰুজনে আমাক কৈ থাকে। পিছে আপোনাক কিহেৰে সন্তুষ্ট কৰোঁ।' এইবুলি ৰূপৰ শৰাই এখনত টকা-বস্ত্ৰ আগবঢ়াই দি

লগতে পাঁঠী , গাৰু, তুলি, বেৰা, কলহ, লোটা-চৰিয়া, ৰজত সুবৰ্ণসহ অনেক দ্ৰব্য দি সেৱা জনালে। মাধৱদেৱে মনতে দুখ পালে। গুৰু বাপে তেওঁক নিৰ্বিষয় বুলি কোৱাৰ বাবেই সিয়ান শূয়ানে তেওঁক জুখি চাবলৈ বিচাৰিছে বুলি ভাবি ? তেওঁৰ হাঁহিও উঠিল। এই শূয়ান লস্কৰৰ দৰে মানুহবোৰে সকলো ধৰ্ম প্ৰচাৰকক অৰ্থলোভী, স্বাৰ্থপৰ বুলি ভাবে বুলি। শূয়ানৰ কোনো দ্ৰব্য গ্ৰহণ নকৰি ৰাতি আহাৰ নোখোৱাকৈয়ে মাধৱ শয্যাত পৰিল আৰু পুৱাতে যাত্ৰা কৰিলে।

লোকৰ দৃষ্টিত লোভী বুলি পৰিচিত হোৱাৰ বেদনাত মাধৱ কিছুপৰ স্তব্ধ হ'ল। কিন্তু গুৰুজনে এনে এজন লোকৰ ওচৰলৈ তেওঁক কিয় পঠালে! নিশ্চয় ইও এক পৰীক্ষা। সুখে-দুখে সমভাবাপন্ন হ'ব পাৰিছোঁনে নাই তাৰেই পৰীক্ষা বুলি ভাবি মন স্থিৰ কৰি মাধৱ আগবাঢ়িল। এদিন এবেলা বাটকুৰি বাই গৈ মাধৱ বণ্ডুকা পালেগৈ। দুকুৰি পাঁচ বছৰৰ মূৰত ভায়েক ঘৰলৈ অহা দেখি বৃদ্ধ ককায়েক আৰু বৌয়েকৰ কি কৰোঁ, কি নকৰোঁ যেন লাগিল। একুৰি বাৰ বছৰ বয়সতে ঘৰৰ পৰা ওলাই যোৱা সুন্দৰ-সুঠাম যুৱকজন এতিয়া চাৰিকুৰি বছৰৰ ডৰ্ধৰ সুপুৰুষ। মাধৱ অহা শুনি ওচৰ-চুবুৰীয়া, খুৰী, মাহী সকলো খবৰ ল'বলৈ আহিল আৰু বয়সে স্পৰ্শ কৰিব নোৱাৰা ব্যক্তিত্বসম্পন্ন মাধৱদেৱে সকলোকে আকৰ্ষণ কৰিলে।

বৌমাতৃয়ে দেওৰেকক খুৱাবৰ বাবে লৰালৰিকৈ ৰান্ধনি ঘৰলৈ গৈ ৰন্ধা-বঢ়া আৰম্ভ কৰিলে। মাধৱে-বৌৱেকক মাতি তেওঁৰ বাবে চাউল সিজাবলৈ বাৰণ কৰিলে।

আবদাৰৰ সুৰত বৌৱেকে ক'লে, 'কিয়, ইমানদূৰ বাট কুৰি বাই আহিছা, এমুঠি নাখালে গা কেনেকৈ ৰ'ব ? মই সিজালোঁৱেই। ভাত এমুঠি খাব লাগিব।'

'বৌমাতৃ,আমি শ্ৰীমন্ত শঙ্কৰদেৱৰ ওচৰত নামধৰ্মত শৰণাপন্ন হৈ ভগবান কৃষ্ণৰ আশ্ৰয় গ্ৰহণ কৰিছোঁ। শৰণ গ্ৰহণ নকৰাজনৰ হাতে সিদ্ধান্ন গ্ৰহণ কৰা অসুবিধা। সেয়েহে ক্ষমা কৰিবা। তোমালোকেও যদি ভক্তিধৰ্ম গ্ৰহণ কৰা বৰ ভাল কথা হ'ব।'

মাধৱৰ কথা শুনি ওচৰতে বহি থকা জোনাকী বুঢ়ীয়ে টিপ্পনী দি তামোলৰ পিকখিনি পেৰেককৈ দুৱাৰমুখতে পেলাই ক'লে, 'পিছে বাপু, আগতে খোৱাখিনি কি কৰিবা ? উকুলিয়াই দিব পাৰিবা জানো ?'

জোনাকীৰ কথাতে হয়ভৰ দি পেহীয়েকে ক'লে, 'হেৰ' দুৰ্গেশ্বৰী শুনিলিনে ? আমি হেনো অধৰমী। তেওঁৰ ধৰমটো ধৰিলেহে আমাৰ লগত খায়। আগৰ ভোৰ বা ক'ত ? তাত গোট খাই থকা গোটেই জাকে গিৰ্জনি মাৰি হাঁহিলে। মাধৱক তেনেদৰে উপবাস কৰা দেখি বৌয়েকে ভাল নাপাই ক'লে 'ৰ'বাইকচোন, কিনো পেংলাইখন কৰা। কথাবাৰ বুজি লোৱাচোন।' কিন্তু বুজিবলৈ কোনেও মন নকৰি 'অ' ইয়াকে শুনাবলৈহে এওঁ আহিলে হবলা ?' বুলি ভোৰভোৰাই উঠি গ'ল। বৌৱেকৰ চকুলো ওলাল। ককায়েকে একো নামাতি থৰ লাগি ৰ'ল। মাধৱ নিৰ্বিকাৰ। ককায়েক দামোদৰৰ ঘৰত আৰু বেছি পৰ

থকাৰ ইচ্ছা নাইকিয়া হ'ল। ককায়েকক কৈ বুঢ়ী দশম পুথিখন আন্তৰেন্তকৈ সামৰি লৈ বৌৱেকৰ পৰা বিদায় ল'লে। দুদিনীয়া লঘোণ, ইষ্ট-কুটুম্বৰ তাচ্ছিল্যাই মাধৱৰ নিৰ্বিকাৰ মন লৰাব নোৱাৰিলে।

সেইদিনা আহি মৰ্দন কাজিৰ ঘৰত সুখে-সন্তোষে নিশাটো থাকি তাৰপৰা তেলীকৃষ্ণৰ ঘৰ পালেগৈ। তেলীকৃষ্ণই ইতিমধ্যে নামধৰ্ম গ্ৰহণ কৰিছিল। তেওঁৰ পত্নী দায়ালে পৰমভক্ত মাধৱক পাই শ্ৰদ্ধাৰে সেৱা ধৰি তেওঁৰ পৰা পৰমাৰ্থ বস্তু লাভ কৰিলে আৰু পৰমগুৰু শ্ৰীশঙ্কৰলৈও টকা এটি, বস্ত্ৰ এজুৰি দি পঠালে। তাৰ পৰা আহি দুদিনৰ মূৰত ভেলাডোবা পাই গুৰুৰ অভয় পদত সেৱা জনালে।

'বঢ়াৰ পো, যাত্ৰাত তোমাৰ কেনে অভিজ্ঞতা হ'ল?' শঙ্কৰদেৱে হাঁহি মাৰি সুধিলে।

'বাপ, আপুনি কোৱাৰ দৰে হৰ্ষ-বিষাদ দুয়োটাই লাভ কৰিলোঁ। দাদাৰ ঘৰত প্ৰথমে ইষ্ট-কুটুম্বই আৱৰি ধৰিলে, নামধৰ্ম গ্ৰহণ কৰিবলৈ কোৱাত উপহাস্য কৰি কটু কথা কৈ আঁতৰি গ'ল। মনত বিষাদ লাগিছিল, পিছে ঘৰৰ চুকতে আথানিত পৰি থকা 'বুঢ়ী দশম' পুথিখন পাই বিষাদ দূৰ হ'ল। আনন্দেৰে দাদাৰ ঘৰৰ পৰা ওলাই আহিলোঁ।'

'বিমৰ্ষ নহ'বা বঢ়াৰ পো। কাৰণ সম্বন্ধবন্ধ, মিত্ৰবন্ধ, লগ্নবন্ধ আৰু লগুণবন্ধ — এই চাৰি বন্ধত ভক্তি গন্ধ কম থাকে। লস্কৰৰ ঘৰত সোমাইছিলানে?' মাধৱক আশ্বাস দি শঙ্কৰদেৱে পুনৰ সুধিলে।

'এ বাপ, সি মহা তামসিক শিয়ান। নৰসিংহ পুৰাণৰ 'ভোগৈশ্বৰ্য মদোমত্তস্তত্ত্ব জ্ঞান পৰাংমুখঃ' এই শ্লোকটি বাপৰ মনত পৰেনে? সেইজন তেনেই। আগলৈ নাপাচিলেহে সন্তোষ পাম।' মাধৱৰ অসন্তোষৰ উমান পাই শঙ্কৰদেৱে আৰু একো নুসুধিলে।

গুৰুৰ সঙ্গসুখত প্ৰেম-ভক্তি নিজৰাত স্নান-পান-আচমন কৰি মাধৱদেৱ কেইবাদিনো বেহাৰত থাকিল। অৱশেষত গুৰুৰ চৰণাৰবিন্দত মূৰ গুজি লোতকেৰে চৰণ তিয়াই মাধৱে বিদায় ল'লে।

'বঢ়াৰ পো যোৱা, এই নামধৰ্ম ৰক্ষণ প্ৰসাৰণৰ দায়িত্ব তোমাৰ। সেয়ে সৰহদিন ৰাখিব নোখোজোঁ। এবাৰ কথা ক'বলৈহে মন আছে বুলি কিছুপৰ শঙ্কৰদেৱ থমকি ৰ'ল।

'বাপ, আজ্ঞা কৰক।' মাধৱে সুধিলে।

'আজ্ঞা নহয়, মোৰ বান্ধৱৰ প্ৰতি অনুৰোধ। আজি কি তিথি পৰিছে?'

'বাপ, আজি ভাদ্ৰ মাহৰ দ্বিতীয়া তিথি। কিয়বা সুধিলে?' মাধৱে আচৰিত হৈ গুৰুৰ ফালে চালে।

'বাপু মাধৱ, অহা বছৰৰ এই মাহৰ তিথিতে আমি চলিম। পুৱাবেলা ঘৰৰ পৰা কেইখোজমান আগবাঢ়ি আহি মনৰ বাঞ্ছা সাফল্য কৰিবা।'

এয়া, গুৰুৱে কিহৰ ইঙ্গিত দিলে। এয়া কি গুৰুবাপৰ মহাপ্ৰয়াণৰ ইঙ্গিত। মাধৱে থতমত খালে। তেওঁৰ সৰ্বশৰীৰ শিয়ৰি উঠিল। সলোতক নয়নে 'আজি এৰো প্ৰভুৰ

চৰণ' বুলি চৰণ দুখানি সাৱটি ধৰিলে। স্নেহ-বিহ্বলভাৱে গুৰুজনাই দুই হাতে তুলি ধৰি মাধৱক আগবঢ়াই দিলে। মাধৱদেৱ নাৱত উঠিল আৰু নেদেখা হোৱালৈকে গুৰুলৈ চাই আকুল চিত্তে গালে—

'কিনো কৃপা ভৃত্যক কৰিলা।
বিজ্ঞানে প্ৰদীপ মোক দিলা।।
প্ৰভু এৰি তোমাৰ পাৱক।
কোনজনে ভজিবে আনক।।

.................................

মুক্ত অৱস্থাতো মোন মন,
নেৰো যেন তোমাৰ চৰণ।।
খৰ গতিৰে নাও আগবাঢ়ি গ'ল, দূৰলৈ, অতি দূৰলৈ।

এই কেইদিন আই গোসাঁনীৰ মনত শান্তি নাই। ভালেদিন হ'ল, স্বামীৰ একো বা-বতৰা পোৱা নাই। মাধৱ যোৱাৰো এমাহ পাৰ হ'ল। মাধৱ আইমাতৃৰ কাৰণে ডাঙৰ সাহস। বৰ্তমান দুয়োৰে অনুপস্থিতি আইৰ কাৰণে অসহনীয় অনুভৱ হৈছে। বৃদ্ধ স্বামীৰ কিবা অসুখ-বিসুখ হৈছে নেকি? ভাবি-গুণি আই গোসাঁনী কোনো সময়ত অধৈৰ্য হৈ পৰে। অৱশ্যে নাতিকেইটাক লৈয়ে দুখ পাতলায়। ৰমানন্দৰ পুত্ৰ পুৰুষোত্তমে শৈশৱ অতিক্ৰম কৰিছে। হৰিচৰণৰ পুত্ৰ চতুৰ্ভুজ কেঁচুৱা হৈয়ে আছে। থুনুক-থানাক মাত এটা-দুটা ফুটিছে। আয়ে আগচোতালত বহি নাতিহঁতক ওমলায়।

সৰু নাতিক কোলাত লৈ চোতালত বহি থাকোঁতে মাধৱদেৱ আহি পাই সেৱা জনালে। মাধৱৰ মুখলৈ চাই তেওঁৰ মন সন্তুষ্ট যেন দেখি আয়ে স্বামীৰ মঙ্গল অনুমান কৰি সুখ পালে। 'আহাঁ ভিতৰলৈ' বুলি দুয়ো চ'ৰালৈ সোমাই গ'ল।

মাধৱ বহিল। ওচৰতে বহি আয়ে সুধিলে— 'কেতিয়া পালাহি? ভালেৰে আহিলানে?'

'কালি সন্ধ্যা গণককুছি পাই আজি এয়া আপোনাৰ ওচৰলৈ আহিছোঁ। আইমাতৃ, পৰিয়ালৰ সকলো কুশলে আছেনে?'

'আমাৰ ভালেই। গোসাঁইৰ শৰীৰ কেনে আছে? খোৱা-লোৱা ঠিকমতে কৰি আছেনে? ৰমানন্দ একা? তুমি অহা দেৰি হোৱা দেখি চিন্তাত পাৰ নোপোৱা হৈছোঁ। ৰাতিটোকে হাতীটো যেন লাগে।'

'আইমাতৃৰ মনৰ ভাবনা বুজি পাইছোঁ। চিন্তা নকৰিব। গুৰুজন সৰ্বতোপ্ৰকাৰে মঙ্গলে আছে' বুলি সকলো কথা বিৱৰি ক'লে। মাধৱৰ কথাত গুৰুপত্নীয়ে সন্তোষ লভিলে।

কীৰ্ত্তন ঘৰত নিত্য প্ৰসঙ্গৰ অন্ত পৰিছিল, তেনে সময়তে মাধৱদেৱ গৈ পোৱাত গুৰুৰ বাৰ্তা ল'বলৈ সকলো ব্যগ্ৰ হৈ পৰিল। মাধৱদেৱে সবাৰে আগত গুৰুৰ শাৰীৰিক,

মানসিক স্বাস্থ্য সম্পৰ্কে অৱগত কৰালে। শুনি সকলোৱে আনন্দ পালে, কিন্তু মাধৱৰ হৃদয়ত প্ৰতিধ্বনিত হ'ল গুৰুবাপৰ দাৰুণ বাক্য 'অহা বছৰ এই মাহৰ দিনটোতে ......' — এই কথা মাধৱে কাকো নক'লে। দগ্ধ হৃদয়েৰে গণককুছিলৈ ঘূৰি গ'ল।

মাধৱদেৱে সাঁচিপাত, মহীচুণ্ডা আৰু কালীৰাম আতৈয়ে যতনাই থোৱা চৰাই পাখিৰ আৰু বাঁহৰ কাপ কেইটা উলিয়াই ল'লে। আতৈয়ে ঠগাখনি আনি ওচৰত যতনাই দিলে। মাধৱৰ হৃদয়ত উদ্ভৱ হোৱা বৈষয়িক খেদে সাঁচিপাতৰ বুকুত নিৰ্বিষয় বাত্ময় ৰূপ ধাৰণ কৰিলে—

দুৰ্বাৰ দুঃসঙ্গ দুৰ্বাসনা দুষ্ট হৰি হৰি হৰি হৰি এ
অনাদি অবিদ্যা আপুনি ভৈলো মোহিত।
অনাত্মা দেহক আত্মা বুদ্ধি কৰি, হৰি হৰি হৰি হৰি এ
তুমি পৰমাত্মা ঈশ্বৰে ভৈলো বঞ্চিত।।

পৌৰুষসুলভ কণ্ঠেৰে মাধৱদেৱে উচ্চস্বৰে ঘোষা গাবলৈ ধৰিলে। মাধৱৰ কৰুণ কণ্ঠত আকৰ্ষিত ভকতসকল আহি আঁঠুলৈ বহিল। মাধৱে ভণিতা পেলালে—

'মাধৱ মুকুন্দ মুৰাৰি
কি গতি হৈল হামাৰি
মায়াৰ ৰচনা আশানদী মাজে
মজিয়া নপাইলো পাৰ।'

সুজান ভকতজনৰ ভকতিৰ বিননিয়ে সকলোৰে চকুলো উলিয়ালে।

গুৰুৰ আশিস বাণীৰে উজ্জীৱিত হ'ল মাধৱৰ মন-প্ৰাণ। তেওঁৰ চকুলৈ নামি আহিল নতুন স্বপ্ন। আশীৰ উৰ্দ্ধৰ পুৰুষজনে শৰীৰত যৌৱনৰ শক্তি অনুভৱ কৰিলে। বৈ থকাৰ সময় নাই। নতুন সৃষ্টিৰ প্ৰেৰণাৰে উদ্দাম গতিৰে তেওঁ কাপ চলাই গ'ল। ৰচনা কৰিলে ইটোৰ পিছত সিটোকৈ গীত, নামঘোষাৰ ভিন ভিন পটল। মানুহক সুন্দৰ কৰা, মহীয়ান কৰাৰ বাণীৰে ন-ন গ্ৰন্থ। সময় বুজি গোবিন্দ ভকত, শ্ৰীৰাম আতা আৰু নাৰায়ণ ঠাকুৰৰ লগত চহৰ ফুৰিবলৈ গৈ গাঁওবাসীৰ মনৰ বুজ লয়। ভক্তিধৰ্ম প্ৰচাৰ কৰাৰ উপৰিও গীত-মাতৰ শিক্ষা দিয়ে। শৰণ-ভজন আৰু তৎ সংশ্লিষ্ট নীতি কথা শিকাই শুদ্ধ পৰিশীলিত জীৱন যাপনৰ আহ্বান জনায়।

পাখি লগা কাঁড়ৰ দৰে উৰি যায় সময়। পাৰ হৈ যায় ইটোৰ পিছত সিটোকৈ বসন্ত, গ্ৰীষ্ম, বৰ্ষা ঋতুৰ পয়োভৰ। শস্য পথাৰত নকৈ গজি উঠা শ্যামল বোৰে সমাগত শৰতৰ পদধ্বনিৰ ইঙ্গিত দিয়ে। গণককুছি, পাটবাউসীলৈ নামি আহে ভাদ্ৰ মাহৰ মৃদু স্পন্দন। ভাদ মাহ সোমোৱাৰ লগে লগে মাধৱৰ মন চঞ্চল হৈ পৰে। বাহিৰত ধীৰ, স্থিৰ, শান্ত সমাহিত পুৰুষজনৰ অন্তৰ কিবা এক অস্থিৰতাত ব্যাকুল। কীৰ্ত্তনঘৰত ভকত-বৈষ্ণৱৰ লগত শাস্ত্ৰালাপ কৰি থাকোঁতে হঠাৎ কেতিয়াবা কৰুণ বিহ্বল হৈ পৰে। গুৰুগৃহত আইমাতৃৰ

আগত গুৰুৰ গুণানুকীৰ্ত্তন কৰি তেওঁক শান্তি দিয়ে যদিও অজানিত অশান্তিত উথলি উঠে মাধৱৰ হৃদয়।

সেইদিনা আছিল ভাদ মাহৰ শুক্লা প্রতিপদ তিথি। মাধৱৰ মনত পৰিল 'বিগত বৰ্ষৰ এই তিথিতে ........। হয় হয়, কালিলৈ সেই তিথি। ক্ষণজন্মা মহাপুৰুষজনৰ এই তিথিতে প্রয়াণ ঘটিব নেকি? মাধৱৰ সৰ্বশৰীৰ শিয়ৰি উঠিল। আহাৰ-পানী এৰি শয্যাত পৰিল যদিও চকুলো টোপনি নাহিল। গুৰু বাপজনাৰ চৌপাশে ঘূৰি ফুৰিলে মাধৱৰ মন।

'হে গুৰু, তোমাৰ অপাৰ কৰুণাৰ ঐশ্বৰ্যৰে এই দাসক ধন্য কৰিলা। তোমাৰ সান্নিধ্যত জীৱনৰ প্ৰকৃত মূল্যবোধৰ উদয় ঘটিল, উপলব্ধি হ'ল দুৰ্লভ মানৱ জীৱনৰ মূল্য। কৃপাৰসেৰে মুহূৰ্তে মুহূৰ্তে কাষ চপাই নিলা। হে বাপ, বিৰহৰ বেদনা কিদৰে সহোঁ?'

মাধৱৰ মনত পৰিল বিদায়ৰ আগৰাতি গণককুছিৰ বহাত গুৰুজনে দিয়া উপদেশৰাশিলৈ 'মোৰ শক্তি-ভক্তি, বল-বীৰ্য্য তোমাতে অৰ্পিলোঁ, জীৱ তাৰণৰ উপায় চিন্তিবা।' দুই হাত শিৰত লগাই মাধৱ ধ্যানস্থ হ'ল।

পুৱাতে শয্যা ত্যাগ কৰি প্ৰাতঃ কৰ্মৰ অন্তত মাধৱ ঘাটৰ ফালে আগবাঢ়িল।

শঙ্কৰদেৱৰ মহত্বৰ কথা কোচবিহাৰৰ চাৰিওফালে প্ৰচাৰিত হ'ল। তেওঁৰ শাস্ত্ৰ-জ্ঞান, পাণ্ডিত্য আৰু ভক্তিৰ গভীৰতা দেখি ৰজা নৰনাৰায়ণৰ দিনক-দিনে শ্ৰদ্ধা-ভক্তি বাঢ়ি আহিবলৈ ধৰিলে। এদিন ৰজাই শঙ্কৰদেৱক তেওঁৰ মুখে মস্তকৰ পৰা পাদ-পদ্মলৈকে ভগৱন্তৰ ৰূপ বৰ্ণনা কৰি শুনাবলৈ অনুৰোধ জনালে। ৰজাৰ ইচ্ছাৰ কথা শুনি শঙ্কৰদেৱে কৃষ্ণৰ আপাদ- মস্তকৰ এখনি বাঙ্ময় ছবি ৰজাৰ আগত দাঙি ধৰিলে।

গভীৰ উপলব্ধিৰে চকু মুদি সিংহাসনত বহি আছে ৰজা নৰনাৰায়ণ। আগবাঢ়ি গৈ আছে শ্ৰীশঙ্কৰৰ মৌ-বৰষা ভাষাৰে আগবঢ়োৱা কৃষ্ণৰ ৰূপ বৰ্ণনা। অৱশেষত শঙ্কৰৰ মুখনিসৃত শব্দ সম্ভাৰে বাখৰুৱা ৰূপ লৈ জীৱন্ত কৃষ্ণৰূপে ৰজাৰ অন্তৰত ভাহি উঠিল। পুলকিত হৈ ৰজাই চকু মেলি সমুখত বহি থকা শ্ৰীশঙ্কৰৰ মাজতে যেন সেই ৰূপ প্ৰত্যক্ষ কৰিলে।

বৰ্ণনাৰ অন্ত পৰিল। কাঁহ পৰি জীণ গৈ আছে ৰাজসভা। মৌনতা ভঙ্গ কৰি শঙ্কৰক প্ৰণাম জনাই ৰজাই মাত লগালে,

'বাপ মই ভক্তিধৰ্ম গ্ৰহণ কৰিবলৈ ইচ্ছা কৰিছোঁ। ঈশ্বৰ কৃষ্ণক শৰণ কৰাই উদ্ধাৰ কৰিব লাগে।'

ৰজাৰ আহ্বান শুনি শঙ্কৰদেৱ আচৰিত হ'ল। ৰজা আৰু কৰ্মকাণ্ডীক শৰণ নিদিওঁ বুলি তেওঁ প্ৰতিশ্ৰুতিবদ্ধ। শাস্ত্ৰজ্ঞ পণ্ডিত আৰু নানা গুণৰ অধিকাৰী নৰনাৰায়ণ ৰজা তেওঁৰ প্ৰিয়পাত্ৰ হ'লেও ৰজা ৰজাই। ৰজাৰ অবিবেচনা আৰু মন টেঙাই যোৱা মইমতালিয়ে জীৱনৰ আদি কালৰে পৰা তেওঁক ঠেকা দি আহিছে। এয়া কি ৰজাৰ অন্য এক পৰীক্ষা! বিস্ময়ৰ দৃষ্টিৰে শঙ্কৰে ৰজাৰ ফালে চালে। তেওঁৰ চকুত গভীৰ প্ৰত্যয় আৰু দৃঢ়তা দেখি

শঙ্কৰ স্তম্ভিত হ'ল। বিনম্ৰভাৱে মধুৰ কথাৰে ৰজাক বুজালে কিন্তু ৰজা কোনোমতে মান্তি নহ'ল। তেওঁ শঙ্কৰদেৱক গুৰু মানি শৰণ গ্ৰহণ কৰিবই। উপায়ন্তৰ হৈ 'ভগৱন্তৰ ইচ্ছা হ'লে কেইদিন মানৰ ভিতৰতে ৰজাৰ শৰণ দিয়া হ'ব' বুলি কথা দিলে।

ৰজাই সন্তোষ পালে। ৰাজভ্ৰাতৃ চিলাৰায় প্ৰমুখ্যে শুভাকাঙ্ক্ষীসকলৰ আনন্দৰ পাৰ নাইকিয়া হ'ল। কোনোৱে ভাবিলে 'শঙ্কৰদেৱে নিজ প্ৰতিজ্ঞা ভঙ্গ কৰি ৰজাক শৰণ দিবনে!' স্থিতপ্ৰজ্ঞ শঙ্কৰদেৱৰ ভাৱৰ পৰিৱৰ্তন নঘটিল। নিত্য নৈমিত্তিক কাৰ্যসমূহ নিয়মিতভাৱে পালন কৰি থাকিল।

অৱশেষত সেই নিৰ্দিষ্ট দিনটো আহি পালেহি। আগদিনাৰে পৰা শুচি সংযম হৈ ব্ৰতেৰে থাকি ৰজাই পুৱাতে শুভ্ৰ বস্ত্ৰ পৰিধান কৰিলে। ৰাজহাউলিৰ পৰিয়ালবৰ্গৰ উপৰিও মন্ত্ৰী পৰিষদৰ পৰা লগুৱা-লিকচৌ সকলো সজাগ হ'ল। শঙ্কৰদেৱক আগবঢ়াই আনিবলৈ দূত পঠোৱা হ'ল। এজন গুণী-জ্ঞানী পণ্ডিত, নিঃস্বাৰ্থ ধৰ্মসাধকক গুৰু মানি কৃষ্ণত শৰণ ল'বলৈ ৰজাই বাট চাই ৰ'ল।

নিজম নিতাল পৰিবেশ। গছপাত সৰাৰ শব্দও কাণত বাজি উঠিছে। বিকট চিঞৰ মাৰি হঠাত হুদু চৰাই এটা জৰীগছজোপাৰ পৰা ধপ্‌ধপাই পাখি কোবাই উৰি গ'ল। সেই ধপ্‌ধপনি প্ৰতিধ্বনিত হ'ল মাধৱৰ হৃদয়ত। গৰাৰ পৰা মাধৱদেৱ এখোজ-দুখোজকৈ নৈৰ ফালে নামি গ'ল। নৈৰ পাৰত পৰি থকা কাঠটুকুৰাত বহি মাধৱে উদাস দৃষ্টিৰে দূৰলৈ চাই আছে। এনেতে এখন নাও আগুৱাই অহা দেখি মাধৱ সচকিত হ'ল। নাওখন পাৰ হৈ গ'ল। উজনি সোঁতত ভাহি আহিল আন এখন খেল নাও। নাও আহি ঘাট পালেহি। 'সেয়া, সেয়া যেন গুৰুপুত্ৰ ৰমানন্দ ঠাকুৰ'। আশঙ্কাত মাধৱৰ মন কঁপি উঠিল। ৰমানন্দ নাৱৰ পৰা নামিল। আঠদিন অনাহাৰে -অনিদ্ৰাই নৈয়েদি আহি গণককুছি ঘাটত নামি ইফালে-সিফালে চকু ফুৰাওঁতেই মাধৱ আগবাঢ়ি গ'ল।

'হয়, হয়। এয়া বৰঠাকুৰ ৰমানন্দ। তেওঁৰ মূৰত দেখোন সেইখন পথালিকৈ বন্ধা বগা কাপোৰ। ঈশ্বৰ পুৰুষজনাই কিবা অঘটন ঘটাই আমাক অনাথ কৰিলে নেকি?' শোক বিহ্বলভাৱে আগবাঢ়ি গৈ 'ঠাকুৰ, এয়া মই কি দেখিছোঁ?' মাধৱে কম্পিত স্বৰে সুধিলে।

'পিতৃপুৰুষে ইহলীলা সম্বৰণ কৰিলে।' বুলি ৰমানন্দই হুকহুকাই কান্দিবলৈ ধৰিলে। বাকৰুদ্ধ মাধৱ মাটিত বহি পৰিল। চকুলোৱে তেওঁৰ হৃদয় বুৰিল। অলপ পিছত শান্ত হৈ ৰমানন্দক সাবটি ধৰি আহি চোতাল পালেহি। কান্দোন শুনি ইজন-সিজনকৈ ভকত গোট খালেহি। বেদনাদগ্ধ হৃদয় উজাৰি কান্দি কান্দি মাধৱে গালে—

'আলো মঞি কি কহব দুখ।
পৰাণ নিগৰে নাদেখিয়া চান্দ মুখ।।
কত পুণ্য লভিয়ো গুণেৰ নিধি শ্যাম।
বঞ্চিয়া নিলেক নিকৰুণ বিধি বাম।।

কোথা যাওঁ, কোথা থাকো কিবা কৰে মন।
বিৰহ অনল জ্বলে হৃদয়ৰ মাজ।'

মাধৱৰ করুণ গীতৰ সুৰত ভকতসকলৰ শোক উথলি উঠিল। শান্ত হৈ মাধৱে ৰমানন্দক ক'লে, 'বাপু ৰমানন্দ, গুৰুপ্ৰয়াণৰ সমস্ত বৃত্তান্ত বিবৰি কোৱা।' চকুলো টুকি ৰমানন্দই ক'বলৈ ধৰিলে—

'আজিৰ পৰা আঠ দিনৰ আগৰ কথা। সেইদিনা আছিল ভাদ্ৰ মাহৰ শুক্লা দ্বিতীয়া তিথি। নিচেই পুৱাতে আতা পুৰুষ চিন্তিত মনে বহি থকা দেখি আগদিনাৰে পৰা সোঁহাতৰ বুঢ়া আঙুলিত উঠা বিহ ফোঁহাটোৰ বিষতে মন মাৰি বহি আছে বুলি বিষ কেনে পাইছে বুলি সুধিলো। আতাই ক'লে, 'বাপু, এই ব্যাধিয়েই আমাৰ কাল হ'ব যেন পাইছো। আশে-পাশে থকা ভকতসকলক জান দিয়া।'

সেইদিনা মহাৰাজ নৰনাৰায়ণক শৰণ দিয়াৰ কথা। ৰজাৰ দূত আহি ৰজাৰ ঠাইলৈ নিবলৈ অহাৰ কথা আতাক জনোৱাত পিতৃয়ে ক'লে, 'দূতহঁত, বিহ ফোঁহাৰ বিষত মই কাতৰ হৈ পৰিছোঁ, হয়তো প্ৰাণেই যাব। ৰজাৰ তালৈ যাবলৈ সক্ষম নহয়। ৰজাক ক'বা, তেওঁৰ প্ৰতি মোৰ আশীৰ্বাদ আছে। তেওঁৰ মঙ্গল হওক।' পিতৃৰ কথা শুনি দূতহঁত দোলাসহ উভতি গ'ল। আতাপুৰুষ ভিতৰলৈ সোমাই গৈ এসাজ ন কাপোৰ পৰিধান কৰি তামৰ লোটাটো হাতত লৈ মুখ প্ৰক্ষালন কৰি মোক কাষলৈ মাতিলে। দূত উলটি যোৱা দেখি ভকতসকল ওচৰ চাপি আহিল। নাযাওঁ বুলি কৈও আতাই ন-সাজ পিন্ধা দেখি যাবলৈ ওলাইছে বুলি আমি মুখ টিপি হাঁহিলোঁ। কাৰো মনত ভাব নাছিল যে তাৰাই সেয়া নৰনাট সামৰাৰহে আখৰা চলাইছে।' কৈ ৰমানন্দই উচুপিবলৈ ধৰিলে।

'কৈ যোৱা ঠাকুৰ বাপু' মাধৱদেৱে মাত লগালে। ৰমানন্দই ক'বলৈ ধৰিলে।

'আতাই সাজ-পাৰ কৰা দেখি বলৰাম আতৈয়ে সুধিলে, 'বাপ ঈশ্বৰ, ৰাজপ্ৰসাদলৈ যাবলৈ ওলালেই নেকি ?'

'নহয় হৰিভকত, একেবাৰে যাবলৈ ওলাইছোঁ। নামঘৰৰ মুখৰ টেপৰ গছজোপাৰ তলতে শয্যাখনি পাৰাহঁক। সকলো ভকতক মাতা। প্ৰাণ প্ৰভু কৃষ্ণৰ বংশীধ্বনি মই শুনিবলৈ পাইছোঁ। সকলো মোৰ কাষলৈ আহাঁহঁক।'

ভকতে যতনাই দিয়া শয্যাখনত আতা বহিল। ভকতসকলে 'বাপ ঈশ্বৰ এইবোৰ কি দেখুৱাইছে' বুলি উৱাদিহ নাপাই কান্দিবলৈ ধৰিলে।

'দুখ নকৰিবা, এইখন পুণ্যভূমি ভাৰতত জন্ম লৈ প্ৰেম, দয়া আৰু চৰিত্ৰতাৰে কৃষ্ণনাম কীৰ্ত্তনেৰে জীৱন ধন্য কৰাৰ চেষ্টা কৰিবাহঁক। আতাৰ কথা শুনি বিতত হৈ তাৰাক সাবটি ধৰি 'আতাপুৰুষ মই পৰকালৰ বিত একো নাপালোঁ' বুলি চৰণত পৰি প্ৰাৰ্থনা জনালোঁ। তাৰাৰ দুই ওঁঠেদি হাঁহি বিৰিঙিল। মোৰ মূৰত হাত দি 'বাপু ৰমানন্দ,

আজিহে তোমাৰে মোৰে আচল পিতা-পুত্ৰৰ সম্বন্ধ ঘটিল। তুমি ধন্য হ'লা, কিন্তু সময় বহুত পলম হ'ল। তোমাক পৰমাৰ্থিক জ্ঞান দিবলৈ এতিয়া মই সমৰ্থ নহয়। বঢ়াৰ পোক শক্তি-ভক্তি সমস্ত অৰ্পণ কৰি আহিছোঁ। অভেদ ভাবি গুৰু মানি ধৰ্মবস্তু লাভ কৰিবা। ভকতসকললৈও আমাৰ এয়া উপদেশ।' এইবুলি ৰমানন্দ বহাৰ পৰা উঠি আহি ফেঁকুৰি ফেঁকুৰি মাধৱদেৱৰ চৰণ সাৱটি হুকহুকাই কান্দিবলৈ ধৰিলে।

ৰমানন্দক তুলি ধৰি মাধৱদেৱে ক'লে, 'তুমি মোৰ গুৰুপুত্ৰ, তুমি নমস্য। তোমাৰ এনে আচৰণ উচিত নহয়।'

'তাৰ পাছত কি হ'ল ? কৈ যাওক বৰঠাকুৰ' উদ্বিগ্নভাৱে ভকতসকলে ক'লে।

'টেঁপৰৰ তলত পদ্মাসনত বহি আতা ঈশ্বৰ ধ্যানস্থ হ'ল। উজ্বল আভাৰে তাৰাৰ মুখমণ্ডল আলোকিত হৈ উঠিল। কণ্ঠই দি স্বতস্ফূৰ্তভাৱে নিগৰিত হ'ল —

'পাৱে পৰি হৰি কৰোঁহো কাতৰি
প্ৰাণ ৰাখবি মোৰ......।'

এই গীতটি গোৱাৰ অন্তত আতা টেঁপৰ গছজোপাত আউজি দিলে। সকলো ভকতে অসহায়ভাৱে হতবাক দৃষ্টিৰে চাই আছে। আতা ঈশ্বৰে 'পাৰ কৰা ৰঘুনাথ সংসাৰ সাগৰ' বুলি ইহলীলা সম্বৰণ কৰিলে।'

চোতালত কান্দোনৰ ৰোল উঠিল।

'কালিলৈ দহাৰ দিন' মনত পৰি মাধৱদেৱ উচপ খাই উঠিল। শোক সামৰি তেওঁ দৃঢ় হ'ল। অলপ টান মাতেৰে ক'লে, 'ভকতসব, গুৰু প্ৰয়াণত আমি সকলোৱেই শোকাভিভূত হৈ পৰিছোঁ। এনেদৰে জুপুকা লাগি বহি থাকিলে কাম সাধন হ'ব জানো? গুৰুঋণ শুজা যাব জানো? সকলো দিহা-দিহি গৈ দহাৰ বয়-বস্তু গোটাব লাগে'।

গুৰু প্ৰয়াণৰ বাতৰি বনজুই বিয়পাদি বিয়পি গ'ল। দলে দলে লোক খবৰ কৰিবলৈ আহিল। নাৰায়ণ ঠাকুৰে খবৰ পাই শোক বিহ্বল হৈ পৰিল। মাধৱে সকলোকে সান্ত্বনা দি আগন্তুক গুৰু-কাৰ্যৰ অনেক ভাৰ ঠাকুৰক অৰ্পণ কৰিলে।

এই দাৰুণ বতৰা গুৰুপত্নীক কিদৰে জনাব ভাবি মাধৱদেৱ মহা চিন্তাত পৰিল। সেইদিনা ৰাতিয়েই সকলো যা-যোগাৰ কৰি ৰমানন্দ ঠাকুৰৰ লগত নাৱেৰে আহি এপৰ ৰাতি পাটবাউসী ঘাট পালেহি। মাধৱ পদুলি মূৰতে বৈ ৰমানন্দক পঠিয়াই দিলে। ৰমানন্দই 'আই উঠাচোন। মই আহিছোঁ' বুলি মাত দিলত উধাতু খাই আই বিছনাৰ পৰা নামি আহি দুৱাৰমুখ পালেহি। দুঃচিন্তিত কালিন্দ্ৰী আইৰ কেইবাদিনো টোপনি নাই। কেউফালে অমঙ্গল চিহ্ন তেওঁ দেখা পাই আছে। কিবা বিমঙ্গল বাতৰি আহিছে বুলি ভাবি ওলাই আহি দুৱাৰমুখত দাঢ়িড়-গোফে ভোবোকাৰ ৰূপত ৰমানন্দক দেখি আইৰ বুজিবলৈ বাকী নাথাকিল। 'বোপাই, মোৰ গোসাঁইক ক'ত এৰিলি ক' বুলি পুতেকৰ গাত জোৰে সাৱটি ধৰিলে। কান্দি কান্দি ৰমানন্দই 'আই, পিতৃ চলিল' বুলি কোৱাৰ লগে লগে আই মূৰ্চ্ছিত হৈ পৰিল। পৰিয়ালৰ

লোকৰ হিয়াভগা বিননিত সকলোৰে চকুলো ওলাল। সান্ত্বনা দিবলৈ মাধৱে ভাষা বিচাৰি নাপালে। কিছু পৰৰ পিছত আই শান্ত হোৱাত ৰমানন্দই সকলো কথা বিবৰি ক'লে। স্বামীৰ ইচ্ছা মৃত্যুৰ কথা শুনি কালিন্দ্ৰী আয়ে ধন্য মানি আৰু দাহন কাৰ্য ক'ত কৰা হ'ল সুধিলে। বৰঠাকুৰে মাতৃৰ করুণ মুখমণ্ডললৈ চাই কৈ গ'ল—

'কোচ ৰজা নৰনাৰায়ণে পিতৃ-গুৰুৰ ওচৰত শৰণ ল'বলৈ মানস কৰি তাৰাক ৰাজদৰবাৰলৈ নিবলৈ দূত পঠাই শুচি-সংযম হৈ বাট চাই আছিল। পিছে অকস্মাৎ ঘটা শোকৰ বাতৰিটো পাই ৰজা মৰ্মাহত হ'ল। 'মোৰ দৰে অনাচাৰী ৰজাক শৰণ দিব লাগে বুলিয়েই বাপজনা বৈকুণ্ঠী হ'ল।' বুলি হিয়া ঢাকুৰি কান্দিলে আৰু লগে লগে শ-দাহৰ নিমিত্তে পৰ্যাপ্ত পৰিমাণে ঘিউ, চন্দন আৰু অগৰু কাঠ পঠিয়াই দিলে। ৰজা আৰু ভ্ৰাতৃ চিলাৰায় দেৱান ভূমি পাৱে আহি পিতৃৰ পাৱত পৰি ক্ৰন্দন কৰি সেৱা জনালেহি। হাজাৰ লোকৰ সমদল যাত্ৰাৰে শৱদেহ নি চন্দন আৰু আম কাঠেৰে প্ৰস্তুত চিতাত তোলা হ'ল। এই দুখন হাতেৰে মুখাগ্নি কৰিলোঁ। চিতাজুই দপ্‌দপকৈ জ্বলি উঠিল।' শোকে খুন্দিয়াই ৰমানন্দৰ কণ্ঠৰোধ কৰিলে।

কালিন্দ্ৰী আইৰ দুধাৰি চকুলো বৈ গ'ল। কিছুপৰ বাকৰুদ্ধ হৈ থকাৰ পিছত থোকাথুকি মাতেৰে ক'লে, 'বঢ়াৰ পো, মই হতভাগীয়ে এতিয়া কি কৰোঁ ? কালিলৈ দহা পাতিব লাগে। খ্যাতিমন্ত মহাপুৰুষজনাৰ প্ৰয়াণৰ বাতৰি শুনি অনেক লোকৰ সমাগম ঘটিব। দ্ৰব্যবস্তু একোৱেই নাই।

মাধৱদেৱে প্ৰবোধ দি ক'লে, 'আইমাতৃ, আপুনি চিন্তা নকৰিব। দ্ৰব্যবস্তুৰ দিহা কৰা হৈছে।' ভগৱন্তই কৰিলে সকলো সুচাৰুৰূপে সম্পন্ন হ'ব।

মাধৱৰ দায়িত্ববোধৰ কথা কালিন্দ্ৰী আয়ে ভালদৰে জানে। তেওঁৰ কথাত আই আশ্বস্ত হ'ল। চুবুৰীয়া মহিলাসকল আহি ঘৰ-দুৱাৰ সাৰি-মচি শুদ্ধি কৰিলে।

পিছদিনা আনুষ্ঠানিক পিণ্ডাদি কাৰ্যৰ পিছত নামকীৰ্ত্তন আৰম্ভ হ'ল। অগণন লোকৰ সমাবেশত গুৰুজনাৰ দহা কাৰ্য মহা পয়োভৰেৰে সম্পন্ন কৰিলে। ৰমানন্দ ঠাকুৰে সেৱা জনাই ৰাইজক বিদায় দিওঁতে নাৰায়ণ দাসে তেওঁলৈ চাই মাত লগালে। 'বৰঠাকুৰ, তুমি সৰ্বগুণাকৰ মহাপুৰুষ গুৰুজনাৰ সুযোগ্য পুত্ৰ, দ্বিতীয় শঙ্কৰ। সকলো সময়তে মৃত্যু পৰ্যন্ত পিতৃৰ লগতে থাকি সেৱা-শুশ্ৰূষা কৰি জীৱন ধন্য কৰিলা। আমি ভাগ্যশূন্য লোক, বৈকুণ্ঠী হোৱাৰ পৰত বাপজনাক দেখা নাপালোঁ। চলিবৰ পৰত ঈশ্বৰ পুৰুষজনাই পুত্ৰ-পৰিবাৰ, ভকত-বৈষ্ণৱসবলৈ কি বাক্য বুলি গ'ল সমূহৰ আগতে বৰঠাকুৰে ব্যক্ত কৰিব লাগে। তেহে আমি চিন্তাসাগৰৰ পৰা তৰিব পাৰোঁ।

নিৰুদ্বেগভাৱে ধীৰে ধীৰে ৰমানন্দই ব্যক্ত কৰিলে 'হে ভকত বৈষ্ণৱবৃন্দ, আতাপুৰুষৰ প্ৰয়াণৰ লক্ষণ দেখি বেদনা বিহ্বলভাৱে পিতৃৰ চৰণত পৰি পৰকালৰ বিত্ত একোকে নাপালো বুলি শোক প্ৰকাশ কৰা দেখি পিতৃয়ে ক'লে, 'বাপু, আজিহে আমাৰ পিতা পুত্ৰৰ

প্ৰকৃত সম্বন্ধ ঘটিল। কিন্তু এতিয়া আমাৰ শৰীৰ বিকল, মাধৱতে আমাৰ শক্তি-ভক্তি সকলো অৰ্পণ কৰি আহিছোঁ। শিষ্য ভাই বুলি নাভাবি তেওঁক গুৰু মানিবা। শিষ্য-ভকত সকলোৱে আমাৰ এক কায় বুলি মানি ভক্তি উপদেশ লভিবা।' বুলি ৰমানন্দ কিছুপৰ নীৰৱে ৰ'ল। সভাঘৰ কঁাহ্ পৰি জীণ গ'ল। ৰমানন্দৰ সলোতক নয়ন জুৰিলৈ সকলোৰে দৃষ্টি গৈ পুনৰ মাধৱৰ ওপৰত দৃষ্টি নিবদ্ধ হ'ল। নিস্তব্ধতা ভঙ্গ কৰি পুনৰ ৰমানন্দই উদ্দাত্ত কণ্ঠে 'হে ৰাইজ, সবাৰে আগত পিতৃৰ আদেশ শিৰত লৈ মই ঘোষণা কৰিলোঁ যে আজি হন্তে মাধৱ পুৰুষেই আমাৰ পৰম উপকাৰী গুৰু' বুলি আগবাঢ়ি গৈ মাধৱদেৱক সাষ্টাঙ্গে প্ৰণাম জনালে।

শঙ্কৰদেৱ বেহাৰলৈ যোৱাৰ আগদিনা গণককুছিত মাধৱৰ ঠাইত ৰাতি থাকোঁতে তেওঁক ভক্তিধৰ্মৰ সকলো দায়িত্ব অৰ্পণ কৰি উত্তৰাধিকাৰী পতাৰ কথা নাৰায়ণ ঠাকুৰে ভালকৈয়ে জানে। কিন্তু তেওঁ জানিলেই হ'বনে? সামাজিক জনকো গুৰুৰ ইচ্ছাৰ কথা অৱগত কৰাব লাগিব। নতুন উত্তৰাধিকাৰীৰ কথাক লৈ ৰাইজৰ মাজত দ্বন্দ্বৰো সৃষ্টি হ'ব পাৰে। তাকে ভাবি বহল সমাজ গোট খাওঁতেই নাৰায়ণ ঠাকুৰে কথাষাৰ অৱগত কৰিলে। ৰমানন্দৰ কথাত গুৰুজনাৰ শেষ বাক্যষাৰ উপলব্ধি কৰি সকলোৱে সন্তোষ পালে। আনন্দত আবেগ বিহ্বল হৈ নাৰায়ণ ঠাকুৰে মাত লগালে, 'হৰিভকতসকল, মন কৰিলেনে ? কি বিচক্ষণ দূৰদৰ্শী মহাপুৰুষ আমাৰ বাপ ঈশ্বৰজনা। ইহ্কাল-পৰকালৰ উপকাৰী গুৰু বাপজনাই নিজ পুত্ৰৰ পৰিবৰ্তে গুণাকৰ পৰম ভকত মাধৱ বাপজনাক উত্তৰাধিকাৰী পাতি যুগলৈ আদৰ্শ দেখুৱাই গ'ল আৰু উত্তৰাধিকাৰী লৈ সম্ভাব্য দ্বন্দ্বৰো অৱসান ঘটিল।' এই বুলি এখন ঠগীত তামোল-পাণ, অৰিহণা, বস্ত্ৰ লৈ মাধৱদেৱৰ আগত দি উচ্চস্বৰে সকলোৱে শুনাকৈ ক'লে, 'ৰাইজ, মন দি শুনক। বৈকুণ্ঠী গুৰুবাপ জনাই যিজনাক নিজৰ জ্যেষ্ঠপুত্ৰৰ গুৰু পাতি সমৰ্পণ কৰি গ'ল, সিজনা আজিৰ পৰা আমাৰ নিজ গুৰু ৰূপে পৰিচিত হ'ল' বুলি সেৱা জনালে। লগে লগে অনেকজন আহি মাধৱক সেৱা কৰিলেহি। সেৱকসকলে ডবা, শঙ্খ, খোল-তাল আৰু হৰিধ্বনি কৰিলে। আইসকলৰ মাজত উৰুলিৰ জোকাৰ উঠিল।

গুৰু শঙ্কৰ আৰু ইষ্টদেৱ কৃষ্ণক হৃদয়ত ধাৰণ কৰি মাধৱদেৱ আত্মস্থ হৈ ৰ'ল। উঠি আহি সভক্তিৰে ৰাইজলৈ সেৱা জনাই গুৰুৱে অৰ্পণ কৰি যোৱা দায়িত্ব পালন প্ৰতিশ্ৰুতিৰ কথা ৰাইজক জনালে। হৃদয়ত প্ৰতিধ্বনিত হ'ল গুৰুৰ মেঘগম্ভীৰ বাণী 'মোৰ শক্তি-ভক্তি, বল-বীৰ্য অৰ্পণ কৰিলোঁ, জীৱন তাড়নৰ উপায় চিন্তিবা।' শোকত মাধৱ বাক্ৰুদ্ধ হৈ পৰিল।

মহোৎসৱৰ অন্ত পৰিল। মাধৱদেৱ গৈ গুৰুপত্নীৰ চৰণ চুই সেৱা জনালে। আয়ে মূৰত ধৰি 'ধীমান, শক্তিমান হোৱা' ধৰ্ম ৰাজ্যখনি নিৰ্বিঘ্নে পৰিচালনা কৰিবলৈ ভগৱন্তই শক্তি দিয়ক' বুলি হিয়া ভৰি আশীৰ্বাদ কৰিলে।

'হে মাতৃ, মোৰ পৰম গুৰুজনাৰ কৃপা হ'লে, আপোনাৰ আশিস শিৰত লৈ জীৱন ভৰি চেষ্টা চলাম' সবিনয়ে মাধৱদেৱে ক'লে।

## তৃতীয় খণ্ড

### ব্যাৰ

কাৰোবাৰ সুখ-দুখৰ কথা ভাবি সময় ৰৈ নাথাকে। চাই থাকোতে গুৰুজনাৰ আদ্যতিথিৰ দিন পালেহি। মাধৱদেৱৰ ৰৈ থকাৰ সময় নাই। কীৰ্ত্তন ঘৰত ৰাইজ গোটাই তিথিৰ বাবে ভাৰসা কৰিলে। পৰম শ্ৰদ্ধাৰ গুৰুজনাৰ কাৰণে কিবা এটা আগবঢ়োৱাৰ মানস সকলোৱেই কৰি আছিল। মাধৱদেৱৰ কথাত সকলোৱে হয়ভৰ দিলে। তথাপি মাধৱদেৱৰ মনত চিন্তা লাগি নাৰায়ণ ঠাকুৰক ক'লে, 'সখি, আদ্যতিথিত অগণন লোকৰ সমাবেশ ঘটিব। সেই অনুপাতে মাহ-প্ৰসাদৰ লগতে কল-কুঁহিয়াৰ আদি উপচাৰ দ্ৰব্য, জা-জলপানৰ বাবে গাখীৰ-গুড়, কোমল চাউল আদি অপাৰ দ্ৰব্যৰ প্ৰয়োজন হ'ব। অতবোৰ দ্ৰব্য কিদৰে গোটোৱা যায়?'

'সখি, ৰাইজে নখ জোকাৰিলে নৈ বয়। বলৰাম, গোবিন্দ, জয়কৃষ্ণ, হৰি আতৈ গৈ পাটবাউসীৰ গোৱালসকলক কুৰি মোন গাখীৰৰ দায়িত্ব দিয়ক।' কথা শুনি ৰভাত বহি থকা গোৱালসকলে ধন নভৰাকৈ কুৰি মোন গাখীৰ দিবলৈ দায়িত্ব ল'লে। আনসকলেও গাইপতি সাধ্যানুসাৰে টকাটো, পইচাটো আৰু অন্যান্য দ্ৰব্য সম্ভাৰ গোটাই দিবলৈ নিজে গা পাতি ল'লে। গুৰুজনাৰ প্ৰতি গভীৰ ভক্তি আৰু মাধৱৰ প্ৰতি শ্ৰদ্ধাবান সকলো ৰাইজে স্বইচ্ছাৰে সকলো কাম কৰি গ'ল। ব্ৰাহ্মণ-সজ্জন, উত্তৰে-দক্ষিণে থকা গাঁওবাৰৰ সকলোকে নিমন্ত্ৰণ জনোৱা হ'ল। দামোদৰদেৱকো সন্মান সহকাৰে শ্ৰাদ্ধলৈ নিমন্ত্ৰণ জনালে।

শ্ৰাদ্ধৰ দিনা অগণন লোকৰ সোঁত বলিবলৈ ধৰিলে। সেৱকসকলে পাৰেমানে গুৰু-ভকতৰ সোধ-পোচ কৰিলে। ব্ৰাহ্মণ-সজ্জনক খুৱাই-বুৱাই, ৰজত-সুবৰ্ণ, থঙ্গা-বস্ত্ৰাদি আগবঢ়াই সৎকাৰ কৰি বিদায় দিলে। নামঘৰৰ নাম-কীৰ্ত্তন, গায়ন-বায়ন, ওজাপালি, উঠা নামৰ ধ্বনিৰে আকাশ কঁপিল।

কিন্তু এইবাৰো দামোদৰদেৱ শ্ৰাদ্ধলৈ নাহিল। ভকতসকলৰ মাজত কথাটো আলোচনা হ'ল। মাধৱদেৱে মনত আঘাত পাই ৰমানন্দক মাতি সুধিলে, 'ঠাকুৰ দামোদৰদেৱক নিমন্ত্ৰণ দিয়া হৈছিল নে নাই?'

'যথা নিয়মে তামোল-পাণ দি নিমন্ত্ৰণ কৰা হৈছিল। তেওঁ স্ত্ৰীৰ ঘৰলৈ আমাৰ যোৱাৰ নিয়ম নাই' বুলি কৈ পঠালে। মাধৱ আতাই আপোনাক মাতি পঠাইছে বুলি কোৱাত বোলে মাধৱ যেনে ধৰ্মাচাৰ্য, ময়ো তেনে, গতিকে যোৱা নহ'ব।'

ৰমানন্দৰ মুখে কথাবোৰ শুনি খঙে-বিষে মাধৱ জৰ্জৰিত হ'ল। 'আও, গুৰুপত্নীক তেওঁ যিকোনো স্ত্ৰীৰ লগতহে তুলনা কৰিলে?' নাৰায়ণ ঠাকুৰক মাতি আনি মাধৱদেৱে টানকৈ ক'লে—

'সখি, তুমি এতিয়াই দামোদৰদেৱৰ থানলৈ গৈ সোধাগৈ যে তেওঁ কাৰ জহত এনে ভোগ কৰিবলৈ পালে। কোৰ হাতত লৈ খেতি কৰোঁতে জনম গৈছিল। গুৰুজনৰ কৃপাতে তেওঁৰ পৰম ভাগ্যৰ উদয় হ'ল। আজি ঐশ্বৰ্য, শ্ৰীমদে তেওঁক অন্ধ কৰিলে। যদি প্ৰকৃতাৰ্থত বৈষ্ণৱ হয়, তেওঁ এতিয়া গুৰুগৃহলৈ আহক।' মাধৱদেৱে কোৱা কথাখিনি নাৰায়ণে গৈ কোৱাত দামোদৰদেৱে গমি-পিতি চাই কথাটো বেয়া হ'ব বুলি ভাবি আদ্যশ্ৰাদ্ধলৈ আহিল। কৰ্ম অৱসানে দামোদৰক দুগ্ধ-চিৰা ভোজন কৰাই ৰমানন্দই পাটভুনি আৰু সোণৰ আঙঠি দক্ষিণা কৰিলে। মাধৱদেৱে ভাবিছিল যে দামোদৰদেৱে কেতিয়াও গুৰুকৰ্মৰ দক্ষিণা গ্ৰহণ নকৰিব। কিন্তু আন ব্ৰাহ্মণে গ্ৰহণ কৰাৰ দৰেই দামোদৰে বিনা দ্বিধাই নিজ গুৰুৰ শ্ৰাদ্ধৰ দক্ষিণা গ্ৰহণ কৰিলে। মাধৱদেৱে দেখি বিস্ময় মানিলে। শ্ৰাদ্ধৰ অন্তত মাধৱদেৱে তেওঁক সুধিলে, 'গুৰুবাপু, আপুনি কিদৰে প্ৰৱৰ্তিছে, আপোনাৰ মূল আদৰ্শ কি?'

'গুৰু, দেৱ, নাম আৰু ভকত এই চাৰি বস্তুক সাক্ষীকৈ ভাগৱতৰ আদৰ্শ মতে প্ৰৱৰ্তা হয়। অৱশ্যে প্ৰয়োজন মতে সকামী কৰ্মৰো ব্যৱস্থা কৰা হয়।'

'শুনি সন্তোষ পালোঁ। কিন্তু গুৰুজন বৈকুণ্ঠী হোৱাৰ মাসেক পাৰ নৌহওঁতেই আপোনাৰ মতি-গতিৰ এনে পৰিৱৰ্তন হ'ল কিয়? ধৰ্ম অৰণ্যত পশি পৰুৱাই পালে, গুৰুমত এৰি পথভ্ৰষ্ট হ'ল। সাধাৰণ লোকৰ দৰে ভাবি গুৰুকৰ্মলৈ অৱহেলা কৰি কাললৈ খিয়াতি ৰাখিলে। পূজা-পাতলেৰে আপুনি ভোগ-ভকতিত প্ৰৱৰ্তি থাকক। আজিৰ পৰা আপোনাৰ লগত আমাৰ সম্ভাৱ আৰু সম্বন্ধ ছেদ হ'ল।' মাধৱদেৱৰ মুখৰ কথা হেৰাল। চিৰ নিৰ্বিকাৰ পুৰুষজনৰ মুখমণ্ডল ক্ষোভ আৰু খঙত ৰঙা পৰিল।

কিছুপৰ অসহনীয় নীৰৱতা বিৰাজ কৰিলে। দামোদৰদেৱৰো খং উঠিছিল যদিও কোনো ভাবান্তৰ নেদেখুৱালে। ভকতক মাতি 'মনোহৰ ভকত, আমি উঠোঁ' বুলি থিয় হৈ এখোজ-দুখোজকৈ ওলাই গ'ল।

গণককুছিলৈ উভতি গৈ মাধৱদেৱে শ্ৰান্ত-ক্লান্তভাৱে বহি পৰিল। গুৰু তিথি পালনৰ কাৰণে শাৰীৰিক-মানসিক অক্লান্ত পৰিশ্ৰমেও তেওঁক ভাগৰুৱা কৰিব পৰা নাছিল। কিন্তু গুৰু প্ৰয়াণৰ এমাহ পাৰ হওঁতেই তাৰাৰ প্ৰদৰ্শিত পথটোত ফাঁট মেলাৰ সম্ভাৱনাই মাধৱদেৱক শঙ্কিত কৰি তুলিছিল। মনৰ বেদনা সামৰি তেওঁ পাখি কলমডাল হাতত লৈ সাঁচিপাতবোৰলৈ চাই চাই অন্যমনস্ক হৈ পৰিল। হঠাৎ তেওঁৰ কাণত বাজিল, 'মোৰ শক্তি-ভক্তি, বল-বীৰ্য তোমাতে অৰ্পণ কৰিলোঁ।' তেন্তে, মই কিয় হতাশ হৈছোঁ। কিয় গুৰুপ্ৰদত্ত শক্তি হেৰুৱাই পেলাইছোঁ! কিয় এটা বাক্যও লিখাৰ সাহস মোৰ হেৰাই গৈছে! নাই নাই, এনে হ'ব নোৱাৰে।' মাধৱ পুনৰ মৌন হ'ল। নয়নৰ নীৰে দুগাল তিয়াই তেওঁ আকুলভাৱে গালে—

'পতিত বুলিয়া মোকে হৰি হৰি এ ৰাম
তেজিতে নপাৰা নাৰায়ণ।
পৰম কৰুণা গুণে হৰি হৰি এ ৰাম
নাম ধৰিছা পতিত পাৱন।।
মোকে কৃপা কৰা হৰি এ
ঐ বন্ধু ৰাম, প্ৰাণ বন্ধু ৰাম।
নেৰোক মুখে ৰাম কৃষ্ণ নাম।।'

লাহে লাহে মাধৱৰ চিন্তাক্লিষ্ট মন মুকলি হ'ল। জোনটো ঢাকি ধৰা ক'লা ডাৱৰবোৰ সূৰুযৰ ৰেঙনি পাই আঁতৰি যোৱাৰ দৰে।

ধৰ্মাচাৰ্য পদত অধিষ্ঠিত হৈয়ো গুণাকৰ, খনিকৰ মাধৱদেৱৰ মন অহংভাৱে স্পৰ্শ কৰিব পৰা নাই। আগৰ দৰেই দুই-এদিনৰ অন্তৰে অন্তৰে তেওঁ গণককুছিৰ পৰা পাটবাউসীলৈ আহি প্ৰসঙ্গাদি চণ্ডালে। গুৰুপত্নী আৰু ঠাকুৰসকলৰ সুবিধা-অসুবিধাৰ বুজ লয়। শঙ্কৰদেৱৰ দেহাৱসানৰ এবছৰ হ'লহি। মাধৱদেৱে ভকতসকলৰ সহযোগত মহা সমাৰোহেৰে সাম্বৎসৰিক তিথি পালন কৰিলে। তেতিয়ালৈকে দিন-কালবোৰ ভালেৰেই চলি আছিল। বছৰেকীয়া তিথিৰ পাছৰ পৰাহে গুৰু পৰিয়ালত নানা অমঙ্গলে দেখা দিলে। আহিন মাহৰ দুদিন যাওঁতেই বৰঠাকুৰ ৰমানন্দৰ বসন্তই দেখা দিলে। তীব্ৰ কঁপে জ্বৰ আৰু গোটেই শৰীৰত পানীজোলাৰ দৰে গুটি উঠি ঠাকুৰক বিকল কৰিলে। মাধৱদেৱ চিন্তিত হ'ল। পৰিষ্কাৰ-পৰিচ্ছন্নকৈ ৰাখি গাৰ পোৰণি কমাবৰ বাবে কলপাত পাৰি ৰমানন্দক শুৱাই দুবৰি বনৰ আগেৰে তুলসী পাত তিয়াই থোৱা পানীৰে জুৰণি দিলে, শৰীৰ শাঁত পৰা ফল-মূল আদি খুৱাই মাধৱদেৱে যিমান পাৰে সিমান শুশ্ৰূষা কৰিলে। ইফালে গণককুছিত মাকলিৰ পুতেক ৰামৰো বসন্ত ওলাই একেই অৱস্থা হ'ল। মাধৱৰ আলপৈচান ধৰি সকলো সময়তে পৰিচৰ্যা কৰি থকা অসুস্থ কালীৰামৰো চিকিৎসাৰ প্ৰয়োজন হোৱাত তেওঁকো গুৰুগৃহলৈকে অনাই ৰমানন্দৰ ভৰি পথানতে শয্যা দি মাধৱদেৱে দুয়োকে পাৰ্যমানে শুশ্ৰূষা কৰাত লাগিল।

দুয়োকে শুৱাই লৈ মাধৱদেৱে ওচৰতে বহি কীৰ্ত্তন পাঠ কৰিলে। টোপনি অহা যেন দেখি মাধৱদেৱে কাষতে কৰি থোৱা শয্যাত বাগৰ দিলে। মাজ ৰাতি টোপনিৰ পৰা সাৰ পাই কথা পতা যেন শুনি কাণ দিলে।

'বৰঠাকুৰদেৱ, মই প্ৰাৰ্থনা কৰিছোঁ। মোকো আপোনাৰ লগতে নিব।' সেয়া দেখোন কালীৰামৰ মাত। অৱশ হৈ পৰি মাত-কথা মাতিব নোৱাৰা হোৱা কালীৰামে সেয়া কথা কৈছে। মাধৱদেৱে কাণ উনালে। ৰমানন্দই এটা এটাকৈ শব্দৰে উত্তৰ দিলে—

'কালীৰাম আতে ওলাবা। মোৰ লগতে তুমিও চলিবা।' কথোপকথন শুনি 'কৃষ্ণ কৃষ্ণ' স্মৰণ কৰি মাধৱদেৱ শয্যাত বহিল। আগন্তুক ভয়ঙ্কৰ সম্ভাৱনাৰ কথা চিন্তি মাধৱদেৱ

মৌন হ'ল। পিছদিনা পুৱাই ৰমানন্দ ঠাকুৰ চলিল। ক্ষন্তেক পিছতে মাকালিৰ পো কালীৰামৰো দেহাৱসান ঘটিল। গুৰু পৰিয়ালত কান্দোনৰ ৰোল উঠিল। কালিন্দ্ৰী আই আৰু ঠাকুৰ পত্নী সুমতী অচেতন হৈ পৰিল। মাকলৈ চাই ফেকুৰি থকা পুৰুষোত্তমক দেখি মাধৱৰ চকুলো ওলাল। কিন্তু মাধৱদেৱ বিমৰ্ষ হ'লেও বৈ থকাৰ সময় নাই। শৱদেহ নীতি মতে সংস্কাৰ কৰিলে। ঠাকুৰৰ পথানতে কালীৰাম আতৈৰো শ দাহ কৰা হ'ল।

সৰ্বগুণাকৰ পিতৃৰ লগতে সকলো সময়ত ছাঁটোৰ দৰে লাগি থকা ৰমানন্দ ঠাকুৰে পিতৃৰ কিয়দংশ গুণৰো অধিকাৰী হৈ পৰিছিল। পাটবাউসীৰ পৰা ঘূৰি আহি গুৰু পৰিয়ালৰ সমস্ত দায়িত্ব ৰমানন্দই চম্ভালি লোৱাত মাধৱদেৱে সকাহ পাইছিল। তেওঁৰ মৃত্যুৱে পৰিয়ালটোক নিঠৰুৱা কৰিলে। সৰুঠাকুৰ হৰিচৰণ দেখা-শুনাই সুপুৰুষ। মাধৱদেৱৰ ভগ্নী উৰ্বশীৰ কন্যাকে হৰিচৰণে বিয়া কৰাইছিল। তেওঁৰে সন্তান চতুৰ্ভুজ ঠাকুৰ সৰু হৈয়ে আছে।

বিপদ অকলে নাহে। সৰুঠাকুৰ হৰিচৰণৰ মানসিক বিকৃতি ঘটিল। কিবা ভাবি জুপুকা লাগি বহি থাকে। অকলে কথা পাতি হাবিয়ে জঙ্ঘলে ঘূৰি ফুৰে। সৰুপুত্ৰৰ অৱস্থা দেখি মাতৃ কালিন্দ্ৰীৰ তালুৰ আগে জীৱ গ'ল। ৰমানন্দৰ দহা-কাজ সকলো সম্পন্ন কৰি মাধৱদেৱ গণককুছিলৈ যোৱাৰ এপষেক মাত্ৰ হৈছিলহে, তাৰাৰ অনেক কাম পৰি ৰৈছে। ঘোষা শাস্ত্ৰখনৰ ৰচনাৰ কাম শেষ কৰিব লাগে। এতিয়া মানে ছুশমান ঘোষা লিখা হৈছে। গুৰুজনাই এৰি যোৱাৰ পিছৰে পৰা ইটোৰ পিছত সিটোকৈ জঞ্জালে লগ নেৰা হ'ল। এতিয়া ভাবি-চিন্তি বৈ থাকিলে নহ'ব বুলি মাধৱদেৱ কাপ-মহীলৈ বহিল। তেনেতে ধ্বজা আতৈ আহি ওলালহি। ধ্বজাৰ বিবৰ্ণ মুখ দেখি মাধৱদেৱৰ গা বাজিল। আতৈক অসময়ত অহাৰ কাৰণ সুধিলে।

'সৰু আতা, কথা বিষম। সৰুঠাকুৰ কালি যোৱা নিশাৰে পৰা ঘৰত নাই। গাঁৱৰ ঘৰে ঘৰে বিচাৰ-খোচাৰ কৰা হ'ল। পুখুৰীটো জাল পেলাই বিচৰা হ'ল। ক'তো নাপালোঁ। আয়ে কান্দি-কাটি ব্যাকুল হৈ আপোনাৰ ওচৰলৈ পঠাই দিছে।'

ধ্বজাৰ কথা শুনি কাপ-মৈলাম সামৰি ৰাম আতাক সকলো চমজাই চেলেংখন লৈ ততাতৈয়াকৈ পাটবাউসীলৈ বুলি ধ্বজাৰ লগত ওলাই গ'ল। মাধৱদেৱে বৰলচোং হাবিখনৰ মাজত সোমাল। ডাঠ হাবিখনৰ কাষেদি বৈ যোৱা জুৰিটোৰ পাৰতে হৰিচৰণ জুপুকা লাগি বহি আছে। ওচৰলৈ গৈ মাধৱদেৱে সুধিলে—

'সৰুঠাকুৰ, তুমি ইয়াত কি কৰিছা?'

হৰিচৰণে একো নকৈ ওপৰলৈ চাই থাকিল। মাধৱদেৱে তপত হুমুনিয়াহ কাঢ়ি সৰুঠাকুৰক হাতত ধৰি ঘৰলৈ লৈ আহিল। ঘৰ আহি পাওঁতেই হাত এৰাই হাবিলৈ দৌৰ মাৰিলে। কেবাজনো লোকৰ হতুৱাই ধৰি আনি শকত ৰচিৰে হৰিচৰণক বান্ধি থৈ মাধৱদেৱে মূৰে-কপালে হাত দি 'এয়ে ভাগ্যৰ বিড়ম্বন' বুলি চকুলো টুকি খন্তেক থমকি ৰ'ল। পুনৰ'

লৰালৰিকৈ উঠি গৈ সৰ্বানন্দ কবিৰাজক মতাই আনি দহ দিন ধৰি পাটবাউসীত দিনে-ৰাতিয়ে চিকিৎসা কৰালে। সৰ্বশৰীৰত ঔষধ ঘঁহি মূৰত ভৰণ দিলে। বিধে বিধে বনৌষধ সেৱন কৰোৱাৰ অন্তত হৰিচৰণ সম্পূৰ্ণ সুস্থ হৈ উঠিবলৈ ছমাহ সময় লাগিল।

এনেবোৰ কাৰণত দিনৌ পাটবাউসীলৈ অহা-যোৱা কৰি থাকিব লগা হোৱাত গুৰু মাধৱৰ শাস্ত্ৰ ৰচনাত যতি পৰিছিল। হৰিচৰণ পূৰ্ববৎ হোৱা দেখি তেওঁক বুজাই-বঢ়াই দায়িত্ব দি মাধৱদেৱে পুনৰ গীত, ঘোষা ৰচনাত মনোনিৱেশ কৰিলে। তাৰাৰ বৈ থকাৰ সময় নাই। আগবাঢ়ি গ'ল ইটোৰ পাছত সিটোকৈ পটল, দুলড়ি, লেছাৰি, হৰবাৰ, আত্মনিন্দা— অনেক ছন্দ, অনেক নামঘোষাৰ সুৰ, এটিৰ পিছত আনটিকৈ বাৎসল্যৰসাত্মক গীতৰ কলি।

আনফালে গুৰু পৰিয়ালত পুনৰ বিপৰ্যয় মিলিল। গুৰুজনাৰ দিনৰে পৰা লিগিৰাৰ স্থানত থাকিও গৃহকৰ্তা স্বৰূপ ধ্বজা আতৈয়ে ভক্তিধৰ্ম গ্ৰহণ কৰাৰ পিছত আৰু বাৰ্ধক্যৰ বাবে বৰকৈ খেতি-বাতিত মন দিব নোৱাৰা হোৱাৰ কাৰণে হৰিচৰণ ঠাকুৰে টান কথা শুনোৱাত আঘাত পাই তীৰ্থলৈ বুলি ওলাই গুচি গ'ল। ডাঙৰ গৰুহাল হঠাতে মৰি থাকিল, হালোৱা দুটাও পলাই গ'ল। বঠা নাইকিয়া নাৱৰ দৰে গুৰু পৰিয়ালৰ তলং-ভটং অৱস্থা হ'ল। কিংকৰ্তব্যবিমূঢ় হৈ আয়ে ভকত এজনৰ লগত দুই নাতি পুৰুষোত্তম আৰু চতুৰ্ভুজক মাধৱৰ ঠাইলৈ পঠাই তেওঁক মাতি পঠালে। মাধৱদেৱ আহি আইমাতৃৰ বেদনাক্লিষ্ট মুখ দেখি স্তম্ভিত হ'ল। সেৱা জনাই 'কিয়বা মাতিলে' বুলি কঠখন লৈ বহিল।

'বাপু, ৰমানন্দ চলিল। তুমি গুৰুৰ বৰপুত্ৰস্বৰূপ। বুদ্ধি-ভৰসা দি নচলালে এইখন ঘৰ ৰসাতলে যাব। হৰিগৃহৰ বেলিকাও তথৈবচ ভকতৰ খাম-খেয়ালিত ধৰ্ম লোপ পোৱাৰ সম্ভাৱনাই দেখা দিছে' বুলি আয়ে অনেক কথা বৰ্ণনা কৰিলে।

গুৰুপত্নীৰ কথা শুনি মাধৱদেৱৰ অপৰাধবোধ হ'ল। এদিন যিখন ঘৰলৈ হাজাৰজন লোকে সাংসাৰিক দুখ-বেদনাৰ পৰিত্ৰাণ বিচাৰি আহিছিল, যিখন ঘৰৰ আদৰ্শই লক্ষ্যজনৰ পথ নিৰ্দৰ্শন কৰিছিল, সেইখন ঘৰৰ আজি এই অৱস্থা।

যিজন মহাপুৰুষে ৰাজসিংহাসন ভৰিৰে থেলি দি সত্য-ধৰ্ম বিলাই দিহিঙে-দিপাঙে ঘূৰি-ফুৰি জীৱনপাত কৰিলে, সেইজনৰ পৰিয়ালৰ বিলাই-বিপত্তি দেখিও সমস্ত সমাজ নিৰ্বিকাৰ। সৰ্বশ্ৰান্ত পৰিয়ালটোক সহায় কৰাৰ বিপৰীতে বংশ-পৰিয়ালৰ ব্যৱহাৰ দেখি বিস্ময় মানি ঘনে ঘনে প্ৰাণপ্ৰিয় গুৰুজনলৈ মনত পৰি মাধৱদেৱে পুনৰ পাটবাউসীৰ বহাত কিছুদিন থকাৰ সিদ্ধান্ত ল'লে। পুনৰ পাটবাউসী জয়জয় ময়ময় হৈ পৰিল। দূৰ-দূৰণিৰ পৰা লোকসকল আহি শৰণ-ভজন, ৰামকথা ল'লেহি।

গুৰুঘৰৰ খেতিৰ পথাৰতো মাধৱদেৱে বিধে বিধে কঠীয়া ৰোৱালে। ধৰ্মাচাৰ্যজনৰ উৎসাহ দেখি ভকতসকলেও গুৰুজনৰ খেতিত সহায় কৰিলে। ধানে-মাহে পথাৰ ভৰি

পৰিল। আইগোসাঁনী আৰু পৰিয়ালৰ লোকসকলে সুখেৰে দুঁসাজ খাই কিছুদিন ভালেৰে পাৰ কৰিলে। কিন্তু পুনৰ ভূতৰ ওপৰত দানহ পৰিল। ধৰ্ম-কৰ্মত মাধৱদেৱৰ যশস্যা বিয়পি পৰা দেখি চকুচৰহা এদল লোকৰ হিংসা লাগিল। এই ক্ষেত্ৰত শঙ্কৰদেৱৰ বংশৰ দুজনমান লোক আগৰণুৱা হ'ল। ভকত সমাজত উদাৰমনা, সৰ্বগুণী ধৰ্মাধিকাৰজনৰ প্ৰভাৱ অসীম। বৈকুণ্ঠগামী বাপজনাৰ পিছতে তাৰাৰ আসনত স্থান দি মাধৱদেৱকো সকলোৱে মান-সম্ভ্ৰম কৰে। ধৰ্ম প্ৰচাৰৰ বাবে মাধৱদেৱে বাৰাদি, চুণপোৰা আদি ঠাইলৈ ভকতসকলৰ লগত যায়। গুৰুজনাৰ প্ৰতিনিধিৰূপে ৰাইজে তাৰাক মানি লৈ দৰ্শন কৰিবলৈ হাজাৰ লোকৰ সমাগম হয়। তাকে দেখি চকুচৰহা লোকহঁতৰ গা নসহিল। যিকোনো উপায়েৰে মাধৱৰ কুৎসা ৰতনা কৰাত ব্যস্ত হৈ পৰিল। কথাবোৰ কাণত পৰি গণককুছি আৰু পাটবাউসীৰ ভকতসকলে মনত দুখ পালে।

'নাপায়, নাপায়। হ'ল বুলি ইমানলৈ যাব নাপায় আতৈ।' বৰনামঘৰৰ সমুখৰ শিৰীষ গছজোপাৰ ছাঁত বহি বলৰাম আতৈয়ে মূৰে-কপালে হাত দি অকলে কৈ আছে।

মথুৰা আৰু ভদীৰামে খৰি লুৰিবলৈ বৰলচোং হাবিলৈ বুলি ওলাই আহি আতৈক অকলে বহি থকা দেখি সুধিলে, 'আতৈ, অকলে মন মাৰি বহি আছে, গা-মূৰ বেয়া নেকি?'

'গা-মূৰ বেয়া নহয় অ' ভদী, মনটোহে বেয়া হৈ কিবাখন হৈছে। নাপায় বুজিছ নাপায়, হ'ল বুলি ইমানলৈ যাব নাপায়।'

'কি পোৱা-নোপোৱাৰ কথা ক'লে বা?' আতৈৰ কথাৰ আগ-গুৰি ধৰিব নোৱাৰি মথুৰাই সুধিলে।

'সেইবোৰ কথা আমাৰ দৰে অধৰমীৰ মুখত নোলায়। কিন্তু ওলাল। গুৰুজনাৰ বংশৰ বৰভূঞা দুজনৰ মুখত ওলাল।'

'কথাটো কি? বুজাই কওকচোন।' এইবুলি দুয়ো বননিত বহিল। কিনো কম, কি শুনিবি? ৰমানন্দ ঠাকুৰৰ কাল হোৱাৰে পৰা আইমাতৃৰ ঘৰখনৰ দুখে কুলাই পাচিয়ে নধৰা হ'ল। গৰু-গাই মৰিল, খেতি কৰা বনুৱাকেইটাও পলাই গ'ল। সৰুঠাকুৰ অসুখীয়া, কাম-বনত ৰতি নাই। তাকে দেখি আমাৰ আতা ঈশ্বৰ মাধৱ পুৰুষে আইগোসাঁনীৰ দুখ দূৰ কৰিবলৈ ভকতৰ হতুৱাই খেতি কৰাই দিয়ালে। লাও-কোমোৰা বগাবলৈ চোতালৰ মূৰত হেন্দালি দিয়ালে। ভকতৰ হতুৱাই শণ খেৰ কটাই উৰুলি যোৱা ঘৰটো ছোৱালে। আইৰ মুখলৈ পানী আহিল।

আয়ে অলপ সকাহ পোৱা যেন দেখি চকুচৰহাবোৰৰ গা নসহিল। এদিন পাটবাউসীৰ পৰা ঘূৰি যাওঁতে হাথীয়া দলৈয়ে আগভেটি ধৰি সুধিলে, 'হেৰা মাধৱ, ক'ৰপৰা আহিলা?' আতা পুৰুষে 'আই মাতৃৰ তাৰ পৰাই আহিলোঁ বুলি কোৱাত হাথীয়াই ক'লে, 'তুমি উদাসীন মানুহ, তিনিজনীকৈ তিৰোতা থকা ঘৰখনলৈ সদায়ে কিয় যোৱা? মানুহে বুবু-বাবা কৰিছে গম পোৱা নাই?'

বলৰামৰ কথা শুনি ভদী আৰু মথুৰাই বিচুৰ্তি খালে। মথুৰাই ক'লে, 'হৰি হৰি, কি শুনালা? এনে হেন গুৰুজনাৰ প্ৰতি এনে মন্দ বাক্য বুলিব লাগেনে? বুজিছা আতৈ, ওপৰলৈ পানী ছটিয়ালে গাতে পৰিব। মাধৱ গুৰুজনাৰ গাৰ নোমো লৰাব নোৱাৰে চাব একা।'

'পিছে আতাই কি ক'লে?' ভদীয়ে সুধিলে।

'বাক্যবাণে বিন্ধি অস্থি-মজ্জা ভেদি সৰকি গ'ল, তথাপি মাতকে নামাতিলে। কৃষ্ণ কৃষ্ণ বুলি আঁতৰি গ'ল' বুলি বলৰাম ভকতে হুমুনিয়াহ কাঢ়িলে।

'দুখ নকৰিব আতৈ। হাতীৰ গালে তৰাৰ ফমুৰ্টি মাৰি থাকিবলৈ দিয়ক। আশী বছৰীয়া ধৰ্ম গুৰুজনাৰ গুণ-গৰিমাৰ কথা ৰাইজক ন-কৈ ক'ব নেলাগে। কুঁহিয়াৰ খাবলৈ নাপাই, শিয়ালে হোবা দিলে তালৈ কোনে কাণ কৰিব?' ভদীয়ে ক'লে।

• 'হাথীয়ানে কি তেওঁৰনো কি কাঁহীপাতে গা কাটিলে নোহোৱা-নোপজা কথাবোৰ গাই ফুৰিবলৈ।' ভকতলৈ চাই মথুৰাই ক'লে।

'কাৰণ আছে, ধৰ্ম গুৰুজনাই ধৰ্মাধিকাৰ পাতি মাধৱক দায়িত্ব দিয়াই তেওঁলোকৰ হিংসাৰ কাৰণ যেন পাইছোঁ।'

'অ' কথাৰ গুৰি ক'ৰবাত? এতিয়াহে বুজিলোঁ। কওঁকচোন আমাৰ আগত গুৰুজনাৰ কু-কথা। একেবাৰে চুঙা চাই সোপা দিম একা।' মথুৰাই ক'লে।

'অ'ই মথুৰা ব'ল। কথা পাতি থাকোঁতে বেলি মূৰৰ ওপৰত উঠিল।' ভদীয়ে দাখনেৰে উদং পিঠিটো খজুৱাই যাবলৈ উঠিল।

'ব'ল, ভতুৱা কুকুৰৰ ভুকনিবোৰ গম পালোঁ তেও।' দুয়ো হাবিৰ ফালে আগবাঢ়িল।

কথাবোৰে মাধৱদেৱৰ মনত প্ৰচণ্ড আঘাত হানিলে। কোন সেই তিনিজনী তিৰোতা! পৰম শ্ৰদ্ধাৰ গুৰুপত্নী আইমাতৃ, ৰমানন্দৰ বিধৱা পত্নী আৰু মাধৱদেৱৰ ভগ্নী উৰ্বশীৰ কন্যা হৰিচৰণৰ পত্নী। মহামহিয়সী আইমাতৃ আৰু বোৱাৰী দুগৰাকীক সাধাৰণ তিৰোতাৰ লগত তুলনা কৰি কুৎসা ৰতনা কৰা লোককেইজন কিমান নীচ, অবিবেচক তাক বুজিবলৈ মাধৱৰ বাকী নাথাকিল। নিন্দুক সূচকৰ কথাই মাধৱৰ একো অপকাৰ কৰিব নোৱাৰিলেও গুৰু পৰিয়ালৰ অপকাৰ কৰিব। ইয়াকে ভাবি মাধৱদেৱে পাটবাউসী এৰাৰ কথা চিন্তা কৰিলে। কিন্তু ক'লৈ যাব! বেহাৰলৈ! এৰা, গুৱাকছাত তেওঁৰ ভগ্নী উৰ্বশী আৰু বৈনায়েক ৰামদাস আছে। তালৈকে সদ্যে যাব লাগিব। তাত থাকিয়েই যোৱা শাস্ত্ৰখন লিখি সম্পূৰ্ণ কৰিব পাৰিম। নাই নাই, অপবাদ লৈ ইয়াত থাকিব নোৱাৰি। যাব লাগিব, সোনকালে যাব লাগিব।

মাধৱদেৱে গৈ আইমাতৃক মনৰ কথা নিবেদন কৰিলে। কথাবোৰ ঘুনুক-ঘানাককৈ আইমাতৃৰ কাণতো পৰিছিল। মাধৱৰ মনোবেদনা আয়ে বাৰুকৈয়ে উপলব্ধি কৰিছিল।

কিন্তু গুৱাকছা পাটবাউসীৰ পৰা বহুত দূৰত। বিপদে-আপদে মাধৱ অবিহনে আইৰ দিনতে অন্ধকাৰ। এৰা মনত আঘাত পালেও মাধৱক গুৱাকছালৈ যাবলৈ দিব নোৱাৰি।' ভাবি আয়ে ক'লে, 'বাপু মাধৱ, গুৰুজনে কৈয়ে গৈছে বোলে ওকণিক ভয়ে কোনে মু ণ্ড আছে কেশ। কুৎবুদ্ধিহঁতৰ ভয়ত দেশ এৰি বিদেশ হ'বা কিয় ? তথাপি যাব খুজিছা যদি সুন্দৰীলৈকে যোৱা। গধূলি-পুৱা খা-খবৰ এটা পাই থাকিব পৰা হ'ব ?'

'আইমাতৃ, পূৰ্বে গুৰুজনাই বাৰণ কৰি গৈছে। যাব নোৱাৰি।'

'বাপু, গোসাঁইকে মোকে কি ৰূপে মানা ?'

'মাতৃ, মোৰ গুৰুজনক পূৰ্ণ বৈকুণ্ঠৰ ঈশ্বৰ, অধমৰ শক্তি-ভক্তিৰ গৰাকী বুলি, আৰু তোম্ৰা গুৰুপত্নী লক্ষ্মী স্বৰূপিনী তাৰাৰ অৰ্ধশৰীৰ বুলি মানি আছোঁ।'

'তেনেহ'লে মই আজ্ঞা কৰিছোঁ, তুমি সুন্দৰীলৈ যোৱা। গোসাঁয়ে যিহক লাগি বাধা কৰিছিল সেই ভয় নিষ্কাম, নিস্পৃহ মাধৱৰ বেলিকা নাখাটে। সুন্দৰীৰ সুন্দৰীহঁতকো ভকতিৰ ভাবনাই বশ্য কৰিব। কোৱা বাপু, মোৰ কথা ৰাখিবানে ?'

তেওঁ জানো আইমাতৃয়ে কোৱাৰ দৰে ইমানৰ যোগ্য হয় ? পাৰিবনে গুৰুজনৰ দৰে স্ত্ৰী-শূদ্ৰ সৰ্বজনকে ভকতিৰ পথাৰখনলৈ নমাই আনিব ? মনে মনে চিন্তা কৰি মাধৱদেৱে ৰাধিকা শান্তিলৈ মনত পেলালে। গুৰু বাপ জনাই ৰাধিকা শান্তিৰ দ্বাৰা টেম্বুৱানী বান্ধ বন্ধাই সমাজখনত এক আলোড়নৰ সৃষ্টি কৰিছিল। খাটি খোৱা শ্ৰেণীটোক অস্পৃশ্য ৰূপে নিম্ন স্তৰত ৰাখি তেওঁলোকৰ মানবীয় অধিকাৰ খৰ্ব কৰা হৈছিল। সেইসকল লোকৰ উত্তৰণৰ বাবে এক জীৱন্ত বিপ্লৱ ৰাধিকা শান্তি। গুৰুজনাই সমাজত প্ৰতিপন্ন কৰি দেখুৱালে যে কৃতকৰ্মৰ দ্বাৰাহে মানুহৰ প্ৰকৃত মূল্যায়ন হয়, জাতি-বৰ্ণ বা বংশ গৌৰৱেৰে নহয়। কিন্তু তেওঁৰ জানো শঙ্কৰ গুৰুজনাৰ দৰে এনে মনোবল আছে ? পাৰিবনে তেওঁ মানুহৰ প্ৰকৃত মৰ্যাদা দিয়াৰ বাবে বিপ্লৱ কৰিব ?

পাৰিব লাগিব। এয়া তেওঁৰ গুৰুৰ আদেশ, আইমাতৃৰ আজ্ঞা। ভাৱনাত তোলপাৰ লাগিল মাধৱৰ মন আকাশ। তলমূৰকৈ নিমাতে ৰৈ থকা দেখি আয়ে সুধিলে —

'নিমাতে ৰ'লা যে, কোৱা মাধৱ ?'

'আইমাতৃ, আজ্ঞা শিৰোধাৰ্য কৰি সুন্দৰীলৈ যাবলৈ মন দৃঢ় কৰা হ'ল।'

কালিন্দ্ৰী আইৰ মুখত হাঁহি বিৰিঙিল। মাধৱৰ মূৰত ধৰি আশীৰ্বাদ কৰিলে।

সুন্দৰীলৈ যোৱাৰ তিনি মাহ পাৰ হ'ল। গুৰু পৰিয়ালৰ একো খা-খবৰ নাপাই চিন্তিত মনে বহি আছে মাধৱদেৱ। মনৰ ওপৰেদি এটা -দুটাকৈ অতীতৰ স্মৃতিয়ে লুকা-ভাকু খেলিছে। তেনেতে পাটবাউসীৰ পৰা নিত্যানন্দ আতে অহা দেখি আইগোসাঁনীৰ খবৰ-বাতৰি পাম বুলি মাধৱদেৱৰ মন প্ৰফুল্লিত হৈ পৰিছিল। কিন্তু সুখবৰৰ পৰিবৰ্তে নিতায়ে কঢ়িয়াই আনিছিল বজ্ৰসম দাৰুণ বতৰা। শঙ্কৰদেৱৰ জ্যেষ্ঠপুত্ৰ ৰমানন্দৰ পত্নী সুমতীক ৰজাৰ মানুহে ধৰি লৈ গ'ল।

শিল পৰা কপৌৰ দৰে মাধৱদেৱ কিছুপৰ থৰ লাগি ৰ'ল। কথাবোৰ মনত পৰি মাধৱৰ দেহ-মন শিৰ-শিৰাই গ'ল। গুৰুজনৰ বংশৰে ভায়েক সতানন্দই এদিন আইমাতৃক কৈছিল, 'বৌ, তোমাৰ বোৱাৰী কমললোচনৰ পত্নী বিধৱা হ'লেও কম বয়সীয়া হোৱা বাবে বগৰীবাৰীৰ বিৰাই চৌধাৰীয়ে বিয়া কৰাবলৈ মন কৰিছে। তুমি কি বোলা?'

'সুন্দৰী বোৱাৰী ভৰযৌৱনা সুলোচনাৰ কিবা এটা গত লাগিব বুলি ভাবি আয়ে হয়তো ভালেই পাইছিল। সহজভাৱে লৈয়েই, 'মই বাৰু মাধৱক কথাটো কওঁ' বুলি কোৱাত সতানন্দ গৰগৰাই উঠিল।

'অ' উদাসীনটোক নোসোধাকৈ দিব নোৱাৰি হবলা? আমাৰ বংশত ক'ৰপৰা এইটি ভূতৰ ওপৰত দানহ আহি নাদগিৰি হ'ল' বুলি অনেক কথা শুনালে। তথাপি আয়ে মাধৱৰ আগত কথাটো উলিওৱাত তেওঁ 'আপোনাৰ বোৱাৰীকে সুধি চাওক' বুলি কোৱাত আয়ে তেওঁক সুধিলে। আয়ে সোধাত বোৱাৰীয়েকে 'শ্ৰীশঙ্কৰৰ বোৱাৰী নাম লৈ কুৎসিত বিষয় সুখৰ আশাত মজাতকৈ ঈশ্বৰৰ চৰণ চিন্তি আপোনাৰ সেৱা কৰি থাকিম' বোলা কথাষাৰ গৈ সতানন্দৰ কাণত পৰিল। হাথীয়া দলৈৰ লগত আলোচনা কৰি 'এয়া উদাসীনৰ কাম। ভণ্ড ভকতক ইমানেও নাপালেগৈ, বাৰু দেখা যাব' বুলি ঘৰে ঘৰে গৈ 'মাধৱ বিড়াল তপস্বী, তিনিজনী বিধৱা নিজ আশ্ৰয়ত ৰাখি মাধৱ ব্যভিচাৰত লিপ্ত হৈছে বুলি জঘন্য অপবাদ ৰতিবলৈ ধৰিলে। অপযশৰ ভয়ত দেশ এৰি মাধৱ বিদেশ পালেহি। তেওঁক খেদিয়ো হাথীয়া, সতানন্দই সুখ নাপালে। ৰজাৰ ওচৰলৈ গৈ 'ভূঞাৰ ঘৰত দুজনী সৰ্বাঙ্গসুন্দৰী স্ত্ৰী আছে, তেওঁলোকক নিব পাৰিলে অন্তেষপুৰ শুৱাই পৰিব' বুলি লগালে। ৰজাৰ মানুহ অহাৰ খবৰ পাই মাজু বোৱাৰীয়েকে পটাগুটি হানি আগদাঁতকেইটা সৰাই পেলালে। ৰজাৰ মানুহে সুন্দৰী সুমতীক দেখি ধৰি লৈ গ'ল। লগত পুৰুষোত্তম ঠাকুৰ গ'ল। সুমতীৰ দাদাক কৃষ্ণ চৌধাৰীয়ে গম পাই গৈ ৰাজমাদৈসকলক হাতে-ভৰিয়ে ধৰি ক'লেগৈ, 'মাদৈসকল, জগতগুৰু শঙ্কৰৰ বৰপুত্ৰ ৰমানন্দৰ পত্নীক ৰজাৰ মানুহে ধৰি আনি অপকৰ্ম কৰিছে। আপোনালোকে কিবা এটা কৰক, নতু ৰাজ্য-ৰজা সকলোৰে অপকাৰ হ'ব।' মাদৈহঁতে ৰজাক বুজাই কোৱাত সুমতীক এৰি দিলে। কৃষ্ণ চৌধাৰীয়ে তেওঁক লৈ আহি পুৰুষোত্তমৰ লগতে নিজ ঘৰত ৰাখিলে।

কথাবোৰ ভাবি মাধৱ ম্ৰিয়মান হৈ পৰিল। কাষতে বহি থকা শ্ৰীৰাম আতৈৰো লোতক নিগৰিল। শ্ৰীৰামে লাহেকৈ মাত লগালে, 'আতা ঈশ্বৰ, এতিয়া পিছে কি কৰা যায়?'

'কৰিবলৈনো কিটো আছে? তথাপি পাটবাউসীলৈ যাম। আইমাতৃৰ চৰণ সেৱি নিজৰে দুখ পাতলাম। বুজিছা আতৈ, বৃদ্ধা গুৰুমাতৃৰ জীৱনলৈ এনে দুখ অহাটো মই সমূলি সহিব পৰা নাই।'

মাধৱদেৱৰ বিষণ্ণ বদন দেখি আৰু গুৰুগৃহৰ অথন্তৰবোৰৰ কথা শুনি শ্ৰীৰাম আতায়ো সহিব পৰা নাই। তথাপি গুৰুক সান্ত্বনা দিয়াৰ চলেৰে ক'লে, 'আতা ঈশ্বৰে নামঘোষাত দেখোন অলপ বেলেগ ধৰণেহে কৈছে।'

'কি বুলিনো ক'লো ৰাম?' মাধৱদেৱে সপ্ৰশ্ন দৃষ্টিৰে সুধিলে। কথাৰে উত্তৰ নিদি ৰাম আতাই মাধৱদেৱ ৰচিত ঘোষাফাঁকি সুৰ লগাই গালে—

'সেহিসে দিনক ভাই দুৰ্দিন বুলিয়া জানি
মেঘাছন্ন নোহয় দুৰ্দিন।
হৰি কথা অমৃতৰ সম্যক আলাপ ৰসে
যিটো দিন হোৱয় বিহীন।।'

সংসাৰ আকাশখন দুখৰ মেঘে সময়ে সময়ে আছন্ন কৰে আৰু কৰিবই। সেই দুখক বুজি নোপোৱাটোহে বেছি দুখৰ কথা বুলিহে দেখোন আতা ঈশ্বৰে সেৱকহঁতক কৈ থাকে। পাছে.......?'

'আতৈ, আমি ৰচনাহে কৰোঁ, তাৰ ৰস মথি অমৃত উলিয়াই মোৰ ভকত-বান্ধৱসকলেহে। আজি তুমি মোক হৰুৱালা ৰাম। অবিদ্যাজনিত মোহে এই অধমক মোহাছন্ন কৰিলে।' মাধৱ কিছুপৰ আত্মস্থ হৈ ৰ'ল। অলপ পিছতে মনে মনে গুণগুণালে—

'আত্মানাং সততং প্ৰাপ্তংহ্য প্ৰাপ্তৱদ বিদ্যয়া।
তন্নাশে সত্যৱত্তাতি স্বকণ্ঠাভৰণং যথা।'

অলপ পিছতে ৰামৰ ফালে চাই মাত লগালে—

'আতৈ আমাৰ লিখন সামগ্ৰী গোটাই আনাচোন।' শ্ৰীৰাম আতৈয়ে লৰালৰিকৈ কাপ-মৈলাম-পাত আনি যতনাই দিলেহি। মাধৱদেৱে সাঁচিপাতত আঙুলি বোলালে। সৃষ্টি হ'ল এটি সুন্দৰ কলি—

'আত্ম ঈশ্বৰৰ লগ প্ৰত্যক্ষ সততে পায়
নাপায় জানা তাক অবিদ্যাত।
অবিদ্যা নাশিলে লগ কৃষ্ণক পাৱয় জানা
কণ্ঠলগ্ন বস্তুক সাক্ষাত।।'

'নাৰায়ণ কৃষ্ণ' বুলি মাধৱদেৱ থিয় হ'ল।

'আতৈ, পুৱাতে বাউসীলৈ যাবলৈ নাওখন যুগুতাই থ'বলৈ লীলাৰামক খবৰ দিবা।' বুলি সন্ধ্যা প্ৰসঙ্গৰ কাৰণে গা-শুদ্ধি কৰিবলৈ ওলাই গ'ল।

মাধৱৰ ভগ্নী উৰ্বশীৰ পৰিয়াল গুৱাকছাৰ পৰা সুন্দৰীলৈ উঠি আহিল। উৰ্বশীয়ে উপলব্ধি কৰিলে তেওঁৰ ধৰ্মাধিকাৰ জ্যেষ্ঠ ভ্ৰাতৃ মাধৱদেৱৰ অসুবিধাৰ কথা। পুৱাৰে পৰা মাজ ৰাতিলৈকে প্ৰসঙ্গ, হৰি কথা চৰ্চন, শাস্ত্ৰ প্ৰণয়ন আদিতে ব্যস্ত থকাৰ কাৰণে সময়মতে আহাৰ গ্ৰহণ কৰাৰো অৱসৰ নাথাকে। বেথা লাগি উৰ্বশীয়ে তেওঁৰ পুত্ৰ ৰামচৰণক মামাকৰ

লগতে থাকি সময়মতে চাউলমুঠি সিজাই দিয়াৰ দিহা কৰিলে। মাধৱদেৱেও আনন্দ মনেৰে সন্মতি প্ৰকাশ কৰিলে।

সত্ৰৰ পৰা কেইনল মান দূৰতে বৰবিল জানখন। পাৰে পাৰে শিমলু গছৰ শাৰী। বিবিধ পখীৰ আৰাৱত মুখৰিত বিলৰ চৌপাশ। বিলত গা ধুবলৈ অহা সুন্দৰী গাভৰুহঁতৰ হাঁহিৰ খিলখিলনীয়ে প্ৰাণময় কৰি তোলে সমগ্ৰ অঞ্চল। সেইদিনা উৰ্বশীয়েও বিলত গা ধুই কাপোৰ সলাই যাবলৈ লওঁতেই সুন্দৰীহঁতৰ কথোপকথন শুনি থমকি ৰ'ল।

'হেৰৌ, তহঁতে গম পাইছ নে নাই? আমাৰ ঠাইলৈ ধৰ্মগুৰু এজন আহি সত্ৰ পাতিছেহি।' সিহঁতৰ এজনীয়ে ক'লে।

'হয়নেকি, বলহঁক যাওঁ, তেওঁনো কেনে ধৰ্মগুৰু প্ৰমাণকে চাওঁগৈ।' মনোমতীয়ে কথাৰ উত্তৰত মাত দিলে।

'অ' তহঁতে এতিয়াহে গম পাইছ হ'বলা? আমি তেওঁ আহিছে বুলি শুনি চতহিৰ দিনা সাজি-কাছি গৈ ওলালোঁগৈ তেওঁৰ ওচৰত। পিছে তেওঁ আমাক বৰ লাজ দিলে অ'।'

'লাজ দিলে, কেনৈ? কিনো কৰিলি তহঁতে?' মনোমতীয়ে সুধিলে।

'কিনো কম, কিনো শুনিবি? ন-লোক এজন আহিছে, বোলো সাজি-কাছি যাওঁ, সেইবুলি ওখকৈ খোপা বান্ধি তাতে একোপাহ ফুল গুজি লৈ বৰহমথুৰিৰে ওঁঠ বোলাই গ'লো তেওঁৰ ঠাইলৈ। আমাক দেখি তেওঁ বোলে, মাতৃসকল, এনে লাসে-বেশে পুত্ৰৰ কাষলৈ কিয় আহিছে? স্বামীৰ কাষলৈহে এনে বেশেৰে গ'লে শুৱায়।' তেওঁৰ কথা শুনি লাজত আমি আঁচলেৰে মুখ ঢাকি লাহে লাহে উঠি আহিলোঁ।'

সিহঁতৰ কথোপকথন শুনি উৰ্বশীয়ে আগবাঢ়ি গৈ সুধিলে, 'ভনীহঁত, তোমালোকে কাৰ কথা কৈছা?'

'মাধৱদেৱ নামৰ ধৰ্মগুৰুজনৰ কথা কৈছোঁ। তেওঁক দেখা কৰিবলৈ গৈ লাজ পাই আহিবলগা হোৱাৰ কথাকে কৈছোঁ। এজনীয়ে গেজেৰা মাৰি উত্তৰ দিলে।

উৰ্বশীয়ে বুজনিৰ সুৰত ক'লে, 'ভনীহঁত, সেইজন মোৰেই দাদা। তেওঁ পৰম সাত্বিক বৈৰাগী পুৰুষ। ভগৱান কৃষ্ণৰ পৰম ভক্ত। সাত্বিকভাৱে, শুদ্ধ মনেৰে তেওঁৰ ওচৰলৈ গ'লে তেওঁ তোমালোকক দৰ্শন দি ধৰ্মকথাও আলোচনা কৰিব। তেনে ভাবেৰে তোমালোক যাবাচোন।'

পিছদিনা সুন্দৰীসকল শুচি-সংযমন হৈ গৈ মাধৱদেৱক সেৱা জনালেগৈ। কেইদিনমানৰ ভিতৰত তেওঁলোকৰ মনৰ কথা বুজি মাধৱদেৱে তেওঁলোকক শৰণ ধৰ্মৰ উপদেশ দিলে।

'আতা ঈশ্বৰে এইবাৰ অসাধ্য সাধন কৰিলে।' কৈ কৈ ৰাম আতাই নিজৰ ৰসিকতাতে নিজে ৰস পাই ঢেকঢেকাই হাঁহিলে।

'ইমান হাঁহিবলগীয়া কি কাম কৰিলোঁ আতে?' মাধৱদেৱে সুধিলে।

সুন্দৰীৰ সুন্দৰীইঁতক বশ কৰি আতা ঈশ্বৰে অসাধ্য সাধন কৰাৰ কথাকে ক'লোঁ। খীৰা মৰলৰ মুখতে শুনিলোঁ বোলে এইখন ঠাইৰ জল সুন্দৰ, মন সুন্দৰ, বালি সুন্দৰ আৰু আটাইতকৈ সুন্দৰ নাৰীসকল। তিনি সুন্দৰক বশ কৰিব পাৰিলেও নাৰী সুন্দৰে আনকহে বশ কৰে। তেওঁলোকক বশ কৰা টান। তেনে সুন্দৰীকো ভকতিৰ বশ্য কৰি আমাৰ আতা পুৰুষে অসাধ্য সাধন কৰা নাই জানো?'

'হয়নে? ব'লা আতৈ, নাম প্ৰসঙ্গত বহি আমিও মনবোৰ সুন্দৰ কৰোঁগৈ।' দুয়ো বহাৰপৰা উঠিল।

আচলতে সুন্দৰীৰ নতুন পৰিবেশে মাধৱৰ মনত শান্তি দিব পৰা নাই। মনলৈ শঙ্কা আহিছে পাৰিবনে তেওঁ শঙ্কৰ গুৰুজনাই জ্বলাই থৈ যোৱা ভকতি প্ৰদীপ গছিৰে অজ্ঞান আন্ধাৰ দূৰ কৰিব? পাৰিবনে সেই দায়িত্ব তেওঁ ৰক্ষা কৰিব। নাই, নাই, তেওঁ সিমানৰ পাত্ৰ নহয়। কথাষাৰ ভাবি মাধৱে অসহায় বোধ কৰিলে। মনত পৰিল সখি নাৰায়ণ ঠাকুৰলৈ। এনে অসহায় বোধ হ'লে মাধৱদেৱে সখি নাৰায়ণৰ অভাৱ বৰকৈ অনুভৱ কৰে। ৰামচৰণে যতনাই দিয়া আহাৰ আজি তেওঁ তৃপ্তিৰে খাব নোৱাৰিলে। সোনকালে বিছনাত পৰি গুৰুৰ চৰণ যুগলত মন নিবিষ্ট কৰিলে। পাদপঙ্কজৰ পৰা মস্তকলৈকে কৃষ্ণ-শঙ্কৰ গুৰু হৰিক অভিন্ন ৰূপত হৃদয়ত ধ্যান কৰি পদ্মনাভ নাম উচ্চাৰণ কৰি শয্যাত পৰিল।

মাজৰাতি তেওঁ এটি সপোন দেখিলে। পিছদিনা প্ৰাতঃকৰ্ম সম্পন্ন কৰি মাধৱদেৱ আগ চ'ৰাত বহিল। সপোনৰ কথাবোৰে অগা-ডেৱা কৰি তেওঁৰ মন সাগৰত উটি-ভাহি ফুৰিছে। গুৰু বাপজনাই সপোনত দেখা দি তেওঁক এয়া কিহৰ ইঙ্গিত দিলে? ইয়াৰ অৰ্থ কি হ'ব পাৰে ? এৰা, সখি নাৰায়ণৰ অবিহনে ইয়াৰ গূঢ়াৰ্থ কোনে ভঙাব? কিন্তু তেওঁতো ইয়াত নাই। অৱনত মস্তকে কিছুপৰ ৰ'ল।

'সখি, আমাৰ প্ৰণাম জনালোঁ। আশাকৰোঁ মঙ্গলে আছে?' বুলি নাৰায়ণ ঠাকুৰে প্ৰণিপাত জনালে।

'সখি, আপুনি দীৰ্ঘ জীৱন লাভ কৰিব। আপোনাৰ কথাকে ভাবি থাকোঁতেই আহি মাত দিলেহি। এই সময়ত আপোনাক লগ পাবলৈ মই অতি ব্যগ্ৰ হৈ পৰিছিলোঁ।' এই বুলি আশ্বাস কৰি সখিয়েকক কাষত বহিবলৈ দিলে।

'কওঁক এতিয়া, আপোনাৰ ব্যগ্ৰতাৰ কাৰণ?' বহিলৈ নাৰায়ণে সুধিলে।

'যোৱা নিশা গুৰু বাপজনাই সপোনত দৰ্শিত সুন্দৰ ৰূপেৰে সুবৰ্ণ জখলা এটিৰে বৈকুণ্ঠৰ ফালে উঠি গৈছে। পিছে পিছে আপুনি আৰু মই দুটামান খলপা উঠোঁ মানে গুৰুজনা গৈ ওপৰ খলপা পাই পিছলৈ ঘূৰি চাওঁতে আমাক দেখি ক'লে, 'মাধৱ, তুমি কিয় আহিলা? চোৰাচোন পৃথিৱীৰ জীৱসকল মহা      ত পৰি বিলাই-বিপত্তিৰ অন্ত নোহোৱা হৈছে। তুমি আমি সকলো আহিলে জীৱ তাড়নৰ উপায় কোনে চিন্তিব? তোমালোক

সত্বৰে উলটি যোৱা।' গুৰু আদেশত আমি দুয়ো উলটি আহিলোঁ। এই সপোনৰ কথাকে ভাবি বিমৰ্ষ হৈ থাকোঁতে আপুনি আহি ওলালহি। এতিয়া সপোনৰ গূঢ়াৰ্থ চৰ্চি আমাক ক'ব লাগে।

মাধৱৰ কথা শুনি কিছুপৰ মৌন হৈ থাকি নাৰায়ণে মাত লগালে, 'সখি, হওঁতে সপোনটিৰ অৰ্থ গভীৰেই। কিন্তু তাকে চৰ্চি ব্যাখ্যা কৰিলে আপুনি কিজানি মোৰ ওপৰত কষ্ট হয়, সেয়ে ক'ব নোৱাৰিম।'

'কষ্ট হ'ম কিয়? মই ব্যগ্ৰ হৈ পৰিছোঁ, কওক।' মাধৱে ক'লে।

নাৰায়ণ ঠাকুৰে ধীৰে ধীৰে ক'বলৈ ধৰিলে, 'মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে তাৰাৰ সমস্ত দি জীৱ-তাড়নৰ উপায় চিন্তিবলৈ আপোনাক দায়িত্ব দি বৈকুণ্ঠগামী হ'ল। কিন্তু আপুনি গুৰু বাক্য এৰিলে .....।'

'কি ক'লে আপুনি? গুৰুবাক্য এৰিলোঁ।' আৰ্তদৃষ্টিৰে চাই মাধৱে ক'লে।

'এৰিলে বাবেই গুৰুৱে আপেনাক এই স্বপ্নৰে চেৱালে। ভাগিন ৰামচৰণে ৰান্ধি-বাঢ়ি দিয়া অন্ন খাই সুখেৰে কাল কটালেই গুৰুবাক্য পালন কৰা হয়নে?'

সখিয়েকৰ মুখৰ পৰা বিবেক দংশনকাৰী তীব্ৰ বাক্যবাণ শুনি স্বভাৱতে শিষ্ট লোক মাধৱে সংযম হেৰুৱালে। খঙত অগ্নিশৰ্মা হৈ ক'লে, 'আপুনি কাক এনে কথা শুনাইছে? যাৰ ল'ৰা শুৱাবলৈ ঢাৰিয়ে-ঢকুৱাই নোযোৱা হৈছে তেওঁৰ মুখত এনে কথাই সমুলি শোভা নাপায়' কাণ-মুৰ ৰঙা হৈ মাধৱ স্তব্ধি ৰ'ল।

মাধৱৰ প্ৰতিক্ৰিয়া কেনে হ'ব জানি ইতিমধ্যে নাৰায়ণ ঠাকুৰ প্ৰস্তুত হৈ আছিল। মাধৱ মনে মনে ৰোৱা যেন দেখি হাতযোৰকৈ তেওঁ ক'লে, 'সখি আপুনি খং-ৰাগ নকৰোঁ বুলি কোৱাতহে সপোনটিৰ ব্যাখ্যা দাঙি ধৰিছিলোঁ। দায় লগাৰ ভয়ত চৰ্চিবলৈ মন কৰা নাছিলোঁ। যি হ'ল হ'ল। এতিয়া যদি অপৰাধ বুলি ভাবিছে দোষ মৰিষণ কৰিব।'

মাধৱদেৱ শান্ত হ'ল। নাই নাই, নাৰায়ণে একো অপৰাধ কৰা নাই। তেওঁ স্পষ্টবাদী, মাধৱৰ পৰম শুভাকাঙ্ক্ষী প্ৰাণৰ বান্ধৱ। মাধৱৰ নিজৰহে আত্ম চিন্তা, আত্ম সমালোচনাৰ অভাৱ ঘটিছে। গুৰুৱে দি যোৱা দায়িত্ব পালনত তেওঁ ব্যৰ্থ হৈছে। যিজন মহাপুৰুষে বৈকুণ্ঠৰ পট আঁকি, নচুৱাই, নাচি, ৰাগ, তাল, মানেৰে গীত গাই আৰু গোৱাই অবাঙমনসগোচৰ বৈকুণ্ঠথনৰ পট আঁকি মৰতলৈ নমাই আনিছিল, বৃন্দাবনী কাপোৰ বোৱাই পৰম ঈশ্বৰ ভগৱানৰ কৃষ্ণলীলা মানুহৰ বুকুত স্থাপন কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল, যিজনে নিজ নিজ কৰ্মৰ মাজতে থাকিও লোকসমস্তক ৰহস্যময় ভগৱন্তক পোৱাৰ পথ দেখুৱাই দি থৈ গৈছিল, সিজনাৰ উত্তৰাধিকাৰী হৈ তেওঁ কি কৰিব পাৰিছে?' ভাবি ভাবি মাধৱৰ দেহ-মন অৱশ হৈ পৰিল।

'সখি, মই ক্লান্ত, অসহায়। আপুনি মোক পথ দেখুওঁৱাক।'

'আপোনাৰ দৰে গুণাকৰ, নিস্পৃহ কৰ্মযোগীজনক দুৰ্ঘোৰ সংসাৰ সাগৰত পৰি ককবকাই থকা নাৰায়ণ দাসে পথ দেখুৱাব? আপুনি মোক হুৱালে সখি।' বেদনাসিক্ত

কণ্ঠে নাৰায়ণে কথাখিনি কৈ কিছুপৰ বৈ পুনৰ ক'লে, 'সখি, এবাৰ কথা আজি আপোনাক কওঁ, আপুনি বেয়া নাপাব। হাতীয়ে নিজৰ প্ৰকাণ্ড শৰীৰটো নেদেখাৰ দৰে আপুনিও আপোনাৰ অপাৰ কৰ্মশক্তিৰ প্ৰতি সজাগ নহয়। অৱশ্যে গুৰুজন চলাৰ পিছত গুৰু পৰিয়ালত দেখা দিয়া দুৰ্দশা আৰু বিমঙ্গলবোৰেও আপোনাৰ ধৰ্মকৰ্মত অস্থিৰতা আনিছে। এতিয়া সময় আহিছে, দৃঢ়ভাৱে লগাৰ সময়।' মন দি কথাখিনি শুনি মাধৱদেৱে ক'লে,

'লাগিব নিশ্চয় লাগে, কিন্তু কেনেকৈ?'

'সৰু গুৰু দামোদৰদেৱে যেনেকৈ কৰিছে। আপুনি সুন্দৰীলৈ অহা সাত বছৰ হ'ল। ইমান দিনে জাকতজিলিকা কৰি হৰিগৃহ এটিও নিৰ্মাণ কৰা নহ'ল। দামোদৰদেৱলৈ মন কৰকচোন, হাটী বাটি নামঘৰ-মণিকূট সাজি, ভাগৱত চৰ্চি ভকতক শুনাই, বৰসবাহ পাতি সত্ৰ প্ৰৱৰ্তাইছে। পাটবাউসী, সুন্দৰীৰো অনেক ভকত তালৈ ঢাপলি মেলিছে। এনেদৰে উদাসীন হৈ বহি থাকিলে জানো কাৰ্য সিজিব?' নাৰায়ণে ক'লে।

'কিন্তু গুৰুজনাই কৈ গৈছিল বৰঘৰ বৰমেল নকৰিবা আৰু নটুৱা ননচুৱাবা। দুখীয়া-দৰিদ্ৰ, জাতি-উপজাতি, সৰু-বৰ সৰ্বজনৰ উপকাৰী নামধৰ্মত ৰাজসিকতাৰ স্থান নাই। সাধাৰণজনৰ বুকুত সোমাব লাগিব সাধাৰণ ভাৱেহে। বৰখেলৰ বৰাৰম্বৰত আচল উদ্দেশ্য তল পৰে। সেয়ে গুৰুৱে বৰঘৰ আৰু বৰমেল বাৰণ কৰিছিল।'

মাধৱৰ কথা শুনি নাৰায়ণে হাঁহি মাৰি ক'লে, 'যুগৰ বতাহ সদায় একেদৰে নবলে সখি। শঙ্কৰ গুৰুৰ সংস্কাৰী মনৰ প্ৰভাৱত পূৰ্বৰে পৰা বৈ থকা প্ৰবৃত্তি মাৰ্গৰ প্ৰচণ্ড বতাহজাক শীতল বৈষ্ণৱ মলয়া বতাহলৈ পৰিৱৰ্তিত হৈ গা-মন শীতল কৰিব পাৰিছিল। বৰ্তমান সেই বতাহ ধুমুহালৈ পৰিৱৰ্তন হোৱাৰ উপক্ৰম ঘটিছে। যুগৰ আহ্বানত ধুমুহাত ভাগি নপৰাকৈ বৰঘৰ সাজিলে, প্ৰতিক্ৰিয়াশীল শক্তিৰ আগত তিষ্ঠি থাকিবলৈ বৰমেল পাতিলে গুৰুবাক্য লংঘন নহয় সখি বৰং গুৰুৰ আদৰ্শত নতুন মাত্ৰা প্ৰদান কৰাহে হ'ব।'

নাৰায়ণ ঠাকুৰৰ মনৰ ভাৱ মাধৱদেৱে ভালকৈ হৃদয়ঙ্গম কৰিলে। তেওঁৰ মঙ্গল চিন্তা কৰিয়েই সময়ে সময়ে তীৰ্যক বাক্য প্ৰয়োগ কৰিবলৈও নাৰায়ণে কুণ্ঠাবোধ নকৰাৰ উদাহৰণ আছে। সেয়ে মুকলি মনেৰে সন্মতি জনাই মাধৱদেৱে ক'লে, 'সখি, তেন্তে সেয়ে হওক। মাধৱ মৰলক মতাই আনি সকলো দিহা-পৰামৰ্শ দি কামত আগবঢ়া যাওক।'

কম দিনৰ ভিতৰতে সুন্দৰীত বৰনামঘৰ সাজি উলিওৱা হ'ল। খনিকৰ মাধৱদেৱে নিজ হাতে আটকধুনীয়াকৈ সাজি উলিওৱা সিংহাসনত শুভ ক্ষণত ভাগৱত স্থাপন কৰিলে। নাৰায়ণ ঠাকুৰৰ উদ্যোগত লোকে লোকাৰণ্য হ'ল সুন্দৰীদিয়া থান। কিছুদিনৰ পিছতে মাধৱদেৱে কীৰ্ত্তনঘৰত বহি নাম গাবলৈ শাৰী নিৰূপণ কৰি দিলে। মধ্যাহ্ন প্ৰসঙ্গত নিজে নামলগোৱা হৈ কীৰ্ত্তন কৰিবলৈ ল'লে। তাৱাৰ পুৰুষসুলভ ভক্তি গভীৰ কণ্ঠৰ সুৰে সকলোকে মুগ্ধ কৰিলে। মাধৱৰ শাস্ত্ৰ-ব্যাখ্যা শুনিবলৈ দলে-বলে লোক আগবাঢ়ি আহিল। আনহাতে, কঁকালত কমৰ বান্ধি ঠাকুৰ আতা প্ৰচাৰৰ কামত লাগিল। কেতিয়াবা নাৱেৰে

নাইবা খোজকাঢ়ি, গাঁৱে গাঁৱে গৈ লোকসকলক নামধৰ্মৰ কথা বুজাই দি মাধৱদেৱৰ ওচৰত শৰণ ল'বলৈ উৎসাহিত কৰে। এনেদৰে নাৰায়ণ এদিন গৈ বামনা গাঁৱত উপস্থিত হ'লগৈ। মূৰত পাগুৰি, গাত শুধ বগা চেলেং চাদৰ লৈ দীঘলকৈ থোৰ মৰা চুৰিয়া পিন্ধা ওখ-পাখ লোকজন দেখি তেওঁক মাতি নি এঘৰত বহুৱাই তেওঁৰ বিষয়ে সবিশেষ সুধিলে। তেওঁ সবিস্তাৰে শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱৰ কথা বৰ্ণনা কৰি ক'লে—

'এই ধৰাধামত ঈশ্বৰপুৰুষ শ্ৰীশঙ্কৰদেৱে অৱতাৰ ধাৰণ কৰি নামধৰ্ম বিলাই তাৰাৰ অভেদ্য আত্মা মাধৱদেৱত ধৰ্মভাৰ থাপি বৈকুণ্ঠপ্ৰয়াণ কৰিলে। সেই মাধৱদেৱৰে আমি এজন সামান্য ভকত। সেই ঠাইতে অনেক লোক আহি তেওঁক দৰ্শন কৰিলেহি। তেনেতে গৃহস্থজনে ভক্তিভাৱেৰে প্ৰণাম জনাই ক'লে, 'আতৈ, আমাকো নামধৰ্মত শৰণ দিব লাগে।'

'মই মাধৱদেৱৰ এজন সেৱকহে। তাৰাইহে শৰণ দিব। সুন্দৰীদিয়ালৈ গৈ গুৰুজনক লগ ধৰিলেই আপোনালোকৰ মনোকামনা সিদ্ধ হ'ব।' বুলি মাধৱদেৱৰ অনেক গুণ-গৰিমাৰ কথা প্ৰকাশ কৰিলে। পিছদিনা কেইবাজনো লোক আহি সুন্দৰীত থাকি শৰণ গ্ৰহণ কৰিলেহি। ইয়াৰ পিছত বামনাগাঁৱৰ দলে দলে লোক আহি মাধৱদেৱৰ ওচৰত ভক্তিধৰ্ম গ্ৰহণ কৰিলেহি।

নাৰায়ণ ঠাকুৰৰ পৰামৰ্শ মতেই তাঁতীকুছিৰ অনেক লোক আহি শৰণ লৈ ভকত হ'লহি। আহিল বিশিষ্ট ব্যক্তি জনাৰ্দন কায়স্থ, সাতপুৰীয়া ৰাম আৰু নাসিকাৰ ৰাম আহি চাৰিহাটীৰ ভকত হৈ মাধৱদেৱৰ সঙ্গত থাকিবলৈ ল'লে। তাৰাৰ জ্ঞানগৰ্ভা শাস্ত্ৰ ব্যাখ্যা, সুমিষ্ঠ বাক্য-বচনত মুগ্ধ হৈ হাজাৰজন সামাজিকে ধৰ্ম ধৰিলেহি। সেৱকৰ সংখ্যা উত্তৰে-দক্ষিণে, পূবে-পশ্চিমে অনেকগুণে বৃদ্ধি পালে। সমাজৰ মাজত মাধৱদেৱ হৈ পৰিল প্ৰবাদ পুৰুষ, ভগৱন্তৰ অংশ অৱতাৰ।

সুন্দৰীদিয়াৰ পূব ফালে নীলা পানীৰ বৰবিলখনত ৰাজহাঁহ, পাতিহাঁহ আদি বিধে বিধে চৰাইবোৰ চৰি ফুৰে। দুয়ো কাষৰ সৌন্দৰ্যও মনোৰম। পানীত বৌ-বৰালি, শ'ল-শাল ভকুৱাৰ পৰা পুঠি-চেঙেলি-দৰিকণালৈকে বিধে বিধে মাছবোৰে কমাই ফুৰে। বিলৰ পাৰতে নদীয়াল গাঁওখন। মাছ মাৰি বেচি-কিনি নদীয়ালহঁতে পেট প্ৰৱৰ্তায়। আজিকালি অনেক নদীয়াললোকে মাধৱৰ ওচৰত শৰণ লৈ ভকত হ'ল। এদিন ভকতৰামৰ ঘৰ'লে নাঙল সাজিবলৈ কাঠ এডোখৰ বিচাৰি নদাই আহি ওলালেহি। তাক দেখি ভকতৰামে সুধিলে,

'বহুত দিনৰ মূৰত তোক দেখিলোঁ। তই বোলে ঘৰত নাছিলি, হয়নে নদাই?'

'নাছিলো বাবে অহা নাই। সুমতীক পলুৱাই নি ময়ো দেশ চাৰি বিদেশী হ'লোঁ। দুবছৰৰ মূৰত যেনিবা মিতিৰ হৈ ঘৰ চাপিলোঁহি। এতিয়া বোলো খেতিটোকে ভালকৈ কৰোঁ, নহ'লে ঘৈণীজনীক খুৱাম কি' বুলি ভাবি তোমাৰ ওচৰলৈ নাঙলৰ কাঠ এটুকুৰা বিচাৰি আহিলোঁ। পিছে এটা কথা নহয় দাইটি আগৰ সেই জয়াল বিলখন দেখোন তেনেই নিজম পৰিল। কথাটো কি?' নদায়ে থাওকতে কৈ ভকতৰামলৈ চালে।

'এ বোপাই, তই গম নাপাৱ জানো? মাধৱ মহাপুৰুষজনাই আমাৰ ইয়াত নামধৰ্ম বিলাই অনেকক ভকত কৰিছে। ময়ো তাৰাৰ ওচৰতে শৰণ ল'লোঁ। হৰি কীৰ্ত্তনৰ ধ্বনিত পাপ-তাপ, বিলৰ দৈত্য-দানৱ-পিশাচ সোপাই পলাই ফাঁট মাৰিছে। অকল বিলৰ পাৰেইনে আমাৰ গাঁওখনতো তাহানিৰ সেই অবাইচ মাত, দ্বন্দ্ব-খৰিয়ালবোৰ বহুত কমিল। এয়া নামধৰ্মৰ কৃপা বুজিছ নদাই?' আত্মতৃপ্তিৰে ভকতৰামে ক'লে।

'এৰা, বৰবিলৰ পাৰত কেইবাটাও দৈত্য থাকে বুলি ককাইহঁতৰ মুখত তাহানিৰে পৰা শুনি আহিছোঁ। সেই ভয়তে ৰাতি-বিয়লি আমিবোৰ বিলৰ পাৰলৈ নাহোঁ। টেপুৰামৰ মাকে হেনো দেখিছে দৈত্যকেইটা গগন পেহাক বোলে এদিন এটাই খেদি খেদি নগুৰ-নাগতি কৰিলে। টেলেকা চকু, উচলা দাঁত, বিকট চেহেৰা, ভেঙুৰা-ভেঙুৰি হাত-ভৰি দেখিয়েই তেওঁৰ বোলে চুলিৰ আগে জীৱ গ'ল। কোনোমতেহে পলাই সাৰিল। আজিকালি পিছে সেইবোৰ আছেনে নাই দাইটি?' নদায়ে ব্যগ্ৰতাৰে সুধিলে।

'ভাল কথাকে সুধিলি। কওঁ শুন। এদিন ছোট আতাৰ ভকতৰাম আতৈয়ে বিলত স্নান কৰিবলৈ আহি মুখত পানী চলু লওঁতেই ভেঙুৰা-ভেঙুৰি দৈত্যকেইটা চৰি থকা দেখি পাৰে মানে ৰামনাম উচ্চাৰণ কৰিলে। তাকে দেখি দৈত্যকেইটা নল-খাগৰিৰ মাজত সোমাই নিজানে ৰ'ল। ৰাম আতাই গৈ গুৰুজনক কথাটো কোৱাত মাধৱদেৱে সিহঁতক খেদোৱাৰ মানসেৰে পিছদিনাই কেইজনমান ভকত লৈ বিলৰ পাৰ পালেগৈ আৰু দীঘল সুৰীয়া কৈ বিলৰ পাৰত ঘোষা জুৰিলে। ৰাইজৰ লগতে আমিবোৰেও গালোঁ নহয়। এনে সোৱাদ লাগিল। গাওঁতে গাওঁতে একেবাৰে সলসলীয়া হৈ গ'ল।' বুলি ভকতৰামে গালে—

'হৰি কীৰ্ত্তনৰ ধ্বনি লাগি পলাই পাপ দুয়ো দিশে ভাগি
হেৰ পাইলে বুলি ভয়ত ভিৰি লৱৰে।
এক ব্ৰহ্মাণ্ডত নাপাই ঠাই আউৰ ব্ৰহ্মাণ্ডত পলাই যায়
নামে খেদিনেন্ত ব্ৰহ্মাণ্ড পৰি বাগৰে।'

হৰিনামৰ ধ্বনিত ৰ'ব নোৱাৰি বিলৰ দক্ষিণ পাৰ খান্দি নি দৈত্যবোৰে কটক্‌তলী বিল পালেগৈ। তাতো ৰ'ব নোৱাৰি ছাগমৰা বিলত পৰিলেগৈ। তেতিয়াৰে পৰা বৰবিল নিজম পৰিল। বিলৰ দক্ষিণ পাৰটো ভঙা দেখিছ? আজিকালি সেই ঠাইক মানুহে দৈত্যজান বুলি কয়। এয়া আমাৰ মাধৱ আতা আৰু কৃষ্ণৰ কৃপা বুজিছ?'

'এৰাতো, এই কেইবছৰতে আমাৰ ঠাইখন ভেনেই সলনি হ'ল। আৰু তুমিও একা কম সলনি হোৱা নাই দাইটি।'

'মোকনো কি সলনি হোৱা দেখিলি হোঁ?' হাঁহি মাৰি ভকতৰামে সুধিলে।

'সুধিছাহে? ওভটমাত নোবোলাকৈ কথা নোকোৱা মোৰ দাইটিৰ মুখত আজি হৰিনাম সৰসৰকৈ ফুটিছে। ক'টোৰ তিনিচুক নিচিনা ভকত ৰামে ঘোষা পদ গাইছে। হিঃ হিঃ হিঃ, হাঃ হাঃ হাঃ।'

হাঁহিছ? হাঁহ, হাঁহ, এয়া সৎ সঙ্গৰ কৃপা বুইছ?' ভকতৰামেও হাঁহিলে।

'পিছে দাইটি, এই অধৰমীটোকো গুৰুজনৰ ওচৰলৈ লৈ গৈ গত লগোৱা।'

'হ'ব, হ'ব। তোৰ মতি-গতি ভাল হৈছে যেতিয়া গুৰুজনৰ ওচৰত শৰণ দিয়াম।' ভকতৰামে আশ্বাস দিলে। এনেতে সুন্দৰীদিয়া সত্ৰৰ বৰনামঘৰৰ পৰা ডবাৰ মাত ভাহি আহিল।

'দুদুম, দুদুম দুদুম, দুৰু দুম, দুৰু দুম, দুৰু দুম..........

'কৃষ্ণ' বুলি ভকতৰামে দুইহাত মূৰত লগালে। তাকে দেখি নদায়েও প্ৰণাম জনালে।

দিনৰ দিনটো ধৰ্ম প্ৰচাৰৰ কাৰণে গাঁৱে-ভূঞে ঘূৰি ফুৰি এমুঠি খাই বিছনাত পৰাৰ লগে লগে নাৰায়ণ ঠাকুৰ টোপনি গ'ল। ৰাতি সাৰ পাই কোনোবাই সুৱলা সুৰেৰে পদ গোৱা শুনি তেওঁৰ মন পুলকিত হ'ল। পুৱাতে উঠি ঘৰত আলহী থকা গম পাই ওচৰলৈ গৈ তেওঁৰ বিষয়ে সবিশেষ গম লৈ জানিব পাৰিল যে তেওঁৰ নাম কংসাৰি। পূৰ্বতে তেওঁৰ ঘৰ আছিল বঙ্গদেশৰ বিক্ৰমপুৰত। আসাম দেশ চাবলৈ বুলি নাৱেৰে আহি থাকোঁতে নাও ডুবি সৰ্বস্ব গ'ল। তেওঁ কোনোমতে সাঁতুৰি আহি বৰকৰ্দৈবাৰীত তিনিমাহ ৰ'ল। তাৰ পৰা কামৰূপ দেশৰ দক্ষিণে ছয়াপুৰ, মামলি, ভলুকাবাঁহি, ভোজমালা আদি ঠাইত ঘূৰি ফুৰি মালচা পালেহি। মালচাত খুজি মাগি খাই ফুৰি এদিন গৈ সেই ঠাইৰে চন্দ্ৰ ভূঞা নামৰ লোকজনৰ ঘৰত আলহী হ'লহি। কংসাৰিয়ে গৃহস্থৰ ঘৰখন অপৰিষ্কাৰ দেখি ৰাতিৰ ভিতৰতে উঠি কোৰ লৈ পৰিষ্কাৰ-পৰিচ্ছন্ন কৰা দেখি সন্তুষ্ট হৈ চন্দ্ৰ ভূঞাই বাৰীতে ঘৰ এটা সাজি তেওঁক থাকিবলৈ দিলে। কংসাৰিয়ে গৃহস্থৰ ঘৰত খেতি-পথাৰত মনপুতি লগাৰে পৰা ধনে-ধানে উভৈনদী হ'ল। ভূঞাৰ তিনিটি কন্যাৰ দুজনী বিয়া দিলে। মাজু জীয়ৰী ৰহৰহীক বিয়া দিব পৰা নাই। তাইৰ গোম চকৰি হেন প্ৰখৰ স্বভাৱ দেখি অহা দৰাও আঁতৰি যায়। চন্দ্ৰ ভূঞাৰ পত্নীয়ে কংসাৰিক হেঁচা মাৰি ধৰি তেওঁলৈ জীয়েকক বিয়া দিলে।

বিয়াৰ পিছৰে পৰা কংসাৰিৰ প্ৰতি ভূঞা পৰিয়ালৰ চেনেহ টুটি আহিল। ৰহৰহীয়ে কথাটো টং কৰি আছিল। দিনটো ধান-মাহ, আলু-বেঙেনা খেতি কৰি গধূলি পৰত ঘৰ সোমোৱা স্বামীক এদিন তাই ক'লে, 'কিহে পাইছে ৰাতিলৈকে ইমান খাটি মৰিবলৈ? আনবোৰ অহাৰ পৰত নাহা কিয়? দেখিবাচোন যাবৰ পৰত কুটা এগছিকে নিদিয়ে।' প্ৰমাণটো সোনকালে পালে। তেওঁলোকৰ প্ৰথম পুত্ৰ গোপালৰ ভাত চোৱনি উৎসৱত ককাকৰ ঘৰৰ পৰা কুটা এগছো নিদিয়া দেখি খঙত ৰহৰহীয়ে বকি বকি ঘৰৰ পৰা ওলাই আহি মোমায়েকৰ ঘৰ পালেহি। উপায় নাপাই কংসাৰিয়ে সেইখন গাঁৱতে ঘৰ এটা সাজি থাকিবলৈ ল'লে। পত্নীৰ ৰহৰহীৰ সাংসাৰিক জ্ঞান দেখি কংসাৰিয়ে তেওঁক ঢেকীৰ পৰা যঁতৰ-তাঁতশাল, পাচি-খৰাহী, ডুলিলৈকে সকলো বস্তু গোটাই দিলে। কংসাৰিয়ে খেতি-বাতি কৰি দি ধনে-ধানে পৰিপূৰ্ণ গৃহস্থালিৰ গৰাকী হ'ল।

সুখেৰেই দিন-কাল গৈছিল। পিছে এইবাৰ বলিয়া বানে খেতি-পথাৰ উটুৱাই নিয়াত গোটেই গাঁৱতে কঠীয়া নাপাই উত্তৰপাৰলৈ কঠীয়া বিচাৰি আহি ৰাতি হোৱাত নাৰায়ণ ঠাকুৰৰ আলহী হ'ব লগা হ'ল।

তেওঁৰ কথাখিনি মন দি শুনি নাৰায়ণ ঠাকুৰে সুধিলে, 'বাৰু কংসাৰি, ৰাতি যে তুমি পদ গাইছিলা, কাৰ ৰচিত আৰু কি পুথিৰ পদ কোৱাচোন।'

পুথিখনৰ নাম ভকতি প্ৰদীপ। কোনে ৰচা সেইষাৰহে নাজানো। কংসাৰিয়ে ক'লে।

'এ, বাপু, তুমি কি ধানৰ ভাত খাইছা তাকে নাজানা? জগতগুৰু শ্ৰীমন্ত শঙ্কৰদেৱে এই শাস্ত্ৰভাগি ৰচনা কৰিলে। বৈকুণ্ঠ প্ৰয়াণৰ সময়ত তাৰাই মাধৱত ধৰ্মভাৰ অৰ্পণ কৰি গ'ল। মাধৱ গুৰুৱে এতিয়া সুন্দৰীত সত্ৰ পাতি ধৰ্ম প্ৰচাৰ কৰি আছে'।

ঠাকুৰ আতাৰ কথা শুনি মাধৱদেৱক লগ পাবলৈ কংসাৰিৰ মন ব্যাকুল হৈ পৰিল আৰু তেওঁক লৈ যাবলৈ খাটনি ধৰিলে। ঠাকুৰ আতাই হাঁহি মাৰি সুধিলে, 'পিছে বাপু, তুমি কি নিমিত্তে উত্তৰ পাৰলৈ আহি আমাৰ ঘৰ পাইছিলা?'

'এৰা আমি তিনিজন লোক চিনাৰ ধানৰ কঠীয়া বিচাৰিহে আহিছিলোঁ। পিছে এতিয়া কৃষি এৰি মাধৱ পুৰুষৰ পাৱত বিক্ৰয় হোৱাৰহে মানস কৰিছোঁ। তাৰাৰ ঠাইলৈ মোক লৈ যাওক।'

'তেনেকৈ নহ'ব বাপু, তুমি ধানৰ বিধান নিবলৈ আহিছা আৰু বিধান লৈ ঘৰলৈ যোৱা। নহ'লে পুত্ৰ-পৰিবাৰে চিন্তা কৰিব। কঠীয়াৰ দিহা লগাই পুনৰ আহিবা। মই গুৰুজনাৰ কাষলৈ লৈ যাম।'

সেই মতেই কিছুদিনৰ পিছত কংসাৰি পুনৰ অহাত তেওঁক ব্ৰতে-উপবাসে ৰাখি নাৰায়ণ আতাই মাধৱদেৱৰ ঠাইলৈ লৈ গ'ল। মাধৱদেৱে কংসাৰিৰ পৰিচয় সোধাত সকলো বিৱৰি শৰণ গ্ৰহণ কৰিবলৈ আগ্ৰহ কৰাৰ কথা ব্যক্ত কৰি ক'লে, 'সখি, চিন্তা নকৰিব, অভাজন দেখি দণ্ডৱত কৰাই লৈ আহিছোঁ।'

হাঁহি মাৰি মাধৱে ক'লে, 'সখি, আপুনি চটুৱা। মোৰ বস্তুৰে মোকে ভটুৱা। কলা খাই বাকলি, সাহলৈ বাঁহটোহে মোলৈ আনিছে?'

ছেগ চাই শৰপাত মাৰি নাৰায়ণ আতায়ো ক'লে, 'আতা ঈশ্বৰ, সাহো আপোনাৰে, বাঁহো আপোনাৰে। তাকে চাই যি কৰে কৰক।'

সেই দিনাই মাধৱদেৱে কংসাৰিক শৰণ দিয়াই নামবস্তু দান কৰিলে। তেওঁৰ গুৰুপ্ৰদত্ত নাম হ'ল বৰবিষ্ণু। গুৰুৰ সঙ্গত কেইদিনমান ৰাখি নীতি-নিয়ম, নাম-কীৰ্ত্তনৰ দিহা দিয়াৰ পিছত মাধৱদেৱে তেওঁক সুধিলে, 'বৰবিষ্ণু আতৈ, মালচালৈ কেতিয়া যোৱা হ'ব?'

'বাপ, সেৱকসৱৰ পিছতে বহি হৰি গুণ গাই অ'তে ৰোৱাৰ কথাহে ভাবিছোঁ। মায়াময় গৃহ অন্ধকূপলৈ নাযাওঁ আৰু।'

তেওঁৰ মনোভাৱ বুজি মাধৱদেৱে স্তম্ভিত হৈ ক'লে, 'আতৈ, তুমি মালচালৈ যোৱা। তোমাত হস্তে অনেক জীৱ তৰিব লাগে।, গুৰুজন প্ৰৱৰ্তিত নামধৰ্মও বাঢ়িব লাগে। সেয়ে তুমি যোৱা।'

'বাপ, আপোনাৰ অভয় পদ ছত্ৰছাঁয়াৰ পৰা আঁতৰি যাবলৈ চিত্ত নাযায়।' থোকাথুকি মাতেৰে বৰবিষ্ণুৱে ক'লে।

'বিষ্ণু শুনা, যিটো গৃহে মাধৱৰ ভকতি সাধয়, এৰিব নলাগে থাকিবাৰ যোগ্য হয়। দুঃসঙ্গহে হৰি ভক্তিৰ বাধক। ভক্তিত ৰতি ৰাখি সংসাৰ গ্ৰহণীয়। আমাৰ পৰম গুৰুজনাই তেনে আদৰ্শকে সামাজিক জনলৈ দি থৈ গৈছে। সেয়েহে কৈছোঁ, যোৱা। দক্ষিণ কুলত তোমাৰ দ্বাৰাই নামধৰ্ম প্ৰসাৰিত হ'ব লাগিব।'

মাধৱদেৱৰ কথাত কংসাৰি শিল পৰা কপৌটোৰ দৰে কিছুপৰ তভক মাৰি ৰ'ল। তেওঁৰ অন্তৰ দুৰু দুৰু কঁপিবলৈ ধৰিলে। এনে মহাভাৰ ল'বলৈ তেওঁ জানো লায়কব। গুৰুৰ চৰণ যুগল সাৱটি ধৰি পুনৰ ক'লে, 'বাপ ঈশ্বৰ, আপোনাৰ আজ্ঞা শিৰত তুলি ল'লোঁ। কিন্তু মোৰ পৰিয়ালটোৱেই গুৰুমুখী নহয়। বৰ লুইতৰ এই পাৰলৈ সপৰিয়ালে আনি কিদৰে শৰণ কৰা যায়?'

মাধৱদেৱে তেওঁক তুলি ধৰি 'ভকতি প্ৰদীপ' খনি আগত ৰাখি তেওঁৰ পৰিয়ালক শৰণ কৰাই নীতি-সদাচাৰৰ উপদেশ দিবলৈ আৰু আন লোককো শৰণ দিবলৈ আজ্ঞা দিলে। বৰবিষ্ণু আতৈ ঘূৰি অহাৰ পিছত দক্ষিণ কূলৰ অনেক লোক আহি তেওঁত শৰণ লৈ ভক্তিধৰ্ম গ্ৰহণ কৰিলে।

কালত সেই অঞ্চলৰ লোকসকলে বৰবিষ্ণুকে একমাত্ৰ গুৰু ৰূপে মানিবলৈ লোৱা দেখি তেওঁক অপৰাধবোধে দহিবলৈ ধৰিলে। সেয়ে তেওঁ সুন্দৰীলৈ গৈ মাধৱদেৱক সকলো কথা বিবৰি কৈ কাবৌ-কাকুতি কৰি তাৰাক মালচালৈ নিমন্ত্ৰণ জনালে। মাধৱ মান্তি হ'ল আৰু মালচাত তেওঁৰ ৰচিত 'নৃসিংহ যাত্ৰা' নাটখনৰ ভাওনা পাতিব বুলি সিদ্ধান্ত কৰিলে।

মাধৱদেৱ মালচালৈ যোৱাৰ কথা সৰ্বত্ৰ প্ৰচাৰিত হ'ল। দৰ্শন কৰিবলৈ অগণন লোকৰ দলদোপ-হেন্দোলদোপ লাগিল। সমস্তৰে সমুখত বৰবিষ্ণু আতাই ঠগীত গুৱাপাণ, বস্ত্ৰ-অৰিহণাসহ মাধৱদেৱৰ আগত দি ঘোষা গাই সেৱা জনোৱা দেখি সকলো লোকে পৰি সেৱা জনালে। আচল গুৰু মাধৱদেৱ বুলি কাৰো বুজিবলৈ বাকী নাথাকিল। অনেক লোক আহি মাধৱত শৰণ ল'লেহি। বৈষ্ণৱ বতাহৰ মৃদু প্ৰৱাহত দক্ষিণকূল আলোড়িত হ'ল।

'হেৰৌ, পলাইক, পলা। ইয়াত আৰু থাকিব নাপায়। ভাওনা পাতি মানুহৰ নাড়ী-ভুৰু উলিয়াই তেজ পিলে।'

'হৰি, হৰি, ধৰ্ম বিলাবলৈ আহি ভাওনা পাতি মাধৱে মানুহহে মাৰিলে। কি দেখিলোঁ, কি শুনিলোঁ, আঁতৰোইক, বল।

বৃহৎ ৰভাঘৰৰ শ শ মানুহৰ মাজত মাধৱে মানুহ মাৰিলে বুলি লৰা-ঢপৰা কৰা দেখি হাতযোৰকৈ নাৰায়ণ ঠাকুৰে চিঞৰি চিঞৰি ক'লে, 'ৰাইজ, শান্ত হওক, এয়া ভাওহে। নৃসিংহৰূপী মাধৱদেৱে হিৰণ্যকশিপুৰ ভাও লোৱা হীৰা দলৈৰ বুকুৰ চোলাটোহে ফালি উলিয়ালে। সেইবোৰ নাড়ী-ভুৰু নহয়। পুৰৈ গছৰ ৰঙেৰে বোলাই ৰঙা কৰা সেইটো দীঘল পাগুৰি এটাহে। ৰাইজ, নৃসিংহ ৰূপী ভগৱন্তে ভক্ত বিদ্ৰোহী হিৰণ্যকশিপুক এনেকৈয়ে দমন কৰিছিল। আপোনালোক সকলোৱে নৃসিংহৰূপী ভগৱন্তক সেৱা জনাওক।'

সকলো শান্ত হৈ সেৱা জনালে। হৰি ধ্বনি, ডবা-কাঁহৰ মাতত আকাশ-বতাহৰ কঁপনি উঠিল। গায়ন-বায়নে পুৰবী ৰাগত খৰমান তালেৰে গীত জুৰিলে। খলাত সকলো ভাৱৰীয়াই খোজ চলালে। ভাওনাৰ অন্ত পৰিল। ৰাইজৰ মনত ভাওনাখনে গভীৰ চাপ বহুৱালে। অনেক দিনলৈ ইজনে-সিজনে কোৱা-কুই কৰিলে।

'হেৰৌ, ভাওনো এনেকৈ দিব পাৰেনে ? চকুৰ চাৱনি কি চাবি? যেন অগণিহে বৰষিছে। সঁচাকৈ যে নাড়ী-ভুৰুবোৰ উলিয়াইহে পেলালে। গাৰ নোম শিয়ৰি গ'ল। অ'ই নাটভাগো বোলে মাধৱ গুৰুৱে নিজেই ৰচিছে। এইবোৰ ঈশ্বৰ পুৰুষ বুজিছ, মহিমা আছে।' ভোগমনে অভিজ্ঞ লোকৰ দৰে মন্তব্য কৰিলে।

'এৰা অ' গায়ন-বায়নে খোজ চলাই গীত গোৱাকে চাবি নে হাত দিয়াকে চাবি? নাচে-বাগে স্বৰ্গপুৰী যেন হৈছিল অ' ঠাইখন। অ'ই, মই এইবাৰ গুৰু ঠাইলৈ গৈ খোল শিকিমগৈ।' কেৰপায়ে ক'লে। কথা শুনি ভোগমলে যোগ দিলে—

'অকল তয়ে শিকিলে হ'বনে ? আমি আঠোটামান গৈ সত্ৰত থাকি খোল-তাল, গীত-মাত শিকি আহিলে ভাওনা এখন পাতিব পাৰিম। নে কি কৱ ?'

'হয় আকৌ, ছমাহ-বছৰেকমান বহাত গৈ থাকি শিকিব লাগিব। খেতি সামৰি এইবাৰ যাম ওলাবি।'

ছবি ছন্দত মাধৱদেৱে গোট গোট আখৰে লিখিলে —

'যজ্ঞৰ আদিত মন্দ বধি ৰাজা জৰাসন্ধ
যজ্ঞ মধ্যে বধি শিশুপাল।
দুৰ্য্যোধন মান ভঙ্গ কৰিয়া যজ্ঞৰ অন্তে
যজ্ঞ সাঙ্গ কৰিলা গোপাল।'

সন্ত মাধৱৰ মন প্ৰসন্ন হ'ল। সন্মুখত জক্‌মকাই ফুলি থকা ৰাঙল ফুলজোপালৈ কিছুপৰ থৰ লাগি চাই পুনৰ মহীচুঙাত মহীচুঙাত পাখি কাপ জুবুৰিয়াই একান্ত মনে লিখি গ'ল—

'হেৰি ডাঙৰীয়া, এইফালে চাওকচোন। আমি আহিছোঁ আপোনাক দৰ্শন কৰিবলৈ।' নিজ ভাবনাত তন্ময় মাধৱ। তেওঁ মূৰ তোলা নাই।

'আও, ইমান অহঙ্কাৰী, আমাক নোপোচেই। মই যাওঁ, তুমি যাবানে নোযোবা ?' গেৰুৱা বস্ত্র পিন্ধা সন্ন্যাসীজনে চিএৰ-বাখৰ কৰি মাধৱদেৱৰ ধ্যান ভাঙিব নোৱাৰি খঙত ভোৰভোৰাই লগত অহা লোকজনক সুধিলে।

'আহিলোঁ যেতিয়া কিছু পৰ বৈ লগ কৰিহে যাম।' লোকজনে মাত লগালে। সন্ন্যাসীজনে ক্রোধৰ দৃষ্টিৰে তেওঁলৈ চাই দপ্‌দপাই তাৰ পৰা গুচি গ'ল। তেনেতে সাঁচিপাতখন চকুৰ আগলৈ দাঙি লৈ গুণগুণালে—

'তুমি পৰমাত্মা নিজ সুহৃদ ঈশ্বৰ দেৱ
গতি মোৰ তযু গুণ নাম।
তোমাৰ অভয় পদ পঙ্কজে শৰণ লৈলো
মায়া মোৰ কথা উপশাম।।'

পদফাঁকি গাই শিৰত লগাই 'ৰাজসূয় নাম কাব্যম্ সমাপ্তম ইদম্' বুলি আলফুলকৈ শাস্ত্রখন সামৰি থৈ সন্তুষ্টিত মাধৱৰ মন উজ্বলি উঠিল। মূৰ তুলি সন্মুখত এজন থূলন্তৰ পুৰুষ বহি থকা দেখি তেওঁৰ মন অজানিত ভাৱত পুলকিত হৈ উঠিল।

'ক'ৰ লোক ? কি উদ্দেশ্যে অহা হ'ল ?' বুলি মাধৱদেৱে তেওঁৰ সবিশেষ বার্তা পুচিলে। লোকজনে পাতনি নেমেলাকৈ ক'লে, 'মোৰ নাম গোপাল, ধর্ম ধৰাৰ আশাতে আপোনাৰ কাষলৈ আহিছোঁ। কৃপা কৰিব লাগে।'

মাধৱদেৱে তীক্ষ্ণ দৃষ্টিৰে গোপালৰ ফালে চাই হৰ্ষিত বদনে ক'লে, 'অচিনাকি লোক, কেইদিনমান থাকি জানি-বুজি ল'লেহে ধর্ম দিবলৈ বা ল'বলৈ সুবিধা হ'ব। কেইদিনমান মাধৱ মণ্ডলৰ ঘৰতে বিশ্রাম কৰা। তাৰ পিছত চিন্তা কৰা হ'ব।' বুলি তেওঁক পঠাই দিলে। কেইদিনমানৰ পিছত নাৰায়ণ ঠাকুৰে গোপাল অহাৰ কথা গম পাই মণ্ডলৰ ঘৰতে তেওঁক লগ কৰি তেওঁক মাধৱৰ ওচৰলৈ আনি শৰণ দিবলৈ অনুৰোধ কৰিলে। মাধৱদেৱে অচিনাকি বুলি ইতঃস্তত কৰা দেখি ঠাকুৰে ক'লে, 'সখি, আপুনিয়েই দেখোন কয় সৰল প্রকৃতিৰ আগ্রহী লোকেই ধর্ম ধৰিবৰ যোগ্য। এইজনো তেনে লোক।' এইবুলি গোপালৰ কথা সবিস্তাৰে বর্ণনা কৰিলে।

•

অসম ৰাজ্যৰ গঁড়গাঁও নগৰৰ নাচনীঘাট নামে ঠাইত ৰুদ্রেশ্বৰ কায়স্থৰ পুত্র কামেশ্বৰৰ ঔৰসত ব্রজাঙ্গীৰ গৰ্ভত গোপালৰ জন্ম হৈছিল। মাতৃ ব্রজাঙ্গীৰ এখন পাণৰ পোহাৰ আছিল। তেওঁৰ থূলন্তৰ লোদোৰ-পোদোৰ ল'ৰাটি কাষতে বহি মাকৰ পোহাৰ চাই থাকে। এদিন গোপালৰ প্রায় সম বয়সীয়া ৰাজকোঁৱৰ এজন হাতীত উঠি বিলাস ভ্রমণ কৰি আহি হাতীটোৰ হতুৱাই মাকৰ পোহাৰৰ পাণবোৰ সোপাকে খুৱাই পেলালে। এই কথাই গোপালৰ অন্তৰত দাৰুণ আঘাত হানিলে। খঙত তেওঁৰ তেজ উথলি উঠি একেজাঁপে হাতীটোৰ নেগুৰত ধৰি ঠেলাঠেলি কৰাত গড়খাৱৈত ভৰি পৰি হাতীটোৰ লগতে কোঁৱৰো বাগৰি পৰিল। তাকে দেখি কোনোৱে ইচ্-আচ্ কৰিলে আৰু কোনোৱে মুখ তিপি হাঁহিলে।

পুত্ৰৰ এই কাৰ্যৰ প্ৰতিক্ৰিয়া কি হ'ব বুদ্ধিমতী ব্ৰজাঙ্গীয়ে সহজে অনুমান কৰিব পাৰিলে। ৰাজৰোষত পৰি চাউদাঙৰ বলি হোৱাৰ ভয়ত পুতেকক লৈ ব্ৰজাঙ্গী ৰাতিয়েই বেপাৰী নাৱত উঠি পলাই গ'ল। ৰজাৰ মানুহে চাৰিওফালে বিচাৰ-খোচাৰ কৰি মাক-পুতেকৰ উৱাদিহ উলিয়াব নোৱাৰি ভাগৰিল। ইফালে মাতৃৰ লগত পলাই গৈ গোপালে জকাইচুকৰ হৰাই বৰাৰ ঘৰ পালেগৈ। ছমাহ তাত থাকি ধৰা পৰাৰ ভয়ত ঐদহে-বৈদহে, দুখে-কষ্টে ঘূৰি-ফুৰি বেহাৰ ৰজাৰ বৰনগৰৰ অন্তৰ্গত ভবানীপুৰ নামে গাঁৱত ওলালগৈ। তাতে খেতিপথাৰ কৰি মাকৰ সৈতে গোপাল নিগাজীকৈ থাকিবলৈ ল'লে আৰু নিজ কৰ্মপটুতাৰে গোপালে দোপত-দোপে উঠি আহি অঞ্চলটোৰ বিশিষ্ট লোক হৈ পৰিল। সেই সময়তে নাৰায়ণ দাস ভবানীপুৰলৈ যাওঁতে গোপালৰ লগত তেওঁৰ পৰিচয় ঘটিল। শ্ৰীমন্ত শঙ্কৰদেৱে কুমাৰকুছিত থাকি ধৰ্ম প্ৰচাৰ কৰি থকাৰ কালত নাৰায়ণ ঠাকুৰে ভক্তিধৰ্ম গ্ৰহণ কৰি সংগঠন আৰু প্ৰচাৰ কাৰ্যত ব্ৰতী হৈছিল। কুমাৰকুছিত গুৰুজনাৰ খোৱা পানীৰ অসুবিধা হোৱা দেখি নাৰায়ণৰ অনুৰোধ ক্ৰমে গোপালে এটি পাটকুঁৱা গুৰুগৃহৰ কাষতে খন্দাই দিছিল। কিন্তু ডেকা গোপালে সেই সময়ত ভক্তিধৰ্মৰ চিন্তা কৰাতকৈ ঘৰ-সংসাৰ টনকিয়াল কৰাৰহে চিন্তা কৰিছিল।

সময় যোৱাৰ লগে লগে গোপালৰ মনৰ পৰিবৰ্তন ঘটিল। চৈতন্য পন্থীয় এদল লোকে সংকীৰ্ত্তন কৰি ভবানীপুৰত ঘূৰি ফুৰা দেখি চৈতন্য পন্থীয় ৰামৰমীয়াৰ ধৰ্মৰ প্ৰতি তেওঁ আকৃষ্ট হৈ সেই ধৰ্ম গ্ৰহণ কৰিলে। কিন্তু তেওঁক ধৰ্ম দিয়া সন্ন্যাসী গুৰুজনৰ কেতবোৰ আচাৰ-আচৰণ দেখি গোপাল লাহে লাহে বিৰক্ত হ'বলৈ ধৰিলে। নাৰায়ণ ঠাকুৰৰ মুখত শঙ্কৰদেৱৰ প্ৰয়াণৰ পিছত ধৰ্মভাৰ গ্ৰহণ কৰি মাধৱদেৱে সুন্দৰীত সত্ৰ পাতি ধৰ্ম প্ৰচাৰ কৰি থকাৰ কথা শুনি আৰু মাধৱৰ পাণ্ডিত্য আৰু জ্ঞান গভীৰতাৰ কথা জানিব পাৰি সেই ধৰ্ম ল'বলৈ মনস্থ কৰি কথাৰ বুজ ল'বলৈ সন্ন্যাসী গুৰুক লগত লৈ মাধৱৰ ওচৰলৈ গৈছিল।

সকলো কথা জানিব পাৰি সন্তুষ্ট মনেৰে মাধৱদেৱে গোপালক শৰণ দিলে আৰু গুৰুসেৱা কৰি গোপাল মাধৱদেৱৰ লগতে থাকিবলৈ ল'লে। তেওঁৰ ভক্তিনিষ্ঠা আৰু গুৰুৰ প্ৰতি অগাধ প্ৰেম দেখি মাধৱদেৱৰ অন্তৰ ভক্তপ্ৰেমেৰে উপচি পৰিল। দিনটো গুৰুসেৱাত ব্যস্ত হৈ লাগি থকা গোপালৰ পাতত অন্ন বাঢ়ি দিহে গুৰুৱে ভোজন কৰে। মাধৱদেৱৰ কষ্ট হোৱা যেন দেখি নাৰায়ণ ঠাকুৰে গোপালক সুকীয়াকৈ থাকিবলৈ কোৱাত তেওঁ সুন্দৰীকৈ ঘৰ এটি সাজি থাকিবলৈ ল'লে আৰু তাৰ পৰাই নিয়মীয়াকৈ গুৰুসেৱা আৰু ধৰ্ম আচৰণ কৰি থাকিল। এদিন গুৰুজনে গোপালক ক'লে, —

'গোপাল, আমাক গুৰু মানিলা হয়, গুৰু দক্ষিণা দিলা জানো?' গোপালে থতমত খাই ভাবিলে, ছেঃ কিবা এটা দিব লাগিছিল, কিন্তু ভবাই নহ'ল।

'গোপাল, কি ভাবিছা? কিবা এটা দিয়া।' গুৰুৱে পুনৰ মাত লগালে।

'বাপ, কি দিম ? আপুনিয়েই দিহা দিয়ক।' তলমূৰকৈ গোপালে ক'লে।

'হয়নে, তেনেহ'লে তুমি নকৈ সাজি লোৱা বহাখনি এওঁক দিয়া।' এইবুলি ওচৰতে বহি থকা অচ্যুত আতৈলৈ আঙুলিয়াই দেখুৱালে। অচ্যুত আতৈয়ে ধৰ্মলৈ গুৰুৰ ওচৰতে থকাৰ মানস কৰা দেখিয়েই মাধৱদেৱে গোপালৰ বহাটো খুজিলে।

ত্যাগী ভকত গোপাল আতাই আনন্দ মনেৰে বহাটো এৰি দি নিজৰ বাবে পুনৰ আন এটি আটোমটোকাৰি বহা সাজি তাতে থাকি ধৰ্ম আচৰি থাকিল। দুমাহ মানৰ পিছত শৰণ লৈ গুৰুধৰ্ম গ্ৰহণ কৰা যদুমণিৰ কাৰণেও বহাৰ নাটনি হোৱা দেখি পুনৰ গোপালে নকৈ সজা বহাটি যদুমণিক দি দিলে। নিঃস্বাৰ্থ ভকত গোপালৰ আচৰণত গুৰুজন পৰম সন্তুষ্ট হ'ল আৰু স্নেহ সহকাৰে ক'লে, 'গোপাল, তুমি অহা ভালেদিন হ'ল। পুত্ৰ-পৰিবাৰৰ চিন্তা হৈছে। সেয়ে বৰ্তমান তুমি ঘৰলৈ যোৱা। এই শাস্ত্ৰখনি দিলোঁ। ইয়াকে স্থাপন কৰি ধৰ্ম আচৰিবা আৰু লোককো ধৰ্ম ধৰাবা। মোৰ পৰম বিশ্বাস, তোমাত হন্তে অনেক লোক তৰিব বুলি শাস্ত্ৰখনি গোপালৰ হাতত দি আশীৰ্বাদ কৰিলে। চৰণ চুই সেৱা জনাই গোপাল ভবানীপুৰলৈ গমন কৰিলে।

কম দিনৰ ভিতৰতে মাধৱদেৱৰ পৰম প্ৰিয় শিষ্য গোপাল আতা সমাজত প্ৰখ্যাত হৈ পৰিল। গুৰু বাক্য শিৰত লৈ নানা জাতি, জনজাতিৰ মাজত তেওঁ প্ৰচাৰ কাৰ্য আৰম্ভ কৰিলে।

ঢোপৰগুৰিৰ ওঠৰ বছৰীয়া সুঠাম ডেকা লক্ষ্মীকান্তই মাধৱদেৱৰ পৰা ভক্তিধৰ্ম গ্ৰহণ কৰি চাৰিহাটীৰ ভিতৰতে বহা এটি সাজি থাকিবলৈ ল'লে। সন্ধ্যা প্ৰসংগৰ অন্তত চাউল মুঠি সিজাবলৈ লওঁতেই সন্ন্যাসী এজন আহি ৰাতিটো থাকিবলৈ বিচাৰিলে। লক্ষ্মীকান্তইও অতিথিজনক খুৱাই-বুৱাই আদৰ কৈ শুবলৈ বিছনা পাৰি দি তেওঁনো ক'ৰ লোক সুধিলত সন্ন্যাসীজনে ক'লে, 'মোৰ নাম পুষ্কৰ। ওঁঠৰ বছৰ মানৰ আগতে মই ঢোপৰগুৰিত বাস কৰিছিলোঁ। মোৰ ভাৰ্যাই সন্তান এটি জন্ম দি ,মহীয়া অশৌচ খেদাৰ পিছতে কাল হ'ল। মোৰ মন সংসাৰৰ প্ৰতি তেনেই বিৰক্ত হৈ পৰিল। সদ্যজাত শিশুটিলৈ চাই ফেকুৰি কান্দি থাকোঁতেই সম্মুখত জেঠীৰ কণী এটাৰ পৰা পোৱালিটো ওলাই নিজৰ গা চেলেকি বগাই গৈ বেৰত উঠি মাখি এটা থপিয়াই ধৰি খোৱা দেখি মনত বল পালোঁ। এই জেঠী পোৱালিটোৰ দৰে তেওঁ সন্তানটিকো ভগৱন্তই পালিব বুলি ভাবি ল'ৰাটিৰে সৈতে সৰ্বস্ব ভগৱন্তকে অৰ্পণ কৰি দুৱাৰখন জপাই তীৰ্থ কৰিবলৈ বুলি ওলাই গ'লোঁ। ওঠৰ বছৰ তীৰ্থ ভ্ৰমণ কৰাৰ পিছত জনমভূমি ঢোপৰগুৰিলৈ আহি ঘৰ-বাৰীৰ একো চিন-চাবেই নাপালোঁ। আৰ-তাৰ মুখে মাধৱ গুৰুৰ কথা শুনি তাৰাতে শৰণাশ্ৰয় কৰাৰ মানসেৰে আহি গুৰুজনৰ ওচৰ পালোঁহি। গুৰুৱে তোমাৰ ওচৰতে ৰাতি কটাবলৈ পঠাই দিলে। বাপু, মোৰ ল'ৰাটি যদি ক'ৰবাত জীয়াই আছে সি ছাগে তোমাৰ সমান হৈছে। হুমুনিয়াহ কাঢ়ি পুষ্কৰে মূৰে-কপালে হাত দি বহিল।

লক্ষ্মীকান্তক কিছু অস্থিৰ যেন দেখা গ'ল। কম্পিত কণ্ঠে তেওঁ সুধিলে, 'আপোনাৰ ল'ৰাটিৰ কিবা নাম ৰাখিছিল নেকি ?'

'এৰা বাপু, শুদ্ধিৰ পিছতে গণকৰ হতুৱাই গণনা কৰি তাৰ নাম লক্ষ্মীকান্ত ৰাখিছিলোঁ, মাতিবলৈও নাপালোঁ।' বুলি লোকজনে হুক্‌হুকাই কান্দি দিলে।

'পিতা' বুলি লক্ষ্মীকান্তই বিষণ্নভাৱে চিঞৰ মাৰি পুষ্কৰৰ ভৰিত পৰি ক'লে, 'ময়েই তোমাৰ সেই দুৰ্ভগীয়া সন্তান লক্ষ্মীকান্ত। পেহা-পেহীৰ আশ্ৰয়ত ডাঙৰ হৈ শিক্ষা লৈ গুৰুজনাৰ ওচৰত শৰণ লৈ ধৰ্ম আচৰণ কৰি ইয়াতে আছো।' আনন্দত আকুল হৈ পুষ্কৰে গাৰ জোৰেৰে পুত্ৰক সাৱটি ধৰিলে। পিতা-পুত্ৰৰ মিলনৰ কথা শুনি মাধৱদেৱে আনন্দ প্ৰকাশ কৰিলে আৰু কেইদিনমানৰ পিছতে পুষ্কৰক শৰণ-ভজন দি কিছুদিন গুৰুগৃহতে ৰাখি আচাৰ-ৰীতি, নাম-কীৰ্ত্তনৰ শিক্ষা দিলে আৰু সেই দিশত পৈণত কৰি তেওঁক ঢোপৰগুৰিলৈ যাবলৈ আদেশ দি সেই অঞ্চলৰ লোকসকলক শৰণ-ভজন দি ধৰ্মবিলোৱাৰ অধিকাৰ প্ৰদান কৰিলে।

মাধৱ গুৰুৱে শ শ জন নতুন শিষ্যক ধৰ্ম দি যোগ্যতাৰ ভিত্তিত তেওঁলোকৰ মাজৰ পৰাই অনেক লোকক ধৰ্ম বিলোৱাৰ দায়িত্ব ন্যস্ত কৰিলে। গোপাল আতা, লক্ষ্মীকান্ত, পুষ্কৰ আতৈ, কমললোচন, বুঢ়াগোপাল, নাৰায়ণ, নিৰঞ্জন, গোবিন্দ, অমৃত কৰ আদি বিশিষ্ট বৈষ্ণৱ ভকতে মাধৱদেৱৰ বৈষ্ণৱ ধৰ্মৰ পোহাৰত হাত উজান দিলেহি। ৰাম আতা আৰু নাৰায়ণ ঠাকুৰৰ সহৃদয় সহযোগিতাত নতুন প্ৰেৰণা, নতুন উদ্দীপনাৰে উদ্বুদ্ধ হৈ মাধৱ আতাই সৃষ্টি কৰিলে অনেক শাস্ত্ৰসম্ভাৰ, সহজ-সৰল ধৰ্ম ব্যাখ্যাৰে মুগ্ধ কৰিলে সহস্ৰজন সামাজিকক। সুন্দৰীদিয়া হৈ পৰিল বৈষ্ণৱ আদৰ্শৰ প্ৰাণকেন্দ্ৰস্বৰূপ। মাধৱৰ কাৰ্য-কলাপ, গীত-মাত, নাট-কথা সকলোৰে মুখে মুখে হৈ পৰিল।

অতি ব্যস্ততাৰ ফলতে মাধৱদেৱে নামঘোষাখন সম্পূৰ্ণ কৰিব পৰা নাই। গুৰু বাপৰ প্ৰস্থানিক কালৰ আদেশ মনত পৰি সেইদিনা মাধৱদেৱৰ মন ভক্তিচঞ্চল হৈ পৰিল। সেইদিনা বতৰ শীতল। চিপ্‌চিপ্‌কৈ বৰষুণ পৰিছে। প্ৰাতঃকৰ্ম সম্পন্ন কৰিয়েই মাধৱদেৱে কাপ-মহী লৈ গুৰুৰ চৰণ-চিন্তি একান্ত চিত্তে ৰচনাত মনোনিৱেশ কৰিলে। লিখি গ'ল খেদ, অনুনাথনা, হৰবাৰ আদি কেইবাটিও পটল সৃষ্টিৰ আনন্দত প্ৰসন্নচিত্ত মাধৱদেৱ। কাপ-মহী সামৰি প্ৰসঙ্গৰ বাবে উঠিব খোজোঁতেই ডেকা-ভকত কমললোচন আহি ভৰিত পৰি হুক্‌হুকাই কান্দিবলৈ ধৰিলে। 'শান্ত-শিষ্ট ল'ৰাটিৰ কি হ'ল' বুলি ভাবি ক'লে—

'কমললোচন, কি হৈছে? মুকলিকৈ ব্যক্ত কৰা ?'

'বাপ, অধমে মহাপাপ আচৰিলোঁ। আপোনাৰ আগত ক'বলৈ সঙ্কোচ হৈছে।' বুলি কান্দিবলৈ ধৰিলে।

'নিসঙ্কোচে ব্যক্ত কৰিলে পাপ মোচনৰ উপায় ওলাব। কোৱা।'

গুৰুৰ অভয়বাণী শুনি মাটিত লেপেটা কাঢ়ি বহি তলমূৰকৈ কমললোচনে কৈ যোৱা কাহিনী এনেধৰণৰ—

তেওঁ নিতৌ ছাগমৰা বিলৰ কাষৰ হাবিখনত মলত্যাগ কৰি বিলত গা ধুই বহালৈ আহে। বহল চকুৰ গৌৰ বৰ্ণৰ সুন্দৰ চেহেৰাৰ এই যুৱক ভকতজনলৈ হাবিখনৰ নাতিদূৰতে থকা ঘৰ এটাৰ পৰা এজনী যুৱতীয়ে থৰ লাগি চাই থাকে। সেইদিনা তেওঁ প্ৰাতঃ কৰ্ম কৰি বিলত গা ধুবলৈ আহিব খোজোঁতেই তেওঁৰ অসতৰ্ক মুহূৰ্তত লৰি আহি কমললোচনক সাৱটি ধৰি প্ৰেম নিবেদন কৰি সম্ভোগ বিচাৰিলে। কমললোচনে তাইক ঠেলি আঁতৰি আহিব খোজোঁতেই খোচনিৰ পৰা কটাৰী এখন উলিয়াই তিৰোতাজনীয়ে তাইৰ ইচ্ছা পূৰ্ণ নকৰিলে ডিঙি কাটি মৰিব বুলি শপত খাই ভাবুকি দিলে। কমললোচন নিৰুপায় হ'ল। সম্ভোগ বাসনা চৰিতাৰ্থ হোৱাৰ পিছত তিৰোতাজনীয়ে ক'ল বোলে তাইৰ স্বামী বাৰ বছৰৰ আগতে বেপাৰলৈ বুলি ওলাই গৈ আজি পৰ্যন্ত ঘূৰি নহাত বৈ বৈ যৌৱন অস্থিৰ হৈ পৰাতহে তাই এনে কাম কৰিলে। তদুপৰি যাবৰ পৰত তাইৰ স্বামীয়ে কৈ গৈছিল যে তেওঁ যদি দহ বছৰ পৰ্যন্ত ঘূৰি আহি নাপায়হি পৰপুৰুষৰ লগত কামনা সিদ্ধি কৰিলেও দোষে নধৰে। সেয়েহে তিৰোতাজনীয়ে এনে কাম কৰিলে বুলি ক্ষমা বিচাৰি তাই গুচি গ'ল।

মাধৱদেৱ চিন্তিত হ'ল। কাম অস্থিৰ তিৰোতাজনীৰ কামনা পূৰ্ণ নকৰা হ'লে তাই হয়তো আত্মঘাটী হ'লহেঁতেন। ভকত ল'ৰাটোৰ বাবে সেই পাপ ইয়াতকৈও চাৰ হ'লহেঁতেন। ভাবি মাধৱদেৱে ক'লে, 'বাপু, তই বেয়া কাম কৰিলি। পুনৰ যাতে এনে কাৰ্য কদাপিও নঘটে তাৰ বাবে শপত লৈ ভগৱন্তৰ চৰণত শুচি-সংযমনে থাকি সকলো নিবেদন কৰি ক্ষমা প্ৰাৰ্থনা কৰিব লাগিব। আজিৰ পৰা শাৰীৰ আগত তোৰ স্থান নহ'ব।

পুব চাৰিহাটীৰ কেৱলীয়া ভকত হৈও সকলোৰে শেষত বহি নাম গাব লগা হোৱাত কমললোচনে অন্তৰ্দ্বন্দ্বত ভুগি খোৱা-বোৱা এৰি নিশকতীয়া হৈ পৰিল। কমললোচনৰ প্ৰায়শ্চিত্ত হ'ল যেন দেখি গুৰুজনে তেওঁক ক্ষমা কৰি আগৰ ঠাইত স্থাপন কৰিলে।

কমললোচনৰ লগত কথোপকথন কৰি থাকোঁতেই কোনোবা সময়ত নাৰায়ণ ঠাকুৰ আহি ওচৰতে বহি থকাৰ কথা মাধৱদেৱে এতিয়াহে মন কৰিলে।

'সখি, কমললোচনৰ কথাবোৰ শুনিলেনে?' মাধৱদেৱে তেওঁক সুধিলে।

'ওচৰতে বহি অথনিৰে পৰা শুনি আছোঁ। পিছে কথাবোৰ শুনি ভনি মোৰ কমলাপতিৰ ঘটনাটোলৈহে মনত পৰিল। পিছে এতিয়া প্ৰসঙ্গৰ সময় হ'ল, কথা নাপাতো আৰু' বুলি দুয়ো কীৰ্ত্তনঘৰৰ ফালে খোজ দিলে। সখিয়েকে উনুকিয়াই দিয়াত ঘটনাটো মাধৱদেৱৰ মন পটত ভাহি উঠিল —

হয় হয়, এনে এক কামোৰ কমলাপতি নামৰ ভকতজনে হৰিপদ বোলা মানুহজনৰ বুকুত বহুবালে। হৰিপদৰ ঘৰ আছিল সুন্দৰীৰ পৰা কিছু দূৰৰ কাৰাকুছি গাঁৱত। ওচৰৰে

কমলাপতি নামৰ লোকজনৰ লগত তেওঁৰ বৰ মিল। নাৰায়ণ আতাই কমলাপতিক গুৰুৰ ওচৰলৈ আনি ভকত কৰালে। কেৱলীয়া ভকত কমলাপতি হাটীৰ ভিতৰতে থাকিবলৈ ল'লে। কিছুদিনৰ পিছত বন্ধুলৈ মনত পৰাত কমলাপতি হৰিপদৰ ঘৰলৈ বুলি আহি পদুলিমুখতে সখিয়েক সত্ৰলৈ আহিবলৈ ওলোৱা দেখা পাই মাত লগালে। কমলাপতিক দেখি উলটি আহি বন্ধুক আদৰ যতনকৈ খুৱাই-বুৱাই ৰাখিবলৈ ঘৈণীয়েকক দিহা দি তেওঁ গুৰুঠাইলৈ গ'ল। হৰিকথা চৰ্চন কৰি থাকোঁতে ৰাতি হোৱাত হৰিপদে সত্ৰতে ৰাতিটো কটাই পুৱা লৰালৰিকৈ ঘৰলৈ আহি ঘৈণীয়েকৰ মুখৰপৰা যি শুনিলে, তেওঁৰ মূৰত সৰগ ভাগি পৰিল। গিৰিয়েক নথকাৰ সুবিধা লৈ উদাসীন ভকত কমলাপতিয়ে হৰিপদৰ পত্নীক বলাৎকাৰ কৰিলে। কথাটো শুনি হৰিপদ আহি কান্দি-কাটি গুৰুক গোচৰ দিলেহি। কমলাপতিক মাতি আনি সোধাত তেওঁ মিছা মাতিলে। মাধৱদেৱৰ খং উঠিল। কেৱলীয়া ভকত সাজি নিজক ফাঁকি দিয়া, মিছা কথাৰে পাপক ঢাকিবলৈ বিচৰা আৰু পৰস্ত্ৰী গমনৰ দোষত অভিযুক্ত কমলাপতিক চিৰদিনৰ কাৰণে বৰ্জন কৰিলে।

নাৰায়ণ ঠাকুৰ আতায়ো কথাবোৰ মনতে জুকিয়াই চাই মাধৱদেৱৰ নীতিনিষ্ঠতা আৰু যুক্তিবিচাৰ দেখি মনতে মূৰ দোঁৱালে। দুয়ো গৈ কীৰ্ত্তনত যোগ দিলেগৈ।

ঘাটত নাওখন ৰখোৱাত একে নাৱতে আহি থকা তিনিজন লোক নামি অহা দেখি হৰিহৰ বোলা অচিনাকি লোকজনো নাৱৰ পৰা নামিল আৰু চুচুক-চামাককৈ তেওঁলোকৰ ওচৰ চাপি সুধিলে,

'আপোনালোক কোন? ক'ৰপৰা ক'লৈ কি মনকৈ আহিল?'

'মোৰ নাম গোপাল, এওঁলোক যদুমণি আৰু শ্ৰীহৰি। আমি তিনিও মাধৱদেৱক দৰ্শন কৰিবলৈ আহিছোঁ। তুমিনো ক'ৰ মানুহ, ক'লৈ যোৱা?' গোপাল বোলাজনে সুধিলে।

মোৰ কাহিনী বহুত। ঘৰ নাজিৰাত। ককাই বৰহৰি জ্যোতিষ শাস্ত্ৰত পাৰ্গত পণ্ডিত লোক আছিল, ভূত-ভৱিষ্যতৰ কথা গণনা কৰি শুদ্ধকৈ ক'ব পাৰিছিল। আসাম ৰজাই গম পাই বৰহৰিক ৰাজসভালৈ মাতি নি তেওঁৰ জ্যোতিষ গণনা শুদ্ধনে অশুদ্ধ প্ৰমাণ চাবলৈ তেওঁক সুধিলে,

'আচাৰ্য্যদেউ, কওকচোন মোৰ মনটো এতিয়া ক'ত আছে?'

বৰহৰিয়ে তপৰাই মাত দিলে, 'ৰাণীৰ দক্ষিণ স্তনত।'

ৰজাই আচৰিত মানিলে। তেওঁৰ ৰাজ্য কোনো শত্ৰুৱে আক্ৰমণ কৰিলে ৰজা পলাই থাকিলেও ই ধৰি দিব পাৰিব বুলি ভাবি বৰহৰিক কাটিবলৈ হুকুম দিলে। মাহৰ মাৰ দেখি তিলে বেত মেলাৰ দৰে ভয়তে বেপাৰী নাৱত উঠি পলাই আহোঁতে আপোনালোক তিনিজনে মাধৱদেৱৰ গুণ-গৰিমা গাই থকা শুনি ময়ো সেইজন গুৰুৰ কাষ চাপিবলৈকে মন কৰিলোঁ আৰু তিনিওজন নাৱৰ পৰা নমা দেখি নামি দিলোঁ।

'আহাঁ তেনেহ'লে, একেলগে যাওঁহক' বুলি চাৰিওজন গৈ গৈ হাজো পালেগৈ। বংশীগোপাল, যদুমণি আৰু হৰিয়ে হাজোৰ হয়গ্ৰীৱ মাধৱক দৰ্শনৰ ইচ্ছা কৰা দেখি হৰিহৰে তাত ৰ'বলৈ মন নকৰিলে। মাধৱদেৱক দৰ্শন কৰিবলৈহে তেওঁৰ মন ব্যাকুল হ'ল। হাজোৰ জড় মাধৱত মোৰ সকাম নাই, সুন্দৰীৰ চৈতন্য মাধৱহে কাম্য বুলি তিনিওকে তাতে এৰি হৰিহৰ সুন্দৰীলৈ ৰাওনা হ'ল। গুৰুজনৰ ওচৰ পাই একান্ত চিত্তে প্ৰাৰ্থনা জনোৱাত মাধৱদেৱে তেওঁক শৰণ দি সত্ৰৰ হাটীতে থাকিবলৈ দিলে। কিছুদিনৰ পিছত তিনিজন সুন্দৰ পুৰুষ আহি মাধৱদেৱক দৰ্শন কৰিলেহি। সোধ-পোচ কৰি তেওঁলোক বংশীগোপাল, যদুমণি আৰু শ্ৰীহৰি বুলি জানিব পাৰি অতীতৰ এটি কথাই তেওঁৰ মন উখল-মাখল লগালে।

পাটবাউসীত শঙ্কৰ গুৰুৱে ধৰ্ম প্ৰচাৰ কৰি থকা কালত উজনিৰ পৰা কেইজনমান মুদৈ আহি ক'লেহি যোলে শঙ্কৰ গুৰুকে মুখ্য কৰি ঘাই ঘাই গুৰু কেইজনে উজনি এৰি থৈ অহাত সেইফালে নিমাওমাও হৈ নামধৰ্ম লোপ পোৱাৰ উপক্ৰম হ'ল। সেয়ে গুৰুজন উজনিলৈ যাব লগে। কথাৰ গুৰুত্ব বুজি গুৰুজনে মাধৱক উজনিলৈ গৈ প্ৰচাৰ কাৰ্য চলাবলৈ নিৰ্দেশ দিলে। পিছে সখি নাৰায়ণে গুৰুজনক অনেক প্ৰাৰ্থনা কৰি মাধৱক যোৱাৰ পৰা বিৰত কৰিলে। সেই মুদৈ কেইজনৰ লগতে কিশোৰ বংশীগোপালো আহিছিল। আৰু শঙ্কৰ গুৰুৰ প্ৰতি আকৰ্ষিত হৈ কাষতে থাকিবলৈ মন কৰিছিল। কিন্তু মুদৈহঁতে ল'ৰাটি এৰিবলৈ মন নকৰি লগতে লৈ গ'ল। সেই মুহূৰ্তত বাপজনাই কোৱা কথাষাৰ মাধৱৰ কাণত বাজিল—

'বঢ়াৰ পো, এই বালকটি এদিন আমাৰ ঠাইলৈ আহিব। আমাক নাপালেও তোমাক পালেই আমাকে পোৱা হ'ব। লগত আৰু এজন আহিব। দুয়োকে ধৰ্মবস্তু দি উজনিলৈ ধৰ্ম প্ৰচাৰৰ কাৰণে পঠাবা। আৰু এটা কাম কৰিবা। কোৱোলা বাঢ়ৈয়ে গঢ়ি দিয়া গোপালৰ মূৰ্তিটি ধুৱাহাটৰ কীৰ্ত্তন ঘৰৰ দাঁতিৰ বেলজোপাতে থৈ আহিছোঁ, মূৰ্তিভাগ নি থাপিবলৈ ক'বা।' গুৰুৰ বাক্য মনত পৰি মাধৱদেৱৰ দেহ-মন শিহৰিত হ'ল। হয়, হয়, গুৰু বাপজনাই ভৱিষ্যত বাণী কৰি যোৱা সেই বালকটিৰে পূৰ্ণ ৰূপ এই বংশীগোপাল।

উজনিৰ মালীপুৰৰ হৰিহৰৰ বংশৰ কামাৰ্ত ব্ৰাহ্মণৰ সন্তান বংশীগোপাল সৰুৰে পৰা উদাসীন ভাৱৰ ল'ৰা আছিল। কিশোৰ কালতে কেইবাজনো মুদৈৰ লগত দেশ ভ্ৰমি ফুৰা গোপালে ঘৰত মন বহুৱাব নোৱাৰি ওলাই গৈ বাৰ বছৰমান নানা তীৰ্থস্থান ভ্ৰমণ কৰি ঘূৰি আহি অনেকজনৰ মুখত মাধৱদেৱৰ ধৰ্ম প্ৰচাৰৰ কথা শুনি ধৰ্ম গ্ৰহণ কৰাৰ ইচ্ছাৰে সুন্দৰীদিয়া পালেহি। মাধৱদেৱে গুৰুবাক্য সুঁৱৰি দুয়োজনকে ধৰ্ম দি নানা উপদেশ দিলে। গোপালৰ প্ৰকৃতিলৈ লক্ষ্য কৰি তেওঁক নিৰাশ্ৰয়ী ভাগৱত ধৰ্ম প্ৰৱৰ্তন কৰিবলৈ শঙ্কৰ গুৰুৰ ইচ্ছাৰ কথা ব্যক্ত কৰিলে। মাধৱদেৱক গুৰু মানি ভজন-ভক্তি গ্ৰহণ কৰি কিছুদিনৰ মূৰত বংশীগোপাল উজনিলৈ গৈ সত্ৰ পাতি ভক্তিধৰ্ম বিস্তাৰ কৰিলে। যদুমণিয়েও উজনিলৈ গৈ সত্ৰ পাতি ধৰ্ম প্ৰচাৰত ৰত হ'ল।

এনেকৈয়ে বৰবিষ্ণু আতাই চমৰীয়া, লক্ষ্মীকান্তই ঢোপগুৰি, পঢ়িয়া আতৈয়ে হেৰেমদ, গোপাল আতাই ভবানীপুৰ, বংশীগোপালদেৱে দেৱেৰাপাৰ, যদুমণিয়ে মাহাৰা আদি সত্ৰ পাতি উজনি-নামনিত ভক্তিধৰ্মৰ খলকনি তুলিলে।

এদিন গোপাল আতাই গুৰুক দৰ্শন কৰি সেৱা জনাই ক'লে, 'বাপ আমাৰ প্ৰাৰ্থনা এটি আছে।'

'কোৱা গোপাল।'

'হৰি কীৰ্ত্তন এভাগিৰ আয়োজন কৰা হৈছে সত্ৰত পদধূলা দি কীৰ্ত্তনভাগিতো যোগদান কৰিব লাগে।' বিনম্ৰভাৱে গোপাল আতাই ক'লে।

'আমাৰ কথাৰ সাগৰৰ কথা জানো পেলাব পাৰি। যোৱা হ'ব।' সন্মতি পাই চাৰিহাটীৰ ভকতসকলকো খবৰ দি গোপাল ঘূৰি গ'ল। নিৰ্দিষ্ট দিনত ভকতসহ মাধৱদেৱ ভবানীপুৰ পালেগৈ। ঠগী অৰিহণা আগবঢ়াই গায়নে-বায়নে গোপাল আতাই গুৰুজনক আদৰি নি আসন-বসন দি লাইখুঁটাৰ ওচৰত আদৰ-সাদৰ কৈ বহুৱালে। কীৰ্ত্তনৰ অন্তত গায়ন-বায়ন উঠিল, ওজাপালি গালে। লোকে লোকাৰণ্য হ'ল। মহোৎসৱ অন্ত হোৱাৰ পিছতো গোপাল আতাই গুৰুজনক দিনচেৰেক আস্ত-বেস্তকৈ ৰখাৰ পিছত টকা-বস্ত্ৰ সহ সেৱা জনাই বিদায় দি আগবঢ়াবলৈ লগতে নাৱত উঠি আহিল। নাও গৈ নৈৰ মাজ নৌপাওঁতেই আকাশখন ক'লা ডাৱৰে ওন্দোলাই অনা দেখি গোপাল আতাই হে মেঘ দেৱতা, বৰষুণ দি মোৰ গুৰুজনাক কষ্ট নিদিবা বুলি ওপৰলৈ চাই প্ৰণাম জনালে। গোপালৰ কাৰ্যত মাধৱদেৱ বিৰক্ত হৈ ক'লে—

'গোপাল তুমি কি কাৰ্য কৰিলা? মেঘ দেৱতাক কিয় এই দৰে বুলিলা? যাৰ ভয়ত চন্দ্ৰ-সূৰ্য-পৱন সঞ্চাৰিত হয়, মেঘৰ কি শক্তি আছে যে তেওঁৰ আজ্ঞা লঙ্ঘন কৰিব পাৰে। দেৱশ্ৰেষ্ঠ কৃষ্ণদেৱতকৈ কোন বৰ দেৱতা আছে? তুমি ভুল কৰিলা, তোমাৰ লগত যোৱা উচিত নহয়, গতিকে নাৱৰ পৰা নামা, নতু মৱেই নামিম।'

গোপালে গুৰুৰ টান মাত শুনি ক'লে, 'বাপ, এয়া মই গুৰুবাক্য ৰাখিলো' বুলি পানীত নামি পৰিল। নীতিনিষ্ঠ আদৰ্শৰ প্ৰতি সজাগ মাধৱদেৱে শিষ্য গোপালৰ অনুশোচনা হোৱাৰ আশা কৰি ৰাম আতাক প্ৰমাণ চাবলৈ পঠালে। শ্ৰীৰাম আতাই গৈ তেওঁ কেনে আছে বুলি সোধাত গোপালে দম্ভ কৰি ক'লে, 'গুৰুৱে এৰিলে বুলি মই মৰি যোৱা নাই। মাধৱদেৱে বঠাৰ পাতেৰেহে নাও বায়, মই নাল পাতেৰেও বাব পাৰো বুলি গুৰুক ক'বাগৈ।'

এনে গৰ্ব বাণী শুনি দুখ পাই মাধৱদেৱে জগৰ ধৰি গুচি গ'ল। নিজৰ খেয়ালক শুদ্ধ বুলি মানি গোপাল আতাই কিছুদিন আনন্দেৰে পাৰ কৰিলে। কিন্তু দিন যোৱাৰ লগে লগে তেওঁ অনুতপ্ত হৈ পৰিল। কি কৰিলোঁ মই? পৰম গুৰু শঙ্কৰদেৱৰ শুদ্ধ মতৰ বিপৰীতে যোৱাই নহয়, মোৰ শৰণীয়া, উপকাৰী গুৰুজনাৰ বিৰুদ্ধাচৰণ কৰিলোঁ।

অহমিকাভাৱে মোৰ চকু অন্ধ কৰিলে, গুৰুদ্ৰোহ পাতক সিজিল, হাঁয় হাঁয় মই কি কাম কৰিলো। অন্তৰ্দগ্ধত গোপাল আতা অস্থিৰ হৈ পৰিল।

'নাই নাই। এনেকৈ থাকিব নোৱাৰি। গুৰুৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰি জগৰ ভাঙিব লাগিব। দোষৰ প্ৰায়শ্চিত্ত কৰিব লাগিব। কিন্তু কেনেকৈ?' দোধোৰ-মোধোৰ ভাৱেৰে নাৰায়ণ ঠাকুৰৰ ওচৰ পাই তেওঁক সহায় কৰিবলৈ কাওবাও কৰি ক'লেগৈ। অৱশেষত ঠাকুৰ আতাৰ নিৰ্দেশ মতেই এশ চিকা ৰূপ, এখন ভাৰসহ গোপাল আতা গৈ ঠাকুৰৰ সহায়েৰে গুৰুজনৰ ওচৰত সাষ্টাঙ্গে পৰি কান্দি-কাটি তেওঁক ক্ষমা কৰিবলৈ কাতৰ প্ৰাৰ্থনা জনালে। পৰম প্ৰিয় একান্ত ভকত গোপালক মাধৱদেৱে জানো এৰি থাকিব পাৰে। গুৰুজনে দুই হাতে গোপালক আকোঁৱালি ধৰিলে। তেওঁৰ ম্লান মুখত হাঁহি বিৰিঙিল। সেই দিনাৰে পৰা আগন্দৰে গোপাল মাধৱদেৱৰ পাশলৈ আহি সেৱা ভক্তি কৰি থাকিল।

ভকত এজনৰ মুখৰ পৰা গোবিন্দ মাঝিয়ে মাগুৰীত বাস কৰি থকাৰ কথা শুনি অতীতৰ স্মৃতিয়ে মাধৱদেৱৰ মন আলোড়িত কৰিলে। মাধৱৰ জীৱনৰ গতি-প্ৰকৃতি নিৰ্ণয়ত এইজন মহান ব্যক্তিৰ অপৰিসীম প্ৰভাৱ অনস্বীকাৰ্য। এইজন ব্যক্তিৰো জীৱনৰ বিয়লি বেলাত ছন্দপতন হ'ল। প্ৰাকৃতিক দুৰ্যোগ, বনৰীয়া হাতীৰ উপদ্ৰৱত মাঝি পৰিয়ালৰ জীৱন অসহনীয় হৈ পৰিল। ইতিমধ্যে মাধৱৰ নাম উজনি-নামতি সৰ্বত্ৰ জনাজাত হৈ পৰিছিল আৰু মাধৱক বিচাৰি ভটিয়াই আহি মাগুৰী পাইছিলহি। মাধৱদেৱক বিচাৰি উলিয়াব নোৱাৰি তাতে ঘৰ-বাৰী কৰি আছিল। মাধৱদেৱে গম পাই তেওঁক মতাই আনি সাদৰ সম্ভাষণ কৰি থাকিবলৈ ঠাই নিৰূপণ কৰি দিলে। ভক্তিধৰ্ম গ্ৰহণ কৰি কিছুদিন সত্ৰত থকাৰ পিছত মাধৱদেৱে তেওঁক পুত্ৰ-পৰিবাৰৰ কাষলৈ পঠিয়ালে। মাগুৰীত গোবিন্দ মাঝিৰ মন নবহিল। তাতে সেই ঠাইৰ গঞা লোকে কুল-গোত্ৰ নজনা উজনিৰ অচিনাকি লোক বুলি তেওঁক ভাল দৃষ্টিৰে নাচায়, লগত খোৱা-বোৱা নকৰে। এঘৰীয়া জীৱন যাপন কৰি অতীষ্ঠ হৈ গোবিন্দ মাঝি পুনৰ আহি সুন্দৰীদিয়া পাই মাধৱদেৱক সকলো বিবৰি ক'লে। মাধৱদেৱে লগত ৰাম আতা, অচ্যুত গুৰু আদি পাঁচজন ভকতসহ মাগুৰী পালেহি। ঘাঘৰি মাঝিয়ে শ্ৰদ্ধা-সহকাৰে মাধৱদেৱক নিজৰ ঘৰত ৰাখিলে। পিছদিনা মাধৱদেৱে গঞা ৰাইজক মতাই আনি মাঝিৰ আগ-গুৰি কৈ পৰিবাৰক অন্ন-ব্যঞ্জন ৰান্ধিবলৈ আদেশ কৰিলে আৰু সেৱক সমন্বিতে সকলোৱে আনন্দেৰে ভোজন কৰিলে।

কিন্তু নাৰায়ণ দাসৰ মনত ঢোকা লাগিল। মাঝিৰ চোতালৰ লিচজোপাৰ তলত এখন জাল মেলি থোৱা আছে আৰু কাষতে এপাত দীঘল যাঠি। তাকে দেখি ঠাকুৰ আতাই মাধৱক ক'লে, 'সখি, এওঁ দেখোন ব্যাধৰ কাম কৰে, কেনেকৈ ভোজন কৰা যায়? 'কথাষাৰ শুনি গোবিন্দ মাঝিয়ে কাওবাওকৈ ক'লে, 'বাপসকল, ভুল নুবুজিব, চাৰিওফালে অটব্য অৰণ্য। বাঘৰ ভয়ত গোহালিত জাল মেলিব লাগে। বনৰীয়া জন্তুৰ ভয়তহে যাঠিপাটো ৰখা হৈছে। এই পাতকীয়ে ব্যাধৰ কাম কৰা নাই।'

মাঝিৰ বিনয়ী বচনত সন্তুষ্ট হৈ সকলোৱে নিশঙ্কচিত্তে অন্ন ভোজন কৰিলে। সেই দিনাৰে পৰা মাধৱদেৱৰ আপোনজন বুলি ভাবি ঘাঘৰি মাঝিক শ্ৰদ্ধা কৰিবলৈ ধৰিলে। ইয়াৰ পিছতে মাধৱদেৱে মথুৰা দাস আতাৰ লগত মাঝিক জ্ঞাতি-বন্ধু কৰি দিলে। পূৰ্বৰ পৰম উপকাৰী মাঝিৰ ঘৰত মাধৱদেৱ এমাহ দিন থাকিল। গুৰু পুত্ৰ হৰিচৰণ আহি তাতে মাধৱদেৱক লগ ধৰিলেহি। আই মাতৃৰ বাতৰি পাই মাধৱদেৱ আনন্দিত হ'ল আৰু হৰিচৰণক আদৰ-সাদৰকৈ গুৰু মাতৃলৈ শ্ৰদ্ধা জনাই অনেক দ্ৰব্য বস্তু হৰিচৰণৰ হাততে পঠাই দি মাধৱদেৱ সুন্দৰীলৈ উভতিল।

মাধৱদেৱৰ প্ৰপন্ন শিষ্য ৰাম আতাই কোনো দিনে প্ৰসঙ্গ খতি নকৰে। শুদ্ধ-সন্ত, পৰোপকাৰী এই সেৱকজন মাধৱৰ অতি প্ৰিয়। মধ্য প্ৰসঙ্গৰ অন্ত পৰিল, ৰামৰ দেখা-দেখি নাই। গুৰুৰ চিন্তা লাগিল ক'লৈ গ'ল মানুহটো? তেনেতে এখোজ-দুখোজকৈ আহি ৰাম আতাই সেৱা জনালেহি।

'ৰাম, অতপৰ ক'লৈ গৈছিলা ? প্ৰসঙ্গৰ সময়ো পাৰ হ'ল?'

'এ বাপ ঈশ্বৰ, জীৱৰ বিলাই-বিপত্তিৰ কথা কিনো কম, কিনো শুনিব? চিপচিপিয়া বৰষুণত বৰবিলত স্নান কৰিবলৈ গৈ দেখিলোঁ ওচৰৰ জানটোৰ পানী ভাগি আহি বিলত পৰিছে আৰু উজান উঠি কাৱৈ মাছবোৰে কেওফালে জঁপিয়াইছে। কাউৰী, বগলী চৰাইবোৰে ধৰি ধৰি সিহঁতক খাইছে। তাকে দেখি মনত কষ্ট পাই চুৰিয়াৰ কোচত ভৰাই একোচ একোচকৈ মাছবোৰ বিলত মেলি দিওঁহে আকৌ সিহঁত উঠি আহি বামত বগাই ফুৰেহি। অজান জীৱ দেহি, মৰণলৈকো ভয় নাই বুলি যিমানে মেলো সিমানে সিহঁত উঠি আহে। এনেখন কৰি থাকোঁতে দুপৰ হ'ল। বৰষুণো এৰিলে, মাছেও উজাবলৈ এৰিলে। তেহে গা ধুই লৰালৰিকৈ আহোঁতে প্ৰসঙ্গৰ সময়েই উকলিল। অপৰাধ মৰিষণ কৰক বাপ।'

মাধৱদেৱে হাঁহি মাৰি ক'লে, 'আমি সমস্তই উজানৰ মাছ ৰাম। সমাগত মৃত্যুক নিচিনি লোভ-মোহৰ পাৰটোত জঁপিয়াই পৰোহক। এতিয়া তুমি বহালৈ গৈ ভোজন কৰাগৈ।' লঘোণে থকা বুলি জানি গুৰুৱে ৰামক ঘৰলৈ পঠাই দিলে। ৰামৰ সাধুতা আৰু সৰলতা দেখি মাধৱদেৱ মুগ্ধ হ'ল। তেওঁৰ মনত পৰিল কেইদিনমান আগৰ সেই কথাটোলৈ।

এদিন ৰামে বিলত গা ধুবলৈ গৈ পাৰত এজনী তিৰোতা মানুহে উদং গাৰে বুকুত কেঁচুৱা এটা লৈ থক্-থক্কৈ কঁপি থকা দেখি গাৰ পৰ্হি কাপোৰখন মানুহজনীৰ ফালে দলিয়াই দি গা ধুই গুচি আহিল। গধূলি প্ৰসঙ্গলৈ উদং গাৰে অহা দেখি মাধৱদেৱে সোধাত ক'লে, 'এ, বাপ নক'ব আৰু। জীৱৰ বিলাই সহিব নোৱাৰি কাপোৰখন দি দিয়া হ'ল।' ভকতৰ প্ৰেমত গদ্গদহৈ মাধৱদেৱে ন-খনীয়া এখন তেওঁৰ গাত দি ক'লে, 'ৰাম তুমি নিজেও ধন্য হ'লা আৰু আমাকো ধন্য কৰিলা।'

এইজন ভকতৰ উঠোঁতে-বহোঁতে, খাওঁতে-শোওঁতে সকলো সময়তে মুখত ৰামনাম ওলাই থাকে। আনকি শৌচাচাৰ কৰোঁতেও জিভাখন টানি ধৰি থকা দেখি ভকত আহি

গুৰুক লগালেহি। কথাটো হয় নেকি বুলি গুৰুৱে এদিন সোধাত অশুচি সময়ত নাম ওলাব বাবেহে তেনে কৰা হয়, দোষ মৰিষণ কৰক বাপ বুলি ৰামে তলমূৰ কৰিলে। তাকে দেখি গুৰুৱে তেওঁক প্ৰশংসা কৰি ক'লে, 'দোষ নহয় ৰাম, যাৰ মুখত অহৰ্নিশে নাম আহি থাকে তেওঁ পৰম ভাগ্যবান মুক্তপুৰুষ। নিবাৰণ নকৰি হৰিনাম আহি থাকিবলৈ দিবা।' এইবুলি মাধৱদেৱে উদ্দাত্ত কণ্ঠে ঘোষা মাতিলে—

'যিটো জনে শুদ্ধভাৱে হৰিত শৰণ লৈয়া
হৰিক সুহৃদ বুলি আছে।
হৰিৰ কৃপাত সিটো বিঘ্নিৰ মুণ্ডত ভৰি
দিয়া হৰিগুণ গায়া নাচে।।'

চ'ত মাহ শেষ হওঁ হওঁ। এমাহ বৰষুণৰ দেখা-দেখি নাই। বিলবোৰ শুকাই গ'ল, পথাৰবোৰো চিৰাল ফটা দিলে। সুন্দৰীৰ আকাশত জুই বৰষিছে। পানীৰ কাৰণে ৰাইজৰ হাঁহাকাৰ লাগিল। আঁহত গছৰ তলতে বহি ভোগমন, মলুৱা আৰু সোমবৰে জুৰ বতাহ লৈ কথা পাতিছে—

'হেৰ' দিনে-ৰাতিয়ে এনেকৈ জুই বৰষিলে খেতি কৰা দূৰৰ কথা দেহাই নৰ'ব দেখিছোঁ। নে কি কব?' ভোগমনে ক'লে।

'এৰা, আমিবোৰ হাত-ভৰি বন্ধা নৰমনিচহে, কিবা কৰোঁ বুলি কৰিব পাৰোঁ জানো? বৰষুণ দিয়ক বুলিয়েই গাঁৱৰ ৰাইজে উলহ-মালহকৈ ভেকুলীৰ বিয়া পাতিলে, ইঘৰৰ ঢেকী চুৰ কৰি সিঘৰৰ চোতালত পেলালে, কিন্তু সকলো ফুটুকাৰ ফেন হ'ল। মেঘ দেৱতা তুষ্টও নহ'ল, বৰষুণো নিদিলে। এতিয়া মৰ ছটফটাই।' কৈ কৈ মলুৱাই মূৰে-কপালে হাত দিলে। তেনেতে তালপাতৰ বিচনীখন হাতত লৈ সেলেঙি লগাই তামোল এমোকোৰা খাই জয়ৰাম ভকত আহি 'কৃষ্ণ' বুলি গছৰ তলত বহি গামোচাখনেৰে পিঠিখন কোবাই সিহঁতৰ ফালে চাই সুধিলে—

'কিহৰ মেল বহিছে অ' ? কিবা ৰস ওলাই যদি আমাকো ভাগ দে অ' ভোগমন।'

'কিনো ৰসৰ মেল বহিব দাইটি ? ৰ'দৰ তাপত পথাৰ ফাটি চিৰাচিৰ দিয়াৰ দৰে আমাৰো দেহ-মনৰ ৰসবোৰ শুকাই কৰকৰীয়া হ'ল। আপুনি ভকত মানুহ, কিবা এটা উপায় পাৰে যদি কৰক।' ভোগমনে জয়ৰামলৈ চাই ক'লে।

'বাৰু কথা কলি। মই গুৰুজনৰ সামান্য সেৱকহে, কিটো কৰিব পাৰোঁ? পিছে গুৰুৰ মুখত শুনিছিলোঁ বোলে তাহানি শ্ৰীমন্ত শঙ্কৰ গুৰুজনাই আকাশী গঙ্গা নমাই আনি বৰদোৱাত ভকতৰ দুখ নিবাৰণ কৰিছিল। মাধৱ গুৰুজনায়ো কিবা কৰিব পাৰে বা? তইঁত ডেকামখাই গৈ ধৰগৈ গুৰুজনক, নে বেয়া ক'লোঁ?'

'দাইটিয়ে বৰ ভাল কথা ক'লে। এনেবোৰ বাট দেখুৱাবলৈকে আমাক ডাঙৰবোৰক লাগে। আমি ৰাইজ গোটাই আজিয়েই গৈ গুৰুজনাক ধৰিমগৈ। ঐ ব'লইক।'

ৰাইজ গৈ মাধৱদেৱক কিবা এটা ব্যৱস্থা কৰিবলৈ প্ৰাৰ্থিলেগৈ। মাধৱদেৱে তেওঁলোকক বুজালে—

'ৰাইজ, আপোনালোক অধৈৰ্য নহ'ব। প্ৰকৃতিৰ নিয়ম এনেকুৱাই। বাৰিষাৰ বানে কেতিয়াবা খেতি-পথাৰ উটুৱাই নিয়ে। কেতিয়াবা হয়তো বতৰ খৰাং হোৱাৰ বাবে পানীৰ অভাৱত খেতিয়েই নহয়। আমিনো কি কৰিব পাৰোঁ? তথাপি সকলোৱে লাগি-ভাগি ভগৱন্তক খাটনি ধৰোঁ, তাৰাইহে আমাৰ দুখ নিবাৰণ কৰিব পাৰিব।' এইবুলি মাধৱদেৱে কিছুপৰ চিন্তিত হৈ ৰ'ল। পুনৰ ক'লে, 'আজি ৰাতি 'গোৱৰ্দ্ধন যাত্ৰা' নামে সৰু নাটখনি ৰচনা কৰা হ'ব আৰু কালিৰে পৰা আমাৰ দিহা মতে ৰাইজে আখৰা কৰি সাতদিনৰ ভিতৰতে নাটখনি ভাওনা কৰা হ'ব। ৰাইজ সকলো সাজু হওক।

পিছদিনাৰে পৰা ভাওনাৰ আহাৰ্যসমূহ সাজিবলৈ ভাগে ভাগে মানুহ লগালে। জয়ৰাম, গন্ধিয়াইঁতক গোৱৰ্ধন পৰ্বতটো বাঁহৰ কাঠিৰে সাজি হেঙুল, হাইতালেৰে বোলাই তাতে গছপাত গুজি দি সাজিবলৈ নিৰ্দেশ দিলে। ৰাইজৰ হতুৱাই ঐৰাৱত হস্তী, গো-ধেনুগণ ভাগে ভাগে সাজি উলিয়ালে। ভকতসকলক গীত-মাত গোৱাৰ দিহা দিলে, ভাৱৰীয়াইঁতক বচন-সূত্ৰনাচ শিকালে। ইফালে মাধৱ, সিফালে মাধৱ, মাধৱদেৱৰ জিৰণি নাই, কামৰো অন্ত নাই। মাধৱৰ কৰ্ম-নিষ্ঠা, ঐকান্তিকতা দেখি লোকে তবধ মানিলে। নিৰ্দিষ্ট দিনত ভাওনা আৰম্ভ হ'ল। নন্দ, গোপ-গোপীসকলে সাজি-কাছি ভাওনাৰ খলাত প্ৰৱেশ কৰিলে। পৰ্বতৰ ওপৰত এজন বিপ্ৰক তুলি দি গছপাতেৰে গাটো ঢাকি দিলে। নন্দাদি গোপগণে খেতিৰ মাটিত বৰষুণ দিবলৈ, বাত-বৃষ্টিৰ পৰা ৰক্ষা পাবলৈ স্বৰ্গৰাজ ইন্দ্ৰৰ পূজাৰ আয়োজন কৰা দেখি তেওঁলোকক বাৰণ কৰি কৃষ্ণই বচন মাতিলে—

'আহে পিতৃ, আহে গোপ-গোপীগণ, কি কৰিতে চাস? ওহি পৰ্বতক তৃণ-তৰু ভক্ষণ কৰিয়ে হামাৰ গো ধেনুগণ প্ৰাণ ৰাখিয়া আছয়। ইহা জানি ওহি গোবৰ্ধন পৰ্বতক পূজা কৰহ। ইন্দ্ৰক পূজা কোন প্ৰয়োজন ঠিক।' কৃষ্ণৰ নিৰ্দেশত ইন্দ্ৰাদি গোপগণে আনন্দ মনে গোৱৰ্ধন পৰ্বতৰ কাষত নৃত্য-গীত উৎসৱ কৰি পূজা পাতিলে। বিপ্ৰৰূপী গোৱৰ্ধনে ফল-মূল সকলো ভক্ষণ কৰা দেখি গোৱালসকলৰ আনন্দৰ পাৰ নাইকিয়া হ'ল। কিন্তু পূজা নাপাই ক্ৰোধত অগ্নিশৰ্মা হৈ ইন্দ্ৰই তৰ্জন-গৰ্জন কৰি সাত হাল মেঘে বৰষিবলৈ আৰম্ভ কৰিলে। কৃষ্ণই কনিষ্ঠ আঙুলিৰে পৰ্বত দাণ্ডি ধৰি গোপ-গোৱালসকলক ৰক্ষা কৰিলে। দৰ্পচূৰ্ণ হৈ ইন্দ্ৰই কৃষ্ণক স্তুতি কৰি গোবিন্দ উপাধিৰে অভিষেক কৰিলে।

সকলো দৰ্শকে একান্ত মনে ভাওনা উপভোগ কৰিলে। অৱশেষত ভাওনাৰ অন্ত পৰিল। দৰ্শক ঘৰাঘৰি যাবলৈ লওঁতেই হৰহৰকৈ বৰষুণ অহাত সকলোৱে ছবাহৰি লাগি পিয়াপি দিলে। পৰ্বতৰ ওপৰত উঠি থকা লোকজনৰ কথা সকলোৱে পাহৰিলে। তেহে মাধৱদেৱে জখলা লগাই তেওঁক নমাই আনি জুই ধৰি সেকি সুস্থ কৰিলে। অনেক দিনৰ মূৰত বৰষুণ পাই ৰাইজৰ মনবোৰ জীপাল হ'ল আৰু মাধৱৰ প্ৰতি কৃতজ্ঞতাত মূৰ দোঁৱালে।

শতবছৰ গৰকা কৰ্মযোগী প্ৰচাৰকজনে সুতীক্ষ্ণ বিচাৰেৰে বাৰজন ধৰ্মাচাৰ্য পাতি থানে থানে ধৰ্ম প্ৰচাৰৰ দায়িত্ব অৰ্পণ কৰিলে। এইবাৰ মাধৱদেৱৰ চকু পৰিল প্ৰতিভাবান ডেকা তেওঁৰে স্নেহৰ ভাগিন ৰামচৰণৰ ওপৰত। সুন্দৰীৰ বৰ নামঘৰৰ প্ৰসঙ্গৰ অন্তত মাজে-সময়ে ৰামচৰণে পাঠ পঢ়ে। পূৰ্বৰ পাঠক যদুমণি উজান ৰাজ্যলৈ যোৱাত শ্ৰীৰাম আতাই ৰামচৰণক আনি পাঠত বহুৱালে। সুমিষ্ঠ, উদ্দাত্ত কণ্ঠ, শুদ্ধ উচ্চাৰণ দেখি মাধৱদেৱ মুগ্ধ হ'ল আৰু ভৱিষ্যতে মহৎ কাৰ্য সাধিব পাৰিব বুলি ভাগিনীয়েকক আশীৰ্বাদ কৰিলে। পিছে ডেকা ল'ৰাটি হাস্য-উপহাস্য কৰি লোকক জোকাই থকা বিধৰ। তাকে দেখি মাধৱদেৱে তেওঁক শৰণ আৰু নানা উপদেশ দি নানা কথা শিকাই বুজাই পৈণত কৰি তুলিলে। ৰামচৰণৰ উদ্ধতালিবোৰ নাইকিয়া হৈ শান্ত-শিষ্ট হৈ পৰিল।

ঘাত-প্ৰতিঘাত, আশা-নিৰাশা, পোৱা-নোপোৱাৰ মাজেৰে অতিক্ৰম হ'ল মাধৱদেৱৰ জীৱন পৰিক্ৰমা। দুখতো ভাগি নপৰা, সুখ আৰু আনন্দয়ো উদ্বাউল কৰিব নোৱাৰা স্থিতপ্ৰজ্ঞ মহাপুৰুষজনৰ জীৱনলৈ পুনৰ আহিল এক দাৰুণ সংঘাত। লখাই আতৈয়ে আন এজন ভকতৰ লগ হৈ পথাৰৰ মাজেৰে বাট পোনাই প্ৰসঙ্গত বহিবলৈ বুলি খৰ-খেদাকৈ আহি আছিল। মাধৱ মৰলৰ ভায়েক গোপাল মৰলে মাটি চহাই থাকোঁতে ভকত দুজনক দেখি খেদি গৈ লখাই আতৈৰ ডিঙিত দলিমাৰিডাল লগাই লৈ তেওঁক গৰুৰ নিচিনাকৈ পকাই-ঘূৰাই, মৰিয়াই হাৰাশাস্তি কৰিলে। দুখে-অপমানে দগ্ধ ভকত দুজন কোনোমতে এৰাই আহি গুৰুত জনালেহি। ভকতপ্ৰাণ মাধৱৰ সৰ্বশৰীৰ কঁপি উঠিল। তেওঁ ইমান আঘাত পালে যে সেইদিনা ভোজনো গ্ৰহণ নকৰিলে। ভকতৰ দুখ-অপমান নিজৰ অপমান বুলি গণ্য কৰি সুন্দৰী ত্যাগ কৰাৰ মানস কৰিলে। তাতে আৰু এটা কথাই মাধৱদেৱৰ মনত আউল লগালে। কেইদিনমানৰ আগতে কৃষ্ণদাস নামৰ সুন্দৰীৰৰ ঠাকুৰীয়াজনে কৈ গ'ল বোলে টুটকীয়া ব্ৰাহ্মণৰ কথা শুনি ৰঘু ৰজাই হৰিভকতসকলক ধৰি নিয়াৰ আলচ কৰিছে। সেয়ে সাৱধান হোৱাৰ সময় আহিল বুলি ভাবি ৰাম আতাক ক'লে,

'ৰাম, সুন্দৰীত অমাৰ চাউল উকলিল। এনে ভকতবিৰোধী পৰিৱেশত ধৰ্ম-চৰ্চা, শাস্ত্ৰ-চৰ্চা সম্ভৱ নহ'ব।' শ্ৰীৰাম আতাই বিচুৰ্তি হৈ সুধিলে,

'বাপ ঈশ্বৰে কি কয় ? এনেহেন জয়জয়-ময়ময় সুন্দৰীদিয়া সত্ৰ এৰি ক'লৈ যাবলৈ মন কৰিলে?'

'এৰা ক'লৈ যাম, কি কৰিম অৱস্থাৰে সৃষ্টি হৈছে। সদ্যে ভবানীপুৰৰ গোপালৰ ঠাইলৈকে যোৱাৰ কথা ভাবিছোঁ। গুৱাকছাৰ ৰামচৰণৰ ঠাইলৈও যাব পাৰি। মুঠতে যাব লাগে। ইয়াত থাকিলে বিৰুদ্ধাচাৰীইঁতে আমাৰ ভকতসকলৰ ওপৰত পোতক তুলিব।'

# তেৰ

গুৰুজন সুন্দৰী এৰি যাবলৈ ওলোৱাৰ কথা বিজুলী বেগে চাৰিহাটীৰ মাজত প্ৰচাৰ হ'ল। ভকতহঁত মাজত হুৱা-দুৱা লাগিল। কথা গৈ গোপাল আতা আৰু মথুৰাদাস আতাৰ কাণত পৰিলগৈ। পিছদিনা ৰাম আতাই কেইজনমান ভকতৰ লগত বয়-বস্তু বান্ধি যাবলৈ যা-যোগাৰ কৰি থাকোঁতেই মথুৰাদাস আহি ভিতৰ সোমাই ৰাম আতাৰ পৰা কথাৰ বুজ লৈ গুৰুজনৰ সমস্ত বয়-বস্তু, পুথি-পাঁজি গোটাই লৈ ভাৰ এখন বান্ধি বাওঁকাডালৰ দুই মূৰে টোপোলা বান্ধি কান্ধত লৈ মাধৱদেৱৰ আগেদিয়েই খৰ-ধৰকৈ গুচি গ'ল। ইতিমধ্যে ভবানীপুৰৰ পৰা গোপাল আতাও আহি বহিলহি। ৰাম আতাই 'হেই হেই, নিলে, নিলে, বাপৰ সমস্তকে মথুৰাদাসে লৈ গ'ল' বুলি খৰ-খেদা কৰোঁতেই গোপাল আতাই গুৰুজনক তেওঁৰ ঠাইলৈ নিবলৈ আহিছে বুলি সেৱা জনাই ব্যক্ত কৰিলে। ইফালে মথুৰাদাসে পুব দুৱাৰত ভাৰখন থৈ মুহূৰ্ততে আহি সেৱা জনাই ক'লে, 'আতা ঈশ্বৰ, উঠিব লাগে।'

মাধৱদেৱে এবাৰ ইজনৰ এবাৰ সিজনৰ মুখলৈ চাই হাঁহি মাৰি ক'লে, 'মই এতিয়া কোন ফালে যাম? মথুৰাদাসে হাঁহে-বাহে সোপাকে নিলেই, এতেকে দেহাটোও তাঁতীকুছিলৈকে নিব লাগিব।' গোপাল আতাকো বুজাই-বঢ়াই মাধৱদেৱ তাঁতীকুছিলৈ যাবলৈ সাজু হ'ল।

আৰম্ভ হ'ল তাঁতীকুছি যাত্ৰা। থৰ লাগি ভকতসকলে চাই ৰ'ল। মাধৱদেৱে অমৃতকণ্ঠে গীতৰ কলি এটা লগাই দিলে, সমস্বৰে ভকতসকলে দোহাৰিলে—

'আল ভাই, চল আইস যাওঁ বৃন্দাবনে
দেখো গৈয়া আনন্দ নয়নে
সকল বিৰিন্দাবন চানি,
জয়জয় ৰামকৃষ্ণ ধ্বনি......'

কানি-কন্থাৰ টোপোলা লৈ আগবাঢ়িল ভকতৰ দল। আগে আগে ভকত-বান্ধৱ ৰসিক সুজানজন। হৃদয় উজাৰি গোৱা ভকতৰ সুৰৰ প্লাৱনে বতাহত ঢৌ খেলিলে। মাধৱৰ সুৰময়, ছন্দময় গতি সুন্দৰীদিয়াৰ পৰা প্ৰসাৰিত হ'ল বৰপেটালৈ। সমদলটি গৈ বৰপেটা বিলৰ পাৰত ৰ'ল। মথুৰা দাসৰ নিৰ্দেশত নাৱৰীয়া আগবাঢ়ি আহি সকলোকে পাৰ কৰি নিলে। আনন্দত আত্মাহাৰ গৈ মথুৰাদাস বুঢ়াআতাই মাধৱদেৱক প্ৰণাম জনাই ঘূৰি ঘূৰি, নাচি-বাগি গালে মাধৱদেৱৰ ৰচিত গীত 'আলো ভাই, গকুলে আনন্দ জয় জয়। মিলিছে পৰম মহোদয়।'

জাউৰিয়ে জাউৰিয়ে ভকতৰ চাপৰি শুনি ঘৰে ঘৰে মানুহ ওলাই আহি গুৰুজনাক সেৱা জনালেহি। সদ্যহতে বুঢ়া আতাই তেওঁৰ চ'ৰাঘৰতে আঁৰবেৰ দি ভকতসহ গুৰুজনক

ৰাখিলে। তাঁতীকুছিৰ পূবফালে এজন লোকে বাৰী এখনত নকৈ ঘৰ এটা সাজিছিল। লিপা-মোচাৰ কাম হোৱাই নাই। মথুৰাদাসে লোকজনক খাটনি ধৰি সেই ঘৰটোত গুৰুজন থকাৰ দিহা কৰিলে। ততালিকে চৌহদৰ হাবি-বন পৰিষ্কাৰ কৰি লিপাই-মোচাই ঘৰটি আটোম টোকাৰি কৰা হ'ল। ঘৰটোত চাৰিটা কোঠালি। কীৰ্ত্তনঘৰ, বহাঘৰ, শয়ন কৰা আৰু চাউল সিজোৱাৰ কাৰণে সুবিধা কৰি ৰখা হৈছে। কেইদিনামনৰ ভিতৰতে ভকতসহ মাধৱদেৱ সেই বাৰীখনলৈ গ'ল। ইমান কম দিনৰ ভিতৰতে এনে আয়োজন দেখি মাধৱদেৱ অভিভূত হ'ল। মথুৰা দাস আৰু তেওঁৰ পত্নীৰ শ্ৰদ্ধা-ভক্তি দেখি মাধৱদেৱৰ অন্তৰ বিগলিত হ'ল। চ'ৰাঘৰত পাৰি দিয়া বৰ ঢৰাখনত বহি তেওঁ তন্ময় হৈ ৰ'ল। মনত ভাহি উঠিল মথুৰাদাসৰ অতীতৰ কথা।

উজনিৰ দিখৌমুখৰ খনা-খোকোৰা গাঁৱত চিৰাই বৰুৱাৰ ঘৰ। সেই পৰিয়ালৰে বিৰসাদৰ সন্তান গোপাল। তেওঁৰ ডেকাকালতে বঙাল মাৰণত সৰ্বস্ব হেৰুৱাই তেওঁৰ পৰিয়ালৰ নাজল-নাথল অৱস্থা হ'ল। মনত বৈৰাগ্য উপজি গোপালে দিহিঙে-দিপাঙে ঘূৰি ফুৰি শেষত তাঁতীকুছি পালেহি। এই ঠাইত গোপালৰ প্ৰতি দৈৱ প্ৰসন্ন হ'ল। ঘৰ-দুৱাৰ সাজি তেওঁ ইয়াতে স্থায়ীভাৱে বাস কৰিবলৈ ল'লে আৰু হৰি মৰলৰ কন্যা শান্তাক বিয়া কৰাই গৃহস্থী হ'ল । কিছুদিন গৃহস্থালি চলোৱাৰ পিছত পুনৰ গোপালৰ মনলৈ বৈৰাগ্য ভাব আহিল। চৈতন্য গুৰুৰ পৰা মন্ত্ৰ লৈ ওঠৰজন পালিসহ হাতত ৰবাব বাদ্য লৈ সংকীৰ্ত্তন কৰি গাঁৱে গাঁৱে ঘূৰি ফুৰিবলৈ ধৰিলে। এনেদৰে ফুৰোঁতে এদিন ভাগ্যক্ৰমে শঙ্কৰদেৱৰ 'নিমি নৱসিদ্ধ সংবাদ' পুথিখন তেওঁৰ হাতত পৰিল। পঢ়ি আমোদ পাই বঙলুৱা সুৰৰ লগত মিলাই পুথিখনিৰ পদ গাই ফুৰিবলৈ ধৰিলে। এনেকৈ এদিন গোপাল দলে-বলে গৈ মনথৈৰ নাৰায়ণ ঠাকুৰৰ ঘৰ ওলালেগৈ আৰু কীৰ্ত্তন আৰম্ভ কৰিলে। বঙলুৱা সুৰত গুৰুজনাৰ 'নিমি নৱসিদ্ধ'ৰ পদ গোৱা শুনি ঠাকুৰ আতা অসন্তুষ্ট হৈ গোপালক পুথিখন ক'ত পালে সুধি তাৰ অৰ্থ ভঙাবলৈ ক'লে। গোপাল বিমোৰত পৰি নাৰায়ণক তাৰ অৰ্থ ভঙাই দিবলৈ অনুৰোধ জনালে। নাৰায়ণে সেই অৰ্থ সুন্দৰীত ধৰ্ম প্ৰচাৰ কৰি থকা মাধৱদেৱেহে ভঙাব পাৰিব বুলি কৈ তাৰাৰ বিষয়ে সকলো বিবৰি ক'লে।

গোপাল আহি প্ৰথম দৰ্শনতে মাধৱৰ প্ৰতি আকৃষ্ট হ'ল আৰু সেৱা জনাই ভক্তিভাৱেৰে সুধিলে, 'প্ৰভু, বিশিষ্ট গুৰুৰ কেনে লক্ষণ, কেনে কাম?'

'আহিয়েই গুৰুৰ লক্ষণ সম্পৰ্কে সুধিলা, জানি তোমাৰ কি লাভ হ'ব?' কিছু বিৰক্ত হৈ মাধৱদেৱে ক'লে।

'তেনে গুৰুৰ চৰণত শৰণে পশি বিক্ৰয় যাম।'

মাধৱদেৱে 'নিমি নৱসিদ্ধ' পুথিৰ পৰা শিষ্ট গুৰুৰ লক্ষণ সম্পৰ্কে অনেক প্ৰকাৰে চৰ্চি দেখুৱালে। গোপাল অভিভূত হ'ল। চৰণত পৰি প্ৰণাম জনাই ক'লে—

'বাপ, সাধু, সন্ত, মহন্তৰ সমস্ত লক্ষণ, কাৰ্য-কাৰণ মই আপোনাতে দৰ্শন পালোঁ। আপুনিয়েই বিশিষ্ট গুৰু। আমাক ভৃত্য কিঙ্কৰ ৰূপে চৰণে চপাই ল'ব লাগে।'

মাধৱদেৱে গোপালৰ মন জুখিবৰ বাবে ক'লে, 'তোমালোকে নানা ঠাইত ঘূৰি ফুৰি নানাজনক গুৰু মানি আহিছা। আমাক মানিব খুজিলে আগৰ গুৰু ত্যাগ কৰিব লাগিব। পাৰিবানে? পাৰা যদি গুৰুৰ নামত মাটিত একোটাকৈ আঁক দি ভৰিৰে মচি পেলোৱা।'

কথাষাৰ শুনাৰ লগে লগে সঙ্গী কেইজনে মাটিত আঁক দি ভৰিৰে মচিবলৈ আৰম্ভ কৰিলে। গোপালে কিছুপৰ তলমূৰকৈ ৰৈ ধীৰে ধীৰে ক'বলৈ ধৰিলে, 'বাপ, জান-জুৰিত গা-ধুই থকাজনে নদীৰ নিৰ্মল পানী পালে মুখ-হাত পখালে আৰু গঙ্গা পালে মূৰ তিয়াই জোবোৰা মাৰি দেহ-মন পবিত্ৰ কৰে। আগৰ কেইজন যি যিমানৰ পাত্ৰ সেই মতে জ্ঞান দি আমাক ঋণী কৰিলে। যিহেতু সংশয় নমৰিল গঙ্গাসদৃশ বাপজনৰ কৃপা ৰসত ডুব দিবলৈ আশা কৰিছোঁ। সেয়ে আঁকটি হাতেৰে মচিবলৈ আজ্ঞা দিলে দুয়ো কুল ৰক্ষা হয়। দয়া কৰক বাপ।'

গোপালৰ কথাত মাধৱদেৱ সন্তুষ্ট হৈ হাঁহি মাৰি ক'লে, 'গোপাল, তুমিহে আমাক ৰাখিলা। তোমাৰ সঙ্গী কেইজনৰ দৰে ভৰিৰে আঁক মৰা হ'লে তোমাৰে-আমাৰে গুৰু-শিষ্যৰ সম্বন্ধ নহ'লহেঁতেন।'

আশীৰ উৰ্ধৰ পকা থেকেৰা হেন সুন্দৰ চেহেৰাৰ লোকজন মাধৱৰ প্ৰপন্ন শিষ্যত পৰিণত হ'ল। মনৰ দৃঢ়তা, গুৰু-ভক্তি আৰু আন্তৰিকতাৰে গুৰুজনৰ অন্তৰ জয় কৰি প্ৰিয়পাত্ৰ হৈ পৰা লোকজনৰ গুৰু প্ৰদত্ত নাম হ'ল মথুৰাদাস আৰু সকলোৱে বুঢ়াআতা বুলি কয়। কম দিনৰ ভিতৰতে সুন্দৰীদিয়া সত্ৰৰ নাম-প্ৰসঙ্গ, ধৰ্ম কথা চৰ্চন-কথনত বুঢ়া আতা হৈ পৰিল অবিচ্ছেদ্য অঙ্গ।

কথাবোৰ ভাবি থাকোঁতে সন্ধ্যা হ'ল। ভকতে গুণ গাই প্ৰসঙ্গ সামৰিলে। লক্ষণ ভকত ওজা হৈ শিশুলীলাৰ পদ জুৰিলে। আঠজন ভকতে ভক্তি বিগলিত কণ্ঠেৰে সমস্বৰে গালে। নীৰৱে শুনি থাকি গুৰুজনৰ চকুলো দুধাৰি বৈ গ'ল। লক্ষণ ওজাক মাতি ক'লে, 'ওজা, আজি মোৰ এনেহে লাগিছে যেন প্ৰবাসত অহা নাই সুন্দৰীতহে আছোঁ। বাপুসকল, আমাক যেনেকৈ সন্তোষ দিছা তোমালোকেও ভক্তি বস্তুৰে পৰম সন্তোষ লভিবা।'

ইফালে চন্দ্ৰবিহীন ৰজনীৰ দৰে সুন্দৰীদিয়াত ভকতসকলৰ মন নবহা হ'ল। ঠাকুৰ আতাকে মুখ্য কৰি ভালেমান ভকত আহি তাঁতীকুছিত উপস্থিত হ'লহি। দিন যোৱাৰ লগে লগে মাধৱদেৱক দৰ্শন কৰিবলৈ মানুহৰ সোঁত বেছি হ'বলৈ ধৰিলে। মাধৱদেৱ বিমোৰত পৰি এদিন বুঢ়া আতাক ক'লে, 'গোপাল, নামকথা কথন-মথন কৰিবলৈ বৰ ঠেক পাইছোঁ। কীৰ্ত্তন ঘৰ এফেৰি সাজিব লাগিছিল, কিন্তু ইয়াত দেখোন, ঠায়েই নাই। কি কৰা যায়?'

'বাপ, আমাৰে পেহা-পেহী ৰাম লাৰুৰা বুঢ়া-বুঢ়ীৰ এখন ডাঙৰ কাঠনি বাৰী আছে। ল-ছালি একো নাই। আপুনি ক'লে কীৰ্ত্তন ঘৰ সাজিবলৈ দিব পাৰে। মথুৰা দাসৰ কথা শুনি ৰাম লাৰুৰা বুঢ়াক মতাই আনি মাধৱদেৱে বাৰীখন খুজিলে। 'বাৰীখনৰ খৰি-মাৰি বেচি দুটি প্ৰাণীয়ে পেট প্ৰৱৰ্তাই আছোঁ, তাকে দিলে কেনেকৈ চলিম' বুলি বুঢ়াই আপত্তি কৰিলে। বৃদ্ধজনৰ কথা শুনি মাধৱদেৱৰ কবি মন জাগ্ৰত হ'ল। থিতাতে গীত এটি ৰচি বুঢ়াক গাই শুনালে—

'বুঢ়া ভাই হৰি গুণ নাচা
কোন দিনা ঢলি শৰীৰ পৰয়
আৰ কি বাট চাই আছা। — এ বাপু, চিন্তা কৰা কিয় ? তোমাৰ বাৰীত নাম-কীৰ্ত্তন নিতৌ চলিব। পৰম গুৰুজনাৰ কৃপা হ'লে চাউল-কানি হ'বই, জীৱৰো কুশল সাধিবা।'

মাধৱদেৱৰ সুমিষ্ঠ কথা বুঢ়াৰ মন শাঁত পেলালে। সন্তুষ্ট চিত্তে সেৱা জনাই বাৰীখন গুৰুৰ চৰণত অৰ্পণ কৰিলে। ৰাম লাৰুৰা বুঢ়াৰ কাঠনি বাৰীত কীৰ্ত্তনঘৰ সজাৰ যো-জা কৰোঁতে সখিয়েক নাৰায়ণ ঠাকুৰে কোৱা এষাৰ কথা মনত পৰিল। শঙ্কৰ গুৰুৱে 'বৰঘৰ, বৰমেল নাপাতিবা' বোলা কথাকে লৈ মাধৱে সুন্দৰীদিয়াত বৰ নামঘৰ সাজিবলৈ কুণ্ঠাবোধ কৰা দেখি নাৰায়ণক কৈছিল—

'সময়ৰ প্ৰয়োজনত, গুৰু-ধৰ্ম শক্তিশালী কৰাৰ খাতিৰত গুৰুবাক্য সামান্য ইফাল-সিফাল কৰিলেও দোষে নোচোৱে সখি।' কথাষাৰ মনত পৰি এজন ভকতক নাৰায়ণ ঠাকুৰক মাতিবলৈ পঠাই দিলে। খবৰ পাই ঠাকুৰ লৰালৰিকৈ আহি ওলালহি। গুৰুৰ নিৰ্দেশত সকলো ভকত কামত উঠি-পৰি লাগিল। ৰাম লাৰুৰা বুঢ়াৰ বাৰীৰ বৰ বৰ কাঠ কাটি মাধৱে দিয়া জোখ মতে খুঁটা-চতি, মাৰলি, দাং কৰিলে। এটা চতি কম হোৱাত এঘৰ গৃহস্থৰ পৰা বিচাৰি আনিলে। কাঠি-কামি কৰিবলৈ, বেৰা দিবলৈ বহুত বাঁহৰ প্ৰয়োজন হ'ল, কিন্তু সেই ঠাইত বাঁহৰহে নাটনি। উত্তৰ ফালে বজালি পৰগণাত মাধৱদেৱৰ সম্পৰ্কীয় মোমায়েক এজন আছিল। ভক্তসমে গুৰুজন তালৈকে গৈ হৰিগৃহ সাজিবৰ বাবে প্ৰয়োজনৰ কথা কৈ বাঁহ বিচাৰিলে। সন্মতি পাই মথুৰা দাসে বাঁহবাৰীত সোমাই ঘপিয়াই বহুত বাঁহ কাটি পেলালে। বুঢ়া-বুঢ়ীয়ে দেখি আটাহ পাৰিবলৈ ধৰিলে। মাধৱদেৱে তেওঁলোকক বুজনি দি ঘোষা গালে—

'শিশুৰ বিষয় আশা আগ
যুৱা সেৱা কৰে পায়া লাগ
বৃদ্ধে ভোগ কৰি পিঠি দিলে বিষয়ক
হৰি ভকতিক পৰিহৰি,

বৃদ্ধে বিষয়ক তেৰ কৰি
পুনু পালেতিয়া নিৰেশি আছে কিসক।'

অথিৰ জীৱন যেন জল বুদ্‌-বুদু। কোনদিনা দেহা পৰে ঠিক নাই। বাঁহৰ কাৰণে কান্দা?

ভোগ কৰিবাক নপাৰয়। তথাপিতো আশা নচাৰয়। কাইলৈ কটা বাঁহৰ গুৰিত গোবৰ মাটি চপাই দিলে দুবছৰতে পূৰ্ব্বৱত হ'ব। মাধৱৰ কথা শুনি সন্তুষ্ট হৈ বুঢ়া-বুঢ়ীয়ে যিমান লাগে সিমান বাঁহ কাটিবলৈ অনুমতি দিলে। ভুৰ বান্ধি বাঁহবোৰ আনি বিধে বিধে ৰুৱা, কামি কৰি বৰপেটা বিলত গোৰাই থ'লে।

দক্ষিণৰ পৰা আহিল পৰ্বতীয়া কৃষ্ণা আতৈ। তেওঁৰে পুত্ৰ ৰাম সুদক্ষ কাৰিকৰ। বাঢ়ৈ বিভীষণ আতৈকো মতাই আনিলে। দলে-বলে ৰাইজে কীৰ্ত্তন ঘৰৰ নিৰ্মাণ কাৰ্যত জঁপিয়াই পৰিল। কোনোৱে ৰুৱা-কামিবোৰ চাঁচি ৰঙেৰে বোলালে, খৰাই, হৰিকৃষ্ণ আৰু মাধ হেৰেমদলৈ গৈ ৰাংপতা, বালিচন্দা আৰু খৰিমাটিবোৰ গোটাই আনিলে। মাধৱদেৱে নিজেও ছেদ-ভেদ নোহোৱাকৈ কামত লাগিল আৰু কৰ্মব্যস্ত লোকসকলকো মাত-কথাৰে উৎসাহ দিলে।

অনেক যত্ন, অনেক কষ্টৰ অন্তত অৱশেষত ৰুৱা পাতি গাঠি-সিতলী পাৰিলে। বাৰ দি কামি গাঁথি চালত পাৰ্বতী খুৱাবলৈ, আট নালাগেহে নালাগে। গুৰুজনে 'গোপাল গোবিন্দ হৰি ৰাম ৰাম। ৰাম কৃষ্ণ ৰাম কৃষ্ণ কৃষ্ণ ৰাম' বুলি উৎসাহ দি গাৰ জোৰেৰে তিনিটা মাৰ দিয়ালে, বেৰ খাই পৰিল। বেৰত কুন্দ্ৰাক্ষৰ জাল দি তাত ৰাংপতা, বালিচন্দা লগাই দিলে। গোটেই ঘৰটোৱে ৰজত-সুবৰ্ণৰে গঢ়া যেন বিচিত্ৰ ৰূপ ল'লে। মাধৱদেৱে গীত গাই, ঘোষা মাতি সকলোকে প্ৰেৰণা যোগালে।

দক্ষ কাৰিকৰ বিভীষণ আতৈ আৰু কৃষ্ণা আতৈৰ গাত তৰণি নাই। তেওঁলোকৰ ব্যস্ততা দেখি মাধৱদেৱে কাষ চাপি আহি সুধিলে, 'আতৈসকল, কি কাটিছাহঁক?'

'বাপ, আপোনাৰ দিহামতে পাত দ্বাৰত এয়া নিগম লতা কাটি হালধীয়া, সেউজীয়া আৰু গাঢ় নীলা ৰঙেৰে বোলাই আছোঁ। ভগৱন্তই কৰিলে বঢ়িয়া হ'ব যেন পাওঁ। এয়া চাওক বাপ' কাটি থকা লতাগছলৈ দেখুৱাই বিভীষণ আতৈয়ে ক'লে।

'উত্তম হৈছে, অতি উত্তম হৈছে। তোমালোকে লতা কাটা আৰু আমিনো এনেয়ে থাকিমনে? হৰি গুণ গৰিমাৰে লতাকে কাটো' এইবুলি পিৰালিতে বহি 'লতাকটা' ঘোষা ৰচি সুললিত সুৰে গাবলৈ ধৰিলে—

'হৰি হৰি হৰি, হৰি হৰি
হৰি, হৰি কি কাম কৰিলো আমি ।
সাধু সঙ্গ লৈয়া তোমাক নভজি
ভৈলো কিনো অধোগামী....।'

গুৰুজনাৰ মুখৰ পৰা নিগৰিত হোৱা ঘোষাৰ মধুৰ সুৰ শুনি সকলো কৰ্মীয়েই তবধ লাগি কিছুপৰ চাই ৰ'ল। বিমুগ্ধ চিত্তে কৃষ্ণা আতৈয়ে ক'লে, 'বাপ, আমি যি লতা কাটিলোঁ, কালত ঘূণে ধৰিব, তোমাৰা যি অবিনাশী শব্দ ব্ৰহ্মাৰ লতা কাটিলে চন্দ্ৰ-সূৰ্য-পৃথিৱী থকালৈকে জিলিকি থাকিব আৰু অনেক জীৱন তৰিব।'

ভকতৰ ভাব দেখি মাধৱদেৱ সন্তুষ্ট হ'ল। সমুখত গঢ় লৈ উঠিল স্বপ্নদ্ৰষ্টা ৰসিক সুজান মাধৱৰ ৰঙ্গাৱন গৃহ। খৰি-মাটি, ৰাংপতা, বালিচন্দাৰ চমকেৰে সোণ-ৰূপ জিলিকাদি উজ্বলি উঠা বিশাল আকাৰৰ কীৰ্ত্তন ঘৰটি 'ৰঙিয়াল গৃহ' নামেৰে সৰ্বজন পৰিচিত হৈ পৰিল।

ৰজাঘৰ-প্ৰজাঘৰে ৰঙ্গাৱন গৃহৰ কথা প্ৰচাৰ হৈ তাক চাবলৈ অহা নানা ঠাইৰ লোকে ভেটা ভগা দিলে। ৰঙিয়াল গৃহৰ কাৰুকাৰ্য দেখি স্ৰষ্টা মাধৱদেৱৰ ভক্তিত গদ্‌গদহৈ শ শ লোকে শৰণ ল'বলৈ হেতা-ওপৰা লগালে। উপায় নাপাই মাধৱদেৱে গুৰু আসনৰ সমুখত আঁঠু লৈ থকা বুঢ়া আতাক গুৰুবাক্য বোলায় আৰু মথুৰাদাস বুঢ়াআতাই বাকী সমস্তক নাম মন্ত্ৰ দিয়ে। এনেকৈয়ে এশ-ছকুৰি লোকক একেলগে শৰণ দিব লগা অৱস্থা হ'ল। চাৰিওফালে জনতাৰ হেন্দোলদোপ, হৰিনাম কীৰ্ত্তনৰ জয় জয়কাৰ ধ্বনিয়ে বৰপেটা সত্ৰ মথুৰাপুৰ হৈ পৰিল। ভক্তি ধৰ্মৰ চৰ্চন, গীত-নাট, ঘোষা ৰচনাৰ উপৰিও নিত্য ভাগৱত পাঠৰ অনুশীলন। জাতি-বৰ্ণ নিৰ্বিশেষে যোগ্যজনক গায়ন-বায়ন, সূত্ৰধাৰ, নামলগোৱা, আলধৰা, পালধৰা, পাঠক, খাটনিয়াৰ পদত নিযুক্তি দিলে।

বৰপেটা সত্ৰৰ মুখ্য ভকত সুকণ্ঠী কৰ্ণপূৰ হ'ল ভাগৱতী। এনেদৰে গণতান্ত্ৰিক সমাজ পদ্ধতিৰে সত্ৰ পৰিচালনাৰ ব্যৱস্থা কৰা হ'ল। নিয়ম-সদাচাৰে পৰিশীলিত জীৱন যাপনৰ আদৰ্শ দাঙি ধৰিলে। ছকুৰি ভকত থাকিব পৰাকৈ চাৰিওফালে চাৰিহাটী পাতি ভকতসকলক থাকিবলৈ দিলে।

গুণমুগ্ধ আৰু সেৱকসকলে আগবঢ়োৱা দ্ৰব্যবস্তুৰে উপচি পৰিল সত্ৰৰ ভঁৰাল।

বুঢ়াআতাৰ ভাৰ্যা শান্তা অতি ভক্তি পৰিয়ণা শিষ্টা নাৰী। সাধাৰণ অৱস্থাত প্ৰাতঃস্নানৰ অন্তত গুৰুৰ পদধূলা শিৰত লোৱা শান্তাৰ নিত্য কৰ্মৰ ভিতৰুৱা আছিল। এদিন উপজি পুৱাতে ফুৰা হ'ব লগা হোৱাত স্নান কৰি কচুপাত এটি লৈ ধূলা আনিবলৈ যাওঁতে গুৰুজন শয়ন কৰি থকা বুলি জানি পুতেক বলাইক মাতি আনিলে আৰু বেৰৰে মাটি একণ এৰুৱাই গুৰুৰ পাৱত সাৰ নোপোৱাকৈ ঘঁহাই আনিবলৈ পঠালে। বলাই গৈ ওচৰতে থকা কমণ্ডলুৰ পানী লৈ গুৰুৰ চৰণত মাটিকণ লগাওঁতেই তেওঁ সাৰ পালে। ল'ৰাটিৰ হাতত থাপ মাৰি ধৰি 'গোপালৰ বেটা হৈ চুৰ কৰিবলৈ আহিছ?' বুলি টান মাতেৰে কোৱাত বলায়ে থতমত খাই 'ধূ...লা, ধূলা' বুলি কঁপিবলৈ ধৰিলে। মাধৱদেৱৰ হাঁহি উঠি মুখৰ পৰা গীত ওলাল—

'আলো শুন গোৱালৰ জায়া, শুনৰে গোপাল।

আমাৰ গাৰে ধূলা দিল তোমাৰ ছৱাল।' —তাকে দেখি শান্তাই দুৱাৰমুখৰ পৰা তুতি-নাটি কৰি আমি বান্দী দাসীহে অপৰাধী বুলি জনালে। শান্তাৰ ভক্তিত প্ৰসন্ন হৈ ধূলাসহ বলাইক মাকৰ ওচৰলৈ পঠিয়াই দিলে। তেতিয়াৰে পৰা গুৰুজনে ৰঙিয়াল গৃহৰ কাঠিত বহি ভকতসকলক নাম গোৱাৰ দিহা কৰি দিলে।

চাওঁতে চাওঁতে হেৰাই গ'ল এশটা ব্যস্ততাপূৰ্ণ বছৰ। কাৰোবাৰ জীৱনলৈ আহিল আশীৰ্বাদ আৰু কাৰোবালৈ আহিল অসহনীয় অভিশাপ আৰু হয়তো কোনোৱে জীৱন সংগ্ৰামত থকাসৰকা হৈও নিজ কৰ্ম আৰু প্ৰতিশ্ৰুতিৰে সময়ক কৰি তুলিলে ঐশ্বৰ্য্যময় আৰু সমৃদ্ধ। মাধৱৰ জীৱনৰ এশটা ব্যস্ততাপূৰ্ণ বছৰে সময়ৰ বুকুত বহুৱাই দিলে মচিব নোৱাৰা বিচিত্ৰ চিহ্ন। তথাপি শত বৰ্ষীয়ান চিৰ তৰুণজনৰ ৰোৱাৰ সময় নাই। তাৰাই ধন্য ধন্য ভাৰতবৰিষত বৈ থাকি সময় অপচয় কৰিবৰ বাবে নৰতনু লাভ কৰা নাই। জনা হোৱা দিনৰে পৰা এক শুদ্ধ-সত্য পথৰ সন্ধানত অভিজ্ঞতাৰ পৰা অভিজ্ঞতালৈ, তীৰ্থৰ পৰা তীৰ্থলৈ, স্বমত আৰু ভিন্ন মতৰ অনুগামীৰ লগত সঞ্চয় কৰিছিল বিচিত্ৰ অভিজ্ঞতা, পৰিচিত হৈছিল বিবিধ গ্ৰন্থৰ লগত। কিন্তু সিবোৰে তেওঁৰ জীৱন পথৰ গতি সলনি কৰিব পৰা নাছিল। কিন্তু সলনি কৰিলে পৰম গুৰু শঙ্কৰদেৱৰ সান্নিধ্যই, লাভ কৰিলে পৰম সত্যৰ সন্ধান— ঐকান্তিক ভক্তিধৰ্ম আৰু যাৰ সাধনাৰ ফলস্বৰূপে সৃষ্টি হ'ল গীত-নৃত্য-বাদ্য আৰু ধৰ্মশাস্ত্ৰৰ আধ্যাত্মিক পৰিমণ্ডল।

কিন্তু তেওঁ এইবোৰ কি শুনিলে? শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰকাশিত নামধৰ্মকে তেওঁ গুৰুৰ আজ্ঞাৰে সমাজত বিলাইছে গুৰুজনৰ প্ৰকাশৰ অৰ্থেহে, তাৰাক ঢাকিবলৈ নহয়। গুৰুৰ কনিষ্ঠ পুত্ৰ হৰিচৰণৰ আগত দক্ষিণ কুলৰ সেৱকসকলে অপব্যাখ্যা কৰি বিভ্ৰান্তিৰ সৃষ্টি কৰিলে। তেওঁলোকে গ্ৰহণ কৰা ভক্তিধৰ্ম মাধৱৰ ধৰ্মৰূপেহে মানিবলৈ বিচাৰে। গুৰুপুত্ৰ হৰিচৰণ ঠাকুৰে শঙ্কৰদেৱ প্ৰচাৰিত ধৰ্মহে মাধৱদেৱে প্ৰচাৰ কৰিছে বুলি কোৱাত তেওঁলোকে মানি ল'বলৈ টান পালে। এই কথাত ক্ষুণ্ণ হৈ দক্ষিণ কুলৰ ৰাইজে হৰিচৰণক সন্মান জনাই আগবঢ়োৱা সমস্ত দ্ৰব্যবস্তু তাতে এৰি তেওঁ গুচি আহিল। কথা গৈ মাধৱদেৱৰ কাণত পৰিল। মনত দুখ পাই তেওঁ হৰিচৰণক মতাই নি প্ৰশংসা কৰি ক'লে, 'ধন্য মোৰ গুৰুপুত্ৰ। তুমি সাধু আচৰণ কৰিলা। শঙ্কৰত বিনে কোনো গুৰু নাই। তেওঁৰ দ্বাৰা প্ৰচাৰিত ধৰ্মই নামধৰ্ম বুলি অনেক বুজাই-বঢ়াই হৰিচৰণক দুদিনমান লগত ৰাখি অনেক দ্ৰব্যবস্তু দি বিদায় দিলে। ইয়াৰ পিছতে গুৰু ভাবনাত আবেগ বিহ্বল সুজান ৰসিকজনে ৰূপ দিলে এফাঁকি ঘোষা—

'শ্ৰীমন্ত শঙ্কৰে প্ৰকাশিলা গোবিন্দৰ নাম গুণ যত
জগতৰ লোকে পৰম আনন্দে গাৱে।
হেনয় শঙ্কৰ গুৰু বিনে কমন কাৰণে আন জনে
লোকৰ মাজত আপুনি গুৰু বোলাৱে।।'

মাধৱদেৱৰ জ্ঞান গভীৰতা, অমায়িক ব্যৱহাৰ আৰু সুবিচাৰ দেখি অনেক লোক মুগ্ধ হৈ ভক্তিধৰ্ম গ্ৰহণ কৰিলে। আহিল ভাটৌকুছিয়া কেশৱচৰণ আতা, নৰসিংহ, বলাই, মইডৰিয়াৰ গোপাল, কানাই ব্ৰাহ্মণে আহি ধৰ্ম ধৰিলেহি। বেতনাৰ হতীঘাঁহী অনিৰুদ্ধ, ঘোঁৰাঘাঁহী সনাতন, মাউত জয়ানন্দ, ঢুলীয়া মকুন্দ আৰু মাধৱ, ৰাজবংশী মুৰাৰি কোচ, ভোটৰ জয়ানন্দ, যৱনৰ জয়হৰি আহি ভক্তিধৰ্ম গ্ৰহণ কৰিলেহি। যুঁজৰ ঢাল-তৰোৱালৰ ধান্দা পেলাই ৰূপাবৰ লস্কৰে ধৰ্মৰ ধান্দাৰেহে সংসাৰ ছেদ কৰাৰ কছৰৎ চলালে। এদিন সেৱকসকল আহি মাধৱদেৱক খাটনি ধৰি ক'লে,

'বাপ ঈশ্বৰ, আপোনাৰ আগমনে বৰপেটা মথুৰা নগৰীত পৰিণত কৰিলে। পিছে আমাৰ এটি প্ৰাৰ্থনা আছে, ৰাখিব লাগে।'

'কি প্ৰাৰ্থনা, ব্যক্ত কৰিব লাগে।' মাধৱদেৱে ক'লে। তেনেতে ৰূপাই সাতোলাই তামোল-পাণসহ চাৰিকুৰি ৰূপ আগবঢ়াই ক'লে, 'বাপ, 'ৰাম যাত্ৰা' ভাওনাভাগি কৰিব লাগে। ৰাইজে আশা কৰিছে।'

ৰাইজৰ আহ্বান শুনি মাধৱদেৱে সন্তোষ পাই সেই ৰাতিৰ পৰাই নাটকটাত লাগিল। অৱশ্যে যোৱা বছৰ গুৰু কীৰ্ত্তনত তাৰাৰে ৰচিত 'ৰাম- বিজয়' নাটৰ ভাওনাই দৰ্শকক বাৰুকৈয়ে মুগ্ধ কৰিছিল। এইবাৰো 'ৰামলীলা' নাট ৰচি শিকাই বুজাই নাট অনুষ্ঠিত কৰিলে।

সুন্দৰীত থকা কালত মাধৱদেৱে দিনৌ কালিন্দ্ৰী আইৰ খবৰ-বাতৰি লৈ আছিল। বৰপেটালৈ অহাৰ পিছতো মাহেকত তিনিবাৰ ভকত পঠাই আইৰ সুবিধা-অসুবিধাৰ বুজ লৈ সহায়-সাৰথি কৰি থাকে। এদিন ৰাম আতা আহি আইমাতৃৰ ঘৰ উৰুখি পানী পৰাৰ কথা গুৰুত জনালেহি। প্ৰসঙ্গৰ অন্তত মাধৱদেৱে 'আইৰ ঘৰটো বান্ধিব লাগে কোন যোৱা ওলাবাইক' বুলি ভকতসকলক জনালে। পিছদিনা প্ৰাতসতে নিত্য কৰ্মৰ অন্তত গুৰুজন ওলাই আহি বাটগৃহত বৈ মথুৰাদাসক ভকতক বাৰ্তা দিবলৈ ক'লে। মথুৰাদাসে ইতস্ততঃ কৰাত মাধৱদেৱে ক'লে, 'মথুৰাদাস, এইবুলি মাতা —

কানাই কানাই, বলাই, বলাই, গোপবালকৰ জাক।
নন্দ যশোদাৰ দোহাই লাগে যি ভাই ঘৰত থাক।।
শুদা হাতে নাহিবা কেওঁ।

মথুৰা দাসে চিঞৰি সেই দৰে মাত দিয়াত হাতে হাতে খেৰ-বাঁহ লৈ সকলো ওলাই আহিল। গোপাল আতৈয়ে এশ খেৰ ভাৰ বৈ নি গোসাঁনীৰ চোতালত গিৰিসাই পেলাই দি হাঁহিবলৈ ধৰিলে। আইৰ মুখতো হাঁহি বিৰিঙি ক'লে, 'কিনো ৰঙিয়াল ভকতটি। ইমান ভাৰ খেৰ দুখে-কষ্টে আনি ৰঙহে কৰিছে।' তেতিয়াৰে পৰা তেওঁৰ নামেই হ'ল ৰঙিয়াল গোপাল। বৰপেটা বিলৰ পাৰৰ খাগৰি কাটি আনি হাতে-হাতে লাগি চাল তুলি ঘৰ ছোৱালে। ভঙা-চিঙাবোৰো বাতি দি নতুন কৰিলে আৰু আয়ে ৰন্ধা ভোজ তৃপ্তিৰে খাই সকলোৱে বিদায় ল'লে।

যাবৰ পৰত আইমাতৃয়ে ৰাম আতাক জাতি লাওৰ পুলি এটা ৰুই থই যাবলৈ ক'লে। আতাই পুলিটি ৰুই ঘৰৰ চালত বগাবলৈ কামি বান্ধি দি বৰপেটালৈ উলটিল। কিছুদিনৰ পিছত আইমাতৃৰ বাৰ্তা ল'বলৈ যাওঁতে লমা-লমে লাও লাগি থকা দেখি ৰাম আতাই বৰ সন্তোষ পালে। ঘূৰিবৰ পৰত আয়ে পুৰঠ চাই লাও এটা মাধৱলৈ দি পঠালে। ৰাম আতাই গৈ কুশল-মঙ্গল জনাই 'গুৰু মাতৃৰ ঘৰৰ চালত লগা আপোনালৈ দিছে' বুলি কৈ লাওটি মাধৱদেৱৰ ওচৰত থ'লে। মাধৱদৱে বিমৰিষ হৈ ক'লে,

'ভকতে নাম-গুণ খতি কৰি দিনটো লাগি ঘৰটো চোৱালে, চালত লাও বগাবলৈহে দিলে। সোনকালে ভাগি গ'লে পুনৰ সাজিব কোনে?' এইবুলি বুঢ়া ভকতক মাতি ক'লে,'মথুৰাদাস, যোৱা, লাওজোপা কাটি দিয়াগৈ।'

মথুৰাদাস বিমোৰত পৰিল। কাটিলে আয়ে অসন্তোষ কৰিব, নাকাটিলে গুৰুবাক্য পৰিব। কি কৰোঁ নকৰোঁ কৈ গৈ আইমাতৃৰ ঘৰ পাই লাও কাটিবলৈ আজ্ঞা দিয়াৰ কথা জনালে। গুৰুমাতৃয়ে 'এৰা শাক-পাত কণ খোৱাৰ সুবিধা হৈছিল লাওজোপাৰ পৰা । তথাপি মাধৱ বাপুৱে কৈছে যেতিয়া কাটা আৰু। পিছে, গোপাল মই চাউল সিজাওঁগৈ, গা ধুই খাই যাবা।' বুলি আই ভিতৰ সোমাল। মথুৰাদাসে বৰপেটা বিলৰ পাৰৰ খাগৰি এমুঠা আৰু কোটোহা বাঁহ কাটি আনি হেন্দালি এখন সাজি অতি যত্ন কৰি লাওজোপা দাঙি তালৈ দি দিলে। তাকে দেখি আয়ে ৰং পাই ক'লে, 'বাপু, বৰ সজ কাম কৰিলা। এতিয়া মাটিৰ পৰাই লাও চিঙিব পৰা হ'লোঁ' বুলি খুৱাই-বুৱাই মথুৰাদাসক বিদায় দিলে।

ইফালে মাধৱদেৱৰ চিন্তা হ'ল। এঃ কি কাম কৰা হ'ল? বুলি দুখ মনেৰে বাটলৈ চাই ৰ'ল। এনেতে মথুৰাদাস অহা দেখি আগবাঢ়ি গৈ সুধিলে, 'মথুৰা লাওজোপা কাটি পেলালা নেকি?'

'নাকাটিলো বাপ, দোষ নধৰিব। আয়ে অসন্তোষ পাব পাৰে বুলি ভাবি হেন্দালি সাজি তালৈকে তুল দিলোঁ। পূৰ্ব্বৱতে ৰোৱা দেখি আয়ে সুখ পালে। বাপৰ বাক্য ৰাখি সৰু ডাল এটি কাটি পেলোৱা হ'ল।'

মথুৰাদাসলৈ সস্নেহ দৃষ্টি দি মাধৱদেৱে ক'লে, 'গোপাল, গুৰুমাতৃৰ ক্ৰোধবহ্নিৰ পৰা তুমিহে আমাক ৰখালা। আমাৰ মনত আজি যি সন্তোষ দিলা, ভক্তিবস্তুৰ পৰমপদ লভি তুমিও সন্তোষ লভিবা।'

গুৰু কীৰ্ত্তনৰ ভাওনা, গায়ন-বায়ন, নৃত্য-নটুৱাৰ কথা, পাচিয়ে পাচিয়ে মাহপ্ৰসাদ বিলোৱাৰ কথাবোৰ, ভাওনাৰ বচন-সূত্ৰবোৰ অনেক দিনলৈ মানুহৰ মুখে মুখে চলি থাকিল। কামৰূপ-বেহাৰৰ নাৱৰীয়া-গৰখীয়া, চমাৰ-কমাৰ, উচ্চ-নীচ সকলোৰে মাজত মাধৱদেৱৰ কাহিনী, গীত-মাত বিয়পি পৰিল। আগৰ নিমাওমাও তাঁতীকুছি ঠাইখনো কীৰ্ত্তন-ঘোষা, গীত-ওজাপালিৰে ৰজনজনাই তুলি মাধৱ হৈ পৰিল এচেৰেঙা নতুন

পোহৰ, পূৰ্ণিমাৰ একাঁজলি নতুন জোনাক। কিন্তু সেই বিমল পোহৰে কোনো লোকৰ দেহ-মন সিৰসিৰাইহে তুলিলে। নামধৰ্মৰ প্ৰভাৱে পুৰোহিত শ্ৰেণীৰ কেইজনমান লোকৰ স্বাৰ্থত আঘাত হানিলে। যিকেনো উপায়েৰে তাঁতীকুছিৰ পৰা মাধৱক আঁতৰাবলৈ তেওঁলোক উঠি-পৰি লাগিল।

আৰ তাৰ মুখে কথাবোৰ শুনিছিল যদিও মাধৱদেৱে বৰকৈ গুৰুত্ব দিয়া নাছিল। পূৰ্বে গুৰুজনকো বৈৰীতা আৰু মানুহৰ আক্ৰোশে পিছ এৰা নাছিল যদিও শুভাকাঙ্ক্ষী ৰাইজ আৰু ভকত-বৈষ্ণৱৰ স্নেহ-শ্ৰদ্ধাক লৈয়ে তেওঁ আগবাঢ়ি গৈ আছিল। শঙ্কৰ গুৰুৰ তুলনাত মাধৱৰ ধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰখনত দুই এটা বাধা-নিষেধ আহিলেও এতিয়ালৈকে ভয়ঙ্কৰ দুৰ্যোগৰ সম্মুখীন হ'বলগা হোৱা নাই। শত্ৰুপক্ষৰ পৰা বিৰোধ আহিলে মনোবল হেৰুৱাই নেপেলাবলৈ মাধৱদেৱে মন বান্ধিলে।

ৰজা নৰনাৰায়ণৰ ভ্ৰাতৃ চিলাৰায় দেৱান শঙ্কৰদেৱৰ পৰম হিতৈষী আৰু প্ৰিয় আছিল। চিলাৰায়ৰ মৃত্যুৰ পিছত নৰনাৰায়ণে কোচ ৰাজ্য দুই খণ্ডত ভাগ কৰি পূবখণ্ড চিলাৰায় পুত্ৰ ৰঘুদেৱক আৰু পশ্চিম ভাগ নিজ পুত্ৰ লক্ষ্মীনাৰায়ণক দিলে। কোচ ৰাজ্যৰ কামৰূপ অংশ ৰঘুদেৱৰ ভাগত পৰিল। পিতৃ চিলাৰায়ৰ দৰে ৰঘু ৰজা চিন্তাশীল, দূৰদৰ্শী আৰু ভক্তিধৰ্মৰ প্ৰতি আগ্ৰহী লোক নাছিল। বৰপেটা অঞ্চলৰ উপৰিও পশ্চিমে সোণকোষ নৈৰ পৰা হাজো অঞ্চললৈকে ৰঘুদেৱৰ ৰাজ্যৰ ভিতৰুৱা। ঘিলা বিজয়পুৰত ৰাজধানী পাতি তেওঁ শাসনকাৰ্য চলাইছিল। সেই ঠাইত থকা কেইবাটাও শিৱ আৰু মহামায়াৰ মন্দিৰক কেন্দ্ৰ কৰি সেই অঞ্চলত আদিৰে পৰা শৈৱ আৰু শাক্ত ধৰ্মৰ প্ৰাধান্য চলি আছিল। মাধৱদেৱ আৰু তেওঁৰ সহযোগীসকলৰ আপ্ৰাণ চেষ্টাত সেই ঠাইৰ অনেক লোকে শৰণ গ্ৰহণ কৰি ভকত হ'ল, যাৰ ফলত সেই অঞ্চলত পূজা-পাতল, শ্ৰাদ্ধ-বিধিৰ প্ৰভাৱ কমি আহিল। কৰ্মকাণ্ডী ব্ৰাহ্মণসকলে তেওঁলোকৰ ভাত মৰা যেন দেখি চলে-বলে কৌশলে মাধৱদেৱক আঁতৰাবলৈ জল্পনা-কল্পনা কৰিবলৈ ধৰিলে।

ৰঘুৰজাৰ ৰাজসভাৰ এজন বিশিষ্ট পণ্ডিত অসুৰাৰি ভট্টাচাৰ্য। তেওঁৰ পুত্ৰ ৰাঘবেন্দ্ৰই শান্তিপুৰত শাস্ত্ৰ পঢ়ি বিদ্যাভিমানী আৰু গৰ্বী হৈ পৰিছিল। মাধৱদেৱক এসেকা দিবলৈ ব্ৰাহ্মণসকল গৈ তেওঁক খাটনি ধৰিলেগৈ। ৰজাক মাধৱৰ বিপক্ষে 'হয় তেওঁক প্ৰবৃত্তি মাৰ্গলৈ আনক, নহয় তেওঁক ৰাজ্যৰ পৰা খেদি পঠাওক' বুলি লগাবলৈ ৰাঘবেন্দ্ৰৰ হাতে-ভৰিয়ে ধৰিলেগৈ। ৰাঘবেন্দ্ৰই 'মই বৰপেটালৈ গৈ তোমালোকে কোৱা কথা সত্য হয়নে নহয়, প্ৰমাণ চাম' বুলি জনাই তেওঁলোকক বিদায় দিলে।

এদিন ৰাঘবেন্দ্ৰ গৈ বৰপেটা সত্ৰত ওলোৱাত মাধৱদেৱে তেওঁক আদৰ-সাদৰকৈ বহুৱাই আপ্যায়ন কৰি অহাৰ কাৰণ সুধিলে। মাধৱদেৱৰ কথাৰ উত্তৰ দিয়াৰ পৰিবৰ্তে ৰাঘবেন্দ্ৰই তেওঁৰ জ্ঞান-গৰ্ব প্ৰকাশ কৰি তৰ্কৰ পাতনি মেলিলে—

'মানুহে নিজৰ মঙ্গলৰ বাবে শিৱ-ব্ৰহ্মা-দেৱ-দেৱী সকলোকে অৰ্চিব লাগে। এই ক্ষেত্ৰত তোমাৰ মতামত?'

মাধৱদেৱে তেওঁৰ কথাৰ উত্তৰত বেদান্তৰ ব্ৰহ্মা নিৰূপণৰ শ্লোক মাতি ক'লে যে ব্ৰহ্মা হৰকে আদি কৰি সকলো দেৱতা প্ৰকৃতিৰ জাত হৈ প্ৰকৃতিত আশ্ৰয় কৰি থাকে। মহাকল্পৰ অৱসানত তেওঁলোকৰ বিনাশ ঘটিব। জগতৰ পৰম পুৰুষ ভগৱান কৃষ্ণ নিত্য, অবিনাশী, অনন্ত। তেওঁক পূজিলেই সকলো দেৱতাই সেই পূজা পায়। সেয়ে ভিন্নভাৱে নানা দেৱ-দেৱীক পূজা কৰাতকৈ, কৃষ্ণক পূজা কৰিলেই সকলোৰে পূজা হয়, আদি নানা শাস্ত্ৰৰ মত উদ্ধাৰ কৰি ৰাঘবেন্দ্ৰক মাতিব নোৱাৰা কৰিলে। গৰ্বী কালীসাধকজনৰ চকু-মুখ ৰঙা পৰিল আৰু কঠৰ পৰা উঠি এখোজ-দুখোজকৈ বাট পোনালে।

পুতেকৰ মুখৰ পৰা সকলো শুনি এইবাৰ পণ্ডিত অসুৰাৰি ভট্টাচাৰ্য মাধৱৰ ঠাইলৈ আহিল। মাধৱদেৱৰ আচৰণ আৰু সুমিষ্ঠ বচনে তেওঁক মুগ্ধ কৰিলে। হাঁহি মাৰি ক'লে, 'মই ৰঙ্গাৱন গৃহ দৰ্শন কৰিবলৈ আহিছোঁ। শুনিছোঁ বোলে ঘৰটো অতি মনোৰম হৈছে আৰু তাত সুন্দৰ নাচ-গান হয়। দেখুৱালে পৰম কৃতাৰ্থ হ'ম।' ব্ৰাহ্মণৰ কপটালি ধৰিব নোৱাৰি মাধৱদেৱে তেওঁক ৰঙিয়াল গৃহলৈ লৈ গৈ ঘৰটিৰ কাৰু-কাৰ্য আৰু নটুৱা, ঝুমুৰা আদি নাচৰ আয়োজন কৰি দেখুৱালে। অসুৰাৰিয়ে পৰম সন্তোষ প্ৰকাশ কৰি মাধৱদেৱক ধন্যবাদ দিলে। কিন্তু উভতি গৈ অসুৰাৰিয়ে অন্যান্য বিপ্ৰসকলৰ উচটনিত বিজয়পুৰলৈ গৈ মাধৱৰ বিপক্ষে ৰজাক গোচৰ দিলেগৈ—

'মহাৰাজ, মাধৱ নামৰ শূদ্ৰজনে ধৰ্ম প্ৰচাৰৰ নামত ব্যভিচাৰ কৰিছে। লোকক ভুলাবলৈ সোণ-ৰূপৰ ঘৰ সাজি গাভৰু নচুৱাইছে। মুখেৰে নিজক উদাসীন বুলি কৈ কাৰ্যৰে অনাচাৰত লিপ্ত হৈছে। তেওঁ বেদ, পূজা-পাতল একোকে নামানে আৰু প্ৰজাকো উচটাই বিপথে পৰিচালিত কৰিছে। ৰাজ্যত ধৰ্ম নষ্ট হৈছে। ধৰ্ম নষ্ট হ'লে ৰজা আৰু প্ৰজাৰ অমঙ্গল হয়। এতেকে মহাৰাজে বিচাৰ কৰি মাধৱক শাস্তি দিব লাগে।'

বিপ্ৰসকলে অনেক কটু বাক্য কৈ মাধৱৰ বিপক্ষে ৰজাক উচটালে। অদূৰদৰ্শী ৰজা ৰঘুৰাই খণ্ডত একো নাই হৈ মাধৱক ধৰি আনিবলৈ সুবানন্দ কটোৱালক আজ্ঞা কৰিলে। 'এজন সাধাৰণ ধৰ্ম-প্ৰচাৰকে সোণ-ৰূপৰ ঘৰ সাজিবলৈ, যুৱতী নচুৱাই ধৰ্মৰ ব্যভিচাৰ কৰি দেশৰ অমঙ্গল আনিবলৈ দিব নোৱাৰি। শীঘ্ৰে মাধৱক ধৰি আনিব লাগে, বিচাৰ হ'ব লাগে।'

আজ্ঞা পাই খেল নাৱত উঠি চিপাহীসহ সুবানন্দ গৈ বৰপেটা ঘাটত নামিল। ঘাটত ৰূপাই লস্কৰক লগ পাই তলে-পুতল সুবানন্দই ভাও জুৰি ক'লে যে তেওঁ হাজোলৈ যাবলৈ আহিছে, বাটতে মাধৱদেৱক দৰ্শনৰ ইচ্ছা হ'ল। লস্কৰে দয়া কৰি লগ লগাই দিব লাগে। সুবানন্দৰ চলাহী কথাত বিশ্বাস কৰি লস্কৰে তেওঁক নি দেখা কৰিবলৈ অহাৰ কথা

মাধৱদেৱক জনালে। মাধৱদেৱে সুৰানন্দৰ কপটালি ধৰিব নোৱাৰি তেওঁক কীৰ্ত্তন ঘৰত বহুৱাই অহাৰ কাৰণ সুধিলে। নম্ৰভাৱে সুৰানন্দই ক'লে—

'বাপ, আপোনাক দৰ্শন কৰিবলৈ আহিলোঁ। নাম-কীৰ্ত্তন, নৃত্য-গীত চোৱাৰ অভিলাষ জন্মিল। হৰিভকতসকলক মাতক।' মাধৱদেৱে আনন্দ পাই ভকতসকলৰ দ্বাৰাই কীৰ্ত্তন কৰালে। কীৰ্ত্তনলৈ মন দিয়ক চাৰি সুৰানন্দই নামঘৰৰ কুন্দ্ৰাক্ষ জালবোৰ পিতিকি পিতিকি এৰুৱাই চাবলৈ ধৰিলে। চিকাৰী বাঘ হেন দৃষ্টিৰে সুৰানন্দ কেউফালে পিতপিতাই ফুৰিলে। আৰম্ভ হ'ল চালিনাচ। ৰামদানী অংশ নচাৰ অন্তত গীতৰ নাচ আৰম্ভ হ'ল। অপূৰ্ব পদচালনা, অঙ্গ সঞ্চালন আৰু সুৰৰ মাধুৰ্যত খন্তেকৰ বাবে হ'লেও কটোৱাল সুৰানন্দ মুগ্ধ হ'ল। পুনৰ জাগ্ৰত হ'ল তাৰ জিঘাংসু দৃষ্টি। গোপীৰ বেশেৰে নাচি থকা শিল্পীৰ দেহ পৰীক্ষা কৰি বিচাৰি পালে চেমনীয়াইতে মূৰ লগোৱা কাঠৰ খোপা আৰু কাঁচুলিৰ তলত উন্নত স্তনৰূপী কাপোৰৰ টোপোলা। কুন্দ্ৰাক্ষৰ জাল ভাঙি দেখিলে সেইবোৰ সোণ-ৰূপ নহয়, বালিচন্দা আৰু ৰাংপতাহে। বিপ্ৰসৱে ৰজাক লগোৱা দুয়োটা কথাই মিছা প্ৰতিপন্ন হ'ল। তথাপি অবিবেকী ৰজাৰ পদলেহনকাৰী ৰাজবিষয়া সুৰানন্দ ক্ষান্ত নহ'ল। চিপাহীৰ হতুৱাই ভকতৰ ঘৰ লণ্ড-ভণ্ড কৰি সমস্ত বস্তু লুটি আনি কীৰ্ত্তন ঘৰত দম কৰিলেহি।

খঙে-দুখে মাধৱদেৱ জৰ্জৰিত হ'ল। তথাপি ক্ষোভ প্ৰকাশ নকৰি নিৰ্বিকাৰ হৈ ৰ'ল। এইবাৰ সুৰানন্দই কপট ভাও জুৰি বিনম্ৰভাৱে ক'লে, 'বাপ, আমি ৰজাৰ আজ্ঞাবহ। ৰজাই আপোনাক বান্ধি লৈ যাবলৈ আদেশ কৰিছে। অনুগ্ৰহ কৰি হাত দুখন একেলগ কৰক।'

এনে এক সম্ভাৱনাৰ কথা মাধৱৰ মনলৈ আহিছিলেই। শঙ্কৰ গুৰুজনালৈ এই সংকটৰ কালত তেওঁৰ মনত পৰিল। ভগৱন্তক শিৰত লৈ গুৰুক স্মৰণ কৰি তেওঁ যিকোনো পৰিস্থিতিৰ বাবে সাজু হৈ নিৰ্বিকাৰভাৱে হাত আগবঢ়াই দিলে। সুৰানন্দই গামোচাৰে হাত দুখন আটি বান্ধি 'এতিয়া আমি আপোনাক বিজয়পুৰলৈ লৈ যাম। তাৰ আগতে ৰজালৈ দুহাজাৰ টকা আগবঢ়াওক।'

মাধৱদেৱ খন্তেকৰ বাবে হ'লেও উত্তেজিত হ'ল। তথাপি শান্তভাৱে ক'লে, 'উদাসীন নিস্ব ভকত, দুহাজাৰ টকা পাওঁ ক'ৰ পৰা ? আমি ৰজাৰ হাট, ফাট, বাট একো বিষয় খোৱা নাই। ৰজাক যদি ধনে অটা নাই মোক লৈ ব'লা। তাতে ডা-ডাঙৰীয়াৰ ওচৰত ভিক্ষা মাগি ৰজাক দিমগৈ। টকাৰ বাবে নিচলা-নিৰীহ ভকতক অত্যাচাৰ নকৰিবা।' ইমানতো সুৰানন্দ নাছোৰবান্দা, টকা লাগিবই। উপায়হীন মাধৱে নামঘৰৰ দাঁতিৰ ঠাই এডোখৰ দেখুৱাই 'এইখিনিতে দুশ টকা থাকিব পায়, খান্দি লৈ যোৱা। মোৰ ভকতক অত্যাচাৰ কৰি কিটো পাবা ?'

সুৰানন্দই ঠাইখন খান্দি তাত তিনিশ টকা পাই খোচনাত ভৰাই মাধৱদেৱৰ হাতৰ বান্ধ খুলি দি নামঘৰৰ বন্ধ কৰি থোৱা দুৱাৰ মুকলি কৰিলে। মাধৱৰ ইঙ্গিত পাই ভকতসকল

কীৰ্ত্তন ঘৰৰ পৰা ওলাই দিহিঙে-দিপাঙে পলাল। সুৰানন্দই কটকীৰে-চিপাহীয়ে পৰিবেষ্টিত কৰি বিজয়পুৰলৈ নিবলৈ মাধৱক নাৱত তুলিলে। ইষ্টদেৱক স্মৰণ কৰি মাধৱদেৱৰ অন্তৰ ভেদি নিগৰিত হ'ল ঘোষাৰ সুৰ—

'কৃষ্ণ নিজ ইষ্ট দেৱ আত্মা প্ৰিয়তম গুৰু
সুহৃদ সোদৰ বন্ধুজন।
কৃষ্ণে মোৰ গতি মতি কৃষ্ণত ভকতি ৰতি
কৃষ্ণ পাৱে নিমজোক মন।।'

ঘোষা মাতি দুই হাত শিৰত লগালে। নিমিষতে তেওঁৰ মনৰ পৰা ভয়, দ্বিধা, উৎকণ্ঠা দূৰ হৈ শান্ত চিত্ত হৈ পৰিল। তেনেতে গোপাল, জনাৰ্দন আদি আঠজনমান ভকত উধাতু খাই আহি নাৱত উঠিবলৈ হেতা-ওপৰা লগালে। তাকে দেখি মাধৱদেৱে 'তোমালোক গৈ কষ্ট খাব নালাগে, উলটি যোৱা' বুলি কোৱাত থোকাথুকি মাতেৰে গোপালে ক'লে, 'বাপ, বাৰণ নকৰিব। আপোনাৰ সঙ্গত বন্দীত্বও সুখৰহে কাৰণ। এই সোপাৰ লগতে অকলে পঠাবলৈ মনে নসহে।' সুৰানন্দই অনুমতি দিয়াত তেওঁলোক নাৱত উঠিল।

মাধৱক বুকুত লৈ চপ্ চপ্‌কৈ আগবাঢ়িছে ছৈ দিয়া বৰনাও। ধ্যানত নিমগ্ন নিস্পৃহ ভকত মাধৱ। চকুৰ আগত ভাহি উঠিছে গুৰুৰ দৰশিত সুন্দৰ মুখমণ্ডল। মানুহৰ মঙ্গলৰ কাৰণে সত্য সুন্দৰৰ পথ বিচাৰি জীৱন পাত কৰা মহাপুৰুষজনাকো প্ৰভুত্ববাদী ৰাজশক্তিয়ে সুখেৰে থাকিবলৈ দিয়া নাছিল। কছাৰী তাড়নাত ওপজা মাটি এৰি থৈ আহোম ৰাজ্যত থিতাপি লৈছিল। আহোম ৰাজশক্তিয়েও সৰ্বগুণাকৰ শঙ্কৰৰ মোল নুবুজিলে। আহোম ৰাজ্য এৰি পাটবাউসী পাইছিলহি। কত ঘাত-প্ৰতিঘাতত থকা-সৰকা হৈও তেওঁৰ মনোবল হ্ৰাস পোৱা নাছিল। থমকি ৰোৱা নাছিল তেওঁৰ কৰ্মপ্ৰেৰণা। সিজনাৰ অৰ্পিত দায়িত্ব শিৰ পাতি লৈ তেওঁ কি থমকি ৰ'ব? নাই, নাই তেওঁ ৰ'ব নোৱাৰে। শত বাধা, প্ৰতিকূল অৱস্থা অতিক্ৰমি তেওঁ আগবাঢ়িব লাগিব। এতিয়াও তেওঁৰ বহুদূৰ বাট যাবলগীয়া আছে। জীৱনৰ পৰা বিদায় লোৱাৰ আগতে বহুত কৰিব লগা আছে। হৰিনাম হৃদয়ত ধাৰণ কৰি দেহৰ অৱশিষ্ট শক্তি মানুহৰ মঙ্গলৰ কাৰণে অৰ্পণ কৰিবলৈ তেওঁ এতিয়া প্ৰতিশ্ৰুতিবদ্ধ। ভাব বিহ্বল হৈ মাধৱদেৱে গুৰুক স্মৰণ কৰি গীত জুৰিলে—

'এ নাথ তাৰিয়ো তাৰিয়ো যদুমণি।
মজিলো এৰে সিন্ধু তোমাক নজানি।।
শোক মোহ ভয় মহা পাকে তল কৰে।
তৃষ্ণা তৰঙ্গে পায়া সব শ্ৰুতি হৰে।।
জানিয়া তোমাৰ পাৱে পশিলো শৰণ।
কহয় মাধৱ গতি অৰুণ চৰণ।।'

ৰাতিৰ গম্ভীৰ পৰিবেশ ভেদ কৰি মাধৱৰ কণ্ঠ ভেদি নিগৰিত হোৱা ভুৰ ভাটীয়ালী ৰাগৰ গীতৰ সুৰে নৰপিশাচ সুৰানন্দ আৰু চিপাহী কেইটাৰো অন্তৰ চুলে। শঙ্কিত দৃষ্টিৰে তেওঁলৈ চাই দূৰত থিয় দি ৰ'ল।

লাহে লাহে ধৰিত্ৰীৰ বুকুলৈ পোহৰৰ জ্যোতিকণাবোৰ নামি আহি ঢৌ খেলিলে। আন্ধাৰ আঁতৰি গ'ল। জাগ্ৰত হ'ল সুপ্ত পৃথিৱী। মাধৱৰ মনটো ফৰকাল লাগিল। 'এৰা এইখন পৃথিৱীতে আন্ধাৰ আৰু পোহৰৰ লুকা-ভাকু খেলা সদায়ে থাকিব। তাৰ মাজেদিয়েই মানুহে গতি নিৰূপণ কৰিব পাৰিব লাগিব।' ভাবি থাকোঁতে এটি অচিনাকি পক্ষীৰ কলধ্বনিয়ে মাধৱৰ মনটো জোকাৰি দিলে। যেন্দ্ৰ বৰণীয়া পুৱাৰ প্ৰকৃতিৰ মাজত নৈপৰীয়া সেউজবোৰে মাধৱৰ কবিমন জোকাৰি দিলে।

অৱশেষত নাও গৈ বিজয়পুৰ পালেগৈ। মাধৱক বন্দী কৰি অনাৰ কথা ৰজাক জনালত ৰঘু ৰজাই বাখৰ ভাণ্ডাৰত তেওঁক ৰাখিবলৈ হুকুম দিলে। ভাগ্যে মাধৱৰ প্ৰতি ভগৱন্ত প্ৰসন্ন হ'ল। তেওঁ বেচি দিন খাৰ-বাৰুদৰ গোন্ধ লৈ বাখৰ ঘৰত থাকিব লগা নহ'ল। একালৰ শঙ্কৰদেৱৰ প্ৰিয় শিষ্য গন্ধৰ্ব মাঝি ৰঘু ৰজাৰ বিশ্বাসী ৰাজবিষয়া। ৰজাই তেওঁক দহ হাজাৰ নাৱৰ ওপৰত বৰুৱা পাতিলে। গন্ধৰ্ব মাঝিয়ে মাধৱদেৱক বাখৰ ভাণ্ডাৰত বন্দী কৰি ৰখাৰ কথা গম পাই ৰজাক খাটি বাখৰ ঘৰৰ কাষতে চৈৰে ঘৰ এটা সাজি থকা-খোৱা, নামকীৰ্ত্তন কৰাৰ সুবিধা কৰি দিলে।

ন-ঘৰটোলৈ আহি মাধৱদেৱে নাম কীৰ্ত্তন, শাস্ত্ৰ-চৰ্চা আৰম্ভ কৰিলে। দুখে টলাব নোৱাৰা নিৰ্বিকাৰ ভকত মাধৱে বৰপেটাতে থকাৰ দৰে প্ৰাত্যহিক জীৱন চলাই গ'ল। মাধৱৰ পাণ্ডিত্যৰ কথা গম পাই ইজন-সিজনকৈ লোক তেওঁৰ কাষলৈ আহি শাস্ত্ৰ ব্যাখ্যা শুনিলেহি। তত্ত্বদৰ্শী মাধৱদেৱৰ বাগ্মীতা আৰু কথন ভঙ্গীয়ে সকলোকে মুগ্ধ কৰিলে। মাধৱৰ গুণ-গান লাহে লাহে প্ৰচাৰিত হ'বলৈ ধৰা দেখি পুনৰ বিপক্ষ বাদীসকলৰ বুকুত শেল হানিলে। এই ক্ষেত্ৰত সুৰানন্দ কটোৱালৰ পিতৃ বিদ্যাবাগীশ ভট্টাচাৰ্য আগৰণুৱা হৈ মাধৱদেৱৰ অহিত চিন্তিবলৈ ধৰিলে। তেওঁক কিদৰে সেও মনাব পাৰি তাৰে চক্ৰান্ত কৰিবলৈ বিদ্যাবাগীশে তেওঁৰ শিষ্য দুজনমানক নানা শাস্ত্ৰ পঢ়ুৱাই মাধৱৰ পাণ্ডিত্যৰ বুজ ল'বলৈ তেওঁৰ ঘৰলৈ পঠালে। তেওঁলোক গৈ মাধৱৰ অমায়িক ব্যৱহাৰ, শাস্ত্ৰজ্ঞান আৰু পাণ্ডিত্য দেখি মুগ্ধ হৈ সকলো কথা বিদ্যাবাগীশক অৱগত কৰালে । কথা শুনি ব্ৰাহ্মণসকলে ভয় খালে। পূৰ্বে নৰনাৰায়ণৰ ৰাজসভাত শঙ্কৰদেৱৰ লগত বাদ কৰি হাৰিলত ৰজাই তেওঁলোকক লঘু কৰি খেদোৱাৰ কথা বিদ্যাবাগীশ আদি বিপ্ৰসকলে গম পাইছিল। সেয়ে শাস্ত্ৰজ্ঞৰ পণ্ডিত মাধৱৰ লগত বাদ কৰাৰ পৰিবৰ্তে তেওঁক দূৰতে বিদূৰ কৰাৰ অভিসন্ধিৰে বিদ্যাবাগীশে গৈ ৰজাক ক'লে, 'মহাৰাজ, কথা এটি নিবেদন কৰোঁ, আজ্ঞা দিব লাগে ?' ৰজাই ক'ব পাৰা বুলি কোৱাত বিদ্যাবাগীশে চুচুক-চামাককৈ ক'লে—

'মহাৰাজ, পাটবাউসীৰ মাধৱ বৰ সৎ আৰু ধাৰ্মিক লোক। তেওঁক এৰি দিব লাগে।'

ৰজা আচৰিত হ'ল। খঙত একো নাই হৈ ক'লে, 'এইবোৰ কেনে কথা? এবাৰ তয়েই আহি লগালিহি মাধৱে অধৰ্ম কৰিছে বুলি, তোৰ পুতেৰে কয় মাধৱ অনাচাৰী, আৰু পুনৰ তয়ে কৱ মাধৱ সদাচাৰী। তহঁতৰ শিঙায়ে এবাৰ কয় ধৰ ধৰ, এবাৰ কয় এৰ এৰ। তহঁতৰ একো সঞ্জাত নাই' বুলি মুখ ধুবলৈ থোৱা সোণৰ কলহটো বিদ্যাবাগীশৰ গালৈ মাৰি পঠিয়ালে। বিদ্যাবাগীশ পলাই পত্ৰং দিলে। ৰজাই সুৰানন্দক মতাই আনি শীঘ্ৰে মাধৱক নিজৰ ঠাইলৈ যাবলৈ আদেশ কৰিলে।

আজ্ঞা পাই সুৰানন্দই খেল নাও আনি ভকতসহ মাধৱক তুলি লৈ গদাধৰ নদীয়েদি ভটিয়াই ভঙ্গামোৰ ঘাট পালেহি। মাধৱদেৱ তাতে ৰ'ল আৰু অনেক লোক আহি মাধৱক সাদৰ সম্ভাষণ জনালে। সুৰানন্দৰ পিতৃ-মাতৃয়ে খবৰ পাই আস্ত-বেস্তকৈ আহি মাধৱদেৱৰ ওচৰত কাতৰস্থ হৈ পুত্ৰই কৰা দোষৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰিলে। যাৰ চক্ৰান্তত পৰি পৰম সন্ত মাধৱদেৱে চৰম বিপৰ্যয়ৰ সন্মুখীন হৈছিল, তেওঁৰ প্ৰতি বৈৰী ভাৱ নাৰাখি ক্ষমা কৰিলে। তাৰ পৰা ভাটৌকুছিয়া আতাইনিয়া গমাৰি নৌকাত উঠি বৈকুণ্ঠ আতৈ, গোপাল, যদুমণি, জনাৰ্দনসহ মাধৱদেৱ কুমাৰকুছিত ৰ'লহি। ইফালে সুন্দৰীদিয়াত ভগ্নী উৰ্বশীয়ে দাদাকৰ খা-খবৰ নাপাই কান্দি-কাতি ব্যাকুল হৈ থকা দেখি ৰামচৰণে মোমায়েকৰ বাৰ্তা ল'বলৈ গৈ সেই ঠাই পালেহি আৰু ভাগিনীয়েকৰ নাৱতে উঠি ভকত সমন্বিতে মাধৱদেৱ আহি বৰপেটা সত্ৰ পালেহি। হেৰোৱা মাণিক গুৰুজনক পাই ভকতৰ আনন্দৰ চকুলো বৈ গ'ল। গায়ন-বায়নেৰে মাধৱদেৱক আদৰি আনিলে।

ৰাজবিবয়া সুৰানন্দৰ হাতত লাঞ্ছিত হৈ মাধৱদেৱ বিৰক্ত হ'ল। তেও সৰহ সময় অকলে চিন্তা কৰি থকা হ'ল। বয়সে ম্লান কৰিব নোৱাৰা মহাপুৰুষজনাৰ শান্ত সৌম্য ৰূপ আৰু বুদ্ধিদীপ্ত চকুহাল এই কেইদিনতে বহু পৰিমাণে ম্লান পৰিল। তাকে দেখি শ্ৰীৰাম আতাৰ মনত দুখ লাগিল। এদিন নাৰায়ণ ঠাকুৰ বহি থাকোঁতে ৰাম আতাই গুৰুক সুধিলে—

'বাপ ঈশ্বৰে বিজয়পুৰৰ পৰা ঘূৰি অহাৰ পিছৰে পৰা বৰকৈ মন মাৰি থকা হ'ল। ৰজাই বন্দী কৰি নিলেও নিজ গুণে মুক্ত হৈ আমাক সন্তোষ দিলে। এনেকৈ থাকিলে আমি সেৱকীসকলে কি সুখ পাম?' তাকে শুনি নাৰায়ণ ঠাকুৰে মাত লগালে,

'কথাটো ময়ো মন কৰিছোঁ। সখিয়ে আকৌ কিবা অশুভ সংকেত পাইছে নেকি যিয়ে তোমাক ইমান ম্ৰিয়মান কৰি তুলিছে?'

বহাৰ সন্মুখত জকমককৈ ফুলি থকা ৰঙিয়াল ফুলজোপাত চকু স্থিৰ কৰি মাধৱদেৱে ক'লে— 'সন্তাপ অৱশ্যে পাইছোঁ। অবিবেচকী ৰজা আৰু কুচক্ৰান্তকাৰী ৰাজবিবয়াৰ আচৰণে মোক বিমৰ্ষ কৰি তুলিছে। কিন্তু মোৰ বাপ গুৰুজনে স্বেচ্ছাচাৰী

ৰাজশক্তিৰ পৰা পোৱা সন্তাপৰ তুলনাত এয়া নগণ্য মাত্ৰ। কুচক্ৰী পুৰোহিতৰ চক্ৰান্ত আৰু ৰাজৰোষে হিয়াৰ আমঠু পৰ্যন্ত কলা কৰিছিল। অসুৰাৰি আৰু ৰাঘবেন্দ্ৰৰ অবাঞ্চিত আগমনে মোৰ অন্তৰ্দৃষ্টিত অশুভ পৰিস্থিতিৰ ইংগিত দিছিল আৰু আত্ম পৰীক্ষাৰ বাবে মানসিকভাৱে প্ৰস্তুতো হৈছিলোঁ। মোৰ গভীৰ অন্তৰ্বেদনাৰ কাৰণ আন এটাহে।'

সপ্ৰশ্ন দৃষ্টিৰে নাৰায়ণ ঠাকুৰ আৰু ৰাম আতাই মাধৱদেৱলৈ চালে, এনেতে কেশৱ চৰণ, গোপাল আতা, হৰিহৰ আতা আহি চ'ৰাত বহিলহি। মাধৱদেৱে কিছু পৰা মৌন হৈ ৰৈ সকলোলৈকে দৃষ্টি দি কৈ গ'ল—

'কথাবোৰ মুকলিকৈ ক'বলৈ মন গৈছে। কুতৰ্কী বিদ্বেষী ব্ৰাহ্মণৰ কথাত মোক ধৰাই নিয়ালে, দোষ কি আছিল তাৰ বিচাৰ নকৰি পুনৰ ফিৰাই পঠালে। মাধৱে বেদ নামানে, পূজা-পাতল, দেৱ-দেৱী একো নামানে অনাচাৰ কৰি ফুৰে বুলি মোৰ বিৰুদ্ধে ব্ৰাহ্মণসকলে বৈষ্ণৱ ধৰ্ম বিৰোধী যিবোৰ কথা কৈছিল তাৰ একো বিচাৰ নহ'ল। সঁচা-মিছাৰ প্ৰমাণ নহৈ বদীয়া ব্ৰাহ্মণৰ কথা অখণ্ডিত হৈ ৰ'ল। মোৰ গুৰু বাপজনাৰ শুদ্ধমত প্ৰকাশ কৰিবলৈ সুবিধা মই নাপালোঁ। এই কথাইহে মোৰ অন্তৰ দগ্ধ কৰিছে।' মাধৱদেৱৰ অন্তৰ্ভেদী এটা হুমুনিয়াহ ওলাই আহিল। নাৰায়ণ ঠাকুৰৰ চকু সেমেকিল। ৰাম আতাই গামোচাখনেৰে চকুহাল মচি ল'লে। অলপ ৰৈ মাধৱদেৱে ক'বলৈ ধৰিলে।

বিৰুদ্ধবাদীসকলৰ লগত ৰাজসভাত যদি তৰ্কবাদ কৰিবলৈ দিলেহেঁতেন গুৰুৰ আশীৰ্বাদ শিৰত ধৰি তেওঁলোকৰ অসত্য কথাবোৰ শাস্ত্ৰ-যুক্তিৰে কাটি থকা-সৰকা কৰিলোঁহেঁতেন। কিন্তু ঈশ্বৰে সেই সুবিধা নিদিলে। আজি ডেৰ মাহ দিন সেই সন্তাপতে দগ্ধ হৈ আছোঁ। আমাৰ মনত আন ধৰণৰ ভাব আহিছে। শীঘ্ৰে আমি বৰপেটাৰ পৰা আঁতৰিব লাগে। ইয়াত থাকিলে আমাৰ ভকতসকল অবিবেকী ৰজাৰ আক্ৰোশৰ বলি হ'ব লাগিব।'

গুৰুজনৰ খেদ দেখি হৰিভকতসকলৰ চকু বাষ্পাকুল হ'ল। তেনেতে মাধৱদেৱে কেশৱচৰণ আতাক ওচৰলৈ মাতি আনি ক'লে, 'কেশৱচৰণ, তুমি শীঘ্ৰে উজনিলৈ যোৱা। উজনিত বংশীগোপালে নামধৰ্ম প্ৰচাৰ কৰি আছে। বংশীগোপালক লগ ধৰি আমাৰ বিষয়ে সবিশেষ জনাবা আৰু তেওঁক ক'বা যে আমি আৰু এই ঠাইত নাথাকোঁ। সেয়ে গোপনে এখন নাও পঠিয়াই দিয়ক। সেই ঠাইৰ ভকত-বৈষ্ণৱসকলক আমাৰ খবৰ জনাবা। এবাৰ শলখালৈ গৈ সেই ঠাইৰ ভকতসবৰ বা-বাতৰি ল'বা।'

কথাখিনি কৈ কিবা ভাবি গুৰুজনে পুনৰ ক'লে, 'অ' এজন পুৰুষ আহিব, তোমাৰ লগতে তেওঁক লৈ আহিবা। উদ্দেশ্যৰ গুৰুত্ব বুজি তুমি এতিয়াই যোৱা। কেশৱচৰণে গুৰুক সেৱা জনাই আটাইকে মাত লগাই উঠি গ'ল।

সকলো ভকতে অবাক দৃষ্টিৰে মাধৱৰ ফালে চাই ৰ'ল। তেনেতে নাৰায়ণ ঠাকুৰে মাত লগালে, 'সখি, আপোনাৰ মনৰ কথা বুজিলোঁ। পিছে কোন ঠাইলৈনো যোৱাৰ কথা ভাবিছে?'

নিৰুত্তাপভাৱে মাধৱদেৱে ক'লে, 'সদ্যে সুন্দৰীলৈ গৈ উৰ্বশীৰ তাত দিনচেৰেক থকাৰ কথা ভাবিছোঁ।'

'এই ঠাই এৰি যোৱাৰ কথা ভাবিছেই যেতিয়া ৰজাক খুজি এডোখৰ পুণ্যভূমি লৈ সত্ৰ পাতি থকাহে ভাল হ'ব।' মাধৱৰ কথাৰ মাজতে নাৰায়ণ ঠাকুৰে ক'লে।

'তোমালোক কোনোৱে তেনে এটা ব্যৱস্থা কৰিলে ভালেই হ'ব। কামৰূপতে ঠাই এটুকুৰা পালে তোমাক, ভকতসকলক ঘনাই লগ পাই থাকিম। পিছে মই নিজে ৰজাক তেনে অনুৰোধ কৰিব নোৱাৰিম।' মাধৱৰ ইচ্ছাৰ কথা শুনি নাৰায়ণ ঠাকুৰে আলোচনা কৰি জনাৰ্দন ঠাকুৰ আঁতে আৰু তিনিজন ভকতক মাধৱদেৱৰ কাৰণে ভূমি এডোখৰ খুজিবলৈ পঠালে।

ভকত কেইজন গৈ বিজয়পুৰ পালেগৈ। ৰজাৰ ঠাইলৈ গৈ কেনি যাব উৱাদিহ নাপাই ঘূৰি ফুৰোঁতে অসুৰাৰি ভট্টাচাৰ্যৰ সহযোগী ব্ৰাহ্মণ দুজনে তেওঁলোকক লগ পাই তেওঁলোকৰ উদ্দেশ্যৰ কথাৰ বুজ লৈ সুবৰ্ণ সুযোগ হাততে মিলিল বুলি ভাবি তেওঁলোকক নি ৰজাৰ ওচৰ পোৱালেগৈ আৰু কপট সম্ভাৰ দেখুৱাই ৰজাক ক'লে, 'মহাৰাজ, বৰপেটাৰ মাধৱদেৱে এই ভকতকেইজনক আপোনাৰ ওচৰলৈ পঠাইছে। তেওঁক সত্ৰ পাতি ধৰ্ম বিস্তাৰ কৰিবলৈ এডোখৰ পুণ্যভূমি খুজি পঠাইছে।'

ৰজাই সন্তোষ পাই ক'লে, 'বৰ ভাল কথা। মাধৱক দিবলৈ পুণ্য ঠাই এখন তোমালোকেই দেখুৱাই দিয়া।'

'মহাৰাজ, গকুল, মথুৰা, বৃন্দাবন — এই তিনিখন অতি পুণ্যভূমি। তাৰ এঠাইলৈকে মাধৱক পঠাই দিলে বৈষ্ণৱ মাধৱে বৰ আনন্দ পাব।'

'তেনেহ'লে মাধৱ ভকত সমন্বিতে গকুললৈকে যাওক।' নভবা নিচিন্তকৈ ৰজাই আদেশ দিলে। উদ্দেশ্য সিদ্ধি হ'ল বুলি ভাবি ব্ৰাহ্মণ কেইজনৰ আনন্দৰ পাৰ নাইকিয়া হ'ল।

দূতৰ মুখে বাতৰি পাই মাধৱ স্তম্ভিত হ'ল। এইবাৰ তেওঁ এক নতুন অগ্নিপৰীক্ষাৰ সন্মুখীন হ'বলগা হ'ল। কুচক্ৰীহঁতৰ চক্ৰান্তৰ বলি হৈ দেশ এৰি বিদেশলৈ যাব লগা শুনি ভকতৰ মুখৰ মাত হৰিল। মাধৱদেৱৰ ৰঘু ৰজাৰ কৰ্মচাৰী তেওঁৰ প্ৰিয় শিষ্য ৰূপাবৰ লস্কৰক খবৰ পঠাই মতাই আনিলে। মাধৱ যে গকুললৈ যাব বিচৰা নাই সেই কথা ৰজাক বুজাবলৈ তেওঁক ক'লে। ৰূপাবৰ বিজয়পুৰলৈ গৈ পোনে পোনে ৰজাক লগ নধৰি তেওঁৰ প্ৰিয় ৰান্ধনিজনক হাত কৰি কথাষাৰ উলিয়াবলৈ খাটনি ধৰিলে। এদিন ৰজাক বিবিধ ব্যঞ্জন আগবঢ়াই দি ৰজাই প্ৰসন্নচিত্তে ভোজন কৰি থাকোঁতে ৰান্ধনি বামুণে ক'লে—

'মহাৰাজ, যি দেশত সন্ত-মহন্ত নাথাকে, শাস্ত্ৰই তাক শ্মশান বুলি কয়। আনে সন্ত-সাধুক দেশলৈ চপাই আনে, আপুনি খেদে কিয় ?'

নিৰ্বোধ ৰজাই মাধৱদেৱৰ কথা সমূলি পাহৰি গ'ল। 'মইনো কাক খেদা দেখিলাহে ?' বুলি ঘনক্ষীৰৰ বাতিটো তুলি লৈ তৃপ্তিৰে খাবলৈ লাগিল।

'মহাৰাজ, আনৰ কথা শুনি সন্ত পুৰুষ মাধৱক আপুনি গকুললৈ যাবলৈ আজ্ঞা দিছে। গকুল, বৃন্দাবন আদি ঠাই আপোনাৰ ৰাজ্যৰ ভিতৰত নপৰে। আপুনি তাত ঠাই কেনেকৈ দিব? আৰু তেওঁলোকনো গৈ কেনেকৈ থাকিব? বিশাল ৰাজ্যৰ আপুনি মহান নৃপতি। ৰাজ্যৰ ভিতৰতে পুণ্যভূমি অকণ মাধৱক দিয়ক' বুলি বুধিয়ক বাপু থমা দৈৰ বাতিটো বানকাঁহীখনৰ ওপৰত তুলি আগবঢ়াই দিলে।

অলপ ভাবি ৰজাই ক'লে, মোৰ ৰাজ্যত হাজোৱেই পুণ্য ভূমি। মাধৱ তেন্তে তালৈকে যাওক, তাতে থাকি সত্ৰ পাতকগৈ।' ৰজাই দূত পঠাই মাধৱক খবৰ দিবলৈ কৰ্মচাৰীক আদেশ কৰিলে। ৰূপাবৰ লস্কৰে আহি মাধৱদেৱক ৰজাৰ আজ্ঞাৰ কথা জনালেহি। গুৰুজন হাজোলৈ যাব বুলি শুনি হৰিভকতসকলৰ মাজত হাঁহাকাৰ লাগিল।

মাধৱদেৱৰ অন্তৰতো আঘাত লাগিল। মনৰ হেঁপাহ আৰু শক্তি উজাৰি মানুহক মহীয়ান কৰাৰ, মানুহৰ মনৰ ভিতৰৰ শিল্পী, গায়ক স্ৰষ্টাক জগাই তুলি চিৰশাশ্বত সম্ভাৱনা প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰৰূপে মথুৰাপুৰ সদৃশ বৰপেটা সত্ৰ তেওঁ গঢ় দি তুলিছিল। সময়ৰ আহ্বানত তেনেখন ঠাই এৰি যাবলৈ মাধৱদেৱ বাধ্য হ'ল। ভকতসকলক বুজনি দি দগ্ধ হৃদয়েৰে মাধৱদেৱে নাও যাত্ৰা আৰম্ভ কৰিলে। বাটত শুৱালকুছিত দুদিন ৰৈ বৰলুইতেৰে গৈ হাজোৰ নামনিৰ ৰামদিয়া নামে ঠাইত নামিল। লগত যোৱা ভকতসকলে নৈৰ পাৰৰ নল-খাগৰি আৰু বাঁহ কাটি এটি অস্থায়ী ঘৰ নিৰ্মাণ কৰি তাতে থাকিবলৈ ল'লে।

## ধৈৰ্য্য

সদা নিস্পৃহ নিৰ্বিকাৰ মাধৱৰ য'তেই ৰাজ, ততেই কাজ। ৰামদিয়া বালিৰ ছেৰে সজা সৰু ঘৰটিতে গুৰুসেৱা, শাস্ত্ৰ পাঠ, নাম-কীৰ্ত্তন হৈ থাকিল। ঘৰৰ সন্মুখত বৈ বৰলুইতলৈ সময়ে সময়ে মাধৱে চাই থাকে। লুইতৰ ঢৌৱে তেওঁৰ মনত ভাৱৰ বুৰবুৰণি তোলে। এৰি অহা দিনৰ সুবাসে তেওঁক আমনি কৰে। মনত পৰে পৰম সুহৃদ নাৰায়ণ ঠাকুৰ, প্ৰপন্ন শিষ্য গোপাল আতা, মথুৰাদাস, বুঢ়াআতা আদি ভকত-বান্ধৱসকললৈ। ঠায়ে ঠায়ে ধৰ্ম প্ৰচাৰ কৰি থকা বংশীগোপাল, যদুমণি, কেশৱচৰণ আদিলৈ। শত বিঘিনিৰ মাজতো সেইসকলে তেওঁৰ অবৰ্তমানতো গুৰুধৰ্ম বৰ্তাই ৰাখিছে আৰু ভৱিষ্যতেও বৰ্তি থাকিব বুলি তেওঁ আশাবাদী।

লুইতৰ বুকুলৈ মাধৱদেৱৰ দৃষ্টি গ'ল। এখন নাও কাষ চাপি আহি ঘাটত ৰ'লহি। নাৱৰ পৰা নামি এজন লোক আগবাঢ়ি আহিল। চিনাকি লোক যেন দেখি মাধৱদেৱ আগবাঢ়ি গ'ল।

'এয়া দেখোন কেশৱচৰণ, ভাটৌকুছিয়া কেশৱচৰণ।' লোকজন আহি ওচৰ পাই মাধৱৰ মুখামুখি হ'ল। 'আতা ঈশ্বৰ' বুলি সেৱা কৰি চৰণ যুগল সাৱতি ধৰিলে। মাধৱদেৱে তেওঁক দাঙি সুধিলে,

'কেশৱচৰণ, তুমি উজনিৰ পৰা পালাহিয়েই নেকি ?'

'বাপ, উজনিৰ ফাললৈ যাবলৈ ধৰোঁতে আপুনি পুনৰ ৰাজৰোষত পৰাৰ কথা শুনিলোঁ ৰজাৰ বিচেষ্টাৰ কথা আৰ-তাৰ মুখে শুনি খবৰ এটা নোপোৱাকৈ যোৱাৰ সত নগ'ল। মনৰ অশান্তিত খোৱা-বোৱা কৰিব নোৱাৰা হ'লোঁ। ঘূৰি আহি কুমাৰগিৰি নামে গাঁৱৰ এঘৰ মানুহত ৰ'লোঁহি। গৃহস্থই বৰকৈ ধৰাত চাউলমুঠি সিজাবলৈ লওঁতেই বাপ ঈশ্বৰৰ কথা ওলাল। তেনেতে ঘৰৰ স্ত্ৰীজনীয়ে ক'লে, 'আপুনি যাৰ নিমিত্তে বেজাৰ কৰিছে, সেইজনে ৰামদিয়া বালিতে আছেহি।' কথা শুনি উতলা ভাতৰ চৰু উবুৰিয়াই উধাতু খাই আহি ৰামদিয়া পাইছোঁহি। দাসক ক্ষমা কৰি অভয় চৰণত ঠাই দিয়ক।'

মাধৱদেৱে তেওঁক আশ্বাস কৰি বহালৈ লৈ গ'ল আৰু সমস্ত ঘটনা বিবৰি ক'লে। সুহৃদ ভকতজনক লগ পাই সেই ৰাতি বহাতে ৰাখি তেওঁক অনেক উপদেশ দিলে। পিছদিনা বিদায় দি মাধৱদেৱে ক'লে, 'কেশৱ, বিলম্ব নকৰি তুমি উজনিলৈ যোৱা। বাটত তিনিটা ভয় পাবা; কিন্তু চিন্তা নকৰিবা। আত্মাভিমানী, কাণ্ডজ্ঞানহীন ৰজাৰ অবিবেচক শত্ৰুপক্ষৰ খেয়ালত ইয়াত কিমান দিন ৰ'ব পাৰোঁ ভগৱন্ত বস্তুৱেহে জানে। তথাপি বংশীগোপালে তোমাৰ হাতত পঠোৱা নাওখনলৈ বাট চাম। মোৰ মনৰ কথা বাৰু তুমি বুজিছানে ?' থৰ লাগি গুৰুলৈ চাই থকা কেশৱচৰণে ক'লে।

'বুজিছোঁ বাপ, উজনিত গুৰু ধৰ্ম প্ৰচাৰৰ গতি-প্ৰকৃতিৰ বিষয়ে সম্ভেদ লৈহে আপুনি আশ্বস্ত হ'ব আৰু হয়তো আন ঠাইলৈ গতি কৰিব।'

'এৰা, তুমি ঠিকেই ধৰিছা। এতিয়া তুমি যোৱা।'

কেশৱচৰণে কন্দনামুৱা হৈ সাষ্টাঙ্গে প্ৰণিপাত জনাই বিদায় ল'লে।

মাধৱদেৱে বালিত বেহা পাতি বাস কৰি থকা কথা শুনি তেওঁৰ ওচৰলৈ চাৰিওফালৰ পৰা মানুহ আহিবলৈ ধৰিলে। তাকে দেখি এদিন খেদ কৰি ৰাম আতৈয়ে মাধৱদেৱক ক'লে—

'বাপ ঈশ্বৰ, বৰ জঞ্জালত পৰিলোঁ। লোকসকলে নানা বয়-বস্তু, ভাৰ-ভেটি লৈ গুৰু দৰ্শন কৰিবলৈ আহিছে। ঘূৰাই পঠাব পাৰিনে ? সেইসকলক বহিবলৈ দিওঁ ক'ত, বয়-বস্তুসোপা থওঁ ক'ত ? ঘৰটো কিছু আহল-বহল কৰা হ'লে ভাল আছিল।

'দুখ নকৰিবা ৰাম। বৰপেটাৰ ৰঙিয়াল গৃহৰ স্মৃতিকে বুকুত বান্ধি ইয়াতে কেইদিনমান থাকিব লাগিব। আহল-বহলকৈ ঘৰ-দুৱাৰ সাজিবানো কি দৰে, সাজিনো কি লাভ ? ৰজাৰ খেয়াল-খুচিত কেতিয়া ক'লৈ যাব লাগে কি ঠিক ?'

মাধৱৰ বেদনাৰ বুজ পাই শুভাকাঙ্ক্ষী ৰাইজে ভকতসকলক লগত লৈ হয়গ্ৰীৱ মাধৱ মন্দিৰৰ নাতিদূৰত নামঘৰ, ভকতৰ বহা, গুৰুৰ বাসগৃহ আদিৰে আহল-বহলকৈ ঘৰ সাজিলে। ভকতৰ মনলৈ উদ্যম আহিল। পুনৰ নাম-কীৰ্ত্তন, গায়ন-বায়নৰ কৰ্ষণ অনুশীলন

আৰম্ভ হ'ল। ভীমা বায়ন, জগন্নাথ গায়নৰ পদচালনা, ঘোষা-ধেমালিৰ সুৰ, ওজাপালিৰ হস্ত ভঙ্গী দেখি ৰাইজ মুগ্ধ হ'ল। ওচৰৰ গাঁৱৰ আঠ-দহোটামান শিশু, চেমনীয়াক নটুৱা শিকালে, নাচৰ হস্ত আৰু পাদকৰ্ম দেখি সমবেত ৰাইজ স্তম্ভিত হ'ল। অফলা ভগাদি মাধৱৰ কাষলৈ মানুহৰ সোঁত বলিল। দৰ্শনপ্ৰাৰ্থীয়ে অনা দ্ৰব্য বস্তুৰে গুৰু-ভকতে ওবাদানিকৈ খোৱাৰ উপৰি ৰাইজকো সোধ-পোচ কৰিব পৰা হ'ল।

মাধৱদেৱৰ আগতেও প্ৰচাৰ কাৰ্যত ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত এই পুণ্যভূমি খণ্ডলৈ আহিছে। তাঁতীকুছিত থাকোতে এই অঞ্চলৰ হৰিদাস, কাজলা মাঝি, পঞ্চানন, বিজয়সেনা, কৃষ্ণকান্ত আদিয়ে ভক্তিধৰ্ম লয়। সেই সেৱকসকল বৰপেটালৈ অহা-যোৱা কৰি গুৰুসেৱা কৰিবলৈ অসুবিধা হয় দেখি মাধৱদেৱে হাজো নগৰতে এখন থান পাতিবলৈ প্ৰিয় শিষ্য লক্ষ্মীকান্তক দায়িত্ব দিয়াৰ মানস কৰিলে। কিন্তু সেই ঠাইখনত প্ৰবৃত্তি মাৰ্গৰ অনুগামী পূজা-পাতল, বলিদান কৰা ব্ৰাহ্মণ পণ্ডিতৰ পয়োভৰ বেছি। কেদাৰেশ্বৰ শিৱ মন্দিৰ, কামেশ্বৰ, দুৰ্গাপীঠত শিৱপূজা, বলি-বিধানেৰে দুৰ্গাপূজা, দেৱদাসী নৃত্যৰ দ্বাৰা প্ৰভাৱান্বিত ঠাইখনত তেওঁৰ দৰে অল্পজ্ঞানী লোক এজনে ধৰ্ম বিলোৱা সম্ভৱ নহ'ব বুলি ভাবি লক্ষ্মীকান্তই সংকোচ কৰা দেখি ভকতসহ নিজে মাধৱদেৱ হাজোলৈ আহি ঢোপৰগুৰি সত্ৰ পাতি আনুষ্ঠানিকভাৱে লক্ষ্মীকান্তক অধিকাৰ পাতিলে। ঘূৰিবৰ পৰত তাৰাই এটা শিলৰ ওপৰত থিয় হৈ ঢোপৰ পাত এটা হাতেৰে মোহাৰি সুগন্ধ উলিয়াই লক্ষ্মীকান্তক ক'লে—

'লক্ষ্মীকান্ত, দ্বিধা আৰু শঙ্কা পৰিহাৰ কৰি নিজ কৰ্মক্ষেত্ৰত আগবাঢ়িবা। এই পাতটিৰ পৰা ওলোৱা সুগন্ধৰ দৰে তোমাৰ প্ৰতিভাৰ প্ৰভাৱেৰে নামধৰ্মৰ ঘ্ৰাণ এই অঞ্চলত বিয়পি পৰিব।'

এয়া ১৫০৯ শকাব্দৰ কথা। ৰজাৰ দৰিত সেইখন হাজোত আহি তেওঁ বাস ল'ব লগা হ'ব বুলি সপোনৰো অগোচৰ আছিল। বৰ্তমান ন-কৈ পতা সত্ৰখনত মন বহিছে, নিতৌ শ শ মানুহৰো সমাগম ঘটিছে। আনহাতে হয়গ্ৰীৱ মাধৱ মন্দিৰৰ বিগ্ৰহ দৰ্শন কৰিবলৈ যোৱা লোকৰ সংখ্যা কমি আহিছে। মন্দিৰৰ পূজাৰী ব্ৰাহ্মণসকলে ভয় খালে। কি চুম্বক শক্তিৰে জীয়া মাধৱে শ শ জনক টানি নিছে, তাৰ গম ল'বলৈ ঘাই পুৰোহিত দুজনমান মাধৱৰ ওচৰলৈ আহি নানা কথাৰ আলোচনা কৰিলে আৰু মন্দিৰৰ মাধৱক দৰ্শন কৰিবলৈ আমন্ত্ৰণ জনালে। এদিন তেওঁ সেৱকসকলক লগত লৈ হাজোৰ মন্দিৰলৈ গ'ল। দেৱালয়ৰ নাট ঘৰৰ পৰা মূৰ্তি দৰ্শন কৰি তেওঁ গুণগুণাই গুৰুজনৰ চতুৰ্বিংশতি পদ মাতিলে।

হয়গ্ৰীৱ নামে আৰু ভৈলা অৱতাৰ
তপ্ত সুবৰ্ণৰ বৰ্ণ শৰীৰ তোমাৰ।।
তোমাৰ সুন্দৰ সিটো নাসিকাৰ হন্তে।
বাজ ভৈল চাৰি বেদ নিশ্বাস কাঢ়ন্তে।।

কেউফালে সৰু-বৰ পাহাৰেৰে আবৃত প্ৰাকৃতিক সৌন্দৰ্যৰ ৰম্যভূমি হাজোৰ পূব প্ৰান্তৰ মণিকূট পাহাৰত অৱস্থিত হয়গ্ৰীৱ মাধৱ মন্দিৰ। মন্দিৰৰ গাত খোদিত হৈ আছে হাতীৰ প্ৰতিকৃতি, মাধৱৰ মূৰ্তিৰ লগতে গড়ুৰ পক্ষীৰ প্ৰতিকৃতি।

চৌদিশৰ নয়নাভিৰাম দৃশ্য চাই মন্দিৰৰ পাদদেশৰ শাল গছ এজোপাৰ তলতে বহিল। কাষতে বহি ভকতকেইজনে সুধিলে,

'বাপ ঈশ্বৰ, হয়গ্ৰীৱ অৱতাৰৰ কথা জানিবলৈ মন গৈছে। কৃপা কৰিলে সুখতে সুখ মিলিব।'

'হয়নে, শুনা তেনেহ'লে।' হাঁহি মাধৱদেৱে ক'বলৈ আৰম্ভ কৰিলে।

ভগৱান বিষ্ণুৰ চতুৰ্বিংশতি অৱতাৰৰ অন্যতম হয়গ্ৰীৱ অৱতাৰ। পুৰাণৰ মতে বেদৰ গৰাকী ব্ৰহ্মা নিদ্ৰাৰত হৈ থকা অৱস্থাত মধু আৰু কৈটভ নামৰ দৈত্য দুটাই বেদ কেইখন চুৰ কৰি লৈ গ'ল। উপায়ন্তৰ ব্ৰহ্মাই বেদ উদ্ধাৰ কৰিবৰ বাবে বিষ্ণুক প্ৰাৰ্থনা জনালে। বিষ্ণুৱে হয়গ্ৰীৱ ৰূপ ধাৰণ কৰি মধু-কৈটভক বধ কৰি বেদ উদ্ধাৰ কৰিলে।

এই মণিকূট পৰ্বতৰ অৰণ্যৰ মাজত উৰ্ব নামেৰে এজন ঋষিয়ে বিষ্ণুক আৰাধনা কৰি থাকোঁতে হয়াসুৰ নামে পৰাক্ৰমী অসুৰে ধ্যানমগ্ন ঋষিক দৈহিক অত্যাচাৰ আৰম্ভ কৰিলে। ভীতিবিহ্বল হৈ ঋষিয়ে বিষ্ণুক কাতৰ প্ৰাৰ্থনা জনালে। ভক্তপ্ৰাণ ভগৱন্তই হয়গ্ৰীৱ মূৰ্তি ধাৰণ কৰি ঋষিক উদ্ধাৰৰ কাৰণে উপস্থিত হ'লহি। হয়গ্ৰীৱৰ লগত তয়াময়া যুঁজত হয়াসুৰ মৃতপ্ৰায় হৈ হয়গ্ৰীৱত শৰণ পশিলে। ভগৱানে তাক কি বৰ লাগে ল'বলৈ কোৱাত অসুৰে কাতৰস্থ হৈ ক'লে,

'হে প্ৰভু, পৰম সৌভাগ্যৰ বলত মই তোমাৰ হাতত মৃত্যু বৰণ কৰিবলৈ পালো। মোৰ লগত তুমিও এই পৰ্বতত শিলামূৰ্তি ধাৰণ কৰি থাকিলে মোৰ সকলো আশা পূৰ্ণ হ'ব।' ভগৱন্তই 'তথাস্তু' বুলি অন্তৰ্ধান হ'ল আৰু হয়গ্ৰীৱ মূৰ্তিটো এই পৰ্বতত শিলা হৈ ৰ'ল।'

মাধৱ মন্দিৰ দৰ্শন কৰাৰ লগতে গুৰুৰ মুখে পুৰাণৰ কাহিনী শুনি ভকতসকলে পৰম আনন্দ পালে। মাধৱদেৱে পাণ্ডা আৰু দলৈসকলক দান-দক্ষিণা দি সন্তোষ মনেৰে নিজ স্থানলৈ আহিল। লাহে লাহে মাধৱৰ থানলৈ অহা লোকৰ সংখ্যা আগতকৈও বৃদ্ধি পাবলৈ ধৰিলে। তাকে দেখি পুৰোহিতসকল হিংসাত দেই পুৰি মৰা যেন হ'ল। জয় সৰস্বতী, কালিৰাম, দুৰ্গেশ্বৰ আদিয়ে মন্ত্ৰণাত বহিল। 'হে'ৰা কালিৰাম, জীয়া মাধৱ ইয়াত থাকিলে আমাৰ দৈৱাসন তলত যাব। কিবা চক্ৰান্ত কৰি খেদিবলগীয়া হ'ল।' দুৰ্গেশ্বৰে চকু দুটা টিপিয়াই টিপিয়াই ক'লে।

'মাধৱেনো আমাৰ কি ভাগৰ ভাত কাঢ়ি খাইছে? নাম-কীৰ্ত্তন কৰি গোটেই ঠাইখন পবিত্ৰ কৰিছে। ল'ৰাইতক গীত-মাত, খোল-তাল শিকাইছে, নিজেও চলিছে। হিংসা কৰিব লাগে কেলৈ?' জয়সৰস্বতীয়ে গহীনভাৱে ক'লে।

'এঃ বৰ কথা ক'বলৈ আহিলা। ভাগৰ ভাত কাঢ়ি খোৱা নাইনো কি? এতিয়া মাধৱৰ ঠাইলৈ যোৱা ভাৰ-ভেটীবোৰ আগেয়ে আমাৰ ইয়ালৈকে নাহেনে? অ' মৰা মাধৱ ইয়াতে মৰি থাকক, তোমাৰ কি কাঁহি পাতে গা কাটিব ? তুমি জীয়া মাধৱৰ জয়গুণ গাই থাকা' কৈ উচাৎ মাৰি দুৰ্গেশ্বৰ উঠি গ'ল। কালিৰাম আগবাঢ়ি গৈ হাতখনত থাপ মাৰি ধৰি ক'লে, 'ৰ'বচোন দেউ, কেলৈনো খং কৰিছে? সৌৱা বিদ্যাৰত্ন দেউ আৰু কামাখ্যা পণ্ডিত আহি আছে। সকলোৱে আলচ কৈ কিবা এটা ফয়চলা কৰিব লাগিব।'

আলচ-বিলচ কৰি সকলোৱে একমুখে মাধৱক যিকোনো প্ৰকাৰে হাজোৰ পৰা খেদোৱাৰ সিদ্ধান্ত কৰিলে আৰু দলে-বলে গৈ ৰজাৰ ওচৰত গোচৰ দিলেগৈ —

'মহাৰাজ, আপোনাৰ ৰাজ্যৰ মঠ-মন্দিৰ, দেৱালয় আদিৰ মহা বিপৰ্যয় ঘটিল। আমি পূজাৰী, পাণ্ডাবোৰো আও মৰণে মৰিব লগা হ'ল। মহাৰাজে কিবা এটা উপায় কৰিব লাগে।' বুঢ়া পাণ্ডাজনে কাওবাওকৈ ৰজাক ক'লে। আশ্বৰ্য প্ৰকাশ কৰি ৰজাই সুধিলে—

'মঠ-মন্দিৰৰ বিপৰ্যয় ঘটিল। মোৰ ৰাজ্যত? এয়া কেনেকৈ হ'বলৈ পালে?'

'মহাৰাজ, তাঁতীকুছিৰ পৰা যে আপুনি পুণ্যভূমি হাজোলৈ লোকজন আহিবলৈ আজ্ঞা কৰছিল, সেই উদাসীন মাধৱেই যতকূটৰ ঘাই হ'ল। পূজা-পাতল, যাগ-যজ্ঞ একো নকৰে, দিনৰ দিনটো নাম গাই, নটুৱা নচুৱাই কিবা ভেল্কীবাজী মাৰিলে। দলে-বলে মানুহবোৰে মন্দিৰলৈ পিঠি দি তালৈহে যাবলৈ ধৰিলে। মাধৱক নেখেদিলে আমাৰ ভাত মৰিল, মহাৰাজ।' উত্তেজিত ভাৱেৰে কামাখ্যা পণ্ডিতে ক'লে।

'মূৰ্খ ব্ৰাহ্মণ, সেই মাধৱে দ্ৰব্যবস্তুসহ সকলো লোককে টানিছে, তোমাৰ মাধৱে বাধা দিব পৰা নাই কিয়? তোমালোকৰ মাধৱ মৰা নেকি?' খঙত তৰ্জন-গৰ্জন কৰি ৰজাই ক'লে। ৰজাৰ মূৰ্তি দেখি পাণ্ডা কেইজন থৰহৰি কম্পমান হ'ল। তেওঁলোকৰ অৱস্থা দেখি ৰজা কিছু কুমলিল। ক'লে, 'নিমাতে ৰ'লা কিয়? মাধৱলৈ ইমানেই ভয় যেতিয়া তোমালোক গৈ মাধৱক ক'ব পাৰা যে তেওঁ যদি ইচ্ছা কৰে হাজোৰ পৰা গৈ যি ঠাইতে ইচ্ছা কৰে সেই ঠাইলৈকে গৈ বাস কৰিব পাৰে।'

পাণ্ডা, দলৈহঁতে উদ্দেশ্য সিদ্ধি হ'ল বুলি ৰং মনেৰে বিজয়পুৰৰ পৰা উলটিল। ইফালে 'মাধৱক তুৰন্তে হাজো এৰিবলৈ ৰজাই আদেশ কৰিছে' বুলি পাণ্ডাহঁতে উলিয়াই ফুৰা কথা অহ কাণে পহ কাণে গৈ মাধৱদেৱৰ কাণত পৰিল। মাধৱে চিন্তিত হৈ গুণা-গঁথা কৰি থাকোঁতেই ৰূপাবৰ লস্কৰ আহি গুৰুক সঠিক কথাটো জনালেহি। তথাপি মাধৱ আশ্বস্ত হ'ব নোৱাৰিলে। পিছদিনাই ভকতসহ বৰলুইতেৰে ভটিয়াই গৈ ঘাটত নামি ভাগিনীয়েক ৰামচৰণ ঠাকুৰ আৰু নাৰায়ণ ঠাকুৰক নাৱৰীয়াৰ আগত মাতি পঠালে। বাটত অমৰাগুৰি ঘাটত নাও ৰখাই মাধৱে নীলাচল পৰ্বতত উঠিল। পাণ্ডাসকলে তেওঁক

আগবঢ়াই নি মান্য-সৎকাৰ কৰি দেৱী দৰ্শনৰ কাৰণে ভিতৰলৈ নিবলৈ বিচৰাত মাধৱে অনিচ্ছা প্ৰকাশ কৰি ক'লে, 'মই পুত্ৰ হৈ মাতৃৰ গুপ্ত অঙ্গ দৰ্শন কৰিব নোৱাৰোঁ। সেয়ে যোৱা নহ'ব।' বুলি পাণ্ডাসকলক যথাযোগ্য দান-দক্ষিণা দি বিদায় লৈ পুনৰ নাৱত উঠিল।

ইফালে ৰঘু নাৰায়ণৰ ৰাজ্যত ধৰ্ম প্ৰচাৰ কৰি থকা সুৰকাৰ, নাট্যকাৰ, চিত্ৰকৰ, গুণাকৰ ধৰ্মগুৰু মাধৱদেৱৰ নানা দুৰ্গতি হোৱাৰ কথা অসম-কামৰূপ-বেহাৰ — এই তিনি ৰাজ্যত জনাজনি হ'ল। স্বাৰ্থান্ধ এক শ্ৰেণী লোকৰ বাহিৰে সকলোৱে দুখ পালে। বিদ্যানুৰাগী পণ্ডিত নৰনাৰায়ণৰ পুত্ৰ লক্ষ্মীনাৰায়ণৰ বেহাৰ ৰাজ্যতো এই কথা প্ৰচাৰ হ'ল। কথাবোৰ শুনি বেহাৰ ৰজাৰ ধাইমাতৃ আয় ধায়ে অন্তৰত বৰ আঘাত পালে। তেওঁ গাভৰু কালৰে পৰা নৰনাৰায়ণৰ ৰাজসভাত শঙ্কৰদেৱৰ পাণ্ডিত্য আৰু প্ৰভাৱৰ কথা জানিব পাৰিছিল। ৰজা নৰনাৰায়ণে শঙ্কৰদেৱৰ অনেক মূল্যবান গ্ৰন্থ ৰাজ গ্ৰন্থাগাৰত ৰক্ষণ কৰি থৈছিল। তেতিয়াৰে পৰা নামধৰ্ম আৰু গুৰু শঙ্কৰৰ প্ৰতি তেওঁৰ অপৰিসীম শ্ৰদ্ধা আৰু ভক্তি আছিল।

সৰু কালৰে পৰা লক্ষ্মীনাৰায়ণক এইগৰাকী আই ধায়ে প্ৰতিপালন কৰি ডাঙৰ-দীঘল কৰিছিল। ব্যক্তিত্বসম্পন্না এই গৰাকী নাৰীৰ প্ৰভাৱ ৰাজ পৰিয়ালত সকলোৱে মানি চলিছিল। ৰজায়ো নিজ মাতৃ ৰূপে জ্ঞান কৰি তেওঁক সকলো সা-সুবিধা আৰু সন্মান প্ৰদৰ্শন কৰিছিল। শঙ্কৰদেৱৰ ধৰ্মৰ উত্তৰাধিকাৰী পণ্ডিত মাধৱে ধৰ্মপ্ৰচাৰৰ কালত ৰঘু ৰজাৰ ৰোষত পৰি নানা আলৈ-আহুকালৰ সন্মুখীন হোৱাৰ কথা দূতৰ মুখে শুনি আই ধায়ে ভাবিলে যে এনেজন গুণী-জ্ঞানী পণ্ডিত ধৰ্মগুৰুক সৌভাগ্যক্ৰমেহে নিজ ৰাজ্যত পায়। তেনেজন লোকক ৰঘু ৰজাই খেদি পঠোৱাৰ বতৰাই ৰাজমাওক দগ্ধ কৰিলে। ভাবি-চিন্তি মাধৱদেৱক বেহাৰলৈ আহিবলৈ কাতৰ অনুৰোধ জনাই সাতসতৰীয়া কেইজনক হাজোলৈ পঠাই খবৰ দিয়ালে আৰু লগতে সোণৰ সঁফুৰা এটাত মুৰৰ চুলি ছিঙি ভৰাই তেওঁলোকৰ হাতত দি কাকুতি-মিনতি কৰি চৰণত পৰি মাধৱদেৱক দিবলৈ ক'লে।

বৰলুইতৰ পাৰৰ এটি মধুৰ পুৱা। প্ৰভাতি কিৰণে নৈৰ বুকুত সোণোৱালী ৰেখা আঁকিছে। আকাশৰ হেঙুলীয়া ৰং ফালি পোহৰৰ লুকাভাকু। প্ৰকৃতিৰ ৰমনীয় ৰূপে ভক্তকবি মাধৱৰ মনত চিৰসুন্দৰৰ ৰূপ জাগ্ৰত কৰিলে। হাজোৰ বালিত বহি অভিভূত মাধৱে গীত ৰচিলে—

'পৰভাতে সুমৰো গোবিন্দ হৃষীকেশ।
চিদানন্দ মূৰুতি কপট গোপ বেশ।।
নীলমণি নীৰুতনু এজগ জীৱন।
কহয় মাধৱ গতি নন্দকু নন্দন।।'

হাজাৰ দুখ-বেদনা, সংঘাতেও টলাব নোৱাৰা নিৰ্বিকাৰ মাধৱে সুখানন্দত আপ্লুত হৈ নৈৰ ফালে চাই বহি আছে। এখন নাও ধীৰে ধীৰে আহি ঘাটত ৰ'লহি। দীঘল চাপকণ পিন্ধি মূৰত পাগ মৰা, দেখাত ৰাজবিষয়া যেন লগা দুজন লোক আৰু এজন পালিৰে সৈতে নাৱৰ পৰা নামি আগবাঢ়ি আহি মাধৱদেৱৰ ওচৰ পালেহি।

মাধৱৰ ধ্যান ভাগিল। মানুহ কেইজনলৈ চকু দি ৰাজবেশধাৰী লোক কেইজনে এইবাৰ কি মন্ত্ৰণা কৰিবলৈ আহিল বুলি কিছু চিন্তিতো হ'ল। মনৰ ভাব প্ৰকাশ নকৰি আদৰ সম্ভাষণ জনাই অহাৰ কাৰণ সুধিলে।

'আমি ৰাজমাতাই পঠোৱা বাৰ্তা লৈ মহাৰাজ লক্ষ্মীনাৰায়ণৰ বেহাৰ ৰাজ্যৰ পৰা আহিছোঁ।' এইবুলি সাতসতৰীয়াজনে সোণৰ সঁফুৰা এটি আগবঢ়াই প্ৰণাম জনাই ক'লে, 'ৰাজমাতাই আপোনাক বেহাৰলৈ নিমন্ত্ৰণ জনাইছে আৰু কৈ পঠাইছে যে তাত তাৰাই নিৰ্বিঘ্নে শাস্ত্ৰ-চৰ্চা কৰিব, ধৰ্ম চলাব পাৰিব।'

তেওঁলোকৰ মুখলৈ চাই সঁফুৰাটো খুলি চাই মাধৱদেৱ স্তব্ধ হ'ল। ৰাজমাওৰ অন্তৰঙ্গ আহ্বানৰ কথা তেওঁ হৃদয়ঙ্গম কৰিলে। জীৱনৰ এনে এক সন্ধিক্ষণত গুৰুৰ আশীৰ্বাদ আৰু ভগৱন্তৰ কৃপা হ'ল বুলি তেওঁৰ অনুভৱ হ'ল। তলে তলে মাধৱদেৱে বেহাৰলৈ যোৱাৰ কথাকে ভাবি আছিল। ৰাজ পৰিয়ালৰ আহ্বান পাই তেওঁ সন্মতি জনালে। ৰাজবিষয়া আৰু পালি কেইজনে সন্মতি লৈ উভতিল।

মাধৱদেৱৰ সঙ্কল্পৰ কথা গম পাই হাজোৰ কেউফালৰ গাঁওবোৰৰ পৰা লোকসকল আহি তেওঁক বিদায় সম্ভাষণ জনালেহি। সকলোকে আশ্বাসি ভকতসহ মাধৱদেৱ ভটিয়াই গৈ গজিয়াঘাট পাই তাত নাও ৰখালে। তাৰ পৰাই পাটবাউসী, সুন্দৰীদিয়া আৰু বৰপেটাৰ সেৱকসকললৈ খবৰ পঠালে। ৰামচৰণ ঠাকুৰ, নাৰায়ণ আতা আৰু মথুৰাদাস আতাক মাতি পঠালে আৰু সকলোকে মনদিয়া ঘাটলৈ আহি দেখা কৰিবলৈ জনালে।

মনদিয়াৰ ঘাটত গুৰুজনে নাও বন্ধাৰ পিছতে নাৰায়ণ ঠাকুৰ, তেওঁৰ পুত্ৰ পৰমানন্দ, ৰামচৰণ ঠাকুৰ আৰু আন সেৱকসকল আহি গুৰুক দৰ্শন কৰিলেহি। মনদিয়া ঘাটত এক আবেগ বিহ্বল পৰিৱেশৰ সৃষ্টি হ'ল। সকলোতকৈ ভাগি পৰিল প্ৰাণৰ বান্ধৱ নাৰায়ণ ঠাকুৰ, সুখে-দুখে বুদ্ধি-পৰামৰ্শ দি ছাঁটোৰ দৰে লাগি ফুৰা বন্ধুজনৰ বিচ্ছেদ মাধৱদেৱৰো অসহনীয় হ'ল।

'সখি, আপোনাৰ চৰণ সেৱাৰ পৰা বঞ্চিত হৈ, মই কিদেৰ জীওঁ?' বুলি শোক বিহ্বল নাৰায়ণে বৈকুণ্ঠ প্ৰয়াণৰ গীত গাই বালিত বহি পৰিল—

'কিনো কৃপা ভৃত্যক কৰিলা। বিজ্ঞানে প্ৰদীপ মোক দিলা।

প্ৰভু এৰি তোমাৰ পাৱক। কোনজনে ভজিবে আনক।'

দূৰ ভৈল বান্ধৱৰ স্নেহ। দেখো ভিন্ন আপোনাৰ দেহ।।' — গাই নাৰায়ণ ঠাকুৰে হুক্‌হুক্‌কৈ কান্দিলে। ইমান দিনে মাধৱদেৱে সখিয়েকৰ এনে শোকাকুল অৱস্থা দেখা নাছিল। প্ৰাণৰ বান্ধৱৰ লগত চিৰবিচ্ছেদৰ আশঙ্কাত ঠাকুৰ আতা বিহ্বল হৈ পৰিছিল।

মাধৱদেৱৰো চকু চলচলীয়া হ'ল। তথাপি সখিয়েকক সান্ত্বনা দি ক'লে, 'সখি আপোনাৰ মাজতে মই সদায় থাকিম। তোমাৰে মোৰে বিচ্ছেদ কোনো দিনে নহয়। নাৰায়ণ, লীলা জানব কৈই। সনক সনাতন, চিন্তি চতুৰ মুহ, অধিকহি বিমোহিত হোই।'

শান্ত হৈ নাৰায়ণ ঠাকুৰে ক'লে, 'সখি মই সকলো বুজিছোঁ। কিন্তু মাধৱবিহীন জীৱন ধাৰণ মোৰ কাৰণে অসহনীয় হ'ব। সেয়ে ময়ো তোমাৰ লগতে যাওঁ, বাৰণ নকৰিবা।'

প্ৰশান্ত দৃষ্টিৰে ঠাকুৰলৈ চাই মাধৱদেৱে ক'লে, 'সখি, মোৰ অনুপস্থিতিত আপোনালোকৰ অবিহনে বৰপেটা, সুন্দৰীদিয়াৰ সেৱকসকল অনাথ হ'ব। সেয়ে যাব নালাগে। শ্ৰীৰামচন্দ্ৰই বৈকুণ্ঠলৈ যোৱাৰ পৰত হনুমন্তক ভক্তিবস্তু দি থৈ গ'ল। পৃথিৱীৰ মঙ্গলৰ কাৰণে কৃষ্ণদেৱে উদ্ধৱক পৰম তত্ত্ব দি বৈকুণ্ঠী হ'ল। মোৰ গুৰুজনেও এই অভাজনৰ শিৰত দায়িত্ব দি চলিল। নাজানো সেই দায়িত্ব কিমান সফলভাৱে পালন কৰিব পাৰিলোঁ। কাষে কাষে আপুনি, মথুৰাদাস থাকি সাহস দিছিলা। মোৰ অবৰ্তমানত মানুহক ক্ষুদ্ৰতাৰ গণ্ডীৰ পৰা মহৎলৈ, জীৱনৰ পৰা মহাজীৱনৰ অধিকাৰী হোৱাৰ পথ দেখুৱাব পাৰিবা। আপোনালোকত আশা ৰাখিয়ে বেহাৰলৈ যোৱাৰ মানস কৰিছোঁ। এতিয়া আপোনাৰ দায়িত্ব আগতকৈও বহুত বাঢ়িল।'

সলোতক নয়নেৰে কাষতে বহি থকা ৰামচৰণলৈ চাই মাধৱদেৱে মাত লগালে, 'বাপু ৰামচৰণ, তুমিও বেহাৰলৈ যাবলৈ মন কৰিছা নেকি?' সৰুৰে পৰা মোমায়েকৰ লগতে ৰাখি শিক্ষা-দীক্ষাৰে পৈণত কৰি তোলা পিতৃতোধিক মোমায়েকৰ বিচ্ছেদ ৰামচৰণে সহ্য কৰিব নোৱাৰি কান্দিবলৈ ধৰিলে।

'চোৱা বাপু, মোৰ লগত যোৱাতকৈ মোৰ হৈ আৰু দেশখনৰ হৈ কৰিবলগীয়া ডাঙৰ কাম এটা তোমালৈ এৰি গ'লোঁ। সেই কাম তুমি সম্পন্ন কৰিব লাগিব। শ্ৰীশঙ্কৰ গুৰুজনাই বৰদোৱাৰ পৰা বেহাৰলৈকে থানে থানে থাকি অমূল্য ৰত্ন কীৰ্ত্তন-ঘোষা ৰচিলে। কিন্তু অধ্যায়সমূহ ঠায়ে ঠায়ে থাকিল। তুমি সকলোবোৰ গোটাই একেঠাই কৰিবা। কামটো জটিল হ'ব আৰু সময়ো লাগিব। এবছৰৰ মূৰত সকলোবোৰ গোটাই লৈ মোৰ ওচৰলৈ যাবা। তোমাৰ ওপৰত মোৰ বিশ্বাস আছে। নিশ্চয় পাৰিবা। তদুপৰি তোমাৰ পিতৃ ৰামদাসৰ বৰ্তমান বৃদ্ধ অৱস্থা। বৃদ্ধ কালত পিতৃ-মাতৃক সেৱা-শুশ্ৰূষা কৰা সন্তানৰ পৰম ধৰ্ম।' কথাখিনি কৈ মাধৱ ৰ'ল। ৰামচৰণে 'আজ্ঞা শিৰত তুলি ল'লো' বুলি সেৱা জনালে।

এইবাৰ মথুৰাদাসলৈ চাই ক'লে, 'মথুৰাদাস, তোমাৰ অবিহনে মথুৰাপুৰী বৰপেটা আন্ধাৰ হ'ব। সোনকালে বৰপেটালৈ উলটি যোৱা। সৰ্বদা ভকতক প্ৰতিপাল কৰিবা। বন্তিগাছি যাতে অখণ্ডভাৱে জ্বলি থাকে তাৰো তদাৰক কৰিবা।'

'এই বৃদ্ধক আজ্ঞা পালনৰ শক্তি দিয়ক বাপ' বুলি চকুলোৰে চৰণ তিয়াই পদযুগল সাৱটি ধৰিলে। সস্নেহে দুই হাতেৰে মথুৰদাসক উঠাই দিলে । এইবাৰ গোপাল আতালৈ চাই মাত লগালে—

'গোপাল, ভক্তিধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰখনত তোমাৰ ওপৰত আমাৰ অনেক ভৰসা। আশীৰ্বাদ কৰিছোঁ, নিৰ্বিঘ্নে আগবাঢ়ি যোৱা।' সলোতক নয়নে গোপাল আতাই সেৱা জনালে। সকলোকে মাত দি মাধৱদেৱ নাৱত উঠিবলৈ সাজু হোৱাৰ পৰতে তাৰাৰ আলধৰা মনপুৰ খপ্‌জপ্‌কৈ আহি মাধৱদেৱে গাত লৈ থকা পৰ্হি কাপোৰখন ভিক্ষা কৰিলে। মাধৱদেৱে সেইখন কাপোৰ দি দিলে বিদেশত অসুবিধা হ'ব বুলি কৈ আন এখন কাপোৰ তেওঁক দিব খুজিলে। কিন্তু মনপুৰে গুৰুৰ গাৰ কাপোৰখন পাবলৈ কাওবাও কৰা দেখি গুৰুৱে 'মোৰ গাৰ ছালখন মনপুৰে নিহেঁ এৰিব' বুলি কাপোৰখন তেওঁক দি নাৱলৈ আগবাঢ়িল। পাছে পাছে নাৰায়ণ ঠাকুৰ প্ৰমুখ্যে ভকতৰ দল। নাৱত ভৰি দিয়াৰ আগতে মাধৱদেৱে ৰামচৰণক কাষলৈ মাতি গালে-মুৰে হাত ফুৰাই মূৰত চুমা দি কলীয়া দলৈয়ে দিয়া ডিঙিৰ সাতসৰী হাৰডাল তেওঁৰ হাতত দিলে। পৰমানন্দকো মাতি মূৰ শুঙি মৰম কৰি, নাৰায়ণ ঠাকুৰক আলিঙ্গন কৰি নাৱত উঠিল। ভটিয়নী সোঁতত নাও আগবাঢ়িল। ৰিণিকি ৰিণিকি দেখা পোৱালৈকে মাধৱদেৱে ভকতসকলৰ ফালে চাই ৰ'ল।

## পোহৰ

অনেক ঘাত-প্ৰতিঘাত অতিক্ৰম কৰি অৱশেষত ৰাম ৰাম আতাৰ নকৈ সজা ঘৰটোত ভৰি দি মাধৱদেৱে শান্তিৰে উশাহ লোৱা যেন পালে। পৰম শ্ৰদ্ধাৰে গুৰুক সেৱা-শুশ্ৰূষা কৰি ৰামৰাম আতাই গুৰু কিদৰে আহি এই ঠাই ওলালেহি কাতৰভাৱে সুধিলে। মাধৱদেৱে তাক্ত অভিজ্ঞতাৰে ভৰা দিনবোৰৰ কথা বৰ্ণনা কৰিলে।

'প্ৰাণৰ বান্ধৱ নাৰায়ণ আৰু মথুৰাদাস আদি হৰিভকতসকলক এৰি থৈ দগ্ধ হৃদয়েৰে আহি আবিমৰা ঘাট হৈ সাৱধানী ঘাটত ৰ'লোঁহি। বৰবিষ্ণুৱে আমি অহা গম পাই বাৰ্তা পুচিলেহি। আমাৰ মুখে বেহাৰ যাত্ৰাৰ অদ্যোপান্ত শুনি তেওঁ শোকত বিহ্বল হ'ল। তেওঁক সান্ত্বনা দি সেই ৰাতি তাতে থাকি হাজো অঞ্চলত ভক্তিধৰ্ম প্ৰৱৰ্তাই ৰাখিবলৈ তেওঁক উপদেশ দি পিছদিনা ভটিয়াই গৈ ধোঁৱাঘাট পালোঁগৈ। তেনেতে ধোঁৱাত উঠি দুজন ৰাজকৰ্মচাৰীয়ে ধোঁৱাৰ পৰা নামি আমাৰ ফালে অহা দেখি সকলোৱে কিঞ্চিৎ শঙ্কিত হ'লোঁহক। পিছে দুয়োজনে আহি আমাক সেৱা কৰিলেহি। মূৰ তুলি চাই বলাই আৰু নৰসিংহক দেখি সন্দেহ আঁতৰি তেওঁলোক ক'ৰপৰা আহিলে সুধিলোঁ।

'বাপ, আপুনি জানেই আমি ৰঘু ৰজাৰ কৰ্মচাৰী, ৰাজকাৰ্য সাধনৰ বাবেই আহিলোঁ। পিছে ভকতসহ আপুনি কোনফালে ওলালে?'

মাধৱদেৱে হাজোৰ পৰা কি পৰিস্থিতিত পৰি বেহাৰ ৰাজ্যলৈ যাবলৈ ওলাব লগা হ'ল সকলো বিবৰি ক'লে। বলাই আৰু নৰসিংহই মনত দুখ পাই ৰজা লক্ষ্মীনাৰায়ণৰ ৰাজ্যত সুখেৰে ধৰ্ম-চৰ্চা কৰিব পাৰিব বুলি ভাবি তাঁলৈ যোৱাত সহায় কৰি দিবলৈ প্ৰতিশ্ৰুতি দি ক'লে,

'বাপজনাক পৰম ভাগ্যৰ মুৰতহে পালোঁ। পিছে আমাৰ গৃহত পদধূলা নিদিয়াকৈ আপুনি যাব নোৱাৰে। আমি দোলা পঠিয়াই দিওঁগৈ।' বুলি বিদায় লৈ যাবলৈ ওলোৱাত গুৰুজনে তেওঁলোকক আমলখি গুড়িৰে কৰা টেঙা বড়ি একোটাকৈ খাবলৈ দিয়াত ৰ'দত তেওঁলোকে তৃপ্তি পালে।

মাধৱদেৱক দোলাত তুলি লৈ তুলসীৰাম, দিনবৈ নাৰায়ণ, গঙ্গাৰাম আৰু ঢঙ্গিয়া গোপাল গৈ নৰসিংহহঁতৰ ঘৰত ৰাতিটো থাকিল। সেইদিনা একাদশী ব্ৰত পালন কৰি থকাৰ বাবে মাধৱে সিদ্ধান্ন ভোজন নকৰিলে। ৰাতিটোৰ ভিতৰতে তেওঁ বলাই-নৰসিংহৰ ঘৰুৱা কন্দল আৰু অসূয়া-অশান্তিবোৰ দেখি শুনি বিতুষ্ট হ'ল। পিছদিনা মাধৱদেৱক চাউল সিজাবলৈ অনুৰোধ কৰাত তেওঁ ক'লে যে তেওঁলোকক এটা বস্তু খুজিব। দিম বুলি ক'লেহে চাউল সিজাব। নহ'লে লঘোণেই গুচি যাব।

গুৰুজন কিবা কাৰণত অসন্তুষ্ট হ'ল বুলি ভাবি নৰসিংহই ক'লে, 'বাপ, দেহেই আপোনাৰ ওচৰত সমৰ্পিছোঁ, কি বস্তু আদেশ কৰক।'

'তোমালোকৰ মাজত থকা অসূয়া-অপ্ৰীতি আৰু দ্বন্দ্ব-খৰিয়ালবোৰ মই আচল পাতি মাগিছোঁ। মোক দিয়া। সেইবোৰ দূৰ কৰিব নোৱাৰিলে ধৰ্ম নিসিজে, শান্তিও নাহে। কোৱা দিবানে?'

দুয়ো থতমত খাই ইজনে-সিজনৰ মুখলৈ চাই চৰণত পৰি ক'লে, 'বাপ, আজিৰে পৰা হিংসা-অসূয়া আপোনাৰ চৰণত ধৰি ত্যাগ কৰিছোঁ। মাধৱদেৱে সন্তোষ পাই 'অবিদ্যা দূৰ হৈ ধৰ্মবস্তু হৃদয়ত থিত হওক' বুলি আশীৰ্বাদ কৰি খাই-বৈ বলাইহঁতৰ ঘৰৰ পৰা দোলাত উঠি কিছু দূৰ আহি ৰাজআলি পাওঁতেই ৰঘু ৰজা বিপৰীত ফালৰ পৰা লগুৱা-লিক্‌চৌসহ আহি থকা দেখি দোলাভাৰী কেইটাই ভয়ত কঁপি কঁপি দোলাখন পথাৰলৈ নমাই দি জৰীগছ এজোপাৰ তলতে বৈ কাপোৰেৰে আঁৰ দি ধৰিলে। ৰজাৰ দলটো পাৰ হৈ যোৱাতহে হোলাটোৰ পৰা উঠি আহি পুনৰ মাধৱক লৈ যাবলৈ ধৰিলে। মাধৱদেৱে নাৰায়ণ আৰু গঙ্গাৰামৰ উপস্থিত বুদ্ধি দেখি শলাগিলে।

সকলো গৈ সোণকোষ নৈৰ কাষ পালেহি। লক্ষ্মীনাৰায়ণ আৰু ৰঘু নাৰায়ণৰ ৰাজ্যৰ সীমাই দি অতন্দ্ৰপ্ৰহৰী ৰূপে সোণকোষ নৈ বৈ আছে। ঘাটৰ কাষত চকীয়াল প্ৰহৰীৰ দল। ৰজাৰ বিনা অনুমতিত কোনো লোক সোণকোষ নৈয়েদি ৰঘু ৰাজ্যৰ সীমা অতিক্ৰম কৰি যাব নোৱাৰে। এনে এটা পৰিস্থিতি উদ্ভৱ হ'ব বুলি মাধৱদেৱে ভবা নাছিল। অসহায় মাধৱ বিবুধিত পৰিল। চিন্তা কৰি পানীৰ সোঁতলৈ চাই বৈ থকা দেখি যদুমণি

ভকতে সুধিলে, 'বাপ, ৰজাৰ অনুমতি নহ'লে বোলে নিদিয়ে সিপাৰলৈ যাবলৈ। ৰঘু ৰজাই জানো অনুমতি দিব?'

'এৰা, অ' যদুমণি, উপায়েই পোৱা নাই। সকলোৰে ঈশ্বৰক খাটা। তেৱেঁই কিবা এটা উপায় দিব।' বুলি মাধৱ ধ্যানস্থ হৈ গজেন্দ্ৰ উপাখ্যানৰ পদ মাতিলে—

'আমাক ৰাখিব হৰি কমন বান্ধৱ।
অন্ত কালে গতি মোৰ কেৱল মাধৱ।।
হেন জগন্নাথ অনাথৰ ইষ্ট দেৱ।
হৰি বিনে আৱৰ তাৰন্তা নাহি কেৱ।।'

সেই সময়তে ভৃগু গুৰু আহি নৈৰ পাৰত বৈ মাধৱদেৱক তেনে অৱস্থাত দেখি আচৰিত হৈ সুধিলে, 'বাপ ঈশ্বৰ, ক'ৰপৰা আহিলে ? ভাগ্যৰ বলতহে হঠাতে দৰ্শন হ'ল।'

মাধৱদেৱে ভৃগুৰ কুশল-মঙ্গল বাৰ্তা পুছি তেওঁ সন্মুখীন হেৱা বিপদৰ কথা জনালে। ভৃগুৱে 'বাপ, আপুনি নিচিন্ত হওক। মই কিবা এটা উপায় কৰিম।' বুলি ভৃগু গৈ চকীয়ালজনৰ ওচৰ পালেগৈ। আগৰে পৰা ঘাটৈৰ লগত তেওঁৰ বন্ধুত্ব আছিল। গাঠিৰ পৰা তামোল এখন উলিয়াই ঘাটৈক দি মন ভাল লগাই ইটো-সিটো কথা পতাৰ পিছত ভৃগুৱে ঘাটোৱালক ক'লে, 'হেৰা বান্ধ, বৰ কথা এটা হ'ল নহয়। তুমি উপায় এটা দিব লাগে? মোৰ বৃদ্ধ শহুৰ লগত ছজন লোক লৈ সিপাৰলৈ যাবলৈ আহিছে। বুঢ়া মানুহ, ৰজাৰ নীতি-নিৰ্দেশৰ কথা নাজানে। কিবা এটা উপায়েৰে পাৰ কৰি দিয়া।'

ভৃগুৰ কথা শুনি ঘাটোৱালে ক'লে, 'এৰা, আপুনি বৰ বিপদত পেলালে। এতিয়া তেওঁলোকক পাৰ কৰাব লাগিলে গালৈকে বিপদ আহিব।' এইবুলি কাণে কাণে ফুচফচাই ক'লে, 'ৰাতিৰ আন্ধাৰত কোনেও নেদেখাকৈ লৈ আহিব, যেনে তেনে পাৰ কৰাই দিম।'

সেই মতেই ৰাতি সোণকোষ নৈ পাৰ হৈ ভকতসহ মাধৱদেৱ বেহাৰ ৰাজ্যত উপস্থিত হ'লহি। ৰাতিটো ভৃগু গুৰুৰ গৃহতে কটাই বিহানে স্নান কৰি যাবলৈ ওলাল। ৰাজগুৰু ভৃগুৱে এসাজ কাপোৰ আৰু পাঁচ টকা দি সেৱা কৰাত মাধৱদেৱে ক'লে, 'বাপু, এইবোৰ কিয় দিছা? বিপদৰ পৰা তৰাই এই বৃদ্ধক যি উপকাৰ সাধিলা, তুমিহে মাননিৰ যোগ্য। নিস্ব মাধৱে তোমাক কিটো দিব ? হিয়া ভৰি আশীৰ্বাদ কৰিছোঁ ভগৱন্তই মঙ্গল কৰক।'

তাৰ পৰা গৈ তেলীকৃষ্ণ আতৈৰ ঘৰত তিনিদিন থাকি মাইডৰীয়া গোপাল ভকতৰ ঘৰ পালেগৈ। তেওঁৰ আগ্ৰহ দেখি ভক্তসহ মাধৱদেৱ কেইদিনমান তেওঁৰ

গৃহতে থাকিল। এদিন কথা প্ৰসঙ্গত গোপালে ক'লে, 'বাপ, আপোনাৰ কথা ৰজাঘৰে গম পাইছে।'

'কেনেকৈ গম পালে?' মাধৱদেৱে সুধিলে।

ৰজাৰ অতি বিশ্বস্ত কাজী বিৰূপাক্ষ ৰজাৰ সোঁহাত। তেওঁ সন্ন্যাসীক বৰকৈ মানে। তেওঁক লগ পাই আপোনাৰ কথা কোৱাত আপোনাৰ আচাৰ-আচৰণ কেনে সুধিলে। মই ক'লোঁ যে আপুনি মাছ-মাংস, তেল-খাৰ, উষ্ণ চাউল নাখায়, নিৰামিষ প্ৰৱৰ্তন কৰা, দাড়ি-চুলি নুখুৰোৱা বিশিষ্ট লোক। মোৰ কথাত সন্তোষ পাই কাজীয়ে ৰজাক আপোনাৰ বিষয়ে জনাবলৈ গাত ল'লে।'

মাইডৰিয়া গোপালৰ কথা শুনি মাধৱদেৱে মনত আঘাত পাই ক'লে, 'যিজন শ্ৰীশঙ্কৰ গুৰুৱে যাগ-যজ্ঞ, ব্ৰত-উপবাসতকৈ নামধৰ্মক প্ৰাধান্য দি গ'ল সিজনাৰ দাসৰো দাস মাধৱৰ বিষয়ে যিবোৰ ধৰ্ম বিৰোধী কথা ক'লা সিয়ে মোক দগ্ধ কৰিলে। তোমাৰ ঘৰত আৰু থাকিব নোৱাৰি' বুলি সেই মুহূৰ্ততে মাধৱদেৱ যাবলৈ ওলাল। এনেতে হাতত লাখুটিডাল লৈ বৃদ্ধ ৰামৰাম আতৈ খৰ খোজেৰে আহি 'বাপ আছেনে' বুলি চোতাল পাওঁতে দুয়োৰে ভেটাভেটি হ'ল। ৰামৰামে 'কিনো সুপ্ৰসন্ন হৈল বিধি, হাতে পাইলোঁ গকুলৰ নিনিধ' বুলি আস্ত-বেস্তকৈ মাধৱদেৱক লৈ গৈ নকৈ সজা ঘৰটোতে থাকিবলৈ দিলে।

কথাবোৰ শুনি ৰামৰাম আতৈৰ চকুলো বাগৰিল। মাধৱদেৱ আৰু ভকতসকল কিছুদিন তাতে থকাৰ সিদ্ধান্ত কৰিলে।

সাতসতৰীয়াৰ মুখে গুৰুজন বেহাৰ ৰাজ্যত পদাৰ্পণ কৰাৰ বাতৰি পাই আইধায়ে পৰম সন্তোষ পালে। দূত পঠাই গুৰুজনৰ দিনৰ বাতৰি দিনে লৈ থাকিল। এদিন বৰভগীয়াক মাধৱদেৱৰ ওচৰলৈ পঠাই কোৱালে, 'আমাৰ কত ভাগ্যৰ মূৰত গুৰুজন এই ৰাজ্যলৈ আহিল, নিৰ্বিঘ্নে ধৰ্ম-চৰ্চা কৰিবলৈ ক্ষেত্ৰ এখনিৰ প্ৰয়োজন, তাকে কৰিবলৈ অনুমতি দিব লাগে।'

এই বৃদ্ধ কালত ঐদহে-বৈদহে ঘূৰি ফুৰিব লগা হোৱাত মাধৱদেৱে দেহ আৰু মনত অত্যন্ত কষ্ট অনুভৱ কৰিছিল। বিশেষকৈ শাস্ত্ৰ-চৰ্চা আৰু পুথি ৰচনাৰ কাম ব্যাহত হৈ পৰিছিল। এশ বছৰ পাৰ হ'ল, আৰুনো কিমান দিন? সঁচাকৈয়ে এডোখৰ নিগাজীকৈ ঠাই লাগে, শান্তিৰে ঈশ্বৰ চিন্তা কৰিবলৈ অন্ততঃ এটুকুৰা ঠাই। ৰাজমাওৰ পৰা এনে আহ্বান আহিলত তেওঁ সানন্দে সন্মতি জনালে।

## চতুৰ্থ খণ্ড

### ষোল্ল

আই ধাইৰ ইচ্ছা মতেই ৰজা লক্ষ্মীনাৰায়ণে ভেলাদুবাৰৰ দলৈৰ মাটিত আহল-বহলকৈ নামঘৰ, মণিকূট, ভকতৰ বহা ঘৰ সজাই দিয়ালে। ৰাজমাৱে ভকতসহ গুৰুজনক স-সন্মানে অনাই টকা-বস্ত্ৰ দি তাতে থাপিলে। এজন দুজনকৈ ন-সত্ৰ ভেলাদুবাৰলৈ মানুহ আহিবলৈ ধৰিলে। যদুমণি, জনাৰ্দন, শ্ৰীৰাম আতাৰ সহযোগত মাধৱদেৱে আৰম্ভ কৰিলে নাম-কীৰ্ত্তন, পাঠ-প্ৰসঙ্গ। অনেক দিনৰ মূৰত শান্তিৰ পৰিৱেশ এটা পাই মাধৱদেৱৰ সৃষ্টিৰ বাসনা জাগ্ৰত হ'ল। তাকে দেখি শ্ৰীৰাম আতাৰ মুখত হাঁহি বিৰিঙিল। আলফুলকৈ কাপ-মহী যতনাই আনি গুৰুৰ ওচৰত যোগান ধৰিলে।

গুৰুৰ বাৰ্তা ল'বলৈ বিজয়পুৰৰ পৰা হৰিদাস বণিয়া আৰু হৰিকৃষ্ণ আহি ভেলাদুবাৰ সত্ৰ পালেহি। শ্ৰীৰাম আতা আগবাঢ়ি গৈ তেওঁলোকক মাত লগালে, 'আতৈসৱ আহিলে বৰ ভাল হ'ল। কৃষ্ণৰ কৃপাত ভকত দৰ্শনৰ ভাগ্য মিলিল।'

'নাহি পাৰোনে? জীৱটো আছে গুৰুজনৰ কাষত, ভেলটো লৈ কেনেকৈ থাকোঁ? তাতে বিজয়পুৰত ঘৰে ঘৰে গুৰুজনক লৈ আলোচনা শুনি-ভনি মনটো উৰো উৰো হ'ল। গুচি আহিলোঁ।' হৰিকৃষ্ণ আতৈয়ে ক'লে।

'আমাৰ গুৰুজনে কাকনো কি কৰিলে ইমানকৈ আলোচনা কৰিব লগা হ'ল' অসন্তুষ্ট মনেৰে যদুমণি আতৈয়ে সুধিলে।

'আছে আৰু কৰিবলৈ, যিসকলে গুৰুজনৰ দৰ্শন পালে তেওঁলোক একেবাৰে পঞ্চমুখ। তেওঁলোকৰ মতে তাৰা সাধাৰণ মনুষ্য নোহে, সাক্ষাৎ ঈশ্বৰপুৰুষ। গহীন-গম্ভীৰ সুপুৰুষজন এবাৰ দেখা পালেই দেহ-মন বোলে ভৰি পৰে, দয়াৱন্ত সন্ত গুৰুজনৰ মধুৰ বচন শুনিবলৈ আটায়ে দগ্ধ হৈছে, বুজিছা আতৈ?' হৰিকৃষ্ণই গৌৰৱেৰে ক'লে।

'সজ কথা, অতি সজ কথা কৈছে, মোৰ গুৰু বাপ তেনে নহৈ আন কোন হ'ব?' বুলি শ্ৰীৰামে সোলা মুখ মেলি ঢেকঢেকাই হাঁহিলে। আটাইৰে হাঁহি উঠিল।

'আৰু এটা কাহিনী শুনিলোঁ, সঁচানে মিছা জানোঁ? আতৈসৱে গম পাইছে চাগৈ।' হৰিদাস বণিয়াই সুধিলে।

'কি বা কাহিনী?' যদুমণিয়ে তামোলৰ বঁটাটো আগবঢ়াই দি সুধিলে।

'কাহিনী দীঘলীয়া। হাজো অঞ্চলৰ লোকসকলৰ মুখে মুখে।' এইবুলি তামোলখন মুখত ভৰাই ক'বলৈ ধৰিলে, 'আমাৰ গুৰু বাপ ৰামৰাম আতৈৰ ঘৰত থাকোঁতে তাৰাক সজ স্থান এখন দিয়াৰ মানসে ৰাজমাতৃয়ে বোলে লক্ষ্মীনাৰায়ণক ক'লে, 'বোপা, মাধৱ নামৰ পৰম সন্ত বৈষ্ণৱ ভকতজন আহি আমাৰ ৰাজ্যত পদাৰ্পণ কৰিছেহি। এয়া ৰজা আৰু দেশখনৰ বাবে পৰম ভাগ্য। তাৰাক ধৰ্ম-চৰ্চা কৰিবলৈ ঘৰ-দুৱাৰ সজাই সত্ৰ পাতি দিব

লাগে।' ৰজাই বোলে, 'আই আগৰ কালত ব্ৰহ্মা, মনু, হৰ, কপিল, কুমাৰ, শুক, ভীম বলিৰাই আদি বাৰজন ভক্ত আছিল বুলি জানো। এই দুৰ্ঘোৰ কলি কালত আন কোনো ভক্ত আছে বুলি মোৰ বিশ্বাস নহয়।' ৰজাই তাচ্ছিল্য কৰি কোৱা কথাই আই ধাইৰ অন্তৰত দুখ দিলে। একো নামাতি মনে মনে থাকিল। ইয়াৰ কেইদিনমানৰ পিছতে এদিন আই ধায়ে তোৰোচা নদীত গা-ধুই খোজ কাঢ়ি কঁপি কঁপি অহা দেখি ৰজাই সুধিলে, 'আই, এই মাঘমহীয়া জাৰত গা-ধুবলৈ খোজ কাঢ়ি যোৱা কিয়? মই বেয়া পাইছোঁ, আজিৰ পৰা দোলাত যাবা।'

'বোপাই, তোৰোচাৰ পবিত্ৰ জলত স্নান কৰিবলৈ মই দোলাত গৈ পুণ্যৰ ভাগ ক্ষয় কৰিব নোখোজো। তোমাৰ যদি মোলৈ মৰম আছে, কাম এটা কৰি দিবানে?' ৰাজমাৱে সুধিলে।

'তোমাৰ বাবে কৰিব পৰা কাম হ'লে কিয় নকৰিম? কোৱা কি কাম?' ৰজাই হাঁহি মাৰি ক'লে।

'তুমি বেহাৰ দেশৰ মহাৰাজ। তোমাৰ কৰিব নোৱাৰা কাম কি আছে? তোমাৰ কৃপাত প্ৰজাসৱ সুখেৰে আছে। মোৰো দুখটি গুচাই সুখেৰে গা-ধুবলৈ তোৰোচা নদীখন নগৰৰ ভিতৰলৈ আনি দিয়া।' আই ধায়ে ক'লে।

ৰজাই আচৰিত হৈ ক'লে, 'আই, তুমি এইবোৰ কি কৈছা? ৰজা হ'লেও তোৰোচা নদীখন ওচৰ চপাই আনিবলৈ মোৰ কি শক্তি আছে?'

'কিয়, প্ৰিয়ব্ৰত ৰজাই দেখোন সাগৰৰ সৃষ্টি কৰিলে, তুমি নদীখনকে আনিব নোৱাৰানে?' ৰজাৰ কথাৰ উত্তৰত আই ধায়ে ক'লে।

'এ আই মাতৃ, তোমাৰ পুত্ৰ কলিকালৰ ৰজাহে। পূৰ্ব্বৰ মহা পৰাক্ৰমী প্ৰিয়ব্ৰতৰ লগত কিয় তুলনা কৰা?' হাঁহি মাৰি ৰাজমাওৰ গাত ধৰি ৰজাই ক'লে।

'বাপু, তুমি সত্য কথা কৈছা। ৰজাৰে হওক বা প্ৰজাৰে হওক কাল অনুসৰি মানুহৰ শক্তি, বুদ্ধি আৰু কামৰ তাৰতম্য ঘটে। কালৰ প্ৰভাৱ ভক্তসকলৰ ওপৰতো অৱশ্যে কিছু নপৰাকৈ নাথাকে। সেই দৃষ্টিৰে মাধৱদেৱ উত্তম ভকত। তেওঁক সকলোৱে শ্ৰদ্ধা ভক্তি কৰিব লাগে? তুমি এই কথা মানি লোৱানে?'

অই ধায়ে কি ক'বলৈ বিচাৰিছে লক্ষ্মীনাৰায়ণে বুজি পালে। তেওঁ অনুতপ্ত হ'ল। তেহে ৰজাই অনেক মানুহ লগাই ভেলাদোৱাত এই সত্ৰ পাতি দিলে। হয়নে বাৰু আতৈ কথাবোৰ ?

'নহয়নো কেলৈ? কথা বুলিলে বতাহ বুলি লোকে এনেয়ে কয়নে? কথা উৰি গৈ এক্কেবাৰে হাজো পালেগৈ?' ৰাম আতাই ক'লে।

এনেতে মাধৱদেৱে প্ৰাতঃকৰ্ম, গুৰুসেৱা সামৰি চ'ৰাতে বহিলহি। ভকত দুজন উঠি গৈ সেৱা জনালে।

আই ধায়ে মাধৱদেৱলৈ দ্ৰব্যসম্ভাৰ আগবঢ়াই সেৱা-ভক্তি কৰি থাকিবলৈ ধৰিলে। নিস্পৃহ ভকতজনৰ পাণ্ডিত্য, কবিত্ব আৰু ব্যক্তিত্বৰ কথা দিনৌ তেওঁৰ মুখৰ পৰা শুনি থাকি লাহে লাহে ৰজাৰো মন কুমলিবলৈ ধৰিলে। এনেকৈয়ে ৰাজ অন্তেষপুৰত মাধৱ হৈ পৰিল সকলোৰে নমস্য ঈশ্বৰ পুৰুষ। ৰাজমাওকে মুখ্য কৰি ৰাজকোঁৱৰ বীৰ নাৰায়ণ, তেওঁৰ মহিষী, কুমাৰ-কুমাৰী সকলোৱেই মাধৱ গুৰুৰ চৰণত শৰণ লৈ কৃতাৰ্থ হ'ল। কোচবিহাৰৰ অনেক লোক আহি মাধৱত শৰণ-ভজন গ্ৰহণ কৰি নীতি সদাচাৰৰ শিক্ষা লৈ ভকত হ'ল।

কোচবিহাৰৰ ভেলাদোৱা সত্ৰ জয়জয়-ময়ময় হৈ পৰিল। মাতৃ স্বৰূপিনী এগৰাকী নাৰীৰ সৎ প্ৰচেষ্টাই ঠাইখনলৈ আনি দিলে সত্য, শুদ্ধ, শান্তিৰ বাতাবৰণ। নাম-কীৰ্ত্তন, গায়ন-বায়নৰ ধ্বনিৰে চৌদিশ মুখৰিত হ'ল। গুণমুগ্ধ বিৰূপাক্ষ কাজীয়ে নিয়মিতভাৱে সত্ৰলৈ আহি মাধৱৰ লগত শাস্ত্ৰালাপ, বিচাৰ আৰু ব্যৱস্থা শুনিবলৈ ল'লে। এদিন বিৰূপাক্ষই মাধৱদেৱক ক'লে, 'বাপ, আপুনি এদিন ৰজাৰ ওচৰলৈ যাব লাগে। ৰজাই দৰ্শনৰ আশা কৰিছে।'

মাধৱদেৱে চিন্তা কৰি ক'লে, 'আমি দুখীয়া-নিচলা হৰিভকত। ৰাজপ্ৰসাদত আমাৰ কাৰ্য কি? তথাপি আমাক ভাবি চাবলৈ দিয়ক' বুলি কৈ তেওঁক বিদায় দিলে। পূৰ্বৰ ৰজাৰ কাৰ্য আৰু হাব-ভাৱবোৰে মাধৱৰ সৰ্বশৰীৰ তিক্ততাৰে ভৰাই পেলালে। ৰজাৰ খেয়ালত ভৰি দিবলৈ তেওঁৰ সঙ্কোচ হয়। সেয়েহে ৰাজ দৰবাৰলৈ যাবলৈ তেওঁৰ মনে নক'লে। এদিন আই ধাই আহি ৰজাৰ ঠাইলৈ যাবলৈ মাধৱক কৰপুতে অনুৰোধ জনালে। অনুৰোধ উপেক্ষা কৰিব নোৱাৰি ৰাজ প্ৰসাদলৈ যাবলৈ সম্মত হ'ল।

কোচবিহাৰৰ মহাৰাজ লক্ষ্মীনাৰায়ণৰ ৰাজসভা। পাত্ৰ-মন্ত্ৰী, সভা-পণ্ডিতসকল যথাৰীতি নিজ নিজ আসনত বহি আছে। অলপতে বৈষ্ণৱ পণ্ডিত মাধৱদেৱ ৰাজসভা পাবহি বুলি বিৰূপাক্ষ কাজীয়ে খবৰ দিলে। উদ্বিগ্ন চিত্তে ভিতৰফালে ৰাজমাও বহি আছে। মাধৱদেৱ আহি বাটচ'ৰা পাওঁতেই ৰজাৰ মানুহে আগবঢ়াই আনিলে।

শান্ত-গম্ভীৰ ভাৱে, ধীৰ-স্থিৰ খোজেৰে মাধৱদেৱ আগবাঢ়ি আহি সকলোকে প্ৰণাম জনাই ৰজাক আশীৰ্বাদ দিলে। পাৰিষদবৰ্গই সম্ভ্ৰম দেখুৱাই আসন আগবঢ়ালে। শ্ৰীৰাম আৰু যদুমণি আতাসহ মাধৱদেৱ বহিল। পাটভুনি পৰিহিত আত্মস্থ লোকজনৰ ব্যক্তিত্বত সকলো স্তম্ভিত হ'ল। ৰজাৰ প্ৰশ্নৰ উত্তৰত মাধৱদেৱে গুৰু শঙ্কৰৰ প্ৰবৰ্তিত ভক্তিধৰ্মৰ আদৰ্শ আৰু উদ্দেশ্য সম্পৰ্কে শাস্ত্ৰ আধাৰিত সৰস ব্যাখ্যা দাঙি ধৰিলে। তেওঁৰ মধুৰ ভাষ্যত ৰজা লক্ষ্মীনাৰায়ণ আৰু সভাসদসকলৰ এই ধৰ্মৰ মহত্ত্ব বোধগম্য হ'ল। অৱশেষত ৰজাই বঁটা-বাহন দি মধুৰ বচনেৰে আপ্যায়িত কৰি তেওঁক বিদায় দিলে।

মাধৱৰ পাণ্ডিত্য আৰু জ্ঞানে সকলোকে মুগ্ধ কৰা দেখি আইধাইৰ আনন্দৰ সীমা নোহোৱা হ'ল। বিৰু কাজীৰো মাধৱৰ প্ৰতি শ্ৰদ্ধা-ভক্তি বাঢ়িল। এদিন বিনয়েৰে মাধৱক ক'লে, 'বাপ, আমাৰ এটি অনুৰোধ ৰক্ষা কৰিব লাগে।'

'ব্যক্ত কৰিলেহে গম পাম। শুনোচোন কি অনুৰোধ?' মাধৱে ক'লে। 'বাপ, ৰাজভাণ্ডাৰত 'নাম মালিকা' নামৰ শাস্ত্ৰ এখনি আছিল। তাহানিৰ উৰিষ্যা দেশত গজপতি ৰজাৰ আজ্ঞাত ভিন ভিন পুথিৰ সমল সংগ্ৰহ কৰি নামৰ মহাত্ম্যসূচক এখন গ্ৰন্থ ৰচনা কৰিছিল। 'নামমালিকা' নামৰ সেই পুথিখন আনি এজন ব্ৰাহ্মণক ভাঙনি কৰিবলৈ দিলোঁ। তেওঁ ভাঙনি কৰিলে, কিন্তু মনঃপুত নহ'ল, অৰ্থৰ প্ৰকাশো নঘটিল। পুনৰ এজন কায়স্থক দিয়া হ'ল। তেওঁৰ পৰাও কামটো সুকলমে নহ'ল। এতিয়া বাপে পুথিখনি ভাঙনি কৰি দিব লাগে।' বুলি পুথিখন আগবঢ়াই দিলে। মাধৱদেৱে পুথিখন হাতত লৈ 'কৃষ্ণ' বুলি শিৰত লগাই লুটিয়াই চাই, সন্তোষ পাই 'পৰা হ'ব, নামৰ মহাত্ম্য মুক্তভাৱে শাস্ত্ৰখনিত প্ৰকাশ কৰিছে' বুলি সম্মতি জনালে। পিছ দিনাৰে পৰা দিনে-ৰাতিয়ে কষ্ট কৰি পুথিখনৰ পদ, দুলড়ি, ছবি ছন্দেৰে ৰচনা কৰি পষেকৰ ভিতৰতে সম্পূৰ্ণ কৰি বিৰূপাক্ষ কাজীৰ হাতত দিলে। পুথিখন পঢ়ি চাই সুষম আৰু সাবলীল ৰচনা দেখি কাজী অভিভূত হৈ মাধৱদেৱক প্ৰশংসা কৰিলে।

দিন আগবাঢ়ি গৈ আছে। বৈ আছে সোণকোষ নৈৰ শুভ্ৰ জলধাৰা অবিৰাম গতিত। পবিত্ৰ তোৰোচা নৈৰ দুয়ো পাৰে বাৰিষা-খৰালি, ৰ'দ-বৰষুণ, আন্ধাৰ-জোনাকৰ, আশীৰ্বাদ-অভিশাপৰ সমাহাৰ। অভ্যন্ত নদীৰ পাৰৰ জনজীৱন। কালৰ নিৰবধি অন্তহীন গতিত আগবাঢ়ি গৈ আছিল মাধৱৰ জীৱন নৌকা। নাতিদূৰত মৰণৰ ঢৌ তোলা গহীন সাগৰ। ভেলাদোৱাৰ কীৰ্ত্তন ঘৰৰ কাঠিত বহি মাধৱৰ মনত পৰিল ভক্ত প্ৰহলাদে দৈত্য শিশুগণক দিয়া উপদেশৰ কথা। 'মনুষ্যৰ আয়ুসত বৰিষ সংখ্যাত। অৰ্দ্ধেক বিফলে যাই জানিবা নিদ্ৰাত।' এৰা, তেওঁৰো জীৱনৰ এশটা বছৰ অতিক্ৰমি গ'ল। মানুহৰ মঙ্গলৰ বাবে কি কৰিব পাৰিলে তেওঁ! পাৰিলেনে সৃষ্টি কৰিব এখন শুদ্ধ সন্ত ভকতসমাজ! সময়ে হয়তো ইয়াৰ উত্তৰ দিব। কিন্তু মানুহক ঈশ্বৰৰ পথা সত্য-সুন্দৰৰ পথ দেখুৱাবলৈ তেওঁ জানো চেষ্টা কৰা নাছিল! গুৰুৰ আদৰ্শ প্ৰচাৰ কৰিবলৈ গীত-নৃত্য, বাদ্য-অভিনয়ৰে সহজ-সৰল, নিৰক্ষৰ লোকসকলৰ মানসিক উত্তৰণ ঘটাবলৈ তেওঁৰ ক্ষুদ্ৰ সামৰ্থ্যৰে জীৱনযোৰা চেষ্টা তেওঁ চলাই আহিছে। আৰু তাৰ বাবেই নানা ঘাত-প্ৰতিঘাত নেওচি উজনি-নামনিৰ অনেক নদ-নদী, অৰণ্য-জনপদ, নগৰ-চহৰ অতিক্ৰমি কোচ ৰাজ্যৰ সীমা মূৰৰ ভেলাদোৱা পালেহি। ইয়াতে হয়তো তেওঁৰ জীৱন বেলি অস্ত যাব। এই বৃদ্ধ বয়সত পাৰিবনে তেওঁৰ আধৰুৱা কৰ্ম সমাপন কৰিব! তেওঁৰ জানো পূৰ্বৰ কৰ্মস্পৃহা অক্ষত হৈ আছে। লাহে লাহে চকু মুদি মাধৱ আত্মস্থ হ'ল। চকুৰ আগত ভাহি উঠিল গুৰুজনাৰ 'দৰশিত সুন্দৰ' মুখমণ্ডল। কাণত বাজি

উঠিল বিদায়ৰ আগদিনা গণককুছিত দিয়া গুৰুৰ আমোঘ বাণী 'মোৰ শক্তি-ভক্তি তোমাতে অৰ্পণ কৰিলোঁ'।... নামঘোষা শাস্ত্ৰখন পকা বগৰী এটাৰ দৰে হ'ব। বাহিৰে পকা তুলতুল, গুটিটি কঠিন। চাৰিওটি তত্ত্বক তাত ঠাই দিবা।' মাধৱদেৱৰ সৰ্বশৰীৰ শিহৰিত হ'ল। মনত পৰিল, হয়, হয়, ঘোষাৰ পটলসমূহ একত্ৰিত কৰি সামৰা হোৱা নাই। এয়া বয়সৰ বাবে নহয়, তেওঁৰ মনত দুৰ্বলতাৰ বাবেহে। বয়সে কৰ্মস্পৃহা হানি নকৰে, বৰঞ্চ অভিজ্ঞতাৰে পুষ্ট কৰিহে তোলে। ভাবি প্ৰেৰণাত মাধৱৰ মন উঠলি উঠিল। পিছ দিনাৰে পৰা অবিৰত গতিৰে কাম আৰম্ভ কৰিলে। শ্ৰৱণ, ভজন, প্ৰাৰ্থনা, মহিমা, হৰবাৰ, নামান্বয়, খেদ, আত্ম উপদেশ, নিন্দা, বস্তু প্ৰকাশ আদি পটলসমূহ স্থান অনুসাৰে যথাৱত সজাই একত্ৰিত কৰিলে। তদুপৰি ভকতৰ নিত্য প্ৰসঙ্গৰ সুবিধাৰ কাৰণে ঘোষা শাস্ত্ৰৰ সাৰ সংগ্ৰহ কৰি নিৰক্ষৰ কুলুপীয়া ঘোষা ৰচনা কৰি ভকতৰ হৃদয়ত স্থাপন কৰিলে। দিন-ৰাতি অবিৰাম পৰিশ্ৰম কৰি এমাহৰ ভিতৰত এই কৰ্ম সমাপান কৰি মাধৱদেৱে স্বস্তিৰ নিশ্বাস পেলালে।

কুলুপীয়া ঘোষাখিনি পুথিখনিত ঠাই নিদি প্ৰথমে জনাৰ্দন আতৈক হৃদীগত আৰু কণ্ঠগত কৰালে। তেওঁৰ পৰা আন ভকতসকলে গ্ৰহণ কৰিলে।

ৰাম আতৈও বৃদ্ধ অৱস্থাপ্ৰাপ্ত হ'ল। হ'লেও তজবজীয়া ভকতজনে হাঁহি-মাতি গুৰুৰ মনৰ খোৰাক যোগাই থাকে। পিছে অলপ দিনৰপৰা তেওঁৰ মনটো চঞ্চল। বৰপেটাৰ ভকতসকললৈ আৰু ঠাকুৰ আতালৈ মনত পৰি তেওঁলোকক লগ পাবলৈ মনটো উচপিচাই আছে। পিছে এই বৃদ্ধ বয়সত গুৰুজনক এৰি থৈ কামৰূপলৈ যাওঁ বুলি ক'বলৈ সতেই নাযায় দেখোন। তথাপি এদিন গুৰুৰ আগত উলিয়ালে কথাটো। ৰাম আতৈলৈ কৰুণভাৱে চাই মাধৱদেৱে ক'লে, 'এৰা, তিনিবছৰৰ আগতেই প্ৰাণ সখা নাৰায়ণক এৰি আহিলোঁ। তেওঁৰ স্মৃতিয়ে কেতিয়াবা মোৰ অন্তৰ হাঁহাকাৰ কৰি তোলে। বৃদ্ধা গুৰুমাতৃৰো একো বাতৰি নোপোৱা হ'লোঁ। প্ৰপন্ন ভকত মথুৰাদাস, গোপাল, বৰপেটা, সুন্দৰীদিয়া, গণককুছিৰ ভকতসকলৰ শ্ৰদ্ধা-ভক্তি, বৰবিষ্ণুৰ ভক্তিনিষ্ঠাই এই নিস্বজনৰ সম্বল। বুজিছা ৰাম, ভগৱন্তই কৈছে, 'ভকতেসে হৃদি মোৰ ভকতেসে প্ৰাণ, ভকতৰ বিনে মই নিচিন্তোহো আন'। এই দাসৰো তেনে। ভকতৰ কাষে কাষে মোৰ মন উৰি ফুৰে। হয়তো চাক্ষুস দৰ্শন আৰু নঘটিব। তুমি কাষত নাথাকিলে অসহায় বোধ হয়। তথাপি তুমি যোৱা, সকলোৰে বা-বতৰা লৈ, পাটবাউসীৰ আইমাতৃ আৰু গুৰু পৰিয়ালৰ খবৰ লৈ ঘূৰি আহিবা। তোমাক পষেক সময় দিলোঁ, তাতোকৈ দেৰি নকৰিবা।'

আজ্ঞা পাই শ্ৰীৰাম আতাই কামৰূপলৈ বুলি যাত্ৰা কৰিলে। প্ৰথমে আহি বৰপেটাৰ মথুৰাদাস আতাৰ ওচৰ পালেহি। বুঢ়াআতা আৰু ভকতসকলে গুৰুৰ বাৰ্তা পাবলৈ ব্যাকুল হৈ আছিল। তেওঁক পাই বাৰ্তা পুচি, মূৰতে ল'বনে, মাটিতে থ'বকৈ আদৰ-আশ্বাস কৰি ৰাখিলে। তাৰ পৰা গৈ জনিয়াৰ নাৰায়ণ আতাৰ ঠাই পালেগৈ।

ৰাম আতাৰ মুখে সখিয়েকৰ বাৰ্তা পাই নাৰায়ণ ঠাকুৰৰ দগ্ধ হৃদয় কিছু শাঁত পৰিল। তাৰ পৰা গৈ ভবানীপুৰ পালেগৈ। গোপাল আতাই তেওঁক সোধ-পোচ কৰি কিছুদিন তাতে থাকিবলৈ অনুৰোধ জনালে। নিতৌ প্ৰসঙ্গৰ অন্তত গোপাল আতাই দশম শাস্ত্ৰৰ পাঠ পঢ়ে আৰু ভিন ভিন প্ৰকাৰে শাস্ত্ৰ-চৰ্চি ৰস আস্বাদন কৰি ভকতৰ আকণ্ঠ পূৰায়। গোপালৰ কথামৃত পান কৰি শ্ৰীৰামে সংসাৰৰ সকলো কথা পাহৰি গ'ল। এদিন হঠাতে গুৰুৰ আজ্ঞাৰ কথা মনত পৰি গোপাল আতাৰ পৰা বিদায় লৈ কোচবিহাৰলৈ যাত্ৰা কৰিলে। ভেলাডোবা পাই গুৰুজনক সেৱা জনোৱাত গুৰুৱে আনফালে মুখ ঘূৰালে। তেওঁৰ প্ৰতি যে গুৰুজন বিতুষ্ট সেই কথাৰ উমান পাই শ্ৰীৰাম আতাই কাকুতি-মিনতি কৰি

'মই অনাথক দায়া কৰাহো পৰমানন্দ
দাস বুলি ধৰিয়ো মনত।'

এই ফাঁকি ঘোষা মাতি আপোন মনে ক'বলৈ ধৰিলে— 'এ বাপ ঈশ্বৰ, গোপাল আতাৰ কথা সাগৰত ডুব গৈ থাকোঁতে গমকে নাপালোঁ তিনি পষ পাৰ হ'ল বুলি। আৰু এটা কথা আপুনি গম পায়নে? ভবানীপুৰৰ আতাই শাস্ত্ৰ ওলোটাকৈহে চৰ্চে। তাকে শুনি মুগ্ধ হৈ থাকোঁতে টলকিবই নোৱাৰিলোঁ ইফালে দৈবাসন তল গ'ল বুলি।'

ৰাম আতাৰ মুখে গোপালৰ গুণ শুনি মাধৱদেৱ ঘূৰি তেওঁৰ ফালে চাই বহিল। মিচিকি হাঁহি মাৰি প্ৰসন্ন চিত্ত হৈ ক'লে, 'মোৰ প্ৰিয় গোপালৰ কথা মোক ক'ব লাগেনে? অল্পমতি লোকে গোপালৰ কাম আৰু কথা উপলব্ধি কৰিব পাৰিলে উদ্ধাৰ পাব।'

গুৰুৰ মন বুজি পাই শ্ৰীৰামে নাৰায়ণ ঠাকুৰ, গোপাল আতা, মথুৰাদাস আৰু ভকত সমস্তৰ বতৰা কৈ শেষত গুৰু-পৰিয়াল আৰু আই গোসাঁনীৰ সমস্ত সংবাদ গুৰুৰ আগত ব্যক্ত কৰিলে।

মাধৱদেৱৰ আজ্ঞাত মথুৰাদাস বুঢ়াআতাই বৰপেটা সত্ৰৰ পাঠ-প্ৰসঙ্গ নিয়াৰিকৈ চলাই আছিল। কিবা দুৰ্বিপাকত মাজ ৰাতি জুই লাগি সত্ৰৰ ৰঙিয়াল গৃহটি ভস্মীভূত হ'ল। ভকতৰ চেষ্টাত জুই নুমাল কিন্তু মথুৰাদাসৰ অন্তৰৰ বেদনাৰ জুইকুৰা উমি উমি জ্বলি থাকিল। গুৰুজনাৰ মধুৰ স্মৃতি বিজড়িত ৰঙিয়াল গৃহ পুৰি ছাই হোৱা কথাটো তেওঁৰ বাবে অসহনীয় হ'ল। বৰপেটাত থাকিবলৈ তেওঁৰ আৰু মন নোযোৱা হ'ল। মনৰ বেদনা গুৰুৰ চৰণতে উজাৰি তাৰাৰ কাষতে থকাৰ মানসে লগত কেইবাজনো পালি লৈ মথুৰাদাসে ভেলাডোবালৈ যাত্ৰা কৰিলে।

ভেলাডোবাৰ নামঘৰত প্ৰসঙ্গৰ অন্তত মাধৱদেৱে ভাগৱত শাস্ত্ৰৰ আলাপ কৰিছে। 'বুজিছা হৰিভকতসব, ভাগৱত শাস্ত্ৰখনি সমস্ত বেদান্ত সাৰ। সত্য তত্ত্বক ভাগৱতে ব্ৰহ্ম, পৰমাত্মা, ভগৱন্ত — এই তিনি ৰূপে নিৰ্ণয় কৰিছে। এফালে এই তত্ত্ব চৈতন্যস্বৰূপ,

অচিন্ত্য, অনন্ত, নিৰাকাৰ পৰমব্ৰহ্ম। আনহাতে সেয়ে পুৰুষোত্তম নাৰায়ণ কৃষ্ণ। প্ৰকৃতি আৰু পুৰুষ দুয়োৰে উৰ্দ্ধত দুয়োৰে কাৰণ আৰু নিয়ামক ভগৱন্ত। তেৱেঁই সৰ্বসাক্ষীৰূপে সমস্ত বুদ্ধি চিত্তৰ স্ৰষ্টা। ভগৱন্ত চৈতন্য শক্তিযুক্ত। ব্ৰহ্মাদেৱকে আদি কৰি সকলো জড়।'

মাধৱদেৱৰ মধুৰ শাস্ত্ৰালাপ শুনি কাঁহ পৰি জীণ যোৱা নিস্তব্ধ সমাজ। হাস্যমধুৰ দৃষ্টিৰে ভকতলৈ চাই মাধৱে সুধিলে, 'হৰিভকতসৱৰ বোধগম্য হৈছেনে?'

'আমি অমৃত পান কৰিছোঁ বাপ, কৈ যাওক।' কোনোবা এজনে মাত লগালে। তেনেতে মঞ্জিৰা তাল বজাই উচ্চস্বৰে গোৱা হৰিকীৰ্ত্তনৰ সুৰ আহি সকলোৰে কাণত পৰিল—

'কৃষ্ণ হৰি ৰাম হৰি ৰাম ৰাম ৰাম
অনন্ত অচ্যুত সনাতন নাৰায়ণ প্ৰাণ।'

মাধৱদেৱে কাণ উনালে। সেয়া দেখোন গোপালৰ স্বৰ। বৰপেটাৰ পৰা মথুৰাদাস আহিল নেকি? মাধৱদেৱ কিছু আবেগিক হৈ 'যদুমণি, তুমি বেগাই যোৱা, চোৱাগৈ' বুলি খৰধৰকৈ যদুমণিক পঠালে।

যদুমণিৰ লগত ওঠৰজন পালিসহ মথুৰাদাস আহি গুৰুৰ চৰণত পৰি সেৱা জনালে। মাধৱৰ চকুৰ কোণত আনন্দৰ লোতক বিৰিঙিল। তেওঁক তুলি ধৰি মাধৱদেৱে গুৱাপানসহ ঠগী এখন আনিবৈল আলধৰাক আদেশ কৰিলে। ঠগী আনি ওচৰত থোৱাত মাধৱদেৱে ঠগী আগবঢ়াই সখি নাৰায়ণ ঠাকুৰ প্ৰমুখ্যে সকলো ভকতৰ বাৰ্তা সুধিলে।

বুঢ়াআতাই আই গোসাঁনীকে মুখ্য কৰি নাৰায়ণ দাস আৰু ভকতসকলৰ বাৰ্তা কোৱাৰ পিছত থোকাথুকি মাতেৰে 'বাপ আমাৰহে মহা অমঙ্গল ঘটিল' বুলি তলমূৰকৈ ৰ'ল। গোপালৰ বিবৰ্ণ বদন দেখি মাধৱদেৱৰ গা বাজিল। সম্ভাব্য বাতৰিৰ বাবে নিজকে প্ৰস্তুত কৰি সুধিলে, 'কেনেকৈ কি ঘটনা ঘটিল, বিৱৰি কোৱা।'

বুঢ়াআতাই ৰঙিয়াল গৃহটি পুৰি ছাই হোৱাৰ কথা বৰ্ণনা কৰাত সকলো ভকতৰ মুখৰ মাত হৰিল। মথুৰাদাস আৰু ভকতসকলৰ অদম্য প্ৰচেষ্টা, সখি নাৰায়ণৰ জীৱনযোৰা উৎসাহ, উদ্দীপনা আৰু মাধৱৰ চিন্তা আৰু পৰিকল্পনাৰে গঢ় দি তোলা সপোনৰ সৌধটো জুইৰ লেলিহান শিখাই গ্ৰাস কৰাৰ বতৰাই মাধৱক স্তম্ভিত কৰি তুলিলে। কিছুপৰ স্তব্ধ হৈ বৈ তাৰাই মাত লগালে—

'থানৰ বস্তি গছিৰ কি ব্যৱস্থা হ'ল?'

'বাপ, ঘৰটি পোৰাৰ দৃশ্য দেখি ভীত আৰু হতাশ হৈ আমি ভাগি পৰিলোঁ। পিছে আপোনাৰ দাসী বলাইৰ মাকেহে ধৈৰ্য ধৰি সময়ৰ শৰপাত মাৰিলে। ছাইসোপা গোটাই একেঠাই কৰি তাৰ ওপৰতে বন্তিগছি অক্ষতভাৱে জ্বলাই ৰাখিলে। এতিয়াও বুঢ়ী ভকতনীহঁতৰ লগত নিয়মিতভাৱে প্ৰসঙ্গ চলাই আছে।'

কথা শুনি মাধৱদেৱৰ চকু-মুখ উজ্বলি উঠিল। 'মথুৰাদাস, তুমি মোক ডাঙৰ সংবাদ দিলা। অক্ষয় বন্তিগাছি নুমাই গ'ল বুলি শুনা হ'লে মৰণান্তিক বেজাৰ পালোঁহেঁতেন। তাৰ বাবে ধন্য তোমাৰ পত্নী বলাইৰ মাতৃহে, তুমি নহয়। আবেগৰ বশবৰ্তী হৈ তুমি কৰ্তব্যকে উপেক্ষা কৰিলা। তোমাৰ পত্নীৰ কাৰ্যই আমাকো ৰাখিলে, তোমাকো উদ্ধাৰ কৰিলে।' এই বুলি অনেক প্ৰশংসা কৰিলে।

গুৰুজনক লগ পাই মথুৰাদাসৰ মনৰ পৰা দুখ আঁতৰি নামৰসত আপ্লুত হৈ পৰিল। এদিন গুৰুৰ ইচ্ছাত মথুৰাদাসে পূৰ্বৰ তেওঁৰ প্ৰিয় সংকীৰ্ত্তন জুৰিলে—

'ৰামচন্দ্ৰ স্বৰ্গে চলি গৈলা।
অযোধ্যাপুৰী সবে শূন্য ভৈলা।।'

ওঠৰজন পালীয়ে ঘোষা দোহাৰিলে, লক্ষ্মণ ওজাই পদ জুৰিলে —

'মাধৱক দৰশন পায়া। আনন্দ কৰি হৰি গুণ গায়া।।
মাধব বান্ধব দেব হৰি। কৰা কৃপা দোষ ক্ষমা কৰি।।'

কীৰ্ত্তনৰ অন্তত সেৱা জনাই মথুৰাদাসে ক'লে, 'বাপ, আপুনি গুচি অহাত এইবোৰকে গাই-বাই সন্তাপ তাপৰো।'

সন্তুষ্ট মনেৰে মাধৱদেৱে ক'লে, 'গোপাল, ঘোষাৰে আমাক যিদৰে আনন্দ দিলা, ভক্তিবস্তুৰে তেনেকৈ সন্তোষ লভি থাকিবা। কিন্তু তুমি শীঘ্ৰে বৰপেটালৈ উভতি যাব লাগে। ভেলাডেৰাত থাকিলে আমাৰ আনন্দ মিলিব, কিন্তু মথুৰাদাস বিহনে বৰপেটা মথুৰাপুৰী ম্লান পৰিব। সেয়ে বিলম্ব নকৰি শীঘ্ৰে বৰপেটালৈ যোৱা।

গুৰুৰ কথা শুনি বিমৰ্ষ হৈ মথুৰাদাসে ক'লে, 'বাপ, আপুনি গুচি আহিল, কীৰ্ত্তনঘৰ ছাই হ'ল। কিহৰ কাৰণে এই দাস তালৈ যাব ? কোনে কি দিব যে অক্ষয়ভাৱে বন্তিগছ জ্বলাই থাকিব পাৰিম। দান্তে তৃণ ধৰি কাকুতি কৰিছোঁ, দাসক খেদি নপঠাব।'

অলপপৰ ভাবুক হৈ মাধৱদেৱে হাস্য কৰি ক'লে, 'হৰিবল্লভ আতে মোৰ কথা শুনা। শীঘ্ৰে ভাণ্ডাৰৰ পৰা দুখনি বস্ত্ৰ, টকা দুটি আনা, যদুমণিক কোৱা মালতীফুলৰ এধাৰি ঢোপ তৈয়াৰ কৰক।'

গুৰুজনৰ হঠাৎ এনে ব্যস্ততা দেখি সকলো আচৰিত হ'ল। হৰিবল্লভ, যদু মণি আদি ভকত-বৈষ্ণৱসকল ওলাই আহি ততাতৈয়াকৈ বস্তু কেইপদ গোটাই আনি দিলেহি। গুৰুজনাই মথুৰাদাসক ওচৰলৈ মাতি কঠত বহুৱাই গাত বস্ত্ৰখনি মেৰাই দি শিৰত মালতী ফুলৰ মালাধাৰী পিন্ধাই দি উচ্চস্বৰে ঘোষণা কৰিলে— 'ভকত-বৈষ্ণৱসকল, মথুৰাদাস বুঢ়াভকতক আজিৰে পৰা বৰপেটা সত্ৰৰ অধিকাৰ পদত অধিষ্ঠিত কৰা হ'ল। লগে লগে ভকতসকলে ডবা-কাঁহ বজালে আৰু হৰিধ্বনি কৰিলে। মথুৰাদাসে গুৰুৰ চৰণত সেৱা কৰিলে। পুনৰ মাধৱদেৱে দুটি টকা মথুৰাদাসৰ হাতত দি ক'লে, 'এই দুটি টকা আজি বৰপেটাৰ অধিকাৰক সত্ৰ চলাবৰ কাৰণে কৰ দিলোঁ। সকলো সেৱকে আমাকে অনুসৰণ

কৰিব বুলি আশা কৰিলোঁ।' আবেগিক হৈ মাধৱে পুনৰ ক'লে, 'গোপাল, মথুৰানগৰ সদৃশ মোৰ প্ৰাণ বৰপেটা থান তোমাক গতালোঁ। বৰনদীৰ পৰা সোণকোষ নৈলৈকে এইছোৱ ধৰ্মৰাজ্যত তুমি যুৱৰাজ হৈ শাসন কৰিবা।'

সাষ্টাঙ্গে প্ৰণিপাত জনাই মথুৰাদাসে আজ্ঞা শিৰত তুলি ল'লে। দুদিনৰ পিছত মথুৰাদাস কামৰূপলৈ যাত্ৰা কৰিলে। বৰপেটাত উপস্থিত হৈ মথুৰাদাস নিজ কৰ্মত উঠি-পৰি লাগিল।

মাধৱদেৱ আঁতৰি অহাৰ পৰা নাৰায়ণ ঠাকুৰ দিনক দিনে বিমৰ্ষ হৈ পৰিল। বয়স বৃদ্ধি হোৱাৰ লগে লগে সখিয়েকৰ বিচ্ছেদৰ বেদনা তেওঁৰ বাবে অসহনীয় হৈ পৰিল। পৰা হ'লে উৰা মাৰি গৈ সখিয়েকৰ কাষ পালেগৈহেঁতেন। কিন্তু বাৰ্ধক্য আৰু শৰীৰৰ বিষ-কোপৰ কাৰণে সেয়াও সম্ভৱ নহয়। সেয়েহে পুতেক পৰমানন্দক মাধৱৰ বতৰা ল'বলৈ পঠিয়াই দিলে। পৰমানন্দৰ মুখে নাৰায়ণ ঠাকুৰৰ মৰণান্তিক নৈৰাশ্যৰ সম্ভেদ পাই মাধৱদেৱৰ শোক উথলিল। তাৰাৰ চকুৰেদি দুধাৰি লোতক বৈ গ'ল। পৰমানন্দক সাৱটি ধৰি নিজৰ মৌন বেদনা প্ৰকাশ কৰিলে। অলপ দিন অতি স্নেহেৰে পৰমানন্দক লগত ৰাখি বৃদ্ধ পিতা-মাতাৰ কাষলৈ পঠালে। পুত্ৰৰ মুখে সখিয়েকৰ বাৰ্তা সন্দেশ পাই নাৰায়ণ ঠাকুৰ কিছু সুস্থ হ'ল।

অনেক দিন দাদাকৰ খবৰ এটাকে নাপাই উৰ্বশীৰ মন উগুল-থুগুল। সেয়ে স্বামী ৰামদাসৰ লগত আলোচনা কৰি পুতেক ৰামচৰণক মাধৱদেৱৰ ওচৰলৈ পঠালে। আঠ দিনৰ মূৰত ৰামচৰণ গৈ মোমায়েকৰ ভেলাডোবা সত্ৰ পালেগৈ। মৰমৰ ভাগিনক পাই মাধৱদেৱ আনন্দিত হৈ তেওঁক কেইদিনমান লগতে ৰাখিলে। এদিন মাধৱে ৰামচৰণক সুধিলে, 'ৰাপু, তোমাক দিয়া কামটি সম্পূৰ্ণ কৰিলানে? মানে কীৰ্ত্তন পুথিখন গোটোৱাৰ কথা কৈছোঁ।'

ৰামচৰণ কিছু অপ্ৰস্তুত হ'ল। তলমূৰকৈ ক'লে, 'মামা, কেইটিমান খণ্ড গোটাইছোঁ, শেষ হ'বলৈ বহুত বাকী।'

'বাপু, তুমি কালিলৈ উভতি যোৱা। যিমান পাৰা সোনকালে কীৰ্ত্তন পুথিৰ অধ্যায়সমূহ গোটাই সংকলন কৰি লৈ আহা। মনত ৰাখিবা সময় তেনেই কম।' বুলি ৰামচৰণক পঠিয়াই দিলে।

ঘৰ পাই পিতৃ-মাতৃক মাধৱৰ সবিশেষ জনাই ৰামচৰণ আৰু বৈ নাথাকিল। নতুন উদ্যমেৰে সম্ভাব্য সকলো ঠাইলৈ বাটকুৰি বাই গৈ খণ্ডবোৰৰ সম্ভেদ ল'লে, সংগ্ৰহ কৰাৰ কামত উঠি-পৰি লাগিল। এবছৰ কাল গুৰুজনাৰ জন্মস্থান বৰদোৱাৰ পৰা আৰম্ভ কৰি আসাম ৰাজ্যৰ অনেক ঠাই পাটবাউসী, সুন্দৰীদিয়া, হাজো, বৰনগৰ, বৰপেটা কালজাৰ, দক্ষিণ কুলৰ বিভিন্ন ঠাইত ভকত-বৈষ্ণৱৰ ঘৰে ঘৰে সিঁচৰিত হৈ থকা খণ্ডসমূহ কষ্ট কৰি গোটাই আনি একেঠাই কৰিলে, নিৰ্দিষ্ট স্থানত খণ্ডবোৰ সজাই তুলি মোমায়েকৰ

বাক্য ৰাখিব পৰাত আনন্দত তেওঁ আত্মহাৰা হৈ উঠিল। মোমায়েকক লগ পাই পুথিখন গটাই দিবলৈ তেওঁৰ মন ব্যাকুল হ'ল পিতৃ-মাতৃৰ পৰা বিদায় লৈ ৰামচৰণ বেহাৰলৈ বুলি যাত্ৰা কৰিলে। যাওঁতে বাটত হৰিকৃষ্ণ আতৈৰ ঘৰত এৰাতি থাকিল। কীৰ্ত্তন পুথিখন ৰামচৰণে অনা গম পাই হৰিকৃষ্ণই পঢ়ি চাবলৈ বিচৰাত ৰামচৰণে পুথিখন তাতে এৰি ভেলাডোৱা পালেগৈ। ৰামচৰণক দেখি মাধৱদেৱে আকোঁৱালি ধৰি চকুলোৰে শৰীৰ ভিজালে।

ৰামচৰণক আদৰ-সাদৰকৈ খুৱাই-বুৱাই ওচৰতে বহুৱাই লৈ এফালৰ পৰা আইমাতৃ, হৰিচৰণ ঠাকুৰ, ৰামদাস, উৰ্বশী আৰু ভকতসকলৰ কুশল-মঙ্গল খবৰ সুধিলে। তাৰ পিছতে আশাৰ দৃষ্টিৰে মাধৱদেৱে ক'লে, 'বাৰু, এতিয়া মোৰ গুৰুজনাৰ পৰমবস্তু, কীৰ্ত্তন ঘোষাৰ বতৰা কোৱা।'

'মামা, অতি কষ্ট কৰি খণ্ডবোৰ সংগ্ৰহ কৰা হ'ল। আপোনাৰ আজ্ঞা মতে সম্পাদিত কৰি একত্ৰিত কৰাও হ'ল। পিছে বিজয়পুৰৰ হৰিকৃষ্ণ আতৈয়ে পুথিখন পঢ়িম বুলি বাটতে ৰখাই থ'লে'।

'এঃ বৰ বেয়া কথাটো হ'ল। পুথিখনৰ কাৰণে মই ব্যাকুল হৈ বাট চাই আছিলোঁ।' এইবুলি ব্যগ্ৰভাৱে যদুমণিক মাতি ক'লে, 'যদুমণি, দুজন ভকতক মাতা। তেওঁলোকক অলপ চিৰা আৰু তামোল-পাণ দিয়া। কাউৰীয়ে কা নৌকৰোঁতেই সেই চিৰাকে খাই তেওঁলোক বিজয়পুৰলৈ যাওক আৰু সন্ধ্যা হোৱাৰ আগতে হৰিকৃষ্ণৰ পৰা কীৰ্ত্তন পুথিখন লৈ এইখিনি পাবহি লাগিব। বুজিলানে মোৰ কথা?'

সেইমতে ভকত দুজন গৈ হৰিকৃষ্ণৰ পৰা পুথিখন লৈ আবেলিতে আহি ভোলাডোৱা পালেহি। মাধৱদেৱ আগবাঢ়ি গৈ পুথিখন শিৰত তুলি লৈ আহি গুৰু আসনৰ সন্মুখৰ এখন ঠগিত স্থাপন কৰিলে। পিছদিনা পুথিখনিৰ অধ্যায়সমূহ তন্ন তন্নকৈ পৰীক্ষা কৰি, এটি এটিকৈ খণ্ডবোৰ চাই য'ত যি থাকিব লাগে সেইদৰে ৰামচৰণে গোটাই ৰখা দেখি আনন্দত অভিভূত হৈ ৰামচৰণক প্ৰশংসা কৰি ক'লে,

'মোৰ গুৰুবাপজনাৰ ভাব আৰু আদৰ্শৰ বাঙ্ময় ৰূপ এই মহাগ্ৰন্থখনি গোটোৱাৰ দায়িত্ব আছিল এই অধমৰ। নোৱাৰিলোঁ। কিন্তু মোৰ ?গিন ধনে সেই মহা কাৰ্য সম্পাদন কৰি মোক ধন্য কৰিলে, নিজৰো জীৱন ধন্য কৰি কাললৈ খিয়াতি ৰাখিলে। পিছে বাপু 'ৰুক্মিণীৰ প্ৰেম কলহ' খণ্ডটিহে ইয়াত নাপালো।' ৰামচৰণে সেইটো খণ্ড ক'তো বিচাৰি পোৱা নগ'ল বুলি কোৱাত মাধৱদেৱে ক'লে,

'নাপাব পাৰা। সি হয়তো নিজৰ ঠাইলৈ গতি কৰিলে।' বুলি কীৰ্ত্তন পুথিখন সামৰি সেৱা জনাই হাস্য বদনে কীৰ্ত্তন ঘৰৰ মণিকূটৰ পৰা ওলাই আহোঁতে ৰামচৰণক কৈ আহিল, 'বাপু, মোৰ গুৰুবাপে কৈছিল বোলে কীৰ্ত্তন-দশমৰ মাজতে মোক বিচাৰি পাবা।' আজি মই গুৰু বাপক মণিকূটৰ ভিতৰতে পোৱা যেন লাগিছে বুজিছা। এই

পুথিখনিয়ে গুৰুধৰ্ম অনন্ত কাললৈ নজহা-নপমাকৈ জীয়াই ৰাখিব আৰু মানুহে চিৰদিন তোমাৰ কাৰ্যও সুঁৱৰিব।'

বহুদিন পাৰ হৈ গ'ল, কিন্তু ভাটৌকুছিৰ কেশৱচৰণ আহি নাপালেহি। আই ধাইৰ নিমন্ত্ৰণ পাই মাধৱদেৱ লক্ষ্মীনাৰায়ণৰ ৰাজ্য বেহাৰলৈ গুচি আহিল। অতকাল পাৰ হৈ গ'ল, কেশৱচৰণলৈ বাট চাওঁতে চাওঁতে মন ব্যাকুল হৈ পৰিল। চিন্তা কৰি থাকোঁতেই কেশৱচৰণৰ লগত এজন ব্যক্তি সেই ফালে আহি থকা দেখা পালে। ওচৰ পাই দুয়ো চৰণত পৰি সেৱা জনালে। মাধৱদেৱে হাঁহি মাৰি ক'লে,

'কেশৱচৰণ, তুমি উজনিৰ পৰা আহিবা বুলি চাওঁতে চাওঁতে মোৰ ডিঙি বেকা হ'ল, তথাপি নহা দেখি গুচি আহিলোঁ। তোমাৰ কিয় ইমান দিন হ'ল ? সেই পুৰুষজনক লগ পালানে ?' মাধৱদেৱে একে উশাহে কথাবোৰ সুধিলে। ভাটৌকুছিয়া কেশৱ আতাই নম্ৰভাৱে উত্তৰ দিলে, 'বাপ, সেইবোৰ বহুত কথা। বংশীগোপাল দেৱক লগ কৰি নাৱৰ কথা কোৱা হ'ল, কিন্তু ভকতৰ উচটনিত পৰি তেওঁ নাও নিদিলে। ঘূৰি আহোঁতে হৰিপুখুৰীত এজন দিব্যলোকক লগ পালোঁ। এওঁ পৰম ঈশ্বৰ পৰায়ণ শুদ্ধ সন্ত লোক। ৰত্নাৱলী গ্ৰন্থত ঋষভ ঈশ্বৰৰ কথা পঢ়িবলৈ পাই আপোনাক গুৰু মানিবলৈ এওঁ দৃঢ়প্ৰতিজ্ঞ হ'ল। ময়েই আপোনাৰ ওচৰলৈ লৈ আনিম বুলি কথা দি শলখালৈ গ'লোঁ আৰু আপোনাৰ দিহা মতে ভকতসকলৰ খা-খবৰ ল'লোঁ। এবছৰৰ মূৰত ঘূৰি আহি হৰিপুখুৰী পাই সেই লোকজনক বিচাৰি নাপালোঁ। খবৰ কৰি জানিবলৈ পালোঁ যে ককায়েকৰ অত্যাচাৰত তেওঁ থাকিব নোৱাৰি বনমালী কটকী নামেৰে লোকজনৰ লগত লগ লাগি তীৰ্থ কৰিবলৈ গ'ল। বিচাৰি গৈ বনমালী কটকীৰ লগত তেওঁৰ ভাগিন জগন্নাথচৰণ, যদুমণি, লোগুটি, মাধৱচৰণ আৰু বলভদ্ৰ এই কেইজনসহ নাৱত উঠি যাবলৈ লওঁতেই মই পালোঁহি। মোক দেখি তেওঁ পৰম আহলাদিত হৈ মোৰ লগতে আহি কোচবেহাৰ পালেহি। আপোনাৰ আজ্ঞা ল'বলৈ তেওঁক ওচৰৰ গাঁৱতে থৈ তেওঁৰে ভাগিনীয়েক জগন্নাথচৰণক লগতে লৈ এয়া মই আহি আপোনাৰ কাষ পাইছোঁহি।'

মাধৱদেৱে স্নেহৰ দৃষ্টিৰে তেওঁলোকলৈ চাই আদৰ-আপ্যায়ন কৰিলে। সেইদিনা দুয়োকে লগতে ৰাখি পিছদিনা কেশৱচৰণৰ লগতে শ্ৰীৰাম আতাক লোকজন থকা ঠাইৰ পৰা আগবঢ়াই আনিবলৈ পঠালে। গুৰুগৃহ পোৱাৰ আগতে পদ্মই তোৰোচা নদীত স্নান কৰি তেওঁৰ চিৰ আকাঙ্ক্ষীত গুৰুক দৰ্শন কৰিবৰ নিমিত্তে দেহ-মন শুদ্ধ কৰিলে। গুৰুলৈ আগ কৰি অনা দ্ৰব্যবস্তুৰ ভাৰখন যদুমণিৰ ওচৰলৈ আগবঢ়াই দি ওচৰ পাই সভক্তিৰে সেৱা জনালে। আশীৰ্বাদ দি মাধৱদেৱে সুধিলে, 'কোৱাচোন বাপু, তোমাৰ নাম-ধাম, পিতৃ পৰিচয়ৰ বিষয়ে কোৱা।'

বয়োবৃদ্ধ গুৰু মাধৱদেৱৰ দিব্য কান্তি, সৌম্য দৰ্শন আৰু গম্ভীৰ ব্যক্তিত্ব দেখি মুগ্ধ হ'ল 'পদ্ম' নামৰ সেই বিশেষ পুৰুষজন। ভক্তি অৱনত হৈ তেওঁ ক'লে, 'বাপ,

নাৰায়ণপুৰত সাওতকুছি গ্ৰামত মোৰ জন্ম। পূৰ্বতে কুণ্ডিল নগৰ নিবাসী যুৱৰাজ কায়স্থৰ পুত্ৰ লব কায়স্থ আমাৰ পিতামহ। সেই লবৰে পুত্ৰ তিতাচোমদাৰ, তেওঁৰ পুত্ৰ মোৰ নাম পদ্ম।'

'তিতাচোমদাৰৰ পুত্ৰ?' মাধৱদেৱৰ চকু-মুখ উজ্বলি উঠিল। মাধৱদেৱৰ মনত পৰিল চেমনীয়া কালৰ ঘটনা এটালৈ।

'তোমাৰ পিতৃক মই ভালদৰে জানো। মহান পুৰুষ হৰিশিঙা উজীৰ বৰাৰ আশ্ৰয়ত নাৰায়ণপুৰত ডাঙৰ-দীঘল হৈছিল। তেওঁৰ লগত এদিন জাইগীৰ তুলিবলৈ যাওঁতে নাতিদূৰতে জক্‌মক্‌কৈ ফুলি থকা চম্পা ফুলৰ গছ এজোপা দেখি সেই ফুলবোৰ হাতেৰে চুই চাবলৈ, ঘ্ৰাণ ল'বলৈ মোৰ মন উত্ৰাৱল হৈ পৰিছিল। উজীৰ খুৰাক খাটনি ধৰাত তেওঁ সাওতকুছি গাঁৱৰ তিতা চোমদাৰৰ বাৰীত থকা ফুলজোপা দেখুৱাবলৈ লৈ গৈছিল। মোৰ মন বুজি সহৃদয় তোমাৰ দেউতাৰাই ওখ গছজোপাৰ ডাল এটা কটাই দিলত একোঁচ ফুল গোটাই লৈ সেই ফুলৰ ঘ্ৰাণত আত্মবিভোৰ হৈ পৰিছিলোঁ। আনকি এই বৃদ্ধকালতো মোৰ সমগ্ৰ সত্তাত বিলীন হৈ যোৱা সেই ঘ্ৰাণৰ মধুৰতা অনুভৱ কৰিব পাৰিছোঁ। এঃ নিজৰ কথাই অনেক ক'লোঁ। বাৰু, এতিয়া কোৱাচোন তুমি ৰেহাৰলৈ কি মনকৈ আহিলা?' মাধৱৰ কথাৰ উত্তৰত পদ্মই নম্ৰভাৱে উত্তৰ দিলে—

'বহুদিনৰ পৰাই আপোনাৰ গুণ-গান ৰাইজৰ মুখত শুনি আছিলোঁ। আপোনাৰ ৰচিত 'ৰত্নাৱলী' পুথিখনি মোৰ শিক্ষাগুৰু জয়ভাৰতীৰ পৰা লৈ অধ্যয়ন কৰা হ'ল। তাত বৰ্ণনা কৰা ঋষভ ঈশ্বৰৰ মুখৰ বাক্যখিনিয়ে এই দাসক মুগ্ধ কৰিলে আৰু শাস্ত্ৰৰ ৰচয়িতাজনক গুৰু মানিবলৈ মন দৃঢ় কৰিলোঁ। পাছত 'ৰাজসূয়' কাব্যখনি পঢ়ি বাপক লগ পাবলৈ মোৰ মন অধিক ব্যাকুল হৈ পৰিল। তেনেতে ভাটৌকুছিয়া আতাক লগ পালোঁ' বুলি সমস্ত বৃত্তান্ত মাধৱৰ আগত বৰ্ণনা কৰিলে।

'বুজিছা পদ্ম, তোমাৰ আগমন মোৰ অন্তৰাত্মাৰ আহ্বান। তুমি লগৰীয়াসকলৰ লগত তীৰ্থ ভ্ৰমণৰ কাৰণে ওলাই অহাৰ কথা কেশৱচৰণে ক'লে। এতিয়া সেই সকলৰ লগত তীৰ্থলৈ যোৱা। ঘূৰি অহাৰ পিছত তোমাৰ লগত কথা হ'ম।'

'বাপ, এতিয়া আৰু তীৰ্থত মোৰ কাৰ্য নাই। আপোনাৰ চৰণ সেৱা কৰিবলৈ পালেহে ভাগ্য বুলি ভাবিম।' পদ্মই ক'লে। তেওঁৰ কথা শুনি হাঁহিমাৰি মাধৱদেৱে ক'লে, 'কিন্তু পদ্ম, তীৰ্থত তোমাৰ কাৰ্য নহ'লেও তোমাত তীৰ্থৰ কাৰ্য আছে। সেয়ে কৈছোঁ যোৱা।'

গুৰুৰ আজ্ঞাত যদুমণিৰ লগত পদ্ম তীৰ্থলৈ যাত্ৰা কৰিলে। কেইখনমান পবিত্ৰ স্থান দৰ্শন কৰি এমাহৰ মূৰত পদ্ম আহি ভোলাডোৱা পালেহি। সেইদিনা আছিল বহাগৰ বিহু। কীৰ্ত্তন ঘৰত দুজোৰা গায়ন-বায়নে গাই সামৰিছে, সেই সময়তে পদ্ম আহি গুৰুৰ চৰণত সেৱা জনাই তেওঁৰ তীৰ্থৰ পৰা গুৰুৰ কাৰণে অনা পবিত্ৰ গঙ্গাজল সহ কেইবাটাও

বস্ত্র আগবঢ়ালে। তেওঁৰ ব্যৱহাৰত মাধৱদেৱ পৰম সন্তুষ্ট হ'ল।

সাত দিন সাত ৰাতি মাধৱদেৱে পদ্মক নিজৰ লগত ৰাখি ভক্তিধৰ্ম আৰু ইয়াৰ তত্ত্ব সম্পৰ্কে, শাস্ত্ৰ জ্ঞানৰ প্ৰয়োজনীয়তা সম্পৰ্কে নানা কথা ক'লে। দিনে ৰাতিয়ে শিক্ষা দি এক ভাণ্ডাৰৰ পৰা আন ভাণ্ডাৰলৈ জল বাকি দিয়াৰ দৰে সকলো শাস্ত্ৰজ্ঞান, শিল্পজ্ঞান, বুদ্ধিতত্ত্ব আদি তেওঁক অৰ্পণ কৰিলে। মাধৱদেৱৰ পৰা জ্ঞান ভাণ্ডাৰ লাভ কৰি পদ্ম আতা পূৰ্ণতাপ্ৰাপ্ত হ'ল।

সাত দিনৰ অন্তত তেওঁক কাষত বহুৱাই মাধৱদেৱে ক'লে, 'লৰৰ নাতি তুমি এতিয়া ধৰ্মপ্ৰকাশ কৰিবলৈ উজনিলৈ যাব লাগে। পূৰ্বতে গুৰুবাপে মোকে আজ্ঞা কৰিছিল, পিছে সখি নাৰায়ণে ৰখালে। এতিয়া শঙ্কৰ গুৰুৰ আজ্ঞা ৰাখি মোৰ গাৰ বদলে উজনিলৈ গৈ তুমি ধৰ্মপ্ৰকাশ কৰ্যাগৈ।' পদ্ম আতাই অসম ৰাজ্যৰ বিষম কথা ভাবি আৰু গুৰুক এৰি যাবলৈ অনিচ্ছা প্ৰকাশ কৰাত মাধৱদেৱে তেওঁক সাহস দিলে। হৰিবল্লভ আতৈক মাতি মাধৱদেৱে আজ্ঞা কৰিলে—

'হৰিবল্লভ, ভাণ্ডাৰৰ পৰা গুৰুজনে থৈ যোৱা নামগোৱা তালযোৰ, মালাবস্ত্ৰ উলিয়াই আনা। লগতে 'নাম মালিকা' পুথিখনো আনিবা।' হৰিবল্লভে বস্ত্ৰ কেইপদ উলিয়াই আনি গুৰুৰ ওচৰত দিলেহি। মাধৱে পদ্মক ওচৰলৈ মাতি স্নেহশীতল স্বৰেৰে ক'লে, 'বাপু পদ্ম, তুমি মোৰ আঁতমন্থা নুমলীয়া সেৱক। 'নাম মালিকা' গ্ৰন্থখনি মোৰ জীৱনৰ শেষ গ্ৰন্থ। এইখনি ৰচি কাপ-কাঠী এৰিলোঁ। আজি মোৰ পৰম আনন্দৰ দিন যে সেৱক শ্ৰেষ্ঠ পদ্মবাপুতে শেষ সীমা আঁকিব পাৰিলোঁ। এই শাস্ত্ৰ বৰবিষ্ণু, যদুমণি আৰু গাভৰুখাক প্ৰতিলিপি কৰি ল'বলৈ দি মূলভাগ তোমাৰ হাতত ৰাখিবা।'

পদ্ম আতাৰ দুধাৰি লোতক দুগালেদি বৈ গ'ল। ফেকুৰি ফেকুৰি আঁঠুকাঢ়ি দুইহাত পাতি বস্ত্ৰকেইপদ গ্ৰহণ কৰি সাষ্টাঙ্গে প্ৰণিপাত জনালে। পুনৰ উঠি গুৰুৰ চৰণত ভক্তিবস্তুক পাবলৈ প্ৰাৰ্থনা কৰিলে। তেওঁৰ বাঞ্ছা সিদ্ধি হ'বলৈ আশীৰ্বাদ দি মাধৱদেৱে ক'লে, 'বুজিছা, লৰৰ নাতি, তুমি মোক এতিয়াও সম্পূৰ্ণ দেখা পোৱা নাই। বৰবিষ্ণু, মথুৰাদাস, সখা নাৰায়ণ আৰু ভৱানীপুৰীয়া গোপালক দেখা পালেহে মোৰ পূৰ্ণ ৰূপ দেখিবা। মোৰ কথাৰ অৰ্থ বুজিলানে?'

পদ্ম আতাই অবাক দৃষ্টিৰে মহান গুৰুজনলৈ চাই ৰ'ল। মাধৱদেৱে হৰিবল্লভক পুনৰ মাতি অলপ সন্দেশ আনি পদ্ম আতাক দিবলৈ ক'লে আৰু সবৈদুৱাৰত নাও ৰাখি সেই সন্দেশ ভোজন কৰিবলৈ উপদেশ দিলে। সলোতক নয়নে গুৰুৰ চৰণ সাৱটি পদ্ম আতাই বিদায় মাগিলে। ভকতসকলে পদ্ম আতাক নাৱত তুলি দিলেগৈ। নেদেখা হোৱালৈকে গুৰুজনালৈ পিঠি নিদিয়াকৈ পদ্মই সতৃষ্ণ নয়নে চাই গ'ল।

গুৰুৰ গাৰ বদলি উজনিলৈ গৈ ধৰ্ম প্ৰচাৰ কৰা পদ্ম আতাই বদলা বা বদুলা আতা নামেৰে ভকতৰ মাজত জনাজাত হ'ল। এই গুৰুৱে নাম-ধৰ্ম আৰু শঙ্কৰ-মাধৱৰ আদৰ্শ

প্ৰচাৰৰ কাৰণে কলনিভেটী, দেবেৰাপাৰ, হামৰা, পচতীয়াভেটি আদি সত্ৰ স্থাপন কৰাৰ পিছত কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰিলে।

অসম, কামৰূপ, বেহাৰ— ত্ৰিৰাজ্যত প্ৰবাহিত হ'ল বৈষ্ণৱ মলয়া। আলোড়িত সুবাসে মাধৱদেৱৰ মনত আনি দিছে বিমল আনন্দ। তেওঁ গুণগুণাই ঘোষা গাইছে—

'সহজানন্দ হৰি স্বৰূপানন্দ

হৃদয়ানন্দ হৰি পৰমানন্দ।' তেওঁক আৰু আনন্দ লাগে। ৰসময়ী ভকতিৰ আনন্দত অৱগাহন কৰি আত্মহাৰা ৰসিক সুজান মাধৱদেৱ। 'হৰি এ তুমি আনন্দ সিন্ধু। আমি ভিক্ষাৰী মাগো এক বিন্দু।' ভেলাডোবাৰ বহা ঘৰৰ চালিত বহি নাম চিন্তাত মগ্ন হৈ থাকোঁতে এজন দূত আহি প্ৰণাম জনাই মাত দিলে আৰু টোপোলা এটা আগবঢ়াই দি ক'লে, 'বাপ, এই কাপোৰখিনি আই ধায়ে পঠাই দিছে আৰু যোগ্য অনুসাৰে সৰু-বৰ চাই ভকতক বিলাই দিবলৈ কৈছে।'

'ভকতৰ সৰু-বৰ? আমি ভকতৰ সৰু-বৰ নিৰ্ণয় কৰিব নোৱাৰোঁ। আই ধায়ে পাৰে যদি নিজেই আহি বিলাই দিয়কহি।' এই বুলি কাপোৰৰ টোপোলাটো ঘূৰাই পঠালে। দূতৰ মুখে কথা শুনি ৰাজমাৱে নিজৰ ভুল বুজিব পাৰি পিছদিনা গৈ গুৰুৰ ওচৰত ক্ষমা প্ৰাৰ্থনা মাগিলে আৰু ভকতসকলক এসাজ এসাজকৈ কাপোৰ বিলালে। তদুপৰি তেওঁ ভকতৰ পদধূলা ল'বলৈ সকলো ভকতক তেওঁৰ গৃহলৈ পঠাবলৈ গুৰুক অনুৰোধ জনালে। দুদিনৰ পিছত সকলো ভকত গ'ল, কিন্তু ৰাম আতা নোযোৱা দেখি আই ধায়ে তেওঁক পঠাবলৈ বাৰ্তা পঠালে। গুৰুৱে কোনোৱাত উপায় নাপাই ৰামে তেওঁৰ লাওটিতে পানী ভৰাই লৈ দূৰত ভৰি হাত ধুই গৈ আই ধাইৰ ঘৰ পালেগৈ। সকলোৱে পদধূলা লৈ দ্ৰব্যবস্তু দি আই ধায়ে শুশ্ৰূষা কৰিলে। কিন্তু ৰাম আতাৰ পদধূলাও নাপালে আৰু দ্ৰব্যবস্তুও তেওঁ গ্ৰহণ নকৰিলে দেখি আই ধায়ে বেজাৰ পাই গুৰুক কথাটো জনালে। মাধৱদেৱে 'ৰাম পৰম নিৰাকাঙ্ক্ষী, নিৰাসক্ত জীৱনমুক্ত ভকত। তেওঁৰ কোনো বস্তুলৈ আশা বা আসক্তি নাই, তেওঁৰ লোভ ভগৱন্তৰ সেৱা-ভক্তিলৈহে' বুলি ৰাজমাৱক বুজাই দিলে।

## স্ৰোতৰ

কোচ বিহাৰৰ প্ৰকৃতিৰ বুকুলৈ কেতিয়াবা ধুমুহা আহে। ধুমুহা আহে মাধৱদেৱৰ ভেলাডোবা সত্ৰলৈও। কালৰ ধুমুহাই শ্ৰীমন্ত শঙ্কৰ গুৰুজনাই কই থৈ যোৱা নামধৰ্মৰ বটবৃক্ষজোপাৰ ডাল-পাত দুই এটা ভাঙিলেও বৃক্ষজোপা উভালি পেলাবলৈ কাল ধুমুহাৰ শক্তি হোৱা নাই, আৰু কোনো কালে নহ'বও। তথাপি ধুমুহা আহে। প্ৰচণ্ড ধুমুহা নহ'লেও এছাটি উত্তপ্ত খৰ বতাহে মাধৱদেৱৰ ধৰ্মৰাজ্যৰ একাংশ চুই গ'ল। ধৰ্মপ্ৰচাৰক মাধৱদেৱৰ যাযাবৰী জীৱনত এয়া নতুন কথা নহয়। কিন্তু সত্য শুদ্ধ ধৰ্মপ্ৰচাৰত তেওঁলোক কেতিয়াও

পিছ হুহকি অহা নাছিল। হিমালয়ৰ দৰে অচল-অটল, আকাশ-লঙঘা ব্যক্তিত্বৰ মহাপুৰুষজনে শিৰ তুলি অতিক্ৰম কৰিছিল সুদীৰ্ঘ জীৱন পৰিক্ৰমা। বেহাৰ ৰাজ্যত মাধৱদেৱে বেচ শান্তিৰে ধৰ্মপ্ৰচাৰ কৰিব পাৰিছিল। মাধৱৰ ব্যক্তিত্বৰ চুম্বক শক্তিয়ে ৰাজ পৰিয়ালৰ উপৰিও শ শ লোকক আকৰ্ষিত কৰিছিল। পূবে-পশ্চিমে, উত্তৰে-দক্ষিণে অনেক শিষ্যৰ সৃষ্টি হৈছিল। তাকে দেখি ঈৰ্ষাপৰায়ণ হৈ কেইবাজনো পুৰোহিত ব্ৰাহ্মণে ৰজাক লগালে যে মাধৱে পূজা-পাতল, পিতৃ-মাতৃৰ শ্ৰাদ্ধ-বিধি একো নকৰে, বেদ-ব্ৰাহ্মণ নামানি অনাচাৰ কৰিছে। ৰজা লক্ষ্মীনাৰায়ণে আই ধাইৰ মুখত মাধৱৰ গুণ-গৰিমাৰ কথা শুনি আহিছে। ব্ৰাহ্মণ সকলৰ লগনীয়া কথাত বিশ্বাস নহ'ল যদিও প্ৰজাই কৰা অনুৰোধ ৰজাই শুনিব লাগিব বুলি ভাবি মন্ত্ৰীক পঠাই অভিযোগ সঁচা নে মিছা প্ৰমাণ কৰিবলৈ পঠালে। মাধৱ আৰু ভকতৰ দোষ বিচাৰি কেউফালে চোৰাংচোৱা পিয়াপি দিলে।

মাধৱদেৱে এই দুঃসংবাদ শুনি সকলো ভকতক সতৰ্ক কৰি দিলে যাতে কোনো কাৰণতে ৰজাৰ লোক সন্দিহান হৈ নপৰে। ভকতসকলেও ওলাওঁতে-সোমাওঁতে, বজাৰ-সমাৰ কৰোঁতে অতি সাৱধানে থাকিবলৈ ল'লে। গুৰুৰ আজ্ঞা পাই পিতৃ-মাতৃৰ শ্ৰাদ্ধাদিও নিয়মিতভাৱে পাতিবলৈ ল'লে। কিন্তু শ্ৰীৰাম আতাৰ সেইবোৰ খবৰ নাই। অহৰ্নিশে নামলোৱাত তেওঁ ব্যস্ত। সহজ-সৰল ভকতজনৰ বিঘিনি হয় বুলি ভাবি মাধৱদেৱে শ্ৰীৰামকো শৰাধ কৰিবলৈ ক'লে। সেয়ে তেওঁ শ্ৰাদ্ধ পাতিলে। পুৰোহিতে বিষ্ণু মন্ত্ৰ মাতি শ্ৰাদ্ধত জল দিবলৈ ক'লে। 'ৰামে বিষ্ণু, বিষ্ণু, মাধৱ মাধৱ, যজ্ঞেশ্বৰ হৰি' বুলি গাই জল বাকি দিওঁতেই প্ৰেমাভিভূত হৈ শৰাধৰ দ্ৰব্য, পাত-পটুৱা, দুৰ্বা, ফুল-তুলসীৰ ওপৰত বাগৰি ফুৰিবলৈ ধৰিলে। পুৰোহিত গুৰুৱে তেওঁক তুলি দি 'কিয় এনেদৰে দ্ৰব্য-বস্তুৰে শৰাধটো নষ্ট কৰিলা' বুলি ভৰ্ৎসনা কৰাত ৰাম আতাই ক'লে, 'চাওকচোন গুৰু মই ইমান দিনে কি অকৰ্ম কৰিছিলোঁ, মোৰ মাধৱ বান্ধৱ যে শৰাধতো আছে তাক ইমান দিনে নাজানিলোঁ।'

শ্ৰীৰামৰ কথাত পুৰোহিতৰ মাত হৰিল। মাধৱদেৱে কথাটো গম পাই ৰাম আতাক মাতি নি সোধাত তেওঁ ক'লে—

'বাপ, শ্ৰাদ্ধত যে আপুনিও আছে এই কথা ইমান দিনে নজনাৰ বাবেহে বেজাৰ লাগি কিবাখন হ'ল।' বুলি ক্ষমা মাগিলে।

মাধৱদেৱে সকলো ভকতক মাতি মুক্তভাৱে ঘোষণা কৰিলে, 'হৰিভকতসকল, তোমালোকৰ মহা ভাগ্য যে পৰম বিৰক্ত ব্ৰহ্মময়, স্থিতপ্ৰজ্ঞ পুৰুষ ৰামক তোমালোকে সঙ্গীৰূপে পাইছা। এনেজনৰ শ্ৰাদ্ধ-বিধিৰ কোনো প্ৰয়োজন নাই।'

ওলাওঁতে-সোমাওঁতে, বেহা কৰোঁতে ভকতসকল ইমান সজাগ হ'ল যে ৰজাৰ চৰিয়াই তেওঁলোকৰ কোনো খুঁত উলিয়াব নোৱাৰিলে। কিন্তু খুঁত ওলাল। বিৰূপাক্ষ কাজীৰ দুই পুত্ৰই মাধৱদেৱৰ ওচৰত শৰণ গ্ৰহণ কৰি ভক্তিধৰ্ম গ্ৰহণ কৰিলে। পদাভিমানী পিতৃ কাজীৰ আচাৰ-ৰীতি, খাদ্য-অখাদ্য শুদ্ধ নহয় কাৰণে এদিন বিৰূপাক্ষৰ দুই পুত্ৰক

ভাত খাবলৈ মাতোঁতে তেওঁলোকে খাবলৈ মন নকৰিলে। পিতাকে শৰণ গ্ৰহণ কৰা নাই বাবেই সিহঁতে লগত খাবলৈ মন নকৰা বুলি জানি বিৰূপাক্ষই তৰ্জন-গৰ্জন কৰি উঠিল। 'অ' মাধৱ আহি বেহাৰ ৰাজ্যত কলি সোমালেহি। পিতা-পুত্ৰৰ মাজত বিভেদ সৃষ্টি কৰা এই কলিক অচিৰে ৰাজ্যৰ পৰা খেদাব লাগিব।' বুলি ভোৰ্‌ভোৰাই মাধৱৰ বিপক্ষে কূটশাল শালিবলৈ পাং পাতিলে।

কেইদিনমানৰ পিছতে কাজীয়ে মাধৱ নামৰ বঙ্গদেশী লোক এজনৰ লগতে ভালে কেইজন কুতৰ্কি ব্ৰাহ্মণক মাতি এখন সভাৰ আয়োজন কৰি তাত বাদ কৰিবলৈ মাধৱদেৱক নিমন্ত্ৰণ জনালে। ৰামচৰণ ঠাকুৰ, অচ্যুত গুৰুসহ মাধৱদেৱ আহি সভাত বহিল। মূৰ্খ বঙ্গদেশী লোকজনক সাক্ষী গোপাল কৰি কুতৰ্কী কেইজনৰ লগত বাদ কৰিবলৈ দি যিকোনো প্ৰকাৰে মাধৱক অপদস্থ কৰিবলৈকে কাজীয়ে এই জাল পাতিলে। তৰ্কৰ পাতনি মেলি বিৰূপাক্ষই ক'লে, 'তোমাৰে সৈতে একে নামৰ বঙ্গীয় পণ্ডিতজনে তোমাৰ লগত বাদ কৰিবলৈ বিচাৰিছে, তুমি সন্মত নে?'

মাধৱে সন্মতি দিয়াত বিৰূপাক্ষই ক'লে, 'এওঁৰ মতে মালাত মেৰু আছে, তোমাৰ মতামত কি ?' উত্তৰত মাধৱদেৱে ব্যাখ্যা কৰিলে, 'শাস্ত্ৰই মালাত মেৰু দিয়াৰ কথা নকয়। কোন শাস্ত্ৰমতে বন্ধুবৰ মাধৱে মালাত মেৰু দিয়াৰ কথা কয় ব্যাখ্যা কৰিব লাগে।' বুলি মাধৱদেৱে গীতা, ভাগৱত, বৃহৎ মহন্ত নামৰ দৃষ্টান্ত দাঙি ধৰিলে। নিৰ্বোধ বঙ্গদেশীজনে মাত-বোল নকৰাকৈ নিৰ্বিকাৰভাৱে বহি থাকিল। তাকে দেখি ব্ৰাহ্মণসকলে তন্ত্ৰ-মন্ত্ৰ মাতি মেৰুৰ সপক্ষে ক'লে।

উত্তৰত মাধৱে 'যি বীজমন্ত্ৰ ধাৰণ কৰে, তেওঁৰ মালাত মেৰুৰ ব্যাখ্যা আছে, কিন্তু হৰিনামৰ মালা যি ধাৰণ কৰে তেওঁৰ মালাত মেৰু অপ্ৰয়োজনীয় বুলি শাস্ত্ৰৰ যুক্তি দি পঞ্চৰাত্ৰ তন্ত্ৰৰ শ্লোকবোৰ সৰসৰকৈ মাতিবলৈ ধৰিলে। মাধৱদেৱৰ মুখত আখৈ ফুটাদি ফুটা শাস্ত্ৰৰ শ্লোক শুনি বিৰূ ভেৰু হ'ল। ব্ৰাহ্মণসকলে লাজ পাই বিষয় সলনি কৰি শিৱ জড় নে চৈতন্য সুধিলে। মাধৱদেৱে গহীনকৈ উত্তৰ দিলে, 'শিৱ জড়, চৈতন্য নহয়।' কথাষাৰ শুনা মাত্ৰকে ব্ৰাহ্মণসকলে গিৰ্জনি মাৰি হাঁহি উঠিল। বিৰূপাক্ষই খণ্ডত একো নাই হৈ ক'লে, 'তুমি শিৱক জড় বুলিলা? তোমাৰ দেখিছোঁ বৰ সাহস। বাৰু আমাক বুজাই দিয়া বুলি বিদ্ৰূপ কৰি ক'লে। ধীৰ-স্থিৰ মাধৱদেৱে সুমিষ্ঠ বাক্যৰে ব্যাখ্যা দাঙি ধৰিলে। 'ভিন ভিন শাস্ত্ৰসমূহত, বিশেষকৈ পুৰাণ সূৰ্য শ্ৰীমদ্ভাগৱত শাস্ত্ৰত এই সত্যৰ সুন্দৰ প্ৰকাশ ঘটিছে। উদাহৰণস্বৰূপে বৃত্তাসুৰৰ কাহিনীলৈকে চাওক। শিৱই বৃত্ৰাসুৰৰ ভয়ত ত্ৰৈলোক্য এৰি স্থান নাপাই বিষ্ণুৰ প্ৰসাদতহে সেই বিপদৰ পৰা হাত সাৰিলে। হৰমোহনৰ কাহিনীও আপোনালোকৰ নিশ্চয় বিদিত। ভগৱন্তৰ মোহিনী ৰূপত মুগ্ধ হৈ শিৱই মোহিনীৰ পিছে পিছে দীপ-দীপান্তৰ ঘূৰি ফুৰিছিল। চৈতন্যৰ মায়াই সকলোকে মোহে। চৈতন্যৰূপী ভগৱন্তৰ মায়াত যি মোহিত হ'ল তেওঁ নিশ্চয় জড়।

হয়নে নহয় আপোনালোকে নিজেই বিচাৰ কৰক।' মাধৱৰ শাস্ত্ৰৰ অকাট্য যুক্তিত পৰাজিত হৈ ব্ৰাহ্মণৰ দলে খণ্ডত গুজৰি-গুমৰি চিঞৰিবলৈ ধৰিলে— 'শূদ্ৰ মাধৱৰ ইমান স্পৰ্দ্ধা। আমি ইমানবোৰ ব্ৰাহ্মণ ইয়াত থাকোঁতে শিৱক জড় বুলি কয়' বুলি মাধৱলৈ চোঁচা মাৰি আহিব খোজা দেখি কাষত বহি সকলো কথা লক্ষ্য কৰি থকা ৰামচৰণৰ ডেকাতেজ উথলি উঠিল। কঁকালত চেলেংখন আটি-বান্ধি বীৰদৰ্পে থিয় হৈ 'শাস্ত্ৰজ্ঞানহীন অধম ব্ৰাহ্মণ, আহ, তহঁতৰ কাৰ সাহস আছে চাওঁ। তৰ্কেৰে যুঁজিব নোৱাৰি গাৰ বল দেখুৱাবলৈ আহিছ?' বুলি ৰুদ্ৰমূৰ্তি ধাৰণ কৰা দেখি ব্ৰাহ্মণসকল সোঁত-মোচ খাই সুৰসুৰকৈ সভাৰ পৰা আঁতৰি গ'ল। ৰামচৰণক বহিবলৈ কৈ মাধৱদেৱে দুখ মনেৰে ক'লে, 'বিৰূপাক্ষ, অজ্ঞ মূৰ্খ এটাক আনি ব্ৰাহ্মণৰ হতুৱাই মোক লঘু কৰোৱাৰ চক্ৰান্ত কৰি তোমাৰ কি লাভ হ'ল? আমি সামান্য ভকত। আমাৰ ভয় ভগৱন্তলৈহে। তোমাৰ নিচিনা ৰাজবিষয়ালৈ আমি ভয় নকৰোঁ।'

বিৰূপাক্ষই লাজ পাই হাতত ধৰি ক'লে, 'আপুনি মোৰ ওপৰত ৰোষ নকৰি মালাত মেৰু দি লওক।' কথা শুনি মাধৱৰ খং উঠিল। 'তোমাৰ বিচাৰেৰে নহয়, শাস্ত্ৰৰ বিচাৰেহে মানি লোৱা হ'ব।' বুলি ভকতসহ মাধৱদেৱ ওলাই আহিল।

পিছদিনা ৰজা লক্ষ্মীনাৰায়ণ বা লোৱা চ'ৰাত বহি আছিল। দুফালে দুজন চোঁৱৰধাৰীয়ে ৰজাক বিচি আছে। তেনেতে আইধাই খৰধৰকৈ আহি ৰজাৰ ওচৰ পাই ক'লে, 'তোমাক এটা কথা সোধোঁ?'

ৰজাই মূৰ তুলি চাই ৰাজমাওৰ খঙত ৰঙা পৰা চকু-মুখ দেখি আই ধাইক সুধিলে, 'একেবাৰে ৰণচণ্ডী মূৰ্তি দেখোন, কি হ'ল কোৱা।'

'কোচবিহাৰৰ ৰজা তুমি নে বিৰূপাক্ষ?'

'মানে?' ৰজাই প্ৰশ্ন কৰিলে।

'মানে তুমি যদি ৰজা হোৱা তোমাৰ ৰাজ্যত বিৰূপাক্ষই এজন পৰম সাধু মহন্তক নিজ খেয়াল-খুচিত কিদৰে অপদস্থ কৰিব পাৰিলে?' বুলি আগদিনা মাধৱদেৱক কৰা অপমানৰ কথা বৰ্ণনা কৰিলে। ৰজাই তৎকালে বিৰূপাক্ষক মতাই আনি সুধিলে, 'বিৰূপাক্ষ, তুমি আদিৰে পৰা মাধৱৰ প্ৰশংসাত পঞ্চমুখ হৈ আছিলা। এতিয়ানো মাধৱে তোমাৰ কি অপকাৰ কৰিলে যে তুমি তেওঁৰ বিৰুদ্ধাচৰণ কৰিছা?'

'মহাৰাজ, মই এতিয়াহে বুজিছোঁ যে মাধৱে গোটেই দেশখন নাশ কৰিলে। মাধৱৰ উপদেশ শুনি গোটেই দেশখন অনাচাৰী হ'ল, পিতা-পুত্ৰৰ মাজত বিভেদৰ সৃষ্টি কৰিলে।' বিৰূপাক্ষই মাধৱৰ বিপক্ষে কোৱা দেখি ৰজাই তাচ্ছিল্য কৰি ক'লে, 'এই ছয়-সাত বছৰ শুই আছিলা নেকি যে এতিয়াহে সাৰ পাই দোষবোৰ উদ্ধাৰিলা? বাৰু মই প্ৰমাণ চাম।'

এনে সময়তে পশ্চিমৰ তিনিজন পণ্ডিত ব্ৰাহ্মণ ৰাজ্যলৈ আহিল। ৰজাই তেওঁলোকক ৰাজসভালৈ নিমন্ত্ৰণ দি মাধৱদেৱকো সেই সভালৈ মাতিলে। ৰজাই মাধৱৰ

চিনাকি দি 'এইজন আসাম দেশৰ পণ্ডিত মহাজন, নাম মাধৱদেৱ। এওঁৰ সৈতে ধৰ্মীয় আলাপ-আলোচনা কৰিবলৈ আপোনালোকক আমন্ত্ৰণ জনোৱা হৈছে। এওঁ একশৰণ ধৰ্মৰ প্ৰচাৰক। এক কৃষ্ণদেৱৰ বাহিৰে অন্য দেৱ-দেৱীৰ পূজা নকৰে। এই বিষয়ে আপোনালোকে আলোচনা আৰম্ভ কৰক।'

ৰজাৰ বক্তব্য শুনি পণ্ডিতসকলৰ এজনে মাধৱদেৱক অন্য দেৱ-দেৱীক পূজা নকৰাৰ কাৰণ সুধিলে। মাধৱদেৱে নিৰুদ্বেগভাৱে কৈ গ'ল—

'আমি একশৰণীয়া, কৃষ্ণৰ ভকত। গতাগত ভোগ বাঞ্ছাকৰা জনৰহে আন দেৱ-দেৱীক পূজা কৰাৰ প্ৰয়োজন হয়। কৃষ্ণক ভক্তি কৰোঁতাজনৰ হৰি বিনে মুক্তিদাতা নাই। য'ত দেৱ-দেৱী ভগবান কৃষ্ণৰ বিভূতি মাত্ৰ। ভগৱন্তৰ আজ্ঞাত সেইসকলে স্ৰজন, পালন, সংহাৰ কৰে। চৈতন্য স্বৰূপ ভগৱন্ততে সেইসকলৰ উৎপত্তি। সেই ভগৱন্ত হৰিয়েই চৈতন্য, অন্যান্য সকলো জড়। সেয়েহে একশৰণীয়া সকলে ভগৱন্ত কৃষ্ণ বা হৰিৰ গুণ গাই পূজা কৰে।' এইবুলি বেদস্তুতি, মুচুকুণ্ডৰ কাহিনী আৰু ভাগৱত, বেদ-বেদান্তৰ অনেক শ্লোকৰ উদ্ধৃতিৰে পানী যেন কৈ ব্যাখ্যা কৰি দেখুৱালে। পণ্ডিতেহে প্ৰকৃত পণ্ডিতৰ মোল বুজে। পশ্চিমৰ জ্ঞানী পণ্ডিত কেইজনে মাধৱদেৱৰ বিনয়ী ভাব আৰু শাস্ত্ৰজ্ঞান দেখি মুগ্ধ হৈ প্ৰশংসা কৰি ৰজাক ক'লে—

'মহাৰাজ, সৰ্ববেদান্ত আৰু শাস্ত্ৰৰ ৰহস্য উদঙাই পণ্ডিত মাধৱে দাঙি ধৰা যুক্তি শুনি মাধৱৰ মত শুদ্ধ, সত্য বুলি মানি ল'বলৈ আমি বাধ্য হ'লোঁ। এনেজন সন্ত পুৰুষৰ উপস্থিতিয়ে আপোনাৰ সভাও ধন্য কৰিছে বুলি মাধৱক অনেক প্ৰশংসা কৰিলে। ৰজাই সসন্মানেৰে তেওঁলোকক বিদায় দি বিৰূপাক্ষক ক'লে, 'শুনিলানে পণ্ডিতৰ বাক্য? নিজে নিৰ্বোধ হৈ এনেহেন মহাসন্ত সাধুৰ বিপক্ষে কূটশাল কৰিলা? এতিয়া মাধৱদেৱক ক্ষমা খোজা।'

ৰজাৰ খং দেখি থতমত খাই বিৰূপাক্ষই হাতযোৰ কৰি ক'লে,

'মহাৰাজ, মই মহামূৰ্খ অজ্ঞজন। ব্ৰাহ্মণসকলৰ কথাই মোক বিভ্ৰান্ত কৰিলে। মোক ক্ষমা কৰক।'

'শুনা বিৰূপাক্ষ। মাধৱদেৱৰ বিচক্ষণ মতৰ বিষয়ে মই আজি ভালদৰে বুজি পালোঁ। মোৰ ৰাজ্যৰ সকলোৱে মাধৱৰ মতে চলক আৰু য'ত সন্ত-সাধু, সন্ন্যাসী আছে সৱাৰে ওপৰত মই মাধৱক ওজা পাতিলোঁ।' কথাষোৰ কৈ ৰজাই গন্ধ চন্দন অনাই মাধৱক সন্মান জনালে।

ৰজাৰ আদেশ মতে বিৰূপাক্ষ কাজীয়ে মাধৱক জোৰ দি আগবঢ়াই থ'লে। ৰাজসভাত গুৰুজনৰ জয়জয়কাৰ শুনি আই-থাইৰ আনন্দৰ পাৰ নাইকিয়া হ'ল।

ৰজাৰ আহ্বানত মাধৱদেৱ প্ৰায়েই ৰাজসভালৈ গৈ ধৰ্মনাৰায়ণ ৰজাৰ লগত ধৰ্মালাপ কৰে। মাধৱৰ সহজ-সৰল ব্যাখ্যা শুনি ৰজাৰ ভক্তিধৰ্মৰ প্ৰতি পূৰ্বৰ সংশয়ৰ

মনোভাৱ দূৰ হ'বলৈ ধৰিলে। মাধৱদেৱেও ধৰ্মপ্ৰচাৰৰ এখন সুষম ক্ষেত্ৰ পাই প্ৰাণখুলি ধৰ্ম আচৰণত নিমগ্ন হ'ল।

দুপৰৰ আহাৰ লৈ মাধৱদেৱে শয্যাত জিৰণি লৈছে। অলপ বিশ্ৰাম নকৰিলে আজিকালি গা-মূৰ বেয়া লাগে ৰামচৰণ ঠাকুৰ ওচৰতে বহি একান্তমনে মোমায়েকৰ ফালে চাই আছে। জীৱনৰ এশ ছটা শৰৎ কাল পাৰ হৈ গ'ল তথাপি তেওঁৰ মামাকৰ গৌৰবৰ্ণৰ সুগঠিত চেহেৰাটি ম্লান পৰা নাই, বৰঞ্চ বয়সে গাম্ভীৰ্য চৰাইছেহে। কিন্তু দিনে দিনে মানুহজন সকলো ক্ষেত্ৰতে নিস্পৃহ হৈ পৰিছে। মাধৱদেৱে মূৰ দাঙি ৰামচৰণক দেখি তেওঁৰ ফালে চালে। ৰমচৰণে মাত দিলে, 'মামা টোপনি ভাঙিলোঁ নেকি? এই বুলি মোমায়েকৰ ভৰি দুখন কোলাত লৈ লাহে লাহে পিটিকি দি ক'লে, 'মামা কথা এটা ক'ম বুলি ভাবিছোঁ।'

'কোৱা।'

'বৃদ্ধ পিতৃ-মাতৃলৈ বৰকৈ মনত পৰিছে। মোৰ অবিহনে অসুবিধা হৈছে চাগৈ। জনিয়ালৈ যাওঁ বুলি ভাবিছো।' ৰামচৰণে কৈ মুখলৈ চালে।

'বাপু ৰামচৰণ, তই ঠিকেই ভাবিছ। বৃদ্ধ বয়সত পিতৃ-মাতৃক সেৱা-শুশ্ৰূষা কৰা পুত্ৰৰ নৈতিক দায়িত্ব। কিন্তু তোৰ পিতৃ বয়সত মোতকৈ সৰু। ভগৱন্তৰ কৃপা হ'লে অন্ততঃ আঠ-দহবছৰ ভালেৰে থাকিব। তোৰ মাতৃ মোৰ সহোদৰা ভগ্নী উৰ্বশী আৰু পিতৃ ৰামদাস তোৰ অতি মৰমৰ। ৰামদাসৰ কাৰণেই মোৰ পৰম সাধ্য বস্তু গুৰুজনাৰ সঙ্গ লাভ ঘটিল যাৰ ফলত পৰকালৰ মিত্ৰ গুৰু-দেৱ-নাম-ভকতত চিনাকি হ'ব পাৰিলোঁ। তেওঁৰ ঋণ মই কোনো জনমত শুজিব নোৱাৰিম। হ'লেও অন্ততঃ তিনিমাহ কাল তই মোৰ লগত থাকিব লাগিব।' বুলি করুণ দৃষ্টিৰে ৰামচৰণলৈ চালে। ৰামচৰণে ভৰি দুখন সাৱটি ধৰি 'মামা, শৰীৰত কিবা অসুবিধা পাইছে নেকি?' বুলি সুধিলে। মাধৱদেৱে মৃদু হাঁহি মাৰি ক'লে, 'জীৱনৰ ভাটিয়ালী ৰাগৰ ভনিতা পেলাবলৈ সাজু হোৱা তোৰ এশ সাত বছৰীয়া বৃদ্ধ মামাৰৰ শৰীৰৰ অসুবিধাৰ কথা সুধিছ? বাপু, সেই গীতটি ৰচনা কৰিয়েই তোক যে গাবলৈ শিকাইছিলোঁ, ভাটিয়ালী ৰাগৰ 'বুঢ়াভাই, হৰিগুণ গাই নাচা' মনত আছেনে? গাচোন তাৰে দুফাঁকি। শুনিবলৈ মন গৈছে। ৰামচৰণে করুণভাৱে তেওঁলৈ চাই গীত জুৰিলে—

'বুঢ়াভাই হৰিগুণ গাই নাচা
কোন দিনা ঢলি শৰীৰ পৰয়
আৰ কি বাট চাই আছা।' গীত শুনি বনমালী আৰু সনাতন ভকতে

খোল-তাল লৈ আহি ওৰচতে বহিল। বনমালীয়ে এক তালৰ ঘাট মাৰিলে—

তাও ধেনি দাও ধেনি দাও তাতাওঁ থিৰ থিৰ তাও ধেন থাওঁ
ধেই ধেন থাও, ধেই ধেন থাও
ধিনাও নাতাও খিতিতাক্ ধেই।

গমন আৰম্ভ হ'ল—

'আয়ু দিয়া ভাটি হাতে লৈল লাঠি
হাষ্টিতে নচলে পাৰ।
ভাঙিয়া মাগুলি আগে গৈলা চলি
ধনু ফান্দ ভৈলা গাৰ।।' — আগফালৰ পৰা শ্ৰীৰাম আতাই হাতত লাখুটিডাল লৈ গামানৰ তালে তালে নাচি পদচালনা কৰিবলৈ ধৰিলে।

'কহয় মাধৱ সৱেও মৰিব
তথাপি বুঢ়াসে আগ।।' — সামৰণি ঘাট পৰিল। কিবা এক অবুজা বেদনাত সকলোৰে মন আছন্ন হ'ল। ৰামচৰণৰ চকুৰেদি দুটোপাল চকুলো বাগৰি আহি মাটিত পৰিল।

মাধৱদেৱে হাঁহি মাৰি ক'লে— 'বুজিছা হৰিভকতসকল, সৃষ্টিৰ আদিম সুৰ হৈছে কৰুণ সুৰ। জন্ম হৈয়েই মানুহে কান্দে আৰু কান্দোনৰ মাজেদিয়ে জীৱনৰ অৱসান ঘটে। প্ৰত্যেকটি হাঁহিয়েই কান্দোনৰ নামান্তৰ মাত্ৰ। জীৱন-মৃত্যু যিদৰে অৰ্থহীন, আমাৰ হাঁহি-কান্দোনৰো কোনো অৰ্থ নাই। সেয়েহে অৰ্থহীন মৃত্যুৰ কাৰণে ভকতে ভয় কৰিব নালাগে। আনহাতে সৎকৰ্ম, জীৱৰ প্ৰতি দয়া, প্ৰেম আৰু ভগৱত সেৱাৰ মাজেদি প্ৰকৃত ভকতে অৰ্থহীনকো অৰ্থৱহ কৰি তুলিব পাৰে। আজি যেনেকৈ ৰামচৰণৰ গীতৰ আঁৰত থকা কৰুণ সুৰকো তোমালেকে অৰ্থৱহ কৰি তুলিলাহঁক।'

গুৰুজনাৰ কথাৰ অৰ্থ বুজি কেউজন ভকত আঁতৰি গৈ নীৰলে চকুলো মচিলে। ৰামচৰণে ভৰি দুখন আকোৱালি ধৰি মূৰটো হলাই দিলে।

কিছুদিনৰ পৰা ভকতসকলে তেওঁলোকৰ প্ৰাণসম গুৰুজনৰ আচাৰ-আচৰণত কিবা যেন পৰিৱৰ্তন দেখা পাইছে। সত্ৰৰ সকলো দায়িত্ব ভকতক অৰ্পণ কৰি নিস্পৃহ ভকতজনে অহৰ্নিশে কৃষ্ণ চিন্তাত নিমগ্ন হ'ল। গুৰুৱে নৰনাট সামৰাৰ আখৰা চলাইছে নেকি বুলি ভাবি ভীত হৈ ভকতসকলৰ মাজত আলোচনা হ'ল। এদিন প্ৰসঙ্গৰ অন্তত বলাই, নৰসিংহ, পদ্মনাভ, শ্ৰীৰাম, বিষ্ণু আদি ভকত প্ৰমুখ্যে আঢ়ৈ কুৰি মান ভকত সমবেত হৈ থাকোঁতে হৰিকৃষ্ণ আতৈয়ে গুৰুজনাই ধৰ্মবস্তু কাক গতাবলৈ মন কৰিছে বুলি সুধিবলৈ বিষ্ণু আতাক ভৰসা কৰিলে। বিষ্ণু আতৈৰ সঙ্কোচ হৈছিল যদিও ভকতৰ অনুৰোধ এৰাব নোৱাৰি কৃতাঞ্জলি কৰি মাধৱদেৱক সুধিলে,

'বাপ, ঈশ্বৰ, কথা এভাগি সোধাৰ ইচ্ছা হৈছে, আজ্ঞা দিব লাগে।'

'কোৱা।' নিৰ্বিকাৰভাৱে মাধৱদেৱে ক'লে।

'বাপ ঈশ্বৰ, আবিৰ্ভাৱ, তিৰোভাৱ ভগৱন্ত বস্তুৰো আছে। কৃষ্ণ নাৰায়ণে ধৰ্মবস্তু উৰ্দ্ধৱত, শ্ৰীৰামচন্দ্ৰই হনুমন্তত, আৰু জগতগুৰু শ্ৰীমন্ত শঙ্কৰজনাই আপোনাত ধৰ্মবস্তু থাপি বৈকুণ্ঠ গমন কৰিলে। আমাৰ ধৰ্মগুৰুজনাই ক'ত ধৰ্মবস্তু স্থাপন কৰাৰ মানস কৰিছে

তাকে জানিবলৈ ভকত সমস্তই আগ্ৰহ কৰিছে।'

'আমাৰ বান্ধৱসৱে কিবা আগলি বতৰা পাইছে নেকি?' ইঁহি মাধৱদেৱে সুধিলে।

'আমি ক্ষুদ্ৰমতি নৰমনিচ, সিমানৰ লায়কৰ নহয়। ঈশ্বৰ পুৰুষ বাপজনাক জড়াই পীড়া কৰিব নোৱাৰে, কৰাও নাই। তথাপি নৰদেহ নশ্বৰ। সেয়েহে সোধা হৈছে।'

মাধৱদেৱে কিবা ভাবি মনে মনে থাকিল। সেইদিনা তাৰাৰ বহু ৰাতিলৈকে টোপনি নাহিল। গুৰুজনাৰ অমোঘ বাণী তেওঁৰ কাণত বাজি উঠিল। এৰা, তেওঁৰ সন্মুখত আহি পৰিছে এটা ডাঙৰ প্ৰশ্ন, এটা ডাঙৰ সমস্যা। তেওঁৰ পিছত ভকতে কাক আশ্ৰয় কৰিব! 'মাধৱদেৱৰ মনত পৰিল তাহানিৰ অমৃতকাৰ দলৈৰ ঘৰৰ সভাখনলৈ। ভবানীপুৰীয়া বিষ্ণু, শ্ৰীৰামকে ধৰি অনেক ভকতৰ উপৰিও গ্ৰামবাসী, চৌধুৰী, পাটোৱাৰী, তালুকদাৰ, ঠাকুৰীয়া, লস্কৰ আদি শজন লোকে শুৱনি কৰা ধৰ্মসভালৈ গুৰু নাতি পুৰুষোত্তমক নমতা দেখি সখি নাৰায়ণ ঠাকুৰে সেই সভা অলঙ্কাৰেৰে সুশোভিত শিৰহীন পুৰুষ যেন হৈছে বুলি মন্তব্য কৰিছিল। কিয় তেওঁ তেনেকৈ কৈছে বুলি সোধাত সখি নাৰায়ণে যিজন মহাপুৰুষৰ বিত্তৰে তিনিও ৰাজ্য সুখী হ'ল এতিয়া সিজনৰ পুত্ৰ-নাতিক দুখৰ কালত পোচোতাই নাই' বুলি ক্ষোভেৰে মাধৱক তীৰ্যক বাক্য প্ৰকাশ কৰিছিল তেওঁ লৰালৰিকৈ পুৰুষোত্তম ঠাকুৰক মতাই আনি তেওঁৰ কণ্ঠত কণ্ঠমালা আৰু শিৰত টোপ দি ধৰ্ম প্ৰচাৰ কৰিবলৈ সাহস যোগাইছিল। সেইজন গুৰু নাতি পুৰুষোত্তমৰ মুখখন তেওঁৰ চকুত জিলিকি উঠিল। এখন এখনকৈ গোপাল, মথুৰাদাস, নাৰায়ণ ঠাকুৰ, পদ্মৰ মুখকেইখনে তেওঁৰ মানস পটত অগা-দেৱা কৰিবলৈ ধৰিলে। কোন হ'ব উত্তৰাধিকাৰী? কোনে স্বাৰ্থহীনভাৱে, নামধৰ্মৰ বাবে, মানুহৰ মঙ্গলৰ বাবে নিৰ্মোহভাৱে কাম কৰিব পাৰিব? বাৰে বাৰে মাধৱদেৱে নিজকে প্ৰশ্ন কৰিলে। কিন্তু কোনোখন মুখেই তেওঁৰ মন মানসত স্থিৰভাৱে ধৰা নিদিলে।

তিনি দিনৰ অন্তত ভকত বৈষ্ণৱসকলক একত্ৰিত কৰি মাধৱে তেওঁৰ মনৰ কথা ব্যক্ত কৰিলে, 'ভকত-বৈষ্ণৱসব, শঙ্কৰ গুৰুজনাই এই অভাজনক দায়িত্ব দি বৈকুণ্ঠ প্ৰয়াণ কৰিলে। কালৰ কৰাল গতিত হৰিভকত সকলৰ মাজতো পৰিৱৰ্তন আহিল। বিশেষকৈ দুৰ্লভ গুৰুসেৱা সুলভ কৰোঁতা লোক নোলাল। পূৰ্বতে মাৰ্কণ্ডেয় ঋষিয়ে আৰু পৰমভক্ত প্ৰহলাদে গুৰুসেৱা নিস্বাৰ্থভাৱে কৰিছিল। আমিও যি পাৰোঁ সামান্য চেষ্টা কৰিছিলোঁ। বৰ্তমান আমি অক্ষম, ধৰ্ম স্থাপনৰ বাবে লোক নিৰ্বাচন কৰিব পৰা নাই। ভকতসকলে আঙুলিয়ালে আমি আজ্ঞা দিম।'

গুৰুৰ কথা শুনি ভকতৰ মাজত গুণগুণনি উঠিল। বিমোৰত পৰি সকলোৰে মুখৰ মাত হৰিল। অৱশেষত শ্ৰীৰাম আতাই উঠি ক'লে, 'বাপ ঈশ্বৰ, আমাক নাভাৱিব। আপোনাৰ বাক্যহে আমাৰ বেদস্বৰূপ হ'ব।'

'হৰিভকতসকল, লোভাৱিষ্ট লোক ধৰ্মগুৰু হ'বৰ উপযুক্ত নহয়। প্ৰকৃত ধৰ্মগুৰুজনৰ

দায়িত্ব অতি গধুৰ।, বৃদ্ধাঙ্গুষ্ঠিৰে ভূমি ভাৰ ধৰাৰ দৰে। কালৰ আহ্বানত উপযুক্ত গুৰুৰ উদয় হ'ব, সময় আৰু সমস্যা লৈ কালে ন-ন লোকৰ সৃষ্টি কৰিব। ইয়াকেহে বুলিলোঁ।'

পিছে ভকত বান্ধৱসকল, আমাক বিচাৰিলে ঘোষা শাস্ত্ৰখনি মাজতে সেৱকসকলে পাব। আমাৰ স্বৰূপ, বল-বীৰ্য, শক্তি ভক্তি ইয়াতে নিহিত হৈ আছে। মুঠৰ ওপৰত আমি কাকো বুলিব নোৱাৰিলোঁ।'

শান্ত সমাহিতভাৱে মাধৱদেৱ ৰ'ল। গুৰুজনাৰ কথাৰ মৰ্মাৰ্থ উপলব্ধি কৰিব পাৰি সকলো ভকত নীৰৱে ৰ'ল।

শাওণ মাহৰ ভৰ বাৰিষাৰ অন্ত পৰিল। শালি খেতি সামৰি প্ৰায়বোৰ মানুহেই সকাহ পাইছে। ভাদ মাহ সোমোৱাৰ লগে লগে বৰষুণ কমি আহিল। বৰগছ, জৰী গছৰ তলত ল-ছালিবোৰ জুম বান্ধি ঢোপ খেল, ৰচী টনা খেল খেলিছে। কেতিয়াবা দ্বন্দ্ব কাজিয়া লাগি কাউৰী বাঁহত জুই দিয়া অৱস্থাৰ সৃষ্টি কৰিছে। এনেকৈয়ে হাঁহা-কন্দা, দ্বন্দ্ব-কাজিয়া, ভাল-বেয়াৰ মাজত জীৱনৰ অৰ্থ বিচাৰিছে ভেলাডোৱা গাঁৱৰ খেতিয়ক ৰাইজে।

সেই ভেলাডোৱাতে সাধনা আৰু ত্যাগৰ মাজেৰে জীৱনৰ প্ৰকৃত অৰ্থ বিচৰা কৰ্মযোগী ভকত মাধৱে শেষ সীমাত উপনীত হৈছেহি। কৃষ্ণ কথাৰ বাহিৰে তেওঁৰ আন একো চিন্তা নাই। ইফালে ৰজা লক্ষ্মীনাৰায়ণেও সঘনে মাধৱদেৱক মতাই নি তেওঁৰ মুখে কৃষ্ণ লীলাৰ ব্যাখ্যা ভক্তিধৰ্মৰ ৰহস্য আৰু তাৎপৰ্য শুনি থাকিবলৈ ভাল পোৱা হ'ল। তেওঁৰ আগ্ৰহ দেখি মাধৱদেৱে কঠিন তত্ত্ব একোটিও গীত-পদ গাই সৰসভাৱে ৰজাক শুনাবলৈ ধৰিলে। ৰজা আকৃষ্ট হ'ল। মাধৱদেৱৰ শৰণ গ্ৰহণ কৰিবলৈ তেওঁৰ মন আকুল হৈ পৰিল। ৰজাৰ মনৰ পৰিবৰ্তন দেখি আনন্দত আত্মহাৰা হৈ আই ধাই আহি মাধৱদেৱক কথাটো জনালেহি। মাধৱৰ দেহ-মন শিয়ৰি উঠিল। কিন্তু একো নামাতিলে।

দুদিনৰ পিছত মাধৱদেৱ ৰাজসভালৈ যোৱাত ৰজা আসনৰ পৰা উঠি আহি সসন্মানে তেওঁক আগবঢ়াই নি আসনত বহিবলৈ দি তেওঁক শৰণ দিবলৈ প্ৰাৰ্থনা জনালে। মাধৱদেৱে কিছু পৰ নিমাতে বৈ ইষ্টগুৰুক স্মৰণ কৰিলে। পিছত মৃদুভাৱে ক'লে, 'মহাৰাজ আপোনাৰ ৰাজ্যত অনেক ধৰ্মাৱলম্বী লোক আছে আৰু তেওঁলোকে অনেক কালৰে পৰা নানা দেৱ-দেৱী আদিক পূজা-সেৱা কৰি আহিছে। আপুনি ভক্তিধৰ্ম গ্ৰহণ কৰিলে প্ৰজাৰ ধৰ্মকাৰ্যত সহযোগ কৰা অসুবিধা হ'ব। প্ৰজাক অসন্তুষ্ট কৰিলে ৰজাৰ বিঘিনি মিলিব। এনেবোৰ কাৰণতে ৰজা আৰু কৰ্মকাণ্ডীক শৰণ দিবলৈ গুৰুৱে বাৰণ কৰি গৈছে। গতিকে ক্ষমা কৰক।'

ৰজাই অতি বিনয়েৰে ক'লে, 'বাপ অন্য দেৱ-দেৱীক পূজা নকৰোঁ বুলি মই কথা দিলোঁ। মোক কৃপা কৰক।' ৰজাই নেৰানেপেৰাকৈ ধৰা দেখি মাধৱদেৱে পুনৰ বুজালে যে ৰজাই কোনো নিৰ্দিষ্ট ধৰ্ম গ্ৰহণ কৰিব নালাগে। ৰাজ্য শাসন আৰু প্ৰজাৰ ৰক্ষণাবেক্ষণ নীতিহে ৰজাৰ ধৰ্ম। এই নীতি ভঙ্গ কৰি ভক্তিধৰ্ম ল'লে ৰাজ্যত বিভ্ৰাট ঘটিব পাৰে। সেয়ে

মহাৰাজে এই আশা ত্যাগ কৰক।'

'বাপ, আপোনাৰ পৰা নামধৰ্ম পাবলৈ মই ব্যাকুল হৈ পৰিছোঁ, মোক বাধা নকৰিব।' ৰজাৰ দৃঢ়তা দেখি উপায়ন্তৰ হৈ মাধৱদেৱে ক'লে, 'মহাৰাজ সকলো কথা ভগৱন্তৰ ইচ্ছাৰ ওপৰতহে নিৰ্ভৰ কৰে। ভগৱন্তৰ ইচ্ছা হ'লে বেহাৰৰ মহাৰাজক ভক্তিধৰ্মত শৰণ দিয়া হ'ব।' মাধৱদেৱে সন্মতি প্ৰকাশ কৰা দেখি ৰজাই পৰম আনন্দ লাভ কৰিলে। শ্ৰদ্ধা সহকাৰে মাধৱদেৱক বিদায় দিলে। কথা শুনি আইধাইৰ আনন্দ থৰলৈ ঠাই নাইকিয়া হ'ল।

বিষাদিত মনেৰে মাধৱদেৱ গৈ সত্ৰ পালেগৈ। তেওঁৰ ক্লান্ত মুখ দেখি ভকতসকল আহি বেঢ়ি ধৰিলেহি। কোনো পাতনি নেমেলাকৈ কিবা এক আবেগত নীৰৱ-নিস্পন্দ হৈ তেওঁ চকু মুদি বহি থাকিল। নীৰৱতাই গোটেই পৰিৱেশটো ৰহস্যঘন কৰি তুলিলে। অবাক দৃষ্টিৰে ভকতসকলে তেওঁলৈ চাই ৰ'ল। হঠাৎ মাধৱদেৱৰ গম্ভীৰ কণ্ঠইদি নিগৰিত হ'ল স্বৰচিত কাকু তি ঘোষাৰ সুৰ —

'পতিত বুলিয়া মোকে হৰি হৰি এ ৰাম
তেজিতে নপাৰা নাৰায়ণ।
পৰম কৰুণা গুণে হৰি হৰি এ ৰাম
নাম ধৰিছা পতিতপাবন।'
মোকে কৃপা কৰা হৰি এ.....'

পৰিশ্ৰান্ত ভক্তজনৰ হঠাৎ চকু মুখ উজ্জ্বল হৈ পৰিল। মিঠা হাঁহিৰে ভকতসকললৈ চাই ক'লে, 'শ্ৰীৰাম, হৰিবল্লভ, যদুমণি, কথাটা গম পালানে ৰজাৰ আদেশ, আই ধাইৰ ইচ্ছা কালিলৈ ৰজা লক্ষ্মীনাৰায়ণক শৰণ দিব লাগে।'

ভকত কেইজনে থৰ লাগি গুৰুৰ মুখলৈ চাই ৰ'ল। তেওঁলোকৰ প্ৰাণৰ গুৰুজন ৰজাৰো গুৰু হ'ব বুলি দুজনমানে আনন্দও পালে। অপৰিৱৰ্তনীয় মাধৱদেৱে হাঁহি মাৰি স্নান, গুৰুসেৱা আৰু প্ৰসঙ্গ সামৰি শয্যাত পৰিল।

ভাদ্ৰ মাহৰ কৃষ্ণা চতুৰ্থী তিথিৰ ঘনঘোৰ অন্ধকাৰ ৰাতি। শয্যাত বহি থকা মাধৱৰ মনপটত ভাহি উঠিছে হেৰোৱা দিনৰ স্মৃতিৰ আলেখ্য। ক'ত সেই হৰিশিঙা বৰাৰ আশ্ৰয়ত জীৱন আৰম্ভ কৰা নাৰায়ণপুৰ, ঘাঘৰ আৰু হোকোৰাকুছিৰ ৰামদাসৰ ঘৰ। ক'ত সেই পিতৃভূমি বণ্ডুকা আৰু গুৰুজনৰ লগত মিলনক্ষেত্ৰ ধুৱাহাট বেলগুৰি থান আৰু ক'ত এই লক্ষ্মীনাৰাণ ৰজাৰ ৰাজ্য কোচবিহাৰৰ ভেলাডোৱা সত্ৰ। কত নদ-নদী, জান-জুৰি অতিক্ৰমি কতক দি কতৰ পৰা লৈ কিমান আশাৰে জীৱন পথত কোনোৰ সহৃদয়তা আৰু কোনো জনৰ নিষ্ঠুৰতাৰ মাজেদি বাট বুলি লাভ হ'ল কেতিয়াবা পুৰস্কাৰ আৰু কেতিয়াবা তিৰস্কাৰ আৰু ৰাজনিগ্ৰহ। অন্তহীন জগত পৰিক্ৰমাৰ অনন্ত প্ৰতীক্ষাত আকুল পথিক তেওঁ। তেওঁৰ মনত তপাৱৰি, বাৰাদি, চুণপোৰা, গণককুছি, পাটবাউসীৰ পৰা হাজো, কোচবিহাৰৰ কোনো পাৰ্থক্য নাই। সকলো একেই ৰহস্য, একেই বিস্ময়। কোন দূৰ অতীতৰ পৰা সাগৰ থিয়াই বৈ

যোৱা বৰনদী লুইতৰ পৰা সিন্ধু-গঙ্গা-গোদাবৰীলৈকে এক অবিনশ্বৰ সত্যৰ মহৎ উপলব্ধি। সেই ৰহস্যময় সত্যৰ সন্ধান বিচাৰি বিচাৰি আহি গুৰু শঙ্কৰদেৱৰ কাষ পাইছিল। পুত্ৰৱৎ স্নেহেৰে গুৰুৱে তেওঁক দিক দৰ্শন কৰালে, আদৰ্শৰ পথ দেখুৱালে। আজি তেওঁৰ সমুখত ভয়ঙ্কৰ সমস্যাই দেখা দিছে। আদৰ্শ বিভ্ৰাটৰ সমস্যা। গুৰুৰ ইচ্ছা 'ৰজা আৰু কৰ্মকাণ্ডীক শৰণ নিদিবা।' ৰজা আঁকোৰগোজ, তেওঁ শৰণ ল'বই। এনে এক সন্ধিক্ষণত কি কৰা উচিত? কি সিদ্ধান্ত ল'ব তেওঁ ? শয্যাৰ পৰা নামি চোতাল পাই চিন্তাত নিমগ্ন হ'ল মাধৱদেৱ। ৰাতিৰ প্ৰহৰী বাদুলি চৰাই দুটা ধপধপাই উৰি গ'ল। দূৰৈত ফেউৰাৰ চিএঞৰ। ৰাতি তিনি প্ৰহৰ পাৰ হৈ গ'ল। পুনৰ আহি শয্যাত বহিল। গুৰুজনলৈ মনত পৰি গুণগুণাই গালে, 'ত্ৰিভুবনবন্দন, দৈৱকীনন্দন, যোহৰি মাৰল কংস। জগজন তাৰণ দেৱ নাৰায়ণ, শঙ্কৰ তাকেৰি অংশ।' তেওঁৰ চকুৰ আগত গুৰু ঈশ্বৰ অভিন্ন হৈ ধৰা দিলে। হাতযোৰকৈ শিৰত লগালে। গুৰুৰ অস্ফুট স্বৰ তেওঁৰ কাণত বাজিল, তুমিয়ে আমিএ অভিন্ন আত্মা, দেহটিহে পৃথক।' মাধৱৰ মনৰ পৰা দুঃচিন্তা, দুৰ্ভাবনাবোৰ ৰ'দৰ তাপ পাই কুঁৱলী আঁতৰাৰ দৰে দূৰ হৈ গ'ল। তেওঁ সংকল্পবদ্ধ হ'ল, 'প্ৰাণ বিসৰ্জন দিম, আদৰ্শক জীয়াই ৰাখিম।' মাধৱৰ চকু মুদ খাই আহিল। পৰিচ্ছন্ন মনেৰে শয্যাত পৰাৰ লগে লগে গভীৰ নিদ্ৰাত লালকাল দিলে।

ৰাজহাউলীত আনন্দৰ জোৱাৰ উঠিছে। কোচবিহাৰৰ ৰজা লক্ষ্মীনাৰায়ণক পৰম পণ্ডিত মাধৱদেৱে নামধৰ্ম প্ৰদান কৰিব। তেওঁ এক শৰণীয়া হ'ব। ৰজাই ৰাতিৰে পৰা উপবাসে থাকি পুৱাতে স্নান কৰি বিশিষ্ট শুভ্ৰবস্ত্ৰ পৰিধান কৰিছে। ৰাজমাতা আই ধাইবো ব্যস্ততাৰ অন্ত নাই। পুত্ৰোপম ৰজা লক্ষ্মীনাৰায়ণে আজি পৰম ভক্ত, গীতিকাৰ, সুৰকাৰ, নাট্যকাৰ, কবি মাধৱদেৱৰ শিষ্যত্ব গ্ৰহণ কৰিব। ৰজা আৰু ৰাজমাতাই একাগ্ৰচিত্তে গুৰুজন অহালৈ বাট চাই আছে। মাধৱদেৱক আদৰি আনিবলৈ সাজু হৈ আছে পাৰিষদবৰ্গ।

পূৰ্বাহ্ন কাল পাৰ হৈ গ'ল, গুৰু আহি নোলালহি। ৰাজমাতাৰ চিন্তা হ'ল। বুঢ়াভগীয়াক মাতি দোলাসহ তেওঁক আনিবলৈ পঠিয়াই দি সকলো বাট চাই ৰ'ল।

গুৰুজনক আদৰিবলৈ শৰাই আৰু তামোল-পাণ লৈ ৰাজবিষয়াসকল বাট চাই ৰ'ল। একাগ্ৰ চিত্তে বাট চাই ৰ'ল কোচ ৰাজ্যৰ মহামান্য সম্ৰাট লক্ষ্মীনাৰায়ণ।

আন দিনাৰ দৰে প্ৰাতঃকালকে শয্যা এৰি মাধৱদেৱে আৰম্ভ কৰিলে শ্যামৰাগৰ গীতটি —

'পৰভাতে সুমৰো গোবিন্দ হৃষীকেশ।
চিদানন্দ মূৰুতি কপট গোপ বেশ।।
সত্য সনাতন নিত্য নিৰঞ্জন দেৱ।
অনাদি অনন্ত যোহি বিনে নাহি কেৱ।।
নীলমণি নীভতনু এ জগ জীৱন।
কহয় মাধৱ গতি নন্দকু নন্দন।।'

উদাত্ত কণ্ঠে গোৱা মাধৱৰ গীতৰ সুৰ শুনি পুবাৰ বতৰা দিবলৈ খৰধৰ কৰা পক্ষীকুল যেন থমকি ৰ'ল। চাৰিহাটীৰ ভকতে গুৰুৰ কণ্ঠৰ প্ৰভাতী সুৰ নিতৌ শুনি আহিছে যদিও আজি যেন সেই সুৰত অনুভৱ হৈছে নতুন মাদকতা, সীমহীন গভীৰতা। শয্যা এৰি উঠি সকলো নিজ নিজ কামত ব্যস্ত হ'ল।

স্বাভাৱিক ভাৱেই মাধৱদেৱে প্ৰাতঃকৰ্ম সমাপন কৰি আসনত বহিল। বায়ু উৰ্দ্ধগামী হৈ উদৰত পীড়া হোৱাৰ বাবে আহাৰ গ্ৰহণ কৰিবলৈ ইচ্ছা নকৰিলে। তাকে দেখি ৰাম আতাই আথে-বেথে সুধিলে, 'বাপৰ শৰীৰ মন্দ নেকি? আহাৰ নল'লে দেখোন।' মাধৱদেৱে কৰুণ দৃষ্টিৰে ৰামলৈ চালে, উত্তৰ একো নিদিলে। এনেতে আই ধাইৰ আদেশ মতে এখন নতুন দোলা লৈ বৰভগীয়া আহি গুৰুজনৰ ওচৰ পাই ক'লে, 'বাপ, ৰজাই ব্ৰতে-উপবাসে দিনটো থাকি বৰ কষ্ট পাইছে। আই ধাইয়ে দোলাখনি পঠাই দিছে। কৃপা কৰি বাপ সোনকালে ৰাজপ্ৰসাদলৈ যাব লাগে।'

বুঢ়াভগীয়াৰ কথা শুনি কিছুপৰ তভক মাৰি বৈ মধৱদেৱে ক'লে, 'মোৰ শৰীৰ মন্দ, সেয়েহে প্ৰাসাদলৈ যাব নোৱাৰিম, আইধাইক তুমি ক'বা।'

'বাপ, আই ধায়ে কাকুতি-মিনতি কৰি আপোনালৈ কৈ পঠাইছে। দহোকুৰি, অনতিবিলম্বে আপুনি ওলাওক। দোলাত তুলি তলিছা দি অকণো কষ্ট নোপোৱাকৈ আপোনাক লৈ যাম।'

'হয়নে? এয়া ৰাজমাতাৰ আদেশ? যাব যেতিয়া লাগিবই ভালকৈয়ে যাওঁ।' এইবুলি ভিতৰলৈ চাই হৰিবল্লভক মাতি ক'লে,

'হৰিবল্লভ, কীৰ্ত্তনঘৰত লোৱা মোৰ নখনীয়া কাপোৰখন লৈ আহাঁ। নৰহৰি, মুকুন্দ তোমালোকে কমণ্ডলুৰ পানী আনি মোৰ ওচৰত দিয়া আৰু আঙ্গিনাত এখন শয্যা কৰা।'

ভকতসকলে উৰাদিহ নাপাই কি কৰোঁ ক'লৈ যাওঁ লাগি গুৰুৰে কোৱা মতে শয্যাখন পাৰিলে। মাধৱদেৱে কমণ্ডলুৰ পানীৰে মুখ প্ৰক্ষালন কৰি শয্যাত পদ্মাসন কৈ বহিবলৈ ক'লে, 'ৰামচৰণ, বলাই, নৰহৰি, মুকুন্দ তোমালোক সকলো ওচৰলৈ আহাঁ। আমাৰ সময় হৈছে।'

সকলো চাপি আহি ভীতি বিহ্বল হৈ গুৰুৰ ফালে চাই ৰ'ল। তেওঁলোকৰ গম্‌গাই হোৱা নাই যে তেওঁলোকৰ গুৰু বাপে তাৰাৰ নৰ নাটৰ পূৰ্বী খৰমান গীত জুৰিছে। অবিচল, শান্ত, সমাহিতভাৱে পদ্মাসনত বহি কৃষ্ণ নাম উচ্চাৰি মাধৱদেৱ নীৰৱ হ'ল।

সুৰুযৰ গতি ধীৰে ধীৰে আগবাঢ়িছে পুবৰ পৰা পশ্চিমলৈ। এজাক মৃদু কোমল বতাহ জিৰ জিৰকৈ বৈ আছে। ওপৰৰ মুক্ত আকাশৰ নীলাভ বৰণে তেওঁৰ চকু চাৎ মাৰি ধৰিছে। গভীৰ প্ৰশান্তিত তেওঁৰ চকুৰ পতা জাপ খালে। আত্মস্থ হ'ল ঋষি মাধৱ।

'অনন্ত আকাশ ব্যাপী এয়া শঙ্খ চক্ৰধাৰী পীতবস্ত্ৰ শোভিত শ্যাম কলেৱৰ। ইমান

বিশাল। ইমান সুন্দৰ সেয়া। দুই হাত মেলি তেওঁক অনন্তৰ আহ্বান দিছে। মোৰ চাৰিওফালে তোমালোক শ্ৰীৰাম, নৰহৰি, মুকুন্দ আৰু কোন। নাই, নাই, তোমালোক মোৰ প্ৰাণবন্ধু নাৰায়ণৰ একোটি প্ৰতিৰূপ। সকলো কৃষ্ণময়। এয়া মোৰ নিচেই কাষতে মৰমৰ ভাগিন ৰামচৰণ। তুমি, তুমিতো ৰামচৰণ নোহোৱা। তুমি মোৰ প্ৰাণৰ বল্লভ নয়নৰ মণি বাল কৃষ্ণ। হয়, হয়, তুমিয়েই জানো অৰ্জুন ভঞ্জন কৰি নল কুবেৰক মুক্তি দিয়া নাছিলা। গোৱালীৰ ঘৰে ঘৰে দধি চুৰ কৰি গকুলবাসীক নচুৱাই ফুৰা নাছিলা? হয়, কলসী ভাঙ্গল, দধিসব নাশল, কৰত ভোজন, নৱনীতিং। ভীতি পেলাবল, জননী বান্ধল, অৰ্জুন ভঞ্জন ধৃতং। হে মোৰ প্ৰাণকৃষ্ণ, গোটেই জীৱন গোৱালীৰ ঘৰে ঘৰে, যমুনাৰ তীৰে তীৰে তোমাকেই বিচাৰি ফুৰিলোঁ। পদেৰে, গীতেৰে, নাটেৰে তোমাক কথাকে ক'লোঁ। আজি মই তোমাক পালোঁ। মোৰ চকুৰ আগত তোমাৰ নৱ ঘনশ্যাম পীতাম্বৰ জ্যোতিয়ে আহি ধৰা দিছেহি। নৃত্যেৰে-ছন্দেৰে তোমাকেই পুজিলোঁ। তোমাৰ মাজতে ভকত সমাজখনকো পালোঁ আৰু তোমাকো ভকতৰ মাজতে বিচাৰি পালোঁ।

মই নাজানোঁ, মোৰ জীৱনৰ প্ৰতিটো কৰ্ম আৰু সাধনা তোমাৰ বাবে উৎসৰ্গিত কৰিব পাৰিলোঁনে নাই। জ্ঞানেৰে নহয়, ভক্তিৰে নামেৰে তোমাক বিচাৰি চালোঁ। তোমাৰ দাসৰো দাস হৈ নিৰক্ষৰ, দৰিদ্ৰ, পতিতজনৰ উত্তৰণৰ চেষ্টা চলালোঁ, নাজানো কিমান দূৰ কৃতকাৰ্য হ'ব পাৰিলোঁ। ইয়াকো নাজানোঁ এই দাসক মানুহে বুকুত ঠাই দিছেনে নাই।

মোৰ চকুৰ আগত কোন সেয়া। হাসি হাসি বংশী বাই, বঙ্কিম নয়নে চাই তুমি মোৰ নন্দ নন্দন শ্যাম গুণনিধি কৃষ্ণ। তুমি আহিছা। অনন্তৰ আহ্বান লৈ তুমি বংশীধ্বনি তুলিছা। তুমিতো জানাই কহতু মাধৱ গতি নন্দকু নন্দন। কিন্তু হে দীনদয়াল, মূৰুখমতি তোমাৰ মাধৱ দাসে মুক্তি বিচৰা নাই। জন্ম জন্মান্তৰে তোমাৰ ৰসময়ী ভকতি নিমজ্জিত হ'বলৈহে বাঞ্ছা কৰিছোঁ। এয়া মোৰ অন্তিম বাসনা। তুমি মোক মাতিছা। বাঁহীৰ সুৰেৰে অনন্তৰ আহ্বান দিছা। আঃ কি মধুৰ, কি সুললিত বংশীৰ সুৰ। নীলা আকাশৰ নীলাবোৰ হৈ পৰিছে সুৰময়, ছন্দময়, হৰিময়, কৃষ্ণময়, কি মধুৰ।

হে পৰমানন্দ, হে কৃষ্ণ। হে শঙ্কৰ। আত্মাত পৰমাত্মাক স্থাপন কৰি ব্ৰহ্মত বিলীন হ'ল ৰসিক সুজান।

*(সমাপ্ত)*